# কালিদাসৰ প্ৰতিভা


## যোগেশ্বৰ শৰ্মা

এম্. এ., পি. এইচ্. ডি., এম্. লিব্. এছ. চি., সাংখ্যতীৰ্থ

অৱসৰপ্ৰাপ্ত গ্ৰন্থাগাৰিক, গুৱাহাটী বিশ্ববিদ্যালয়

বিহাবাৰী, গুৱাহাটী-৮





লয়াৰ্ছ বুক ষ্টল

গুৱাহাটী : অসম

KALIDASAR PRATIBHA : A critical study of Kalidasa revealing the different aspects of his poetic genius, by Shri Jogeswar Sarmah, M. A., Ph. D., M. Lib. Sc., Samkhyatirtha, Retired Librarian, Gauhati University, Assam and published by Shri Khagendranarayan Datta Barua, Lawyers' Book-Stall, Panbazar, Guwahati, Assam :

Price Rs. 70·00 Ist edition 1991

---

প্ৰকাশক : শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্ত বৰুৱা,
লয়াৰ্চ বুক ষ্টল,
পাণবজাৰ, গুৱাহাটী

প্ৰথম প্ৰকাশ : আগষ্ট ১৯৯১

মূল্য : ৭০·০০

মুদ্ৰক :
পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী, গুৱাহাটী-৮
অসম

পিতৃদেব পণ্ডিতপ্রবর

৺চন্দ্রকান্ত বিদ্যালঙ্কারের

পুণ্য স্মৃতিতে

# সূচীপত্ৰ

# লেখকৰ কথা

বহুবছৰেকৰ আগতে কালিদাস আৰু তপস্যা নামৰ পুথি এখন লিখি পাঠক সমাজলৈ আগ বঢ়োৱা হৈছিল। কিতাপখনে সহৃদয় পাঠকৰ আদৰ লাভ কৰাত পুনঃ সেই মহাকবিজনাৰ বিষয়েই কালিদাসৰ প্ৰতিভা নামৰ এই কিতাপখন পাঠক-সমাজলৈ আগ বঢ়ালোঁ। প্ৰথমখনৰ দৰে এইখনেও সহৃদয় পাঠকৰ আদৰ পালে পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

শৃঙ্গাৰ ৰসৰ পৰিবেশনৰ মাধুৰ্যই কালিদাসীয় সাহিত্যৰ প্ৰতি আকৰ্ষণৰ এক-মাত্ৰ কাৰণ বুলি ক'ব নোৱাৰি; কাৰণ সূক্ষ্মভাৱে চাবলৈ গ'লে, শৃঙ্গাৰ ৰসে কবিৰ সাহিত্যত অধিক স্থান অধিকাৰ কৰা নাই। 'ৰঘুবংশ'ৰ দৰে সৰ্বোৎকৃষ্ট মহাকাব্যৰ অন্তিম সৰ্গৰ বাহিৰে আন ঠাইত শৃঙ্গাৰ ৰসৰ স্থান নাই বুলি ক'লেও অত্যুক্তি কৰা নহয়। সেইদৰে কবিৰ আনখন মহাকাব্য 'কুমাৰসম্ভৱ'ৰো অষ্টম সৰ্গৰ বাহিৰে আন সৰ্গত শৃঙ্গাৰ ৰসৰ উল্লেখ নাই। আনহে নালাগে, কবিৰ সৰ্বশ্ৰেষ্ঠ নাটক 'অভিজ্ঞানশকুন্তল'তো প্ৰথম তিনি অংকৰ বাহিৰে আন চাৰিটা অংকত শৃঙ্গাৰ ৰসৰ তেনে প্ৰভাৱ নাই বুলিলেও হয়। 'মেঘদূত'ৰ দৰে শ্ৰেষ্ঠ খণ্ডকাব্যত ভাৰতৰ প্ৰাকৃতিক আৰু ভৌগোলিক বৰ্ণনাই অধিক স্থান অধিকাৰ কৰি আছে। তথাপি শৃঙ্গাৰ ৰস পৰিবেশন কৰাৰ কাৰণেই যে আন সকলোবোৰ কবিতকৈ কালিদাসৰ প্ৰতি পাঠক-সমাজৰ অধিক আকৰ্ষণ, তাকো অস্বীকাৰ কৰাৰ উপায় নাই। কিন্তু লগতে ইয়াকো স্বীকাৰ কৰিব লাগিব যে কালিদাসৰ সাহিত্য প্ৰাচীন ভাৰতৰ সংস্কৃতি আৰু সভ্যতাৰ অফুৰন্ত ভাণ্ডাৰ। কবিয়ে ভাৰতীয় সংস্কৃতিৰ প্ৰতিটি দিশৰে সাৰ সংগ্ৰহ কৰি নিপুণভাৱে সংযোজন কৰিছে; অথচ, সেইবোৰেৰে তেওঁৰ কাব্যবাটিক ভাৰাক্ৰান্ত কৰি তোলাও নাই, বা কাব্যিক ৰসধাৰাৰ গতি ব্যাহত হ'বলৈও দিয়া হোৱা নাই। এয়া কালিদাসৰ পক্ষেই সম্ভৱ। কবিৰ সাহিত্য, ধৰ্ম, দৰ্শন, শিক্ষা, সমাজ, ৰাজনীতি, শিল্প-কলা, বাণিজ্য, বাস্তবিদ্যা, নীতিজ্ঞান আদি—এক কথাত ক'বলৈ গ'লে যিবোৰ বিষয়ৰ অধিষ্ঠানে প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ সৌধ নিৰ্মাণ হৈছিল সেই আটাইবোৰেই কম-বেছি পৰিমাণে কবিৰ সাহিত্যত স্থান পাইছে। মহাকবিৰ সাহিত্যৰ এই বহুমুখী দিশবোৰ আৰু ভাৰতৰ বহু সুধী সমালোচক আৰু পণ্ডিতে গ্ৰন্থ আৰু প্ৰবন্ধাদিৰ মাজেদি সুবিস্তৃতভাৱে আলোচনা কৰিছে; পণ্ডিতে, কালিদাসৰ এনে সংস্কৃতিমূলক

আলোচনা কেৱল মোৰ নিজস্ব পাণ্ডিত্য বা গৱেষণাজাত ফল বুলি অভিমান কৰিবলৈ বিশেষ একো নাই। অসমীয়া ভাষাত সাধ্যানুসাৰে মহাকবি কালিদাসৰ বিষয়ে সংস্কৃতিমূলক অধ্যয়নৰ এটি চমু অথচ সামগ্ৰিক পৰিচয় দাঙি ধৰাই মোৰ দুৰ্যোধন কিতাপৰ একমাত্ৰ উদ্দেশ্য। কালিদাস আৰু তপস্যাত যিবোৰ বিষয়ৰ আলোচনা কৰা হোৱা নাছিল, এইখনত মাত্ৰ সেইবোৰৰেই এটি থুলমূল আলোচনা সংস্কৃত ভাষা আৰু সাহিত্যানুৰাগী সহৃদয় পাঠক-সমাজলৈ আগ বঢ়োৱা হ'ল। যিবোৰ কিতাপ আৰু প্ৰবন্ধৰ সহায় লৈ এই পুথিখন যুগুত কৰা হৈছে, গ্ৰন্থপঞ্জীত সেইবোৰৰ নাম উল্লেখ কৰা হৈছে আৰু লগতে কালিদাসৰ গ্ৰন্থৰ উল্লেখিত সম্পাদক আৰু সমালোচকসকললৈও কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

পুথিখন হাতে লিখা অৱস্থাত পঢ়ি চাই অকাতৰে ইয়াৰ ত্ৰুটি-বিচ্যুতি বহু পৰিমাণে সংশোধন কৰি আৰু অত্যন্ত শাৰীৰিক অসুস্থতাৰ মাজতো কিতাপখনৰ আগকথা লিখি দিয়াৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত জৱাহৰলাল নেহৰু প্ৰাধ্যাপক, সদস্য মহীয়ান, ড° মহেশ্বৰ নেওগ দেৱৰ ওচৰত চিৰ কৃতজ্ঞ হৈ থাকিলোঁ। পুথিখনৰ কেইবাটাও প্ৰবন্ধ চাই দিহা-পৰামৰ্শ দি সহায় কৰা অসমৰ লব্ধ-প্ৰতিষ্ঠ ঔপন্যাসিক শ্ৰদ্ধেয় শ্ৰীউমাকান্ত শৰ্মা, এম.এ. দেৱৰ ওচৰতো কৃতজ্ঞ হৈ থাকিলোঁ।

এই কিতাপখনৰ প্ৰুফ আদি চাই নানাভাৱে সহায় কৰা সুসাহিত্যিক, বন্ধুবৰ শ্ৰীকেশৱ মহন্ত, এম.এ.লৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। কিতাপখনৰ পাণ্ডুলিপি তৈয়াৰ কৰাত আংশিকভাৱে সহায় কৰা শ্ৰীমাণু দেৱী, শ্ৰীমাণিকচন্দ্ৰ দেৱ শৰ্মা আৰু শ্ৰীভূপেন্দ্ৰনাথ গোস্বামীৰ শলাগ লওঁ।

লয়াৰ্ছ বুকষ্টলৰ স্বত্বাধিকাৰী পৰম বিদ্যোৎসাহী, [illegible] শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্ত বৰুৱাই কিতাপখন ছপা কৰি উলিওৱাৰ ভাৰ নোলোৱাহেঁতেন ইয়াক প্ৰকাশ কৰা মোৰ পক্ষে দুঃসাধ্য হ'লহেঁতেন। তেখেতৰ উদাৰ মনোবৃত্তি আৰু গুণ-গ্ৰাহিতাৰ কথা চিৰদিন স্মৰণত থাকিব। তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

কিতাপখন যত্ন সহকাৰে ছপা কৰি উলিয়াই দিয়াৰ কাৰণে পূৰ্বদেশ মুদ্ৰণৰ গৰাকী শ্ৰীপ্ৰশান্ত কুমাৰ শৰ্মা আৰু ছপাশালৰ সকলো কৰ্মীলৈ এই প্ৰসঙ্গত আন্তৰিক ধন্যবাদ জনালোঁ।

এই পুথিয়ে সহৃদয় পাঠক-পাঠিকাৰ আদৰ পালে লেখকে নিজৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিব। ইতি।

দিহাপাৰা, শ্ৰীযোগেশ্বৰ শৰ্মা
জানুৱাৰী-৮

# আগকথা

অনির্বচনীয় ব্ৰহ্ম আৰু আত্মা, পাপ আৰু পুণ্যৰ বিচাৰেৰে ভৰা বেদ উপনিষদৰ ভাৰতীয় পাৰত্ৰিক ঐতিহ্যৰ খুঁটিৰ মাজত প্ৰাচীন ভাৰতীয় সাহিত্য-সম্ভাৰৰ অনুসন্ধান কৰিলে এই কথা সহজে প্ৰতীয়মান নহয় যে ভাৰতীয় সাহিত্যকাৰসকল ঐহিক জীৱনৰ প্ৰতি বীতস্পৃহ আছিল, বৰং সাৰ্থকভাৱে ক'ব পাৰি, আমাৰ সংস্কৃত কাব্য, মহাকাব্য, ৰূপক আদিত আমাৰ পাৰ্থিৱ জীৱনৰ বিলক্ষীয়া ৰূপৰ মোহন-ছবিয়ে কবিসকলক অভিভূত কৰিছিল, তেওঁলোকে জীৱন-উপভোগৰ আনন্দকে দান কৰিছিল। আৰু, উপমাৰে অনুপম কবি কালিদাস এই ক্ষেত্ৰত আছিল সৰ্বশ্ৰেষ্ঠ।

আমাৰ অসমৰ পাঠক-পাঠিকাৰ বৃহৎ ভাগ এতিয়া সংস্কৃত ভাষাৰ গ্ৰন্থ তথা সৃজনাত্মক সাহিত্যৰাজিৰ মূলৰ লগত পৰিচিত হোৱাৰপৰা বঞ্চিত। আমাৰ গৌৰৱ যে এই ক্ষেত্ৰত সংস্কৃত মূলৰপৰা আমাৰ ভাষালৈ কিছু ৰস আনি অসমীয়া পাঠক-পাঠিকাকো তাৰ স্বাদ দিবলৈ চেষ্টা কৰা কেইজনমান ব্যক্তিৰ আশাতীত চেষ্টা আছে। সিসকলৰ ভিতৰত সুপণ্ডিত ড° যোগেশ্বৰ শৰ্মা অন্যতম। এইগৰাকী সংস্কৃতজ্ঞ পণ্ডিতে ইয়াৰ আগতেও 'কালিদাস আৰু তপস্যা' শীৰ্ষক এখনি সুখপাঠ্য গ্ৰন্থ আমাৰ হাতত দিছে। এইবাৰো তেখেতে 'কালিদাসৰ প্ৰতিভা' নামৰ অন্য এখনি ততোধিক নহ'লেও সমানেই সুখপাঠ্য গ্ৰন্থ আমাৰ হাতত তুলি দি অসমীয়া পাঠক-পাঠিকাৰ কৃতজ্ঞতাৰ পাত্ৰ হৈছে।

গ্ৰন্থখনি দুটা প্ৰণালীবদ্ধ অধ্যায়ত ভাগ কৰা হৈছে। কালিদাসৰ প্ৰতিভা নামৰ প্ৰথম অধ্যায়টোত আলংকাৰিকসকলৰ মতে কাব্যৰ স্বৰূপ, বিভিন্ন মতবাদ আৰু বিশেষকৈ ৰস, ধ্বনি আৰু বিভিন্ন অলংকাৰ সম্বন্ধে আলোচনা কৰা হৈছে। ইয়াৰ উপৰিও প্ৰতিভাৰ স্বৰূপ, প্ৰতিভা সম্বন্ধে আলংকাৰিকসকলৰ বিভিন্ন মতবাদৰ উল্লেখ কৰাৰ লগতে কবিসম্ৰাটৰ সাহিত্যৰপৰা উপযুক্ত উদ্ধৃতিৰে তাক সাৰোগত কৰিবলৈ চেষ্টা কৰা হৈছে। কালিদাস আৰু অভিজ্ঞান-শীৰ্ষক অধ্যায়ত অভিজ্ঞানৰ স্বৰূপ, অভিজ্ঞান, প্ৰত্যভিজ্ঞাৰ দি,

প্ৰত্যভিজ্ঞানৰ দাৰ্শনিক মত কি আৰু কালিদাসৰ সাহিত্যত ই কেনেভাৱে প্ৰতিভাত হৈছে, তাৰ ব্যাখ্যা কৰা হৈছে। প্ৰকৃতিৰ কবি কালিদাস অন্য এটি লক্ষণীয় অধ্যায়, য'ত মানৱ-জীৱনত প্ৰকৃতিৰ প্ৰভাৱ কবিগৰাকীয়ে কেনেকৈ কৰিছে গ্ৰন্থকাৰে তাৰ আলোচনা কৰিছে। ইয়াত গিৰি-শৃঙ্গ, আশ্ৰম-অৰণ্য, ছয় ঋতু, গছ-লতা, পশু-পক্ষী, চহৰ-নগৰ আদিৰ কথা, আৰু বিশেষকৈ স্থিতিশীলতা আৰু গতিশীলতা ভেদে প্ৰকৃতিৰ ৰূপ পৰিবৰ্তনৰ কাব্যিক বৰ্ণনাৰ পৰিচয় দিয়া হৈছে। কালিদাস আৰু শিক্ষা-বিষয়ক অধ্যায়টোত ভাৰতৰ প্ৰাচীন শিক্ষা-পদ্ধতি সম্বন্ধে কবিৰ দৃষ্টি-ভঙ্গী ব্যাখ্যা কৰা হৈছে। শিক্ষাৰ বিভিন্ন বিষয়, বিভিন্ন শিক্ষা প্ৰতিষ্ঠান, শিক্ষক-শিক্ষাৰ্থী সম্পৰ্ক, শিক্ষাদানৰ পদ্ধতি সম্বন্ধে এটি পৰিচয় দাঙি ধৰাৰ আগতে, প্ৰাচীন ভাৰতৰ শিক্ষাৰ এটা সম্যক আলোচনা কৰা হৈছে। অন্য এটি অধ্যায়ৰ শীৰ্ষক হ'ল কালিদাসৰ সমাজ, ইয়াত প্ৰাচীন ভাৰতৰ বৰ্ণাশ্ৰম-ভিত্তিক সমাজখনৰ তাৎপৰ্য আৰু মূল্য-নিৰূপণৰ আভাস দিয়া হৈছে। ষষ্ঠ আৰু শেষৰ অধ্যায়টোৰ নাম দিয়া হৈছে কালিদাসৰ সাহিত্যত গীতা আৰু উপনিষদ। ইয়াত গীতা আৰু উপনিষদৰ কিছুমান তথ্য কবিৰ সাহিত্যকৃতিত কিদৰে প্ৰকাশমান হৈছে তাকে প্ৰয়োজনীয় উদাহৰণেৰে দেখুৱাবলৈ চেষ্টা কৰা হৈছে।

গ্ৰন্থখনিৰ আগ্ৰহী পাঠক-পাঠিকাই ড° শৰ্মাই কালিদাসৰ ৰচনা-ৰাশিক কেন্দ্ৰ কৰি কাব্য, শিক্ষা, সমাজ, গীতা, উপনিষদ আদিৰ লগত উৎসুকলকলক চিনাকি কৰি দিবলৈ কৰা আন্তৰিকতাপূৰ্ণ প্ৰচেষ্টাৰ এটা নতুনত্ব দেখা পাব। মোৰ ধাৰণা, সংস্কৃত ক্লাছিকেল সাহিত্যৰ, বিশেষকৈ কালিদাসৰ যুগজয়ী ৰচনাৰ ৰাছ-গ্ৰহণৰ বাটত ড° শৰ্মাৰ এই গ্ৰন্থ পাথেয় হ'ব।

গুৱাহাটী-৩ — মহেশ্বৰ নেওগ

২৯ মে' ১৯৯১

# অৱতৰণিকা

কালিদাস প্ৰাচীন ভাৰতৰ শ্ৰেষ্ঠ কবি হিচাপে আজিও বিশ্ব-বিশ্ৰুত হৈ আছে। তেওঁৰ কীৰ্ত্তি-কৌমুদী আজিও সংস্কৃত-সাহিত্যাকাশত ধ্ৰুৱ তৰাৰ দৰে স্থিৰ আৰু উজ্জ্বল। কিন্তু তেওঁৰ ব্যক্তিগত জীৱন আৰু তেওঁৰ ৰচিত গ্ৰন্থৰাজিৰ বিষয়ে উত্থাপিত সমস্যাবোৰৰ আজিও সমাধান হোৱা বুলি সঠিকভাৱে ক'ব নোৱাৰি। সেই শ্ৰেষ্ঠ কবিজনৰ জন্ম-কাল আৰু স্থান লৈ আজিও পণ্ডিতসকলৰ মাজত যথেষ্ট মতভেদ দেখা যায়। তদুপৰি তেওঁ কিমানখন গ্ৰন্থ ৰচনা কৰিছিল, তাকো ঠিৰাংকৈ কোৱা টান; কিয়নো আজিপৰিমিত যিবোৰ কালিদাস-গ্ৰন্থাৱলী প্ৰকাশ পাইছে আৰু তাত যিবোৰ গ্ৰন্থ অন্তৰ্ভুক্ত কৰা হৈছে সেই আটাইবোৰেই কালিদাসৰ অমৰ লেখনী-প্ৰসূত বুলি স্বীকৃতি লাভ কৰিব পৰা নাই; তথাপি ভাৱৰ গাম্ভীৰ্য আৰু ভাষাৰ মাধুৰ্যৰ ওপৰত নিৰ্ভৰ কৰি মহাকবিৰ সাতখন গ্ৰন্থকে নিজৰ ৰচনা বুলি পণ্ডিতসকলে স্বীকাৰ কৰিছে। সেই সাতখন গ্ৰন্থৰ ভিতৰত আছে চাৰিখন শ্ৰব্য-কাব্য ‘ঋতুসংহাৰ’, ‘মেঘদূত’, ‘কুমাৰসম্ভৱ’ আৰু ‘ৰঘুবংশ’, আৰু তিনিখন দৃশ্য-কাব্য—‘মালৱিকাগ্নিমিত্ৰ’, ‘বিক্ৰমোৰ্বশীয়’ আৰু ‘অভিজ্ঞানশকুন্তল’। আকৌ সেই গ্ৰন্থসমূহৰ প্ৰণয়নৰ পৌৰ্বাপৰ্য সম্পৰ্কেও পণ্ডিতসকলৰ মাজত মতানৈক্য দেখা যায়, বিশেষকৈ ‘ৰঘুবংশ’ আৰু ‘অভিজ্ঞানশকুন্তল’ৰ ভিতৰত কোনখন আগতে লিখা তাক লৈ। ‘অস্তি কশ্চিদ্ বাগ্‌বিশেষঃ’ এই জনশ্ৰুতিলৈ লক্ষ্য কৰিলে কবি-ৰচিত কাব্যৰ ক্ৰম হয় ‘কুমাৰসম্ভৱ’, ‘মেঘদূত’ আৰু ‘ৰঘুবংশ’। আমাৰ আলোচ্য বিষয় কবিৰ এই সাতখন গ্ৰন্থৰ ভিতৰতে সীমাবদ্ধ।

কালিদাসৰ প্ৰতিভা বহুমুখী, গতিকে সেই প্ৰতিভাৰ সম্যক আলোচনা কৰা এক প্ৰকাৰ দুৰূহ কাৰ্য। এজনে কবিৰ যি ঠাইত যি গুণৰ কাৰণে প্ৰতিভাৰ বিকাশ হোৱা বুলি ভাবে, আন এজনে হয়তো তাত তাৰ সেই গুণ নেদেখিবও পাৰে আৰু নিজৰ অভিৰুচি আৰু দৃষ্টিভঙ্গী অনুসৰি তাক আনভাৱে উপস্থাপিত কৰিব পাৰে; গতিকে কবি-প্ৰতিভাৰ বিচাৰ প্ৰায় ক্ষেত্ৰতে অভিৰুচি, দৃষ্টিভঙ্গী আৰু মত-সাপেক্ষ। সেই কাৰণে আলোচনাৰ মাজত সদায় প্ৰভেদ পৰিদৃষ্ট হয়। এইটোৱেই আলোচনাৰ স্বাভাৱিক ধৰ্ম।

পুণ্যতোয়া গঙ্গাৰ দৰে কালিদাসৰ প্ৰতিভাও ত্ৰিস্ৰোতসা। তেওঁৰ প্ৰতিভা-মন্দাকিনীৰ এটি স্ৰোত খণ্ডকাব্যৰ ফালে, আন এটি স্ৰোত মহাকাব্যৰ ফালে আৰু বাকী স্ৰোতটি দৃশ্য-কাব্যৰ ফালে প্ৰবাহিত হৈ চৰম উৎকৰ্ষ লাভ কৰিছে আৰু তাৰ ফল স্বৰূপে সংস্কৃত সাহিত্যত দেখা দিছে তেওঁৰ সৰ্ব-শ্ৰেষ্ঠ খণ্ডকাব্য 'মেঘদূত', সৰ্বোৎকৃষ্ট মহাকাব্য 'ৰঘুবংশ' আৰু সৰ্বোত্তম দৃশ্য-কাব্য 'অভিজ্ঞানশকুন্তল'। আকৌ কবিয়ে সেই প্ৰতিভা-মন্দাকিনীক ত্ৰিপথগা কৰি দেৱলোক, গন্ধৰ্বলোক আৰু ভূৰ্লোকত পৰিভ্ৰমণ কৰাই 'কুমাৰসম্ভৱ', 'মেঘদূত' আৰু 'অভিজ্ঞানশকুন্তল'ক অভিনৱ ৰূপত ৰূপায়িত কৰিছে। আৰু, এই গ্ৰন্থত্ৰয়ৰ মাজেদি তেওঁ ক্ৰমান্বয়ে দেৱতা, গন্ধৰ্ব আৰু মানুহৰ চৰিত্ৰ অংকিত কৰিছে যদিও সেই আটাইবোৰৰ মাজেদি কেৱল মানবীয় চৰিত্ৰৰেই বিশিষ্টতা উদ্ঘাটন কৰি ভাৰতৰ সৰ্বশ্ৰেষ্ঠ কবিৰ চিৰাদৃত আসনত ভাস্বৰ দীপ্তিৰে প্ৰকাশমান হৈ আছে।

সম্প্ৰতি উল্লিখিত কাব্যসমূহৰ সংক্ষিপ্ত পৰিচয় দিয়াৰ লগে লগে কবিৰ প্ৰতিভা সম্পৰ্কেও সাধাৰণভাবে আলোচনা কৰা হ'ব।

## ঋতুসংহাৰ :

কালিদাসৰ কাব্য-সাহিত্যলৈ প্ৰথম নিবেদন 'ঋতুসংহাৰ'। ইয়াতেই হয় তেওঁৰ প্ৰকৃতিৰ ৰম্য-ভূমিত প্ৰথম পদক্ষেপ।

সুদূৰ অতীতৰপৰা ভাৰতৰ প্ৰাচীন মনীষীসকলে ভাৰতবৰ্ষৰ প্ৰাকৃতিক জগতৰ বিভিন্ন পৰিবৰ্তন লক্ষ্য কৰি এটা বছৰক কেইটামান ভাগত বিভক্ত কৰি লৈছিল। বছৰটোৰ এই নৈসৰ্গিক বিভাজনৰ নামেই ঋতু। সময়ৰ ক্ৰম-বিবৰ্তনত ঋতুৰ সংখ্যাৰ হ্ৰাস-বৃদ্ধি ঘটিছে। কালিদাসৰ সময়ত প্ৰচলিত ঋতুৰ সংখ্যা ছয়। সেই সংখ্যাৰেই আজিও হিন্দুসকলে বছৰটোক ছয় ঋতুত বিভক্ত কৰা প্ৰথা চলি আছে। সেই ঋতুসমূহৰ সম্যক পৰিচয় দিবলৈ কবিয়ে 'ঋতুসংহাৰ' (ঋতুসমূহৰ সংহাৰ অৰ্থাৎ ঋতুসমূহৰ সংগ্ৰহ বা সংযোজন) নামেৰে এই কাব্য ৰচনা কৰিছে। সেই ষড়ঋতু হ'ল—গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শিশিৰ আৰু বসন্ত। এই ষড়ঋতুৱেই কবিৰ বৰ্ণনীয় বিষয়। ছটা সৰ্গত, ছয় ঋতুৰ বৰ্ণনাৰে কাব্যখন পৰিসমাপ্ত। বিভিন্ন ছন্দেৰে ৰচিত ১৪৪ টা শ্লোকেৰে ই পৰিপুষ্ট। সংস্কৃত সাহিত্যত কালিদাসৰ বাহিৰে আন কোনো কবিয়ে অকল ঋতুৰ ওপৰত কোনো কাব্য ৰচনা কৰা দেখা নাযায়। সেই

দিশৰপৰা এয়া কালিদাসৰ একক অৱদান। ৰচনাশৈলীৰ দিশৰপৰা ই খণ্ড কাব্যৰ অন্তৰ্গত।

'মেঘদূত'ৰ দৰে খণ্ডকাব্য, 'ৰঘুবংশ'ৰ দৰে মহাকাব্য ৰচনা কৰা কবি কালিদাসৰ পক্ষে 'ঋতুসংহাৰ'ৰ দৰে এখন লঘুকাব্য ৰচনা কৰা সন্দেহজনক বুলি কিছুমানে মত পোষণ কৰে আৰু তেওঁলোকৰ অভিমত সাব্যস্ত কৰিবলৈ কয়, কবিৰ আন কাব্যৰ দৰে ইয়াত ভাবৰ গাম্ভীৰ্য, ভাষাৰ মাধুৰ্য, ৰচনাশৈলীৰ নৈপুণ্য আৰু প্ৰকৃতিৰ সূক্ষ্মতৰ নিৰীক্ষণৰ অভাৱ পৰিলক্ষিত হয়। কালিদাসৰ পৰৱৰ্তী আলংকাৰিকসকলে কবিৰ আন গ্ৰন্থৰপৰা অলংকাৰৰ উদাহৰণ উদ্ধৃত কৰিছে; কিন্তু 'ঋতুসংহাৰ'ৰপৰা উদাহৰণ আহৰণ কৰা নাই। তদুপৰি কালিদাসৰ প্ৰসিদ্ধ টীকাকৰ্তা মল্লিনাথে এই কাব্যৰ কোনো টীকা গ্ৰন্থ লিখা নাই; সাইকৈ এই তিনিটা কাৰণৰ ওপৰত ভিত্তি কৰি 'ঋতুসংহাৰ' কালিদাস-প্ৰণীত নহয় বুলি তেওঁলোকে ক'ব খোজে। এতিয়া বিষয়টো বিচাৰ কৰি চোৱা যাওক।

কবিসকলৰ জীৱনৰ আদি, মধ্য আৰু শেষ বয়সত লিখা কাব্য-কলাৰ মাজত সদায় ভাব আৰু ভাষাৰ তাৰতম্য দেখা যায়। জীৱনৰ প্ৰথম-ছোৱাত লিখা কাব্যত ভাব থাকে, কিন্তু তাক যথোচিত ভাষাৰে প্ৰকাশ কৰাত কষ্ট-বোধ হয়। ভাবৰ নিকৃষ্টতাতকৈও ভাষাৰ দুৰ্বলতা সহজে চকুত পৰে। ভাবৰ উৎকৰ্ষ আৰু ভাষাৰ সৌষ্ঠৱ ঘটাবলৈ যত্ন কৰিলেও যেন একে ধৰণৰ ভাব আৰু ভাষাই বাৰে বাৰে ভুমুকি মাৰে। ফলত কবিৰ আন কাব্যৰ তুলনাত ইয়াৰ মান নিম্ন স্তৰৰ বুলি পৰিগণিত হয়।

জীৱনৰ মাজছোৱাত লিখা কাব্যৰ ভাব আৰু ভাষা সমানে হৈ গতি কৰে, ভাবৰ গাম্ভীৰ্যৰে সৈতে ভাষাৰ মাধুৰ্যৰ সংমিশ্ৰণ ঘটে। শেষছোৱাত লিখা কাব্যত কিন্তু ভাবৰ গাম্ভীৰ্যকো চেৰ পেলাই ভাষাৰ মাধুৰ্যই আধিপত্য বিস্তাৰ কৰে। ভাবৰ গভীৰতাক সহজ, সৰল আৰু সাৱলীল ভাষাৰে উপস্থাপিত কৰি সহৃদয় পাঠকৰ অন্তৰ জয় কৰা হয়। এনে ধৰণে বিচাৰ কৰি চালে 'ঋতুসংহাৰ' কবিৰ জীৱনৰ আদি ভাগত আৰু 'ৰঘুবংশ' পৰিণত বয়সত লিখা বুলি সহজে অনুমান কৰিব পাৰি। 'ঋতুসংহাৰ'ত একে ধৰণৰ ভাব আৰু ভাষাৰ প্ৰকাশ-ভঙ্গী সঘনে দেখা দিয়াত কালিদাসীয় সৌষ্ঠৱ বহু পৰিমাণে ম্লান হৈ পৰিছে, আন হাতে পৰিণত বয়সত লিখা ভাব-গধুৰ 'ৰঘুবংশ'ৰ সহজ, সৰল ভাষা সংস্কৃত সাহিত্যত [illegible] সমাদৰৰ সামগ্ৰী হৈ উঠিছে।

কালিদাসৰ কাব্যৰ প্ৰসিদ্ধ টীকাকৰ্ত্তা মল্লিনাথে 'ঋতুসংহাৰ'ৰ টীকাগ্ৰন্থ লিখা নাই বুলিয়েই 'ঋতুসংহাৰ' কালিদাসৰ ৰচিত গ্ৰন্থ নহয় বুলি সিদ্ধান্তৰ কোবা টান; কিয়নো মল্লিনাথৰ দৰে প্ৰবীণ টীকাকাৰে এগৰাকীয়ে 'ঋতুসংহাৰ'ৰ দৰে সহজবোধ্য লঘু কাব্য এখনৰ টীকা লিখাৰ প্ৰয়োজন অনুভৱ নকৰিবও পাৰে। অকল কালিদাসৰে নহয়, সংস্কৃত সাহিত্যৰ আন তিনিখন মহাকাব্যৰো মল্লিনাথে টীকা লিখিছে। এইবোৰৰ তুলনাত 'ঋতুসংহাৰ'ৰ টীকাৰ বিষয়টোত তেওঁ গুৰুত্ব নিদিবও পাৰে। মল্লিনাথে শেষ কৰি কৈছে, মাঘৰ 'শিশুপাল' মহাকাব্য আৰু কালিদাসৰ খণ্ডকাব্য 'মেঘদূত'ৰ টীকা লিখোঁতে তেওঁৰ বয়স পাৰ হৈ গ'ল:

'মাঘে মেঘে বয়ঃ গতম্।'

কালিদাসৰ পৰৱৰ্ত্তী অলংকাৰিকসকলে কবিৰ আন আন গ্ৰন্থত অলংকাৰৰ উৎকৃষ্ট উদাহৰণ থাকোঁতে 'ঋতুসংহাৰ'ৰপৰা সেইবোৰৰ উদাহৰণ উদ্ধৃত কৰা নিষ্প্ৰয়োজন বুলি ভাবিব পাৰে। এতিয়ালৈকে 'ঋতুসংহাৰ' কালিদাস-ৰচিত নহয় বুলি কোনো মৌলিক যুক্তি আৱিষ্কাৰ হোৱা দেখা নাযায়।

'ঋতুসংহাৰ' প্ৰকৃতিৰ পটভূমিত ৰচিত। ইয়াত আন কোনো পাৰিপাৰ্শ্বিকতা নাই, ঘটনা বিশেষৰো সমাৱেশ ঘটা নাই। কবিয়ে ইয়াত কোনো নায়ক-নায়িকাৰ চৰিত্ৰ অংকন কৰা নাই; তথাপি ইয়াত যেন পৰদেশত অৱস্থিত কোনো এক বিৰহাৰ্ত্ত যুৱকৰ হৃদয়-কুহৰত ভিন ভিন ঋতুৰ আবিৰ্ভাৱে সৃষ্টি কৰা প্ৰথম প্ৰেমৰ নৱ নৱ হিল্লোলৰ প্ৰতিধ্বনি বাজি উঠিছে। সেয়েহে বিভিন্ন ঋতুত প্ৰকৃতিৰ বুকুত প্ৰতিফলিত হোৱা মনোৰম দৃশ্যৰ বৰ্ণনাৰে সেই বিৰহ-বিধুৰ যুৱকে প্ৰাণৰ প্ৰেয়সীক সম্বোধন কৰি প্ৰেমসিক্ত অন্তৰৰ আবেগ উদ্গীৰণ কৰিছে, কিজানিবা প্ৰিয়তমাৰ হৃদয়-তন্ত্ৰীত তাৰ ঝংকাৰ অনুৰণিত হৈ উঠে, বিভিন্ন ঋতুত বিকশিত বিবিধ ফুলৰ সৌৰভে, বিবিধ বিহংগৰ বিচিত্ৰ ধ্বনিয়ে সেই বিৰহ-কাতৰ যুৱকৰ অন্তৰত প্ৰেমৰ শিহৰণ তোলে।

প্ৰকৃতিৰ সৌন্দৰ্য-সৰ্বস্ব বসন্ত ঋতুৰ বৰ্ণনাৰে কাব্য আৰম্ভ নকৰি কবিয়ে গ্ৰীষ্মৰ বৰ্ণনাৰে আৰম্ভ কৰাৰ উদ্দেশ্যলৈ লক্ষ্য কৰিলে ধাৰণা হয় যেন কবিয়ে গ্ৰীষ্মৰ প্ৰচণ্ড বাতাৱৰণৰ মাজত ব্যথিত হৃদয়ক সুশ্ৰুষাৰে সন্তাপিত কৰি বসন্তৰ মৃদু-মধুৰ সমীৰণেৰে প্ৰশমিত কৰিবলৈ বিচাৰিছে, প্ৰেমাকুল যুৱক পথিকে বিভিন্ন ঋতু-মাৰ্গেৰে পৰিভ্ৰমণ কৰি বসন্তৰ সৌৰভ-মণ্ডিত পুষ্পোদ্যানত শেষ বিশ্ৰান্তি লৈছে।

কবিয়ে 'ঋতুসংহাৰ'ত বিপ্ৰলম্ভ শৃংগাৰৰ বীজ ৰোপণ কৰিছে, 'মেঘদূত'ত

তাক কলে-ফুলে জাতিষ্কাৰ কৰি তুলিছে।

মেঘদূত :

কালিদাসৰ 'মেঘদূত' জগৎ-প্ৰসিদ্ধ খণ্ডকাব্য। মেঘৰ মুখেৰে 'সন্দেশ' বা বাৰ্তা পঠোৱা হেতু ইয়াৰ আন নাম 'মেঘসন্দেশ'। এই কাব্য দুটা খণ্ডত বিভক্ত—পূৰ্বমেঘ আৰু উত্তৰমেঘ। পূৰ্বমেঘত যক্ষই প্ৰিয়তমালৈ বাৰ্তা পঠোৱাৰ কাৰণে মেঘক দৌত্যভাৰ গ্ৰহণ কৰিবলৈ অনুৰোধ জনাইছে আৰু লগতে ৰামগিৰিৰপৰা অলকালৈ যোৱা পথৰ পৰিচয় দাঙি ধৰিছে। উত্তৰমেঘত অলকাপুৰীত যক্ষৰ আলয়, যক্ষপত্নীৰ সৌন্দৰ্য আৰু তেওঁৰ মানসিক অৱস্থা বৰ্ণনা কৰা হৈছে। মেঘদূতৰ নায়ক-নায়িকা গন্ধৰ্ব। ঘটনাস্থল গন্ধৰ্বলোক। গন্ধৰ্ব যুগলৰ জীৱনৰ মাজেদি কৰিয়ে নৱ-বিবাহিত নৱ-দম্পতিৰ বিচ্ছেদ বেদনাক হৃদয়স্পৰ্শী কৰি তুলিছে।

সংস্কৃত সাহিত্যত যিমানবোৰ খণ্ডকাব্য ৰচিত হৈছে তাৰ ভিতৰত 'মেঘদূত' শ্ৰেষ্ঠ। সুমধুৰ মন্দাক্ৰান্তা ছন্দেৰে গ্ৰথিত 'মেঘদূত'ৰ প্ৰতিটি শ্লোকৰ মাজেদি কালিদাসৰ অনুপম কল্পনা সুন্দৰভাৱে পৰিস্ফুট হৈ উঠিছে। আন গ্ৰন্থ ৰচনা নকৰি কৰিয়ে যদি অকল 'মেঘদূত' লিখিয়েই সন্তুষ্ট থাকিলহেঁতেন, তেতিয়াও তেওঁ ভাৰতৰ শ্ৰেষ্ঠ কৰি হিচাপেই পৰিগণিত হ'লহেঁতেন। মেঘদূতৰ বিষয়-বস্তু হ'ল :

অলকাধিপতি কুবেৰৰ ভৃত্য কোনো এক অজ্ঞাতনামা যক্ষ। তেওঁ পত্নীৰ প্ৰেমত আপোন-পাহৰা হৈ নিজৰ কৰ্তব্যৰ প্ৰতি অৱহেলা কৰিবলৈ ধৰিলে। যক্ষৰ আচৰণত কুবেৰ ক্ৰুদ্ধ হ'ল আৰু তেওঁক এইদৰে অভিশাপ দিলে যে তেওঁ কৈলাস এৰি অকলে এবছৰ কাল ৰামগিৰিত অৱস্থান কৰিব লাগিব। যক্ষই নিৰ্বাসন দণ্ডৰ আঠ মাহ কথমপি কটালে। সেইদিনা আহাৰ মাহৰ প্ৰথম দিন, যক্ষই হঠাৎ দেখিলে আকাশ-মণ্ডলত নতুন মেঘৰ আৱিৰ্ভাৱ। মেঘক দেখি যক্ষৰ চিত্ত-বিকাৰ ঘটিল। তেওঁৰ মনত উদয় হ'ল, মেঘ সচেতন প্ৰাণী; প্ৰিয়তমাৰ সমীপলৈ বাৰ্তা কঢ়িয়াই নিবলৈ উপযুক্ত পাত্ৰ। সেয়েহে যক্ষই মেঘক দৌত্যভাৰ গ্ৰহণ কৰিবলৈ সানুনয়ে অনুৰোধ জনালে আৰু অযথা পলম নকৰি তেওঁ যেন অলকালৈ গৈয়েই তেওঁৰ সংবাদটো প্ৰিয়তমাক জনায়। অলকাস্থ প্ৰিয় পত্নীৰ সঠিক ঠিকনাত উপস্থিত হ'বলৈ জানোৱা মেঘে পথৰ প্ৰকৃত সন্ধান নাপায়, তাকে ভাবি যক্ষই ৰামগিৰিৰপৰা অলকালৈ এই সুদীৰ্ঘ পথৰ সুবিস্তীৰ্ণ বৰ্ণনা দাঙি ধৰিলে। এয়ে 'মেঘদূতৰ' বিষয়-বস্তু। চাৰলৈ গলে এই

কাব্য-বস্তু অতি সাধাৰণ, যাক কেৱল এটা বাক্যেৰেই প্ৰকাশ কৰিব পাৰি 'ৰামগিৰি আশ্ৰমবাসী যক্ষ এতিয়াও জীয়াই আছে ; প্ৰিয়তমা জানো কুশলে আছে।'[১] যক্ষই তাকেই জানিবলৈ বিচাৰিছে। এই সামান্য ঘটনা লৈয়ে গ্ৰথিত কাব্যই কালিদাসৰ অপূৰ্ব নিৰ্মাণ-ক্ষমতা, অসাধাৰণ কল্পনা-শক্তি আৰু অলৌকিক কাব্য-প্ৰতিভাৰ উজ্জ্বল স্বাক্ষৰ বহন কৰি আছে। সেয়েহে কবিৰ 'মেঘদূতে' দেশ আৰু কালৰ ব্যৱধান তিৰোহিত কৰি কাব্যৰস-পিপাসুৰ অন্তৰ বশীভূতভাৱে বিভোৰ কৰি ৰাখিছে।

'কুমাৰসম্ভৱ', 'ৰঘুবংশ' নাইবা 'অভিজ্ঞানশকুন্তল'ৰ দৰে কোনো পৌৰাণিক কাহিনী অৱলম্বন কৰি কবিয়ে 'মেঘদূত' ৰচনা কৰা নাই। ই তেওঁৰ নিজস্ব কল্পনা-প্ৰসূত। 'মেঘদূত'ৰ প্ৰসিদ্ধ টীকাকৰ্তা মল্লিনাথে ৰামায়ণত ৰামচন্দ্ৰই হনুমানক দূতৰূপে সীতাৰ ওচৰলৈ সংবাদ পঠিওৱাৰ কাহিনী অনুসৰণ কৰি কবিয়ে এই কাব্য ৰচনা কৰা বুলি মন্তব্য কৰিছে : 'সীতাং প্ৰতি ৰামস্য হনুমৎসন্দেশং মনসি নিধায় মেঘসন্দেশং কবিঃ কৃতবানিত্যাহুঃ।' এই উক্তিৰ যথাৰ্থতা এইখিনিতে যে কালিদাসে 'ৰঘুবংশ'ত ৰামচন্দ্ৰৰ বৃত্তান্ত-বৰ্ণনাৰ বেলিকা বাল্মীকিৰ ৰামায়ণৰ অনুকৰণ কৰিছে।[২] তদুপৰি 'মেঘদূত'ৰ প্ৰথম শ্লোকত ৰাম আৰু সীতাৰ উল্লেখ কৰিছে।[৩] ৰামৰ সংবাদ আৰু যক্ষৰ সংবাদৰ মাজতো কিছু সাদৃশ্য আছে। কিন্তু আমি মনত ৰখা উচিত হ'ব যে সকলো 'মেঘদূত'তে নহয়, কালিদাসৰ আন আন কাব্যতো বাল্মীকিৰ ভাব আৰু ভাষাই প্ৰভাৱ বিস্তাৰ কৰিছে। এই ক্ষেত্ৰত যক্ষৰ মুখেদি মেঘক লক্ষ্য কৰি যি মন্তব্য কৰা হৈছে সেইটো বিশেষভাৱে প্ৰণিধানযোগ্য, ৰামৰ সংবাদ লৈ পৱনপুত্ৰ হনুমান সীতাৰ ওচৰ চপাত তেওঁ যিদৰে আগ্ৰহেৰে হনুমানৰ পিনে চাইছিল, সেইদৰে মোৰ প্ৰিয়পত্নীয়েও আগ্ৰহ আৰু উচ্ছ্বসিত হৃদয়েৰে তোমাৰ পিনে চাব, তোমাক অভ্যৰ্থনা জনাব, তোমাৰ কথা মনোযোগ দি শুনিব।'[৪] ইয়াৰপৰা এইটো অনায়াসে অনুমান কৰিব পাৰি যে কবিয়ে বাৰ্তা পঠোৱাৰ ধাৰণাটো

১. ভ্ৰাতা এৱং তৱ সহচৰো ৰামগিৰ্যাশ্ৰমস্থঃ :
অব্যাপন্নঃ কুশলমবলে পৃচ্ছতি ত্বাং বিযুক্তঃ। (মেঘদূত ২।৪১)

২. ৰঘুবংশ—দশমৰপৰা পঞ্চদশ সৰ্গ।

৩. মেঘদূত ১।১

৪. ইত্যাখ্যাতে পৱনতনয়ং মৈথিলীবোন্মুখী সা
ত্বামুৎকণ্ঠোচ্ছ্বসিতহৃদয়া বীক্ষ্য সংভাব্য চৈৱ। (মেঘদূত ২।৪০)

বাল্মীকিৰ পৰা লোৱা ; কিন্তু বাকী অংশ তেওঁৰ নিজস্ব কল্পনা-প্রসূত আৰু যক্ষৰ সংবাদ ৰূপায়ণৰ প্রণালী সম্পূর্ণ স্বতন্ত্র।

এইখিনিতে উল্লেখনীয় আন এটা প্রশ্ন হ'ল, মেঘ জানো সঁচাকৈয়ে দৌত্য-কার্য সম্পন্ন কৰিবলৈ সমর্থ ? আলংকাৰিক ভামহে কয়, দৌত্যভাৰ গ্রহণ কৰিবলৈ মেঘৰ নির্বাচন কবিৰ পক্ষে যুক্তি-যুক্ত হোৱা নাই (অযুক্তিমৎ), কিয়নো যিবোৰৰ মুখত ভাষা নাই (অব্যক্তৱাক্) সিবোৰ দূৰ-দূৰণিলৈ যোৱাত সক্ষম হ'লেও দৌত্য-কার্য সমাধা কৰিবলৈ সমর্থ হ'ব নোৱাৰে। লৌকিক অভিজ্ঞতাসম্পন্ন কবি কালিদাসে সমালোচকৰ এনে ধৰণৰ আপত্তি অনুভৱ কৰি পূর্বেই তাৰ সমাধান কৰি ৰাখিছে, কিয়নো যক্ষই ভালদৰে জানে ধূম, জ্যোতি, জল আৰু বায়ু এই জড় পদাৰ্থবোৰেই মেঘৰ উৎপত্তি।[1] জড়ধর্মী মেঘ চৈতন্য-বিশিষ্ট প্রাণীৰ দৰে দৌত্যকার্য কৰিবলৈ কদাপি সমর্থ হ'ব নোৱাৰে ; কিন্তু, স্মৰণ ৰখা উচিত যে প্রেমে মানুহক কেৱল অন্ধ কৰিয়েই ক্ষান্ত নাথাকে, ই মানুহক উন্মাদ কৰিও তোলে আৰু নাইকিয়া কৰে হিতাহিত বিবেচনা। তেওঁৰ স্ব-কপোল-কল্পিত ভাব-ৰাজ্যত চেতন-অচেতনৰ প্রভেদেই বা থাকিব কেনেকৈ ? বিচাৰ-বিমূঢ় প্রেমান্ধ যক্ষৰ দৃষ্টিত অচেতন মেঘ চৈতন্য-স্পন্দিত প্রাণীৰ দৰে উদ্ভাসিত হৈ উঠিল আৰু উন্মুক্ত কৰি দিলে তেওঁৰ অন্তৰৰ আকুল আবেদনৰ ৰুদ্ধ দ্বাৰ। যক্ষই মেঘক প্রিয় সখীৰ পদত প্রতিষ্ঠিত কৰিলে আৰু সেইদৰেই পত্নীক পৰিচয় দিলে পত্নীয়ে নিশ্চয় তেওঁক বিশ্বাস কৰিব বুলি ক'লে।[2] কবিসকলৰ এনে কলা-কৃতিৰ মূল অন্বেষণ কৰি আলংকাৰিক মম্মটভট্টই কয়, কবিৰ সৃষ্টি নিয়তিৰ নিয়মেৰে নিয়ন্ত্রিত নহয় (নিয়তিকৃতনিয়মৰহিতাম)। কবি-সৃষ্ট জগতৰ কবিয়ে একমাত্র প্রজাপতি, বিধাতা ; সেই কাৰণে তেওঁৰ সৃষ্ট জগৎ তেওঁৰেই ৰুচি অনুসাৰে পৰিবৰ্তিত হয়।[3] ধ্বনিকাৰে কয়, অচেতন পদার্থক চেতনৰ দৰে, আৰু চেতন পদার্থক অচেতনৰ

---

১. ধূমজ্যোতিঃসলিলমৰুতাং সন্নিপাতঃ ক মেঘঃ
সন্দেশার্থাঃ ক পটুকৰণৈঃ প্রাণিভিঃ প্রাপণীয়াঃ।
ইত্যৌৎসুক্যাদপৰিগণয়ন্ গুহ্যকস্তং যযাচে
কামার্তা হি প্রকৃতিকৃপণাশ্চেতনাচেতনেষু ॥ (মেঘদূত ১।৫)

২. ভর্তুর্মিত্রং প্রিয়মবিধবে বিদ্ধি মামম্বুবাহং
তৎসন্দেশৈর্হৃদয়নিহিতৈৰাগতং ত্বৎসমীপম্। (মেঘদূত ২:৩৯)

৩. অপাৰে কাব্যসংসাৰে কবিৰেকঃ প্রজাপতিঃ।
যথাস্মৈ ৰোচতে বিশ্বং তথেদং পৰিবর্ততে ॥ (ধ্বন্যালোক-৩য় উদ্যোত)

দৰে ব্যৱহাৰ কৰাৰ স্বতন্ত্ৰতা কবিসকলৰ আছে।[১] জাগতিক আনন্দ অতিক্ৰম কৰি কবি-সৃষ্ট জগতৰ ৰসাস্বাদৰ মাজেদি সহৃদয় পাঠকে এক অপাৰ্থিব আনন্দ অনুভৱ কৰে। কবিৰ সেই ৰস-সৃষ্টিত চেতন-অচেতনৰ ভেদাভেদ নাথাকে। সেয়েহে কালিদাসৰ যুগৰপৰা আজিলৈকে কোনো সহৃদয় পাঠকে কবিৰ মেঘ সচেতন নে অচেতন, মেঘ দৌত্যকাৰ্যত সমৰ্থ নে অসমৰ্থ তাক বিচাৰ নকৰি কেৱল ইয়াৰ কাব্যিক ৰস পান কৰি এক অপূৰ্ব আনন্দ অনুভৱ কৰি আহিছে। কালিদাসে কিন্তু ব্যৱহাৰিক জগতৰ স্বাভাৱিক নিয়ম উলঙ্ঘন কৰা নাই; কবিয়ে কাব্যৰ প্ৰথমৰপৰা শেষলৈকে মেঘক যক্ষৰ বিৰহ-কাতৰ অন্তৰৰ স্বতঃস্ফূৰ্ত আবেগৰ কেৱল এজন নিৰপেক্ষ মৌন শ্ৰোতা হিচাপে অঙ্কিত কৰিছে। মেঘে জানো সঁচাকৈয়ে যক্ষৰ সেই ব্যথিত হৃদয়ৰ সংবাদ যক্ষপত্নীক বিৱৰি ক'লে?

'ৰামায়ণ'ত হনুমানে অশোকবনস্থিতা সীতাক ৰামচন্দ্ৰৰ সংবাদ-বিৱৰণ যিদৰে ব্যক্ত কৰিছিল সেইদৰে 'মেঘদূত'তো অলকাস্থ যক্ষিণীক মেঘে যক্ষৰ সংবাদ বিৱৰি ক'ব পাৰিলেহেঁতেন; কিন্তু তাৰ দ্বাৰা যক্ষৰ আবেগ অনুভূতিৰ অৱসান নঘটিলহেঁতেন। সেয়েহে কালিদাসৰ অলৌকিক কল্পনাই সংবাদ-বিৱৰণৰ ব্যক্তীকৰণত প্ৰাধান্য নিদি পত্নী-বিৰহ-বেদনাত জৰ্জৰিত মানৱ হৃদয়ৰ এখন নিখুঁত চিত্ৰ অঙ্কিত কৰি তেওঁৰ কাব্যক চিৰ অমৰ কৰি তুলিছে।

'মেঘদূত' কবিৰ বিপ্ৰলম্ভ শৃঙ্গাৰ ৰস-পৰিবেশনৰ অভূতপূৰ্ব সৃষ্টি। প্ৰিয় পত্নীৰপৰা বিযুক্ত, বিৰহ-বিমৰ্ষ মানুহৰ পত্নীৰ সমীপলৈ বাৰ্তা পঠোৱাৰ অফুৰন্ত উৎকণ্ঠাৰ অভিব্যক্তিয়ে কালিদাসক মহতো মহীয়ান কৰি তুলিছে। বিৰহাৰ্ত-জনৰ আবেগ-অনুভূতিয়ে কবিৰ কল্পনা ৰাজ্যত প্ৰাধান্য বিস্তাৰ কৰা হেতু তেওঁৰ বৰ্ণনাত অসংলগ্নতাৰ অৱকাশ ঘটা নাই। 'মেঘদূত'ৰ প্ৰথম শ্লোকত বিষয়বস্তুৰ নিৰ্দেশ কৰি দ্বিতীয় শ্লোকৰপৰা শেষ পৰ্যন্ত কবিয়ে মেঘৰ ওচৰত যক্ষৰ এটি আবেগপূৰ্ণ ভাষণ ৰূপে উপস্থাপিত কৰিছে। সেই ভাষণৰ মাজেদি পৰিস্ফুট হৈ আছে ৰামগিৰিৰপৰা অলকালৈ যোৱা পথৰ বৰ্ণনা আৰু সেই পথেদি গৈ মেঘে প্ৰিয় পত্নীৰ ঠিকনাত উপস্থিত হৈ যক্ষৰ সংবাদ জনাই তেওঁক দিয়া উৎসাহ। তদুপৰি কবিয়ে অলকা নগৰীৰ অনুপম সৌন্দৰ্য, যক্ষৰ ৰমণীয় গৃহ, সংবাদ-বিৱৰণ আৰু শেষত বিৰহ-বিধুৰা প্ৰিয় পত্নীৰ হৃদয়স্পৰ্শী বৰ্ণনাৰে 'মেঘদূত'ক সৌন্দৰ্য-সমৃদ্ধ কৰি তুলিছে। কালিদাসৰ প্ৰতিভাৰ স্পৰ্শত 'মেঘদূত'ৰ বৰ্ণনা কেৱল বৰ্ণনাতে

---

১. ভাবানচেতনানপি চেতনবচ্চেতনানচেতনবৎ।
ব্যৱহাৰয়তি যথেচ্ছং সুকবিঃ কাব্যে স্বতন্ত্ৰতয়া॥ (ধ্বনিকাৰঃ)

পৰিসমাপ্ত হোৱা নাই ; সেই বৰ্ণনাৰ মাজেদি প্ৰকৃতিৰ অন্তৰ আৰু মানুহৰ অন্তৰৰ ৰাসায়নিক সংমিশ্ৰণ ঘটিছে। কবিৰ কল্পনাই কোনখিনিত প্ৰকৃতিৰ আৰু কোনখিনিত মানুহৰ অন্তৰ স্পৰ্শ কৰে তাক ঠিবাংকৈ ক'ব নোৱাৰি। পূৰ্বভাগত প্ৰকৃতিৰ অনুপম সৌন্দৰ্য আৰু মানৱ-অনুভূতিৰ অপূৰ্ব বৰ্ণনা, দ্বিতীয় ভাগত মানৱ হৃদয়ৰ আবেগ-অনুভূতিৰ সজীৱ বৰ্ণনা সন্নিবিষ্ট হৈ মেঘদূতক মোহনীয় কৰি তুলিছে। পত্নী-বিৰহৰ মৰ্মন্তুদ সুৰে তাক চিৰ-নৱায়িত কৰি ৰাখিছে। যক্ষৰ আশা-আকাঙ্ক্ষা, হৰ্ষ-বিষাদ, আৰু বিৰহ-বেদনাৰ চিত্ৰ আঁকি কবিয়ে প্ৰিয় পত্নীৰপৰা বিযুক্ত লোকৰ অন্তৰ-বেদনাৰ তীব্ৰ যন্ত্ৰণা শ্লোকৰ পিছত শ্লোকৰ মাজেদি সহৃদয় পাঠকৰ অন্তৰত প্ৰতিধ্বনিত কৰি তুলিছে। যক্ষৰ চিন্তা-ভৰা শোকাকুল বৰ্ণনাই যেন বিৰহাৰ্ত মানৱক প্ৰিয়তমাৰ আকুল প্ৰেম-বেদনাৰ কথা সোঁৱৰাই দিয়ে।

বিৰহ-বেদনাৰে জৰ্জৰিতা যক্ষপত্নীৰ চিত্ৰ আজিও পাঠকৰ অন্তৰত জীৱন্ত হৈ উঠে। কালিদাসৰ আন আন নায়িকা—পাৰ্বতী, ইন্দুমতী, সীতা আৰু শকুন্তলাতকৈ যক্ষবধূৰ চিত্ৰ কম আকৰ্ষক হোৱা নাই। কুবেৰৰ ৰাজধানী অলকাত অৱস্থিত যক্ষপত্নীয়ে সুদূৰত পৰি থকা প্ৰিয় স্বামীৰ ছবি আঁকে, ছবিখনি সন্মুখত ৰাখি গানত সুৰ সংযোজিত কৰিবলৈ বীণখনি হাতত লয়, কিন্তু সি বাজি নুঠে। বিৰহৰ দিন উকলি যাবলৈ কিমান বাকী তাৰ লেখ লৈ সান্ত্বনা লভিবলৈ বিচাৰে, অতীতৰ মধুৰ স্মৃতি মনলৈ আনিবলৈ যত্ন কৰে, ৰাতি চকুলৈ টোপনি নাহে, সপোনতেই বা স্বামীৰ ছবি কেনেকৈ আহে, প্ৰসাধনৰ অভাৱ অনুভৱ নকৰে, আকুল হিয়াৰ ব্যাকুল ব্যথাই মচি নিয়ে অন্তৰৰ সকলো কথা, তথাপি মনত আশা, আনোচা কেতিয়াবা মিলনৰ মধুৰিমা মিলেই। তাকে লৈ জীয়াই আছে আজিও কবিৰ নায়িকা। যক্ষৰ কামনা, মেঘৰ মুখেদি প্ৰাণৰ প্ৰতিমাক বাৰ্তা জনাই উৎসাহিত কৰা। মেঘৰ প্ৰতি যক্ষৰ শুভ কামনা এয়ে যেন মেঘে জীৱনত মুহূৰ্তৰ বাবেও এনে দুৰ্ভোগ ভুগিব লগীয়া নহয় ( মা ভূদেবং ক্ষণমপি চ তে বিদ্যুতা বিপ্ৰয়োগঃ )। যক্ষৰ অভাৱত যক্ষৰ আলয় আজি শ্ৰীহীন হৈ পৰিছে (ক্ষামচ্ছায়ং ভৱনমধুনা মদ্বিয়োগেন নূনম্ )। যক্ষশূন্য গৃহত একাকিনী যক্ষিণীৰ কৰুণ ক্ৰন্দন-ধ্বনি পাঠকৰ হৃদয়তন্ত্ৰীত স্পন্দিত হৈ উঠিছে। ভাব, ভাষা আৰু ছন্দৰ সংমিশ্ৰণে পাঠকৰ হৃদয়ত সৃষ্টি কৰে এক অপূৰ্ব অনুভূতি। কাব্য পাঠ কৰিলে এনে ভাব হয়, এয়া যেন কবিৰ বাস্তৱ জীৱনৰ নিজস্ব অভিজ্ঞতা ; কিন্তু কালিদাসৰ প্ৰতিভাৰে লক্ষ্য কৰিলে সেয়া অবাস্তৱ কল্পনা হয়। অলকা

উজ্জয়িনী, হিমালয় আৰু কৈলাস বৰ্ণনাই কবিৰ কল্পনাক উজ্জ্বল কৰি ৰাখিছে।

'মেঘদূত'ৰ প্ৰধান ৰস শৃঙ্গাৰ, কিন্তু আমি ইয়াকো মনত ৰখা উচিত যে প্ৰবাসস্থ যক্ষৰ বিৰহিতা পত্নীৰ প্ৰতি আবেগ আকুলতা আৰু সতী সাধ্বী পতিব্ৰতা যক্ষিণীৰ পক্ষে সেই বিদেশস্থ প্ৰিয় স্বামীৰ প্ৰতি প্ৰাণৰ বেদনাৰে, পুনৰ্মিলনৰ আশা-আকাঙ্ক্ষাৰে দিনবোৰ গণনা কৰি থকা অতি স্বাভাৱিক কথা ; কিয়নো বৈবাহিক জীৱনৰ মূল্য বিচ্ছেদত নহয়, মিলনতহে। এয়ে কালিদাসৰ কল্পনা।

## কুমাৰসম্ভৱ :

মহাকবি কালিদাসৰ অমৰ মহাকাব্য 'ৰঘুবংশ' আৰু 'কুমাৰসম্ভৱ' সংস্কৃত-সাহিত্যসেৱী মাত্ৰেৰে সুবিদিত। এই দুই মহাকাব্যৰ ভিতৰত ৰচনা-প্ৰণালী আৰু ঘটনা-বিন্যাসৰ ওপৰত নিৰ্ভৰ কৰি 'কুমাৰসম্ভৱ'কেই তেওঁৰ প্ৰথম মহাকাব্য বুলি বিবেচনা কৰা হৈছে। উমা-মহেশ্বৰৰ পৰিণয়, কুমাৰ (কাৰ্ত্তিকেয়)ৰ জন্ম আৰু তাৰকাসুৰ নিধনেই এই কাব্যৰ বৰ্ণনীয় বিষয়। এই আটাইবোৰ বিষয় কবিৰ নিজস্ব লেখনী-প্ৰসূত হয় নে নহয় সেই সম্পৰ্কে পণ্ডিতসকলৰ মাজত মত-ভেদ থকা হেতু, কাব্যৰ সৰ্গ-সংখ্যা সম্বন্ধেও মত-ভেদৰ সৃষ্টি হৈছে। কিন্তু ইয়াৰ প্ৰথম আঠ সৰ্গ যে কবিৰ স্বৰচিত, সেই সম্বন্ধে কাব্যৰ কোনো ৰসজ্ঞ ব্যক্তিৰে দ্বিমত নাই। ইয়াৰ প্ৰধান কাৰণ, এই আঠ সৰ্গৰপৰাই কালিদাসৰ পৰৱৰ্তী আলংকাৰিকসকলে শ্লোক উদ্ধৃত কৰিছে আৰু কবিৰ প্ৰসিদ্ধ টীকাকৰ্ত্তা মল্লিনাথে মাত্ৰ এই আঠ সৰ্গৰেই টীকা ৰচনা কৰিছে। গতিকে নৱম সৰ্গৰপৰা সপ্তদশ সৰ্গলৈ আন কোনো সাধাৰণ কবিয়ে ৰচনা কৰা প্ৰক্ষেপমাত্ৰ বুলি অনুমান কৰা হয়।

হৰ-গৌৰীৰ উপাখ্যান অতি প্ৰাচীন। ৰামায়ণ, মহাভাৰত আৰু অন্যান্য বহু পুৰণত, যেনে—'ব্ৰহ্মপুৰাণ', 'স্কন্দপুৰাণ' 'শিৱপুৰাণ' আদিত, প্ৰখ্যাত উপাখ্যান-টোৰ বিৱৰণ পোৱা যায়। ইয়াৰ ভিতৰত 'স্কন্দপুৰাণ'ই 'কুমাৰসম্ভৱ'ৰ মূল অৱলম্বন বুলি Winternitz-এ কয়। 'ৰামায়ণ'ৰ নিম্নোদ্ধৃত শ্লোকৰপৰা কবিয়ে তেওঁৰ মহাকাব্যৰ নামকৰণ কৰা বুলি এভাগ পণ্ডিতে ভাবে :

এষ তে ৰামগঙ্গায়াঃ বিস্তৰোঽভিহিতো ময়া।
কুমাৰসম্ভবশ্চৈব ধন্যঃ পুণ্যস্তথৈব চ॥ (ৰামায়ণ ১.৩৭.৩১)

কালিদাসৰ কাহিনীৰ উৎস মূলতঃ পুৰাণ হ'লেও কবিয়ে নিজস্ব প্ৰতিভাৰে,

কল্পনাৰ মাধুৰ্য্যেৰে, ভাষাৰ লালিত্যেৰে, বিবিধ অলংকাৰ আৰু ৰস সমৃদ্ধিৰে তাক অভিনৱ ৰূপত পাঠকৰ সন্মুখত উপস্থাপিত কৰিছে। 'কুমাৰসম্ভৱ'ত বৰ্ণিত আখ্যানটো সাধাৰণভাৱে এনেকুৱা—

তাৰক নামৰ এজন অসুৰ ব্ৰহ্মাৰপৰা বৰ লাভ কৰি অসাধাৰণ শক্তি-সম্পন্ন হৈ উঠিল। তেওঁ যুদ্ধত দেৱতাসকলক পৰাস্ত কৰি স্বৰ্গৰাজ্য অধিকাৰ কৰিলে। তেতিয়া অসুৰৰ অত্যাচাৰৰপৰা নিষ্কৃতিৰ উপায় বিচাৰি সেই দুৰ্দশা-গ্ৰস্ত দেৱতা-সকল ব্ৰহ্মাৰ ওচৰ চাপিল। উমাৰ গৰ্ভত মহেশ্বৰৰপৰা জন্ম লাভ কৰা পুত্ৰই দেৱতাসকলৰ পক্ষে সেনাপতি হৈ যুদ্ধ কৰিলেহে অসুৰ নিধন সম্ভৱ হ'ব পাৰে বুলি ব্ৰহ্মাই পৰামৰ্শ দিলে। এইদৰে অসুৰ নিধন হ'লেহে তেওঁলোকে পুনৰ নিজৰ অধিকাৰ লাভ কৰিব পাৰিব। ব্ৰহ্মাৰ বাণী শিৰোধাৰ্য কৰি পাৰ্বতীৰে সৈতে মহাদেৱৰ মিলন ঘটাবলৈ দেৱৰাজ ইন্দ্ৰই মদনক নিয়োগ কৰিলে; কাৰণ মহাদেৱ সেই সময়ত সমাধিত নিমগ্ন হৈ আছিল। দুৰ্জয় সাহসেৰে মদনে মহাদেৱৰ সমাধি ভঙ্গ কৰি নিজৰ দায়িত্ব বহন কৰিবলৈ আগ বাঢ়িলে। স্মৰশাসন মহেশ্বৰৰ ধ্যান ভঙ্গ নহ'ল; মদনৰ হঠকাৰিতাত ক্ৰুদ্ধ হৈ মহাদেৱে নিজৰ তৃতীয় নয়নৰ বহ্নিৰে মদনক ভস্মীভূত কৰিলে। পাৰ্বতীয়ে নিজৰ ৰূপক নিন্দা কৰি মহাদেৱক পতিৰূপে লাভ কৰিবলৈ কঠোৰ তপস্যাত ব্ৰতী হ'ল। শেষত ঋষি-সমূহৰ সহায়ত মহাদেৱেৰে সৈতে পাৰ্বতীৰ বিবাহ সম্পন্ন হয় আৰু যথা সময়ত কাৰ্ত্তিকেয়ৰ জন্ম হয়। বয়ঃপ্ৰাপ্ত হোৱাত তেওঁ দেৱতাসকলৰ সেনাপতি হৈ অসুৰেৰে সৈতে যুদ্ধ কৰে। সেই যুদ্ধত তাৰকাসুৰৰ নিধন হয় আৰু দেৱতাসকল নিজৰ অধিকাৰত পুনৰ প্ৰতিষ্ঠিত হয়।

'কুমাৰসম্ভৱ'ৰ চৰিত্ৰসমূহ দেৱতা। ঘটনা-স্থল দেৱলোক। দেৱতাৰ চৰিত্ৰ লৈয়ে 'কুমাৰসম্ভৱ' ৰচিত হৈছে যদিও কবিয়ে দেৱতাৰ মহিমা বা অলৌকিক চৰিত্ৰ বৰ্ণনা কৰি কাব্যৰ ৰস-ধাৰা নিৰস নিৰ্ঝৰিণীত অন্তৰ্লীন হ'বলৈ দিয়া নাই বৰং স্বৰ্গৰ দেৱ-দম্পতিৰ মিলন-মাধুৰ্য্যেৰে ৰস-পিপাসু সহৃদয় পাঠকৰ অন্তৰত অলৌকিক আনন্দৰ সৃষ্টি কৰিছে। দেৱতাৰ চৰিত্ৰসমূহ মানৱীয় ভাব-ভঙ্গী, আশা-আকাংক্ষা, হৰ্ষ-বিষাদ, ৰাগ-অনুৰাগ আদি গুণ-সামগ্ৰীৰে ৰূপায়িত কৰি এখন অভিনৱ আলেখ্যৰ সৃষ্টি কৰিছে।

হিমালয়, মহাদেৱ, পাৰ্বতী, কামদেৱ, ৰতি, মদন, মেনকা আদি সকলো দেৱতা; কিন্তু আটাইবোৰেই মানৱীয় ধৰ্ম-বিশিষ্ট, মানুহৰ দৰে ভাব, চিন্তা, আবেগ, অনুৰাগ আৰু সুখ-দুখ সমন্বিত। প্ৰত্যেকটো চৰিত্ৰৰে নিজৰ বৈশিষ্ট্য

আছে, নিজস্ব আদৰ্শ আছে, আৰু সেই আদৰ্শ কাৰ্যত ৰূপায়িত কৰিবলৈ প্ৰত্যেকেই দৃঢ় প্ৰতিজ্ঞ। কবিয়ে নিপুণ কৌশলেৰে প্ৰকৃতিৰ আবেষ্টনীৰ মাজত পাৰিপাৰ্শ্বিকতাৰ সৃষ্টি কৰি চৰিত্ৰসমূহক স্বতন্ত্ৰতা দান কৰিছে। তেওঁলোকৰ চৰিত্ৰৰ দৃঢ়তা, বিনম্ৰতা, সাহসিকতা, কৰ্তব্যনিষ্ঠা আৰু ভদ্ৰোচিত বাৰ্তালাপে পাঠকক মুগ্ধ কৰি তোলে।

এই কাব্যৰ মাই ৰস শৃঙ্গাৰ। কৰুণ আৰু শান্ত অঙ্গী ৰস। তৃতীয় আৰু পঞ্চম সৰ্গৰ বিপ্ৰলম্ভ আৰু চতুৰ্থ সৰ্গৰ কৰুণ ৰস বিশেষভাৱে উল্লেখযোগ্য। আলংকাৰিকসকলে অষ্টম সৰ্গত বৰ্ণিত সম্ভোগ বা ৰতি-বৰ্ণনাৰ কঠোৰ সমালোচনা কৰিছে।

'কুমাৰসম্ভৱ'ৰ প্ৰথম দুই সৰ্গ মাইকৈ বৰ্ণনাত্মক। প্ৰথম সৰ্গৰ ঘটনা-স্থল হিমালয় আৰু ইয়াৰ উপত্যকা ভূমি। দ্বিতীয় সৰ্গৰ ঘটনা-স্থল ব্ৰহ্মলোক। এই সৰ্গত কবিৰ হিন্দু-দৰ্শনৰ প্ৰতি শ্ৰদ্ধা নিবেদিত হৈছে। কাব্যখন আৰম্ভ হৈছে হিমালয়ৰ বৰ্ণনাৰে।

**হিমালয় :**

কবিয়ে হিমালয়ক 'নগাধিৰাজ' বুলি মানবীয় চৰিত্ৰেৰে অঙ্কিত কৰিছে। হিমালয় পাৰ্বতীৰ স্নেহশীল পিতা। পুত্ৰতকৈও ছোৱালীৰ প্ৰতি তেওঁৰ স্নেহ অধিক। কিন্তু ছোৱালীৰ সাধনা কষ্টসাধ্য হ'লেও তাত তেওঁ বাধা প্ৰদান নকৰে। কন্যাদায়গ্ৰস্ত হ'লেও নিজ মৰ্যাদাৰে তেওঁ মহিমান্বিত। তেওঁ উপযুক্ত পাত্ৰৰ বাবে উপযুক্ত ঘটকৰ সন্মুখতহে কন্যাদানৰ সন্মতি প্ৰকাশ কৰে। হিমালয়ৰ বিধি অনুসাৰে আতিথ্য সৎকাৰ (বিধিপ্ৰযুক্তসৎকাৰৈ)[১] দেখিলে এজন আদৰ্শ গৃহস্থাশ্ৰমীৰ চিত্ৰ আমাৰ মনলৈ আহে। গৃহ্যসূত্ৰৰ বিধানানুসাৰে হিমালয়ে কন্যা পাৰ্বতীক শিৱলৈ সম্প্ৰদান কৰে।

**মেনকা :**

মেনকা হিমালয়ৰ ধৰ্মশীলা পত্নী, পাৰ্বতীৰ স্নেহময়ী জননী। মেনকা আছিল পিতৃসকলৰ মানসী কন্যা, মুনিসকলৰো সম্মাননীয়া। গিৰিৰাজৰ কন্যাৰ কুল-ক্ৰমাগত নাম পাৰ্বতী (পৰ্বত কন্যা), কিন্তু মাক মেনকাই পাৰ্বতীক তপশ্চৰ্যাত প্ৰবৃত্ত

---

১. কুমাৰসম্ভৱ ৬।৫২

২. ঐ ১।২৬

হোৱা দেখি তেওঁক উ—মা বুলি নিষেধ কৰা হেতু তেওঁৰ নাম হয় উমা (উমেতি মাত্ৰা তপসো নিষিদ্ধা পশ্চাদুমাখ্যাং সুমুখী জগাম)। উ অৰ্থাৎ হে বাছা, মা— অৰ্থাৎ নকৰিবা। এইদৰে কৈ মাকে তপশ্চৰণ কৰিবলৈ নিষেধ কৰিছিল। সেই কাৰণে তেওঁৰ নাম হ'ল উমা।

## পাৰ্বতী :

পাৰ্বতী পূৰ্বজন্মত দক্ষ-দুহিতা সতী মহাদেৱৰ পূৰ্ব পত্নী। দক্ষ-যজ্ঞত অপমানিতা হৈ সতীয়ে যোগবলেৰে শৰীৰ ত্যাগ কৰি পুনঃ হিমালয় আৰু মেনকাৰ কন্যা ৰূপে জন্ম গ্ৰহণ কৰে।[1] পৰ্বত-কন্যা ৰূপে জন্ম লোৱা হেতু তেওঁ পাৰ্বতী নামে বিখ্যাত। ধীৰে ধীৰে পাৰ্বতীয়ে যৌৱনত ভৰি দিলে। অতুলনীয় তেওঁৰ ৰূপ-লাৱণ্য। বিধাতাই জগতৰ সকলো সৌন্দৰ্য একে ঠাইতে চাবলৈ হেপাহ কৰি সৰ্বাঙ্গসুন্দৰী পাৰ্বতীক যেন নিৰ্মাণ কৰিছিল : 'সা নিৰ্মিতা বিশ্বসৃজা প্ৰযত্নাদেকস্থ-সৌন্দৰ্যদিদৃক্ষয়েৱ।'[2] গিৰিৰাজৰ কন্যা হ'লেও পাৰ্বতীয়ে সাধাৰণ ছোৱালীৰ দৰে সখীসকলেৰে সৈতে মন্দাকিনীৰ বালিত বেদী সাজে, কন্দুক লৈ খেলে, আৰু কৃত্ৰিম পুতলা তৈয়াৰ কৰি ৰং পায়। ভগৱতী হ'লেও পাৰ্বতীক ভগৱতী যেন নালাগে। পাৰ্বতী আছিল অতিশয় মেধাৱিনী; সেয়েহে তেওঁ নিচেই কম সময়ৰ ভিতৰতে সকলো বিদ্যাত পাৰদৰ্শী হৈ উঠিছিল।

সেই সময়ত হিমালয়ৰ সানুদেশত (অধিত্যকাত) মহাদেৱ মহা তপস্যাত নিমগ্ন আছিল। পাৰ্বতীয়ে সখীসকলেৰে সৈতে তেওঁৰ সাধনাৰ সামগ্ৰীবোৰৰ যোগান ধৰিছিল। শুশ্ৰূষাপৰায়ণা পাৰ্বতীৰ আচৰণত আশুতোষ সন্তুষ্ট; কিন্তু এনেতে হঠাৎ কুসুমধনু মদন সেই তপোভূমিত উপস্থিত হৈ মহাদেৱৰ ধ্যান ভঙ্গ কৰিবলৈ অপচেষ্টা কৰাৰ ফলত নিজে ভস্মীভূত হ'ল। পাৰ্বতীয়ে ৰূপসম্ভাৰেৰে মৃত্যুঞ্জয়ক জয় কৰিব নোৱাৰিলে, কিন্তু হতাশ নহ'ল। অসীম সাহস, ধৈৰ্য আৰু দৃঢ়তাৰে শংকৰক স্বামীৰূপে লাভ কৰিবলৈ তপস্যাত ব্ৰতী হ'ল। নগাধিৰাজৰ ৰাজকুমাৰী হ'লেও পাৰ্বতীয়ে নিজৰ অভিপ্ৰেত উদ্দেশ্য সাধনৰ বাবে কঠোৰ তপস্যা কৰিবলৈকো কুণ্ঠাবোধ নকৰিলে। পাৰ্বতীৰ কঠোৰ তপস্যাই ঋষি-মুনিকো স্তম্ভিত কৰিলে। আন যে নালাগে, গছৰপৰা সৰি পৰা পাত এখিলাও ভক্ষণ নকৰি তেওঁ

---

১. অথাৱমানেন পিতুঃ প্ৰযুক্তা দক্ষস্য কন্যা ভৱপূৰ্বপত্নী।
সতী সতী যোগবিসৃষ্টদেহা তাং জন্মনে শৈলবধূং প্ৰপেদে ॥ (কুমাৰ ১।২১)

২. কুমাৰসম্ভৱ ১।৪৯

পঞ্চাগ্নিসাধনত নিমগ্না হ'ল। অৱশেষত আশুতোষ সন্তুষ্ট হ'ল, তথাপি পাৰ্বতীৰ ভক্তি পৰীক্ষা কৰিবলৈ মহাদেৱে ছদ্মবেশী ব্ৰহ্মচাৰীৰূপে পাৰ্বতীৰ সন্মুখত উপস্থিত হৈ শিৱৰ নিন্দা কৰিবলৈ ধৰিলে। পাৰ্বতীয়ে শিৱনিন্দা সহ্য কৰিব নোৱাৰি যথোচিতভাৱে তাৰ প্ৰতিবাদ কৰিলে আৰু ক'লে, আপুনি শিৱক যি বুলিয়েই নাভাবক লাগিলে, তেওঁৰ অনুৰাগত মোৰ মন স্থিৰ: 'মমাত্ৰ ভাবৈকৰসং মনঃ স্থিতম্।'[1] সেয়েহে আৰাধ্য-দেৱতাৰ নিন্দা-বাণী শুনাটো পাপ বুলি কৈ সেই ঠাইৰপৰা আঁতৰি যাবলৈ উঠিল। ঠিক সেই মুহূৰ্ত্ততে মহাদেৱৰ ছদ্মবেশ অদৃশ্য হ'ল, দৃশ্যমান হৈ উঠিল তেওঁৰ নিজস্ব মূৰ্ত্তি। পাৰ্বতীৰ ঐকান্তিক ভক্তি, সাধনা আৰু দৃঢ় সংকল্প দেখি মহাদেৱ সন্তুষ্ট হ'ল আৰু তেওঁক পত্নীৰূপে গ্ৰহণ কৰিবলৈ স্বীকাৰ কৰিলে। এই বাদানুবাদৰ মাজেদি পাৰ্বতীৰ ভক্তি, জ্ঞান আৰু তাৎকালিক বুদ্ধিৰ পৰিচয় পোৱা যায়।

ব্ৰাহ্মণ, ব্ৰহ্মচাৰী আৰু তপস্বিনী পাৰ্বতীৰ কথোপকথনৰ মাজেদি ৰৌদ্ৰ-শান্ত, ইষ্ট-অনিষ্ট আদি বিৰুদ্ধ গুণৰ সমাৱেশ ঘটাই শিৱৰ যি চৰিত্ৰ অঙ্কন কৰা হৈছে তাত কালিদাসৰ শিল্প-কৌশলৰ পৰাকাষ্ঠা পৰিস্ফুট হৈ উঠিছে।

**শিৱ:**

মহাদেৱৰ চৰিত্ৰ অলোকসামান্য আৰু অচিন্তনীয়: 'অলোকসামান্যমচিন্ত্য-হেতুকম্'।[2] কিয়নো বিৰূপাক্ষ হ'লেও তেওঁ শিৱৰূপে বৰ্ণিত; দৰিদ্ৰ হ'লেও তেওঁ সকলো সম্পদৰ উৎস; শ্মশানবাসী হ'লেও তেওঁ ত্ৰিলোকৰ অধীশ্বৰ। তেওঁৰ শৰীৰ সৰ্পবেষ্টিত আৰু শ্মশান-ভস্ম-মণ্ডিত, হাতত নৰ-কঙ্কাল, কপালত চন্দ্ৰ-কলা আৰু তেজৰ সোঁত বৈ থকা গজ-চৰ্মই তেওঁৰ পৰিধেয় বস্ত্ৰ। ৰূপৰ দ্বাৰা তেওঁক বশীভূত কৰিব নোৱাৰি, তেওঁ অৰূপহাৰ্য। মদনৰ শক্তিশালী বাণে তেওঁক স্পৰ্শ কৰিব নোৱাৰে, তেওঁ স্মৰশাসন। মদনক তেওঁ ভস্মীভূত কৰে। তেওঁ নিজে অমঙ্গল আচৰণত অভ্যস্ত(অমঙ্গলাভ্যাসৰতি)[3] হ'লেওসকলোৰে মঙ্গল বিধানকাৰী। বৃষভ তেওঁৰ বাহন, নৃত্য তেওঁৰ সবাতোকৈ প্ৰিয়। তেওঁ অনাদি কিন্তু বিশ্বস্ৰষ্টা বিশ্বমূৰ্ত্তি। তেওঁক যথাৰ্থভাৱে জনা অসম্ভৱ, তেওঁক সন্তুষ্ট কৰা দুঃসাধ্য; কিন্তু এবাৰ সন্তুষ্ট হ'লে ভক্তৰ দাস হিচাপে তেওঁ আত্মসমৰ্পণ কৰে: 'ভবামি দাসঃ'।

---

১. কুমাৰসম্ভৱ ৫।৮২
২. ঐ ৫।৭৫
৩. ঐ ৫।৬৫

**মদন :**

মদন প্ৰেমৰ অধীশ্বৰ, মনোমোহন তেওঁৰ ৰূপ, ফুল-নিৰ্মিত তেওঁৰ ধনু; পাঁচবিধ ফুলেই হ'ল তেওঁৰ ধনুৰ অব্যৰ্থ বাণ। ফুলধনুৰ কাৰণে মদনৰ গৰ্ব অধিক, সাহস দুৰ্জ্জয়। দেৱতাসকলক সহায় কৰিবলৈ সদায় ইচ্ছুক। দেৱৰাজ ইন্দ্ৰৰ বজ্ৰৰ অসাধ্য কাৰ্যকো ফুলধনুৰে মদনে অনায়াসে সাধন কৰে। সময় আৰু সুযোগ বুজি সমাধিস্থ মহাদেৱলৈ বাণ নিক্ষেপ কৰিলে: 'কামস্তু বাণাৱসৰং প্ৰতীক্ষ্য পতঙ্গৱদ্বহ্নিমুখং বিৱিক্ষুঃ।'[১] শিৱৰ অসীম সংযম শক্তিয়ে মদনৰ গৰ্ব চূৰ্ণ কৰিলে, মহাদেৱৰ ক্ৰোধত ভস্মীভূত হৈ গ'ল মদনৰ নশ্বৰ দেহ: 'ভস্মাৱশেষং মদনং চকাৰ।'

মদন দুৰ্জ্জয় সাহসী, বিশ্বস্ত ভৃত্য; পৰাকীৰ উদ্দেশ্য সাধন কৰিবলৈ প্ৰয়োজন হ'লে নিজৰ জীৱন উচৰ্গা কৰিবলৈকো তেওঁ কুণ্ঠা বোধ নকৰে। সহধৰ্মিণী ৰতিৰ প্ৰতি তেওঁৰ স্নেহ অকৃত্ৰিম। মদনক হেৰুৱাই ৰতিয়ে মদনৰ স্নেহৰ কথা সুঁৱৰি বিলাপ কৰে।

**ৰতি :**

ৰতি এগৰাকী সাধাৰণ নাৰী, মদনৰ প্ৰিয় পত্নী। ৰতিয়ে জানে পতিয়েই তেওঁৰ একমাত্ৰ গতি। মদনৰ জীৱনৰ ওপৰত নিৰ্ভৰ কৰে তেওঁৰ জীৱন-লীলা। ৰতি আৰু মদনৰ প্ৰেম দৈহিক সুখ-সম্ভোগত পৰ্যৱসিত, তাত কোনো আধ্যাত্মিক ভাব বা প্ৰেমৰ উচ্চ আদৰ্শ নাই। মদনৰ সাহসৰ কথা তেওঁ জানে, তথাপি মনৰ সন্দেহ আঁতৰ নহয়, এই ক্ষেত্ৰত কিজানিবা কিবা অঘটন ঘটে। তেওঁ মদনৰ দেহৱসানৰ পূৰ্বেই মূৰ্চ্ছিতা হয়। পাৰ্বতীৰ দৰে তেওঁৰ মনৰ বল, সাহস, ধৈৰ্য আৰু দৃঢ়তা নাই।

মদনৰ প্ৰতি তেওঁৰ ভালপোৱা অসীম। মদনৰ অবিহনে তেওঁ এক মুহূৰ্তও জীয়াই থাকিবলৈ নিবিচাৰে: 'মদনেন বিনাকৃতা ৰতিঃ ক্ষণমাত্ৰং কিল জীৱিতেতি মে।'[২] সেয়েহে তেওঁ মদনৰ বন্ধু বসন্তক অনুৰোধ কৰিলে, অচিৰে চিতাগ্নি জ্বলাই তেওঁক দাহন কৰিব লাগে যাতে তেওঁ গৈ মদনৰ লগত মিলিত হ'ব পাৰে। ৰতিয়ে জানে মদনেও তেওঁক এৰি থাকিব নোৱাৰে। মদনেৰে সৈতে ৰতিৰ পুনৰ্মিলনৰ আশ্বাস-বাণীয়ে বসন্তই কণমপি ৰতিক তেওঁৰ

১. কুমাৰসম্ভৱ—৩।৬৪
২. ঐ —৪।২১

সংকল্পৰপৰা বিৰত কৰালে। ৰতি-বিলাপৰ মাজেদি কবিয়ে ৰতিৰ স্বামীৰ প্ৰতি ভক্তি আৰু বিশ্বাসৰ পৰাকাষ্ঠা দেখুৱাইছে।

**ৰঘুবংশ :**

কালিদাসৰ 'ৰঘুবংশ' সংস্কৃত-সাহিত্যৰ ভাণ্ডাৰৰ শ্ৰেষ্ঠ মহাকাব্য। এই কাব্য উনৈশ সৰ্গত পৰিসমাপ্ত। ইয়াত সৰ্বমুঠ উনত্ৰিশজন সূৰ্যবংশীয় ৰজাৰ চৰিত্ৰ বৰ্ণনা কৰা হৈছে। এই ৰজাসমূহৰ তালিকা কালিদাসে যিদৰে দিছে সেয়ে 'বিষ্ণুপুৰাণ', 'বায়ুপুৰাণ' আৰু কবিৰ পূৰ্ববৰ্তী নাট্যকাৰ ভাসৰ 'প্ৰতিমা' নাটকত উল্লেখ কৰা তালিকাৰ লগত মিলে; 'বাল্মীকি-ৰামায়ণ'ত উল্লেখ কৰা তালিকাৰ লগত ইয়াৰ মিল নাই। ৰামৰ চৰিত্ৰ লৈ মহৰ্ষি বাল্মীকিয়ে ৰামায়ণ ৰচনা কৰিছে। মহাকবি কালিদাসে ৰামে জন্ম গ্ৰহণ কৰা বংশটোৰ বৰ্ণনা কৰিছে। অৱশ্যে 'ৰঘুবংশ'ৰ দশমৰপৰা পঞ্চদশ—এই পাঁচ সৰ্গত কবিয়ে ৰামৰ যি চৰিত্ৰ বৰ্ণনা কৰিছে, সেয়া 'ৰামায়ণ'ৰ অনুকৰণত লিখা। নৱম সৰ্গত বৰ্ণিত দশৰথৰ চৰিত্ৰত কিছু প্ৰভেদ থাকিলেও কবিয়ে 'ৰামায়ণ'কেই অনুসৰণ কৰিছে। ইয়াৰ বাহিৰে কবিৰ 'ৰঘুবংশ'ৰ মূল উপজীব্য কোন কাব্য বা পুৰাণ সেই কথাৰ সঠিক নিৰ্ণয় এতিয়ালৈকে হোৱা নাই।

পূৰ্বে উল্লেখ কৰা হৈছে, কবিয়ে গন্ধৰ্বৰ চৰিত্ৰ লৈ 'মেঘদূত' আৰু দেৱতাৰ চৰিত্ৰ লৈ 'কুমাৰসম্ভৱ' ৰচনা কৰিছে; কিন্তু 'ৰঘুবংশ' ৰচনা কৰিছে মানুহৰ চৰিত্ৰ লৈ। কল্পনাৰ ৰঙীণ পৰিবেশেৰে সৃষ্ট 'মেঘদূত' আৰু 'কুমাৰসম্ভৱে' আমাক আনন্দ দিয়ে সঁচা; কিন্তু 'ৰঘুবংশ'ত বৰ্ণিত মানৱ-চৰিত্ৰৰ বৈশিষ্ট্যই আমাৰ অন্তৰত প্ৰৱেশ কৰি আমাক বিশেষভাৱে মুগ্ধ কৰি তোলে। কবি-বৰ্ণিত আদৰ্শ চৰিত্ৰসমূহৰ মাজেদি দেৱত্বৰ প্ৰকাশ হৈছে যদিও তেওঁলোকৰ মহান আদৰ্শই আমাৰ মনলৈ আনি দিয়ে তেওঁলোকৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তিৰ আবেগ।

'ৰঘুবংশ'ৰ জনপ্ৰিয়তা সুধী সমাজত সুবিদিত। সংস্কৃত-সাহিত্যানুৰাগী মাত্ৰৰে 'ৰঘুবংশ'ৰ এটা বা দুটা সৰ্গ নহ'লেও অন্ততঃ দুই-চাৰিটা শ্লোক কণ্ঠস্থ আছে আৰু প্ৰয়োজন অনুসৰি তাক প্ৰয়োগ কৰি আনন্দ অনুভৱ কৰে। সংস্কৃত-সাহিত্যত প্ৰৱেশাৰ্থীৰ কাৰণে সৰ্বপ্ৰথম কালিদাসৰ 'ৰঘুবংশ'কেই অনুমোদন কৰা হয়। ভাৰতৰ প্ৰায়বোৰ প্ৰাদেশিক ভাষাৰ উপৰিও ই পৃথিৱীৰ আন আন ভাষালৈ অনূদিত হৈছে। এই কাব্যৰ বিভিন্ন সময়ত লিখা সৰ্বমুঠ ৪০ টা টীকা-গ্ৰন্থ ৰচিত

হৈছে। ইয়াৰ উল্লেখযোগ্য টীকাকৰ্তা হ'ল, বল্লভ, হেমাদ্রি, চাৰিত্ৰবৰ্দ্ধন, মল্লিনাথ আৰু ভৰত। মল্লিনাথৰ সঞ্জীৱনী টীকা সুধী সমাজত বিশেষভাৱে সমাদৃত। এই আটাইবোৰেই 'ৰঘুবংশ'ৰ জনপ্ৰিয়তাৰ পৰিচায়ক।

'ৰঘুবংশ'ৰ নায়ক এজন নহয়, ইয়াৰ ঘটনা বিভিন্ন, সময়ো বিভিন্ন। বিভিন্ন নায়ক, বিভিন্ন ঘটনা, আৰু বিভিন্ন সময়ৰ ব্যৱধান ভেদ কৰি কবিয়ে অলৌকিক প্ৰতিভাৰে সেই আটাইবোৰকে এনেভাৱে গ্ৰথিত কৰিছে যে তাত কোনো অসংলগ্নতা বা অসামঞ্জস্যৰ অৱকাশ ঘটা নাই। আন হাতে ভাবৰ গাম্ভীৰ্য, ভাষাৰ লালিত্য আৰু ঘটনাৰ সন্নিৱেশৰ কৌশলে এই কাব্যৰ সৰ্গৰ পিছত সৰ্গৰ প্ৰতি আমাৰ আগ্ৰহ আৰু উদ্দীপনাৰ প্ৰেৰণা জাগ্ৰত কৰিছে। এটা বংশৰ বৰ্ণনা কৰিবলৈ গ'লে কোনো কবিৰ পক্ষে নায়ক, ঘটনা আৰু সময়ৰ সমতা ৰক্ষা কৰা সাধাৰণতে সম্ভৱপৰ নহয়; কিন্তু, কালিদাসে সেই বিভিন্ন বিষয়ৰ ভিতৰত সমন্বয়ৰ যোগসূত্ৰ স্থাপন কৰি অসামান্য প্ৰতিভাৰ পৰিচয় দিছে। সমালোচকসকলে 'ৰঘুবংশ' আৰু 'অভিজ্ঞানশকুন্তল'কে কালিদাসৰ কাব্য-কলাৰ শ্ৰেষ্ঠ সৃষ্টি বুলি স্বীকাৰ কৰিছে। 'ৰঘুবংশ'ৰ জনপ্ৰিয়তা আৰু ব্যাপকতাৰ প্ৰতি লক্ষ্য কৰি আলোচকসকলে কালিদাসক 'ৰঘুকাৰ' (ৰঘুবংশৰ ৰচয়িতা) বুলি অভিহিত কৰিছে।

কবিৰ 'ৰঘুবংশ' এটা আদৰ্শ বংশৰ বৰ্ণনা। ভাৰতীয় ৰাজ-ধৰ্মৰ আদৰ্শই সেই বংশীয় ৰজাসকলৰ জীৱনৰ আদৰ্শ। আদৰ্শৰপিনৰপৰা চাবলৈ গ'লে তেওঁলোকৰ ভিতৰত কোনো প্ৰভেদ নাই। কবিয়ে সেই ৰজাসমূহৰ জীৱন-বৃত্তান্তৰ হুবহু চিত্ৰ অঙ্কিত কৰা নাই; যি আদৰ্শৰ বাবে তেওঁলোক চিৰ অমৰ হৈ আছে তাৰেইহে মাথোন বৰ্ণনা কৰিছে। ৰঘুবংশীয় ৰজাসকলৰ সৰ্বসাধাৰণ গুণৰ পৰিচয় দিবলৈ গৈ কবিয়ে কৈছে :

…আজন্মশুদ্ধানামাফলোদয়কৰ্মণাম্।
আসমুদ্ৰক্ষিতীশানামানাকৰথবৰ্ত্মনাম্॥
যথাবিধিহুতাগ্নীনাং যথাকামাৰ্চিতাৰ্থিনাম্।
যথাপৰাধদণ্ডানাং যথাকালপ্ৰবোধিনাম্॥
ত্যাগায় সংভৃতাৰ্থানাং সত্যায় মিতভাষিণাম্।
যশসে বিজিগীষূণাং প্ৰজায়ৈ গৃহমেধিনাম্॥
শৈশৱেঽভ্যস্তবিদ্যানাং যৌৱনে বিষয়ৈষিণাম্।
বাৰ্দ্ধকে মুনিবৃত্তীনাং যোগেনান্তে তনুত্যজাম্॥[১]
ৰঘূণাং……

১. ৰঘুবংশ ১-৫।৯

ৰঘুবংশীয় ৰজাসকল জন্মাবধি শুদ্ধ। তেওঁলোকে হাতত লোৱা কাম ফল নোপোৱালৈকে এৰি নিদিয়ে। তেওঁলোক সসাগৰা পৃথিৱীৰ অধীশ্বৰ, স্বৰ্গ পৰ্যন্ত বিস্তৃত তেওঁলোকৰ ৰথৰ পথ। তেওঁলোকে বিধি অনুসাৰে যজ্ঞ কৰে, যি যিহকে বিচাৰে তাকে পূৰণ কৰে। অপৰাধ অনুপাতেই দণ্ড-বিধান আৰু সময় অনুসাৰেই সজাগ হোৱা তেওঁলোকৰ স্বভাৱ। দানৰ কাৰণে তেওঁলোকে ধন সংগ্ৰহ কৰে, সত্যৰ কাৰণে তেওঁলোক মিতভাষী। তেওঁলোকে যশস্যাৰ কাৰণে ৰাজ্য জয় কৰে আৰু সন্তানৰ কাৰণে বিয়া কৰায়। শৈশৱত বিদ্যাৰ্জন, যৌৱনত বিষয়-ভোগ আৰু বাৰ্দ্ধক্যত মুনিবৃত্তি অৱলম্বন কৰি পৰিণত বয়সত যোগ-বলেৰে তেওঁলোকে দেহ ত্যাগ কৰে।

এইদৰে কবিয়ে ৰঘুবংশীয় ৰজাসকলৰ প্ৰত্যেকৰে সম্পূৰ্ণ চৰিত্ৰ বৰ্ণনা নকৰি তেওঁলোকৰ কেৱল উচ্চ আদৰ্শৰ বৰ্ণনাৰে কাব্যৰ সংহতি ৰক্ষা কৰিছে। প্ৰাচীন ভাৰতীয় ৰাজ-ধৰ্মৰ আদৰ্শই তেওঁলোকৰ জীৱনৰ আদৰ্শ। কবিয়ে ভাৰতৰ ৰাজ-ধৰ্মৰ সেই উচ্চ আদৰ্শকেই ৰঘুবংশীয় ৰজাসকলৰ মাধ্যমেৰে উপস্থাপিত কৰিছে। কবিয়ে 'ৰঘুবংশ'ৰ প্ৰথম পঞ্চদশ সৰ্গত দিলীপ, ৰঘু, অজ, দশৰথ আৰু ৰামৰ চৰিত্ৰ বৰ্ণনা কৰিছে। ইয়াৰ ভিতৰত ৰঘু আৰু ৰামৰ চৰিত্ৰ উজ্জ্বলতম কৰি তুলিছে। প্ৰথমৰপৰা অষ্টম সৰ্গলৈ দিলীপ, ৰঘু আৰু অজৰ বৰ্ণনা কৰিলেও ৰঘুৰ প্ৰভাৱ সমগ্ৰ আঠ সৰ্গতে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে পৰিলক্ষিত হয়। নৱমৰপৰা পঞ্চদশ সৰ্গলৈ দশৰথ আৰু ৰামৰ চৰিত্ৰ বৰ্ণনা কৰিলেও, অষ্টম সৰ্গতেই দশৰথৰ জন্মকো ৰাৱণ-নিধন কৰ্তা ৰামৰ পিতৃৰূপে অভিহিত কৰি ৰামৰেই প্ৰভাৱ বিস্তাৰ কৰিছে। ষোড়শ সৰ্গত ৰামৰ পুত্ৰ কুশৰ বৰ্ণনা; সপ্তদশ সৰ্গত কুশৰ সন্তান অতিথিৰ বৰ্ণনা; অষ্টাদশ সৰ্গত একে লগে ঐকৈশজন ৰজাৰ ক্ৰমিক বৰ্ণনা; আৰু শেষ সৰ্গত সেই বংশধাৰাৰ শেষ ৰজা অগ্নিবৰ্ণৰ বৰ্ণনা কৰি কবিয়ে কাব্যৰ সমাপ্তি ঘটাইছে।

**দিলীপ :**

কবিয়ে 'ৰঘুবংশ'ৰ প্ৰথম দুই সৰ্গত আদৰ্শ ৰজা ৰঘুৰ জন্ম-কাহিনী বৰ্ণনা কৰিছে। সেই কাৰণে কাব্যৰ আৰম্ভণি কৰা হৈছে ৰঘুৰ পিতাক, ৰজা দিলীপৰ চৰিত্ৰেৰে। দিলীপ সসাগৰা পৃথিৱীৰ অধীশ্বৰ। প্ৰজাবৰ্গৰ মঙ্গল বিধান কৰা তেওঁৰ প্ৰধান লক্ষ্য। প্ৰজাসকলৰ শিক্ষা দান, ৰক্ষণাবেক্ষণ আৰু ভৰণ-পোষণ কৰা হেতু তেওঁ তেওঁলোকৰ পিতৃ-স্বৰূপ আছিল। নিজৰ পিতাকে কেৱল জন্মহে দিছিল : 'স পিতা পিতৰস্তাসাং কেৱলং জন্মহেতৱঃ।'[1] ৰঘুবংশীয়

১. ৰঘুবংশ—১।২৪

ৰজাসকলৰ চিৰপ্ৰসিদ্ধ গুণ-সামগ্ৰী তেওঁৰ আছে, তদুপৰি আছে তেওঁৰ নিজস্ব কিছুমান বৈশিষ্ট্য। এই বৈশিষ্ট্যসমূহে তেওঁৰ চৰিত্ৰ চিৰ উজ্জ্বল কৰি তুলিছে আৰু তাৰ মাজেদিয়েই ফুটি উঠিছে তেওঁৰ যথাৰ্থ পৰিচয়।

দিলীপ ন্যায়নিষ্ঠ, ধৰ্মপৰায়ণ আৰু দয়াশীল; কিন্তু নিঃসন্তান। সেই কাৰণে তেওঁৰ মনত অকণো শান্তি নাই। শেষত ৰজা দিলীপ ধৰ্মপত্নী সুদক্ষিণাৰে সৈতে এই বিষয়ে পৰামৰ্শ ল'বলৈ কুলগুৰু বশিষ্ঠৰ আশ্ৰমলৈ গ'ল আৰু তেওঁ নিজৰ মনোবেদনাৰ কথা ঋষিক জনালে। যোগ-প্ৰভাৱেৰে ঋষিয়ে ৰজাৰ অপুত্ৰকতাৰ কাৰণ জানিব পাৰিলে, আৰু ৰজা আৰু ৰাণীক সুৰধেনু সুৰভিৰ কন্যা নন্দিনী নামৰ গাইজনীৰ সেৱা কৰিবলৈ নিৰ্দেশ দিলে। ৰজাই প্ৰতিদিনে ৰাতিপুৱা উঠি নন্দিনীৰ পিছে পিছে ছায়াৰ দৰে বননিত ভ্ৰমণ কৰি সন্ধ্যা সময়ত নন্দিনীৰে সৈতে আশ্ৰমলৈ উভতি আহে। ৰাণী সুদক্ষিণাই দিনটো উপবাসে থাকি সন্ধ্যা নন্দিনীৰ অৰ্চনা কৰে।

গুৰুৰ প্ৰতি প্ৰগাঢ় ভক্তি আৰু ধৰ্মানুষ্ঠানৰ প্ৰতিপালনেৰে আকাঙ্ক্ষিত ফল-সিদ্ধিৰ প্ৰতি ঐকান্তিক বিশ্বাস আৰু শ্ৰদ্ধাই দিলীপৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। ঋষিৰ নিৰ্দেশ মতে বিনা দ্বিধাই গো-চাৰণৰ কঠোৰ ব্ৰত পালন কৰি ৰঘুৰে চৰিত্ৰৰ সবলতা স্পষ্ট কৰি তুলিছে।

নন্দিনীৰ শুশ্ৰূষাৰ একুৰি এদিন পাৰ হৈ গ'ল, এনেতে এদিন ৰজাৰ অলক্ষিতে সিংহ এটাই নন্দিনীক আক্ৰমণ কৰিলে। গাভীৰ আৰ্তনাদ শুনি ৰজা তূণীৰপৰা বাণ উলিয়াই সিংহ নিধনৰ কাৰণে উদ্যত হ'ল; কিন্তু তেওঁৰ হাত অৱশ হৈ গ'ল, ব্যৰ্থ হ'ল তেওঁৰ উদ্যম, ছবিৰ দৰে নিশ্চল হৈ ৰ'ল: 'চিত্ৰাৰ্পিতাৰম্ভ ইৱাৱতস্থে।' তেতিয়া সেই সিংহ মানুহৰ ভাষাৰে ৰজাৰ সৈতে বাক্যালাপত প্ৰবৃত্ত হ'ল। বাণ নিক্ষেপৰ ব্যৰ্থপ্ৰয়াসে ৰজাক স্তম্ভিত কৰিলে। ৰজাৰ মনলৈ আহিল, 'ক্ষতৰপৰা ত্ৰাণ কৰে এই অৰ্থেৰেই ক্ষত্ৰিয় শব্দটো ভুৱনবিদিত,'[1] যি ইয়াৰ বিৰুদ্ধ আচৰণ কৰে তাৰ ৰাজ্যৰেই বা কি লাভ? নিন্দামলিন জীৱনেৰেই বা কি হ'ব? সেয়েহে ৰজাই নিজৰ জীৱনৰ বিনিময়ত সিংহৰ ওচৰত নন্দিনীৰ জীৱন ভিক্ষা কৰিলে:

স ত্বং মদীয়েন শৰীৰবৃত্তিং দেহেন নিৰ্বৰ্তয়িতুং প্ৰসীদ।
দিনাৱসানোৎসুকবালৱৎসা বিসৃজ্যতাং ধেনুৰিয়ং মহৰ্ষেঃ।[2]

---

১. ক্ষতাৎকিল ত্ৰায়ত ইত্যুদগ্ৰঃ ক্ষত্ৰস্য শব্দো ভুৱনেষু ৰূঢ়ঃ।
ৰাজ্যেন কিং তদ্বিপৰীতবৃত্তেঃ প্ৰাণৈৰুপক্ৰোশমলীমসৈৰ্বা॥ (ৰঘু ২।৫৩)

২. ৰঘুবংশ ২।৪৫

ৰজাৰ সকলোতকৈ শ্ৰেষ্ঠ কৰ্তব্য হৈছে দুৰ্বল আৰু আশ্ৰিতজনক পৰাক্ৰমীৰ হাতৰপৰা ৰক্ষা কৰা। মহাৰাজ দিলীপ এজনী আশ্ৰিতা আৰু সংৰক্ষিতা গাভীৰ প্ৰাণ ৰক্ষা কৰিবলৈ নিজৰ জীৱন উৎসৰ্গ কৰিবলৈ প্ৰস্তুত। দিলীপৰ এই সংকল্পই তেওঁক আন সকলোবোৰ ৰজাতকৈ শ্ৰেষ্ঠ কৰি তুলিছে।

মহাৰাজ দিলীপৰ ভক্তি পৰীক্ষা কৰিবলৈ নন্দিনীয়ে সৃষ্টি কৰিছিল এই মায়া-সিংহৰ। গতিকে সন্তুষ্ট হৈ নন্দিনী ৰাজ-দম্পতিক বৰ দান কৰিবলৈ প্ৰস্তুত হ'ল। ৰজা দিলীপে তেতিয়া বংশৰক্ষক অনন্তকীৰ্তিসম্পন্ন সন্তান প্ৰাৰ্থনা কৰিলে: 'বংশস্য কৰ্তাৰমনন্তকীৰ্তিং সুদক্ষিণায়াং তনয়ং যযাচে।'[১] নন্দিনীৰ বৰ-লব্ধ সেই সন্তানেই হ'ল ৰঘু।

**ৰঘু:**

কালক্ৰমত ৰঘু যৌৱন-প্ৰাপ্ত হ'ল। পিতাকে তেওঁক যৌৱৰাজ্যত অভিষিক্ত কৰিলে। দিলীপে অশ্বমেধ-যজ্ঞৰ অনুষ্ঠান কৰি যজ্ঞৰ ঘোঁৰাৰ ৰক্ষাৰ ভাৰ ৰঘুৰ হাতত অৰ্পণ কৰিলে। হঠাৎ ইন্দ্ৰই সেই অশ্ব অপহৰণ কৰিলে। ৰঘুৱে তাক উদ্ধাৰ কৰিবলৈ দেৱৰাজ ইন্দ্ৰেৰে সৈতে প্ৰচণ্ড যুদ্ধ কৰিলে। ৰঘুৰ অসাধাৰণ বীৰত্ব দেখি দেৱৰাজ ইন্দ্ৰই তেওঁক প্ৰশংসা কৰিলে, আৰু যজ্ঞাশ্ব ৰঘুক ঘূৰাই নিদিলে যদিও পিতাকৰ যজ্ঞফল সম্পূৰ্ণ হ'ব বুলি প্ৰতিশ্ৰুতি দিলে। এই ঘটনাৰপৰা ৰঘুৰ বীৰ্যাতিশয়ৰ পৰিচয় পোৱা যায়।[২] শেষত ৰঘু ৰাজভৱনলৈ প্ৰত্যাবৰ্তন কৰিলে। পিতা দিলীপে তেওঁক অভিনন্দন জনালে। শেষত দিলীপে ৰঘুৰ হাতত ৰাজ্যভাৰ সমৰ্পণ কৰি পত্নী সুদক্ষিণাৰে সৈতে বানপ্ৰস্থ অৱলম্বন কৰিলে। ৰাজধৰ্ম অনুসাৰে ৰঘু দিগ্বিজয়ৰ কাৰণে বাহিৰ হ'ল আৰু তেওঁ নানা দেশ জয় কৰিলে। এই বংশীয় ৰজাসমূহৰ ভিতৰত একমাত্ৰ ৰঘুৱেই সৰ্বপ্ৰথম এনে সুবিস্তীৰ্ণ, কষ্টসাধ্য আৰু গৌৰৱমণ্ডিত দিগ্বিজয়ৰ অভিযান চলাই সমগ্ৰ ভাৰতবৰ্ষক একেখন ৰাষ্ট্ৰত পৰিণত কৰিবলৈ সমৰ্থ হৈছিল। সৰ্বজন-প্ৰিয়তাৰ কাৰণে তেওঁ শ্ৰেষ্ঠ নৃপতি হিচাপে পৰিগণিত হৈছিল। ৰঘুৰ গুণসামগ্ৰীয়ে প্ৰজা-বৰ্গক এনেভাৱে মুগ্ধ কৰিছিল যে এতিয়া দিলীপৰ কথা তেওঁলোকৰ মনলৈ নাহে। দোষানুসাৰে তেওঁ দণ্ড বিধান কৰে। নীতিপৰায়ণ মন্ত্ৰীসকলে দেখুৱাই দিয়া উচিত আৰু অনুচিতৰ ভিতৰত ৰঘুৱে সদায় উচিতৰ সমৰ্থন কৰে। প্ৰজাবৰ্গৰ

১. ৰঘুবংশ—২।৬৪

২. তথাপি শস্ত্ৰব্যৱহাৰনিষ্ঠুৰে বিপক্ষভাৱে চিৰমস্য তস্থুষঃ।
তুতোষ বীৰ্যাতিশয়েন বৃত্ৰহা পদং হি সৰ্বত্ৰ গুণৈৰ্নিধীয়তে॥ (ৰঘু ৩।৬২)

সুখ-শান্তি অটুট ৰখাৰ প্ৰচেষ্টাই তেওঁক প্ৰকৃত 'ৰজা' শব্দৰ যোগ্য অধিকাৰী কৰি তুলিছিল : 'ৰাজা প্ৰকৃতিৰঞ্জনাৎ।'[১]

ৰঘুৱে চতুৰ্দিশ জয় কৰি বিপুল ধন-ৰত্ন সংগ্ৰহ কৰিছিল আৰু বিশ্বজিৎ যজ্ঞ কৰি যথাসৰ্বস্ব দান কৰিছিল, অৱশিষ্ট আছিল কেইটামান মৃন্ময় পাত্ৰহে। এই বিশ্বব্যাপিনী কীৰ্ত্তিয়ে ৰঘুলৈ আনিলে অবিনশ্বৰ যশ :

'...মহাক্ৰতোৰ্বিশ্বজিতঃ প্ৰযোক্তা।
চতুৰ্দিগাৱৰ্জিতসম্ভৃতাং যো মৃৎপাত্ৰশেষামকৰোদ্বিভূতিম॥'
.................................................................
উৰ্দ্ধং গতং যস্য ন চানুবন্ধি যশঃ পৰিচ্ছেত্তুমিয়ত্তয়ালম॥[২]

বিশ্বজিৎ যজ্ঞৰ শেষত সৰ্বস্ব দান কৰি ৰঘু ভিখাৰী হৈছিল। তেওঁৰ গৃহত আজি সোণৰ পাত্ৰৰ ঠাই মৃন্ময় পাত্ৰই পূৰণ কৰিছে। এনে সময়তে গুৰুদক্ষিণাৰ্থী ব্ৰহ্মচাৰী ব্ৰাহ্মণ কৌৎস ৰঘুৰ ওচৰ চাপিল আৰু গুৰুদক্ষিণা দিবলৈ ধনৰ কাৰণে প্ৰাৰ্থনা জনালে। ৰিক্তহস্ত ৰঘুৱে কুবেৰৰপৰা ধন সংগ্ৰহ কৰি সমস্ত ধন কৌৎসক দান কৰিলে। ব্ৰহ্মচাৰী তেওঁ প্ৰয়োজনতকৈ অধিক ধন গ্ৰহণ কৰিবলৈ অনিচ্ছুক ; কিন্তু ৰঘু সমাহৃত সমস্ত ধন দিবলৈ প্ৰস্তুত : 'গুৰুপ্ৰদেয়াধিকনিঃস্পৃহোঽৰ্থী নৃপোঽৰ্থিকামাদধিকপ্ৰদশ্চ।'[৩] এই ঘটনাই যে ৰঘুৰ অন্তৰৰ উদাৰতাকেইহে কেৱল প্ৰকাশ কৰিছে তেনে নহয়, ই তেওঁৰ চৰিত্ৰ ভোগ আৰু ত্যাগৰ মূৰ্ত প্ৰতীকৰূপে উজ্জ্বল কৰি তুলিছে। আশানুৰূপভাৱে যাচকৰ প্ৰাৰ্থনা পূৰণ কৰা (যথাকামাৰ্চিতাৰ্থিনাম্), অপৰাধ অনুপাতে দণ্ড বিধান কৰা (যথাপৰাধদণ্ডানাম্), ত্যাগৰ কাৰণে ধন সংগ্ৰহ কৰা (ত্যাগায় সংভৃতাৰ্থানাম্) ৰঘুবংশীয় ৰজাসমূহৰ যি আদৰ্শ, সিবোৰ ৰঘুৰ চৰিত্ৰত বিশেষকৈ উজ্জ্বল হৈ উঠিল। ৰঘুৰ মহান আদৰ্শ চিৰ-স্মৰণীয় কৰিবলৈ কালিদাসে তেওঁৰ কাব্যৰ নামকৰণ কৰিছে 'ৰঘুবংশ'। কবিৰ আনজন শ্ৰেষ্ঠ আদৰ্শ ৰজা ৰামকো ৰঘুপতি, ৰাঘৱ আদি শব্দেৰে বিশেষিত কৰি ৰঘুকেই অমৰ কৰি ৰাখিছে। কৌৎসৰ আশীৰ্বাদত পুণ্যকীৰ্তি ৰঘুৱে এক পুত্ৰ-ৰত্ন লাভ কৰিছিল। তেওঁৰ নাম অজ। অজ উপযুক্ত হোৱাত ৰঘুৱে তেওঁৰ হাতত ৰাজ্যভাৰ সমৰ্পণ কৰি যোগ-বলেৰে নশ্বৰ দেহ ত্যাগ কৰি মুক্তি লাভ কৰিলে : 'তমসঃ পৰমাপদব্যয়ং পুৰুষং যোগসমাধিনা ৰঘুঃ।'[৪]

---

১. ৰঘুবংশ ৪।৮-১৩
২. ৰঘুবংশ ৬।৭৬-৭৭
৩. ঐ ৫।৩১
৪. ঐ ৮।২৪

**অজ :**

অজ পিতাকৰ দৰে ওজস্বী, বীৰ্যবান আৰু সুদৰ্শন। পিতাকৰ সকলো গুণৰ উত্তৰাধিকাৰী অজক দেখি প্ৰজাসকলে ৰঘুৱেই পুনৰ-যৌৱন ধাৰণ কৰি উঠা বুলি ভাবিলে, অজ যেনিবা ৰঘুৰ দ্বিতীয় সংস্কৰণহে। অসাধাৰণ বীৰত্বই হ'ল অজৰ চৰিত্ৰৰ প্ৰথম বৈশিষ্ট্য। অজ আছিল এজন সুদক্ষ যোদ্ধা। যুদ্ধকুশল অজ কালক্ৰমত শত্ৰুসকলৰ কাৰণে দুৰ্দ্ধৰ্ষ হৈ উঠিল। শত্ৰুপক্ষই গম ধৰিব নোৱৰা-কৈয়ে তেওঁ শৰ-সন্ধান আৰু শৰ-নিক্ষেপ কৰে। বিদৰ্ভ-ৰাজ-কুমাৰী ইন্দুমতীৰ স্বয়ংবৰৰপৰা অযোধ্যালৈ উভতি অহাৰ সময়ত বিপক্ষ ৰাজন্যবৰ্গৰে সৈতে হোৱা যুদ্ধত জয় লাভেই তেওঁৰ বীৰত্বৰ পূৰ্ণ পৰিচয় দিয়ে। সাহস আৰু বিনয়ৰ সংযোগে তেওঁৰ চৰিত্ৰ আকৰ্ষক কৰি তুলিছে।

ৰাজধৰ্ম অনুসৰি অজই ধৈৰ্য সহকাৰে ৰাজ্য শাসন আৰু অপত্য-নিৰ্বিশেষে প্ৰজা পালন কৰা তেওঁৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। পত্নীৰ প্ৰতি প্ৰগাঢ় স্নেহে তেওঁক আদৰ্শ পতি হিচাপে চিৰ-স্মৰণীয় কৰি ৰাখিছে। কন্দৰ্পকান্তি অজৰ পত্নী ইন্দুমতী। দৈৱ-দুৰ্বিপাকত ইন্দুমতীয়ে অকালতে ইহলীলা সম্বৰণ কৰে। পত্নীৰ অকাল মৃত্যুত অজই করুণ কণ্ঠেৰে বিলাপ কৰিবলৈ ধৰিলে। অজৰ বিলাপ আজিও সংস্কৃত সাহিত্যত করুণ-ৰসৰ এটি উজ্জ্বল দৃষ্টান্তৰূপে পৰিগণিত হৈ আছে। প্ৰাণতকৈও অধিক স্নেহৰ প্ৰিয় পত্নীক হেৰুৱাই অজই কাক লৈ জীয়াই থাকে! শোক-তাপত অৱশ হৈ শেষত অজই উপযুক্ত পুত্ৰ দশৰথৰ হাতত ৰাজ্য-ভাৰ অৰ্পণ কৰি নশ্বৰ দেহ ত্যাগ কৰিলে। এইখিনিতে আন এটা কথা উল্লেখ কৰিব পাৰি, কবিৰ শ্ৰেষ্ঠ আদৰ্শবান বলা ৰামে লোক-নিন্দাৰ ভয়ত গৰ্ভৱতী ধৰ্মপত্নী সীতাক ত্যাগ কৰি নিৰ্বিবাদে ৰাজ্য-ভোগ কৰিছিল, আৰু সেই ৰামৰেই পিতামহ অজই পত্নী-বিৰহত জীৱন তুচ্ছ কৰি শোকত প্ৰাণ ত্যাগ কৰিছিল।

**দশৰথ :**

দশৰথ সংযমীসকলৰ আৰু ৰাজন্যবৰ্গৰ অগ্ৰগণ্য আছিল। পিতৃপুৰুষসকলৰ দৰে তেওঁ অসাধাৰণ কৃতিত্বেৰে ৰাজ্য শাসন কৰিছিল। বিশ্ববিজয়ী ৰঘু আৰু মহাৰাজ অজৰ দৰে অহীন পৰাক্ৰমী দশৰথো আছিল সুদক্ষ শাসক আৰু সুনিপুণ যোদ্ধা। তেওঁ নিজ বাহুবলেৰে শত্ৰুসমূহক পৰাভূত কৰি নিষ্কণ্টকভাৱে ৰাজ্য শাসন কৰিছিল, চতুৰ্দিশ জয় কৰি তেওঁ ধন সংগ্ৰহ কৰিছিল আৰু অশ্বমেধ যজ্ঞৰ অনুষ্ঠান কৰি সসাগৰা পৃথিৱীৰ অদ্বিতীয় অধীশ্বৰ-ৰূপে খ্যাতি লাভ কৰিছিল। সেই জিতেন্দ্ৰিয় ৰজা দশৰথ দ্যূত-ক্ৰীড়া, মদ্য-পান আদিৰপৰা সদায়েই আঁতৰত আছিল।

তেওঁৰ একমাত্ৰ ব্যসনৰ ভিতৰত আছিল মৃগয়াৰ প্ৰতি অনুৰাগ। মৃগয়াত উন্মত্ত হৈ তেওঁ নিজৰ কৰ্তব্য পাহৰি গৈ মন্ত্ৰীৰ হাতত ৰাজ্যভাৰ সমৰ্পণ কৰিছিল :

ইতি বিস্মৃতান্যকৰণীয়মাত্মনঃ সচিৱাৱলম্বিতধুৰং ধৰাধিপম্।

পৰিবৃদ্ধৰাগমনুবন্ধসেৱয়া মৃগয়া জহাৰ চতুৰেৱ কামিনী ॥[১]

ইয়াতেই সূৰ্যপ্ৰভৱ ৰঘুবংশৰ অধঃপতনৰ সূত্ৰপাত হ'ল।

এবাৰ ৰজা দশৰথ মৃগয়া কৰিবলৈ গ'ল আৰু ভুলক্ৰমে এজন ঋষি-কুমাৰক হত্যা কৰিলে। পুত্ৰ-শোকত বিহ্বল হৈ সেই মুনিয়ে ৰজাক তেওঁৰ দৰেই পুত্ৰ-শোকত প্ৰাণ বিসৰ্জন দিব লাগিব বুলি অভিশাপ দিলে : 'দিষ্টান্তমাপ্স্যতি ভৱানপি পুত্ৰশোকাদন্ত্যে বয়স্যহমিৱেতি তমুক্তৱন্তম্।'[২] দশৰথ তেতিয়ালৈকে অপুত্ৰক আছিল। ঋষিৰ অভিশাপ দশৰথৰ কাৰণে আশীৰ্বাদ-স্বৰূপ হ'ল, লাভ কৰিলে পুত্ৰৰূপে ৰামক। ৰামক বিসৰ্জন দি তেওঁৰেই শোকত অন্তিম অৱস্থাত অভিশাপগ্ৰস্ত দশৰথে প্ৰাণ বিসৰ্জন দিলে।

ৰাম :

ৰামৰ চৰিত্ৰক কেন্দ্ৰ কৰি বাল্মীকিয়ে 'ৰামায়ণ' ৰচনা কৰিছে। আদি কবিয়ে ৰামৰ জীৱন-কাহিনী বিশদভাৱে বৰ্ণনা কৰিছে। কালিদাসে বাল্মীকিক শ্ৰদ্ধাৰে স্মৰণ কৰিছে আৰু তেওঁৰ অনুকৰণতে 'ৰঘুবংশ'ত মাত্ৰ পাঁচটা সৰ্গত ৰামৰ চৰিত্ৰ বৰ্ণনা কৰিছে। গতিকে কালিদাসৰ বৰ্ণনা সংক্ষিপ্ত হোৱা স্বাভাৱিক। তদুপৰি বাল্মীকিৰে সৈতে প্ৰতিযোগিতামূলকভাৱে ৰামৰ চৰিত্ৰ বৰ্ণনা নকৰি কেৱল তেওঁৰ জীৱনৰ প্ৰধান প্ৰধান ঘটনাসমূহৰ মাজেদি তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট্যবোধৰ উল্লেখ কৰিছে।

পিতৃ-ভক্তিয়ে ৰামৰ চৰিত্ৰক মহীয়ান কৰি তুলিছে। পিতৃ-সত্য পালনৰ বাবে ৰামে অকাতৰে চৈধ্য বছৰ বনবাস খাটিছিল। বনবাসত থকা কালতে লঙ্কাৰ ৰজা ৰাৱণে সীতাক অপহৰণ কৰে। লঙ্কাত ৰাৱণক যুদ্ধত বধ কৰি ৰামে সীতাক উদ্ধাৰ কৰে। সময়ত ৰাম অযোধ্যালৈ প্ৰত্যাৱৰ্তন কৰে আৰু তেওঁ অযোধ্যাৰ ৰাজ-সিংহাসনত বহি ন্যায়নিষ্ঠভাৱে প্ৰজা শাসন কৰে। প্ৰজাবৰ্গৰ মাজত যাতে কোনো প্ৰকাৰৰ অশান্তি নাথাকে, ঋষি-মুনিসকলৰ ধৰ্মানুষ্ঠানত যাতে কোনো বাধা প্ৰাপ্ত নহয় তাৰ বাবে তেওঁ সদায় সচেষ্ট আছিল। সকলো শ্ৰেণীৰ প্ৰজাবৰ্গৰ মাজত সুখ-শান্তি অটুট ৰখাই তেওঁৰ জীৱনৰ এক মাত্ৰ লক্ষ্য আছিল।

ৰামচন্দ্ৰ যিমানেই ন্যায়নিষ্ঠ আৰু ধৰ্মপৰায়ণ নহওক লাগিলে, সীতাৰ প্ৰতি

১. ৰঘুবংশ—৯।৬৯
২. ঐ —৯।৭৯

কৰা তেওঁৰ আচৰণ কদাপি সমৰ্থনযোগ্য নহয়। কিন্তু কবিয়ে সীতা-বিসৰ্জনৰ যুক্তি দৰ্শাই ৰামৰ চৰিত্ৰ কলঙ্কৰ কালিমাৰে ম্লান হ'বলৈ দিয়া নাই। কবিয়ে ৰামৰ মুখেৰে সেই যুক্তি প্ৰকাশ কৰিছে:

'অবৈমি চৈনামনঘেতি কিং তু লোকাপবাদো বলবান্মতো মে।'[১]

সীতা যে সাধ্বী, সেই কথা মই ভালকৈ জানো। সেয়ে হ'লেও, লোক নিন্দা মোৰ কাৰণে গুৰুতৰ বুলি ভাবোঁ। কাৰণ যশস্বী মানুহৰ পক্ষে ইন্দ্ৰিয়-ভোগ্য বস্তুৰ কথা নালাগে, নিজৰ শৰীৰতকৈও যশেই অধিক আদৰণীয়: 'অপি স্বদেহাৎ কিমুতেন্দ্ৰিয়াৰ্থাদ্‌যশোধনানাং হি যশো গৰীয়ঃ।'[২] সেয়েহে তেওঁ সকলো প্ৰকাৰে সামান্য লোক-নিন্দাৰো উৰ্ধত থাকি শ্ৰেষ্ঠ ৰাজ-আদৰ্শ প্ৰতিষ্ঠা কৰিবলৈ বিচাৰে। লোক-নিন্দাৰ উৰ্ধত প্ৰতিষ্ঠিত হোৱাতকৈ ৰজাৰ পক্ষে আন কোনো শ্ৰেষ্ঠ আদৰ্শ থাকিব নোৱাৰে।

ৰামৰ চৰিত্ৰৰ আন এটা বৈশিষ্ট্য হ'ল, তেওঁ নিজে যিভাবে সকলো পিনৰে পৰা পৱিত্ৰতা অক্ষুণ্ণ ৰাখিছিল, ঠিক সেইভাবে প্ৰজাবৰ্গয়ো পৱিত্ৰতা অক্ষুণ্ণ ৰখাটো কামনা কৰিছিল। সেই পৱিত্ৰ ৰাজ্যত অকাল মৃত্যুৰ প্ৰৱেশ নাছিল; কিন্তু এজন ব্ৰাহ্মণে অকালতে পুত্ৰ হেৰুৱাই ৰামক নিন্দা-বাণী শুনালে। ঘটনাৰ অনুসন্ধান কৰি জানিলে, শম্বুক নামৰ এজন মানুহে বৰ্ণাশ্ৰম ধৰ্মৰ নিয়ম লঙ্ঘন কৰা হেতু ৰাজ্যত তেনে বিপৰ্যয়ে দেখা দিয়ে। তেওঁ ততালিকে শম্বুকক বধ কৰিলে। শম্বুকৰ বধ নিমিত্ত মাত্ৰ। ইয়াৰ দ্বাৰা ৰামে প্ৰজাবৰ্গক দেখুৱালে, কোনোবাই সমাজ-শৃঙ্খলা ভঙ্গ কৰিব খুজিলে মৃত্যু দণ্ডই হ'ব তাৰ একমাত্ৰ শাস্তি। ৰামৰ ৰাজ্য-শাসন প্ৰণালীকে আদৰ্শ ৰাজ্য-শাসন বুলি আজিও মানুহে শ্ৰদ্ধা কৰে, ৰাম-ৰাজ্যৰ গৌৰৱ কৰে।

ৰামে ইহধাম পৰিত্যাগ কৰাৰ আগেয়ে বংশানুগতভাবে কুশক কুশাৱতী নগৰত প্ৰতিষ্ঠিত কৰিলে। কুশ আছিল তেজস্বী, বন্ধুবৎসল আৰু সজ্জনপ্ৰিয়। এদিন মাজ নিশা অযোধ্যাৰ অধিষ্ঠাত্ৰী দেৱী কুশৰ শয়ন-গৃহত প্ৰৱেশ কৰিলে। কুশ জাগি উঠিল, তেতিয়া অযোধ্যাৰ ৰাজলক্ষ্মীয়ে কুশৰ আগত অযোধ্যাৰ শোচনীয় অৱস্থাৰ কথা বৰ্ণনা কৰিলে আৰু অনতিপলমে পিতৃ-পুৰুষৰ ৰাজধানী অযোধ্যালৈ উভতি যাবলৈ অনুৰোধ কৰিলে। তেতিয়া কুশই কুশাৱতী নগৰ বেদজ্ঞ ব্ৰাহ্মণসকলক দান কৰি অযোধ্যাভিমুখে যাত্ৰা কৰিলে। মহাৰাজ কুশ

---

১. ৰঘুবংশ ১৪.৪০
২. ঐ ১৪.৩৫

শৌর্য-বীর্যত অপৰাজেয় আছিল। দুর্জয় নামৰ দানৱেৰে সৈতে যুদ্ধ কৰি তেওঁ দানৱক বধ কৰিলে, কিন্তু নিজেও নিহত হ'ল।

কুশৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ অতিথি ৰাজপদত অভিষিক্ত হ'ল। অতিথি এজন বিশিষ্ট ৰাজনীতিবিদ আছিল। লোক-ৰক্ষা, পৰোপকাৰ, যজ্ঞানুষ্ঠান, দান আৰু প্ৰজাৰঞ্জন আদি গুণেৰে সমুজ্জ্বল সূৰ্যবংশীয় ৰজাসমূহৰ ভিতৰত দিলীপ, ৰঘু, আৰু ৰামক লৈ চতুৰ্থজন ৰজাই হ'ল অতিথি। ৰঘুবংশৰ অষ্টাদশ সৰ্গত কবিয়ে ৰঘুবংশীয় একৈশজন ৰজাৰ তালিকা দিছে। ইয়াৰ শেষৰ জন ৰজা সুদৰ্শন। ছয় বছৰ বয়সতে তেওঁ ৰজা হিচাপে অভিষিক্ত হয়। ৰঘুবংশৰ শেষ ৰজা অগ্নিবৰ্ণ। অগ্নিবৰ্ণৰ বৰ্ণনাৰে কবিয়ে কাব্যৰ সামৰণি মাৰিছে। শৌর্য-বীর্য, বিনয়, গাম্ভীর্য আদি যি গুণ-সামগ্ৰীয়ে সূৰ্যবংশীয় ৰাজন্যবৰ্গৰ চৰিত্ৰ উজ্জ্বল কৰি তুলিছিল অগ্নিবৰ্ণৰ চৰিত্ৰত সেইবোৰ গুণৰ কোনো এটাৰো লেশমাত্ৰ নাছিল। তেওঁ আছিল চৰিত্ৰহীন, মদ্যপায়ী আৰু অত্যধিক বিষয়াসক্ত। ফলত তেওঁ যক্ষ্মা ৰোগত আক্ৰান্ত হৈ অকালতে মৃত্যু বৰণ কৰিব লগীয়া হৈছিল। কোনো বংশধৰক তেওঁ ৰাজ-সিংহাসনত প্ৰতিষ্ঠিত কৰি যাব নোৱাৰিলে।

কবিয়ে ৰঘুবংশীয় ৰজাসকলৰ যি উজ্জ্বল চৰিত্ৰেৰে কাব্য আৰম্ভ কৰিছিল (সোঽহমাজন্মশুদ্ধানাম্) তাৰ সামৰণি মাৰিছে বিলাস-মগ্ন, মদ্যপায়ী, চৰিত্ৰহীন অগ্নিবৰ্ণৰ অনুজ্জ্বল চৰিত্ৰেৰে।

## মালৱিকাগ্নিমিত্ৰ :

সম্প্ৰতি আমি কবিৰ নাট্যাৱলীৰ আলোচনালৈ আহোঁ। পূৰ্বে উল্লেখ কৰা হৈছে কবিৰ ৰচিত নাটক তিনিখন: 'মালৱিকাগ্নিমিত্ৰ', 'বিক্ৰমোৰ্বশীয়' আৰু 'অভিজ্ঞানশকুন্তল'। এই নাটকত্ৰয়ৰ ভিতৰত 'মালৱিকাগ্নিমিত্ৰ' নাটকখনকে কবিৰ প্ৰথম নাট্য-কৃতি বুলি পণ্ডিতসকলে স্থিৰ কৰিছে। এই নাটক পাঁচ অংকত সমাপ্ত। বিদিশাধিপতি অগ্নিমিত্ৰ এই নাটকৰ নায়ক। নায়িকা ৰজা অগ্নিমিত্ৰৰ প্ৰধান মহিষী ধাৰিণীৰ পৰিচাৰিকাৰূপে নিযুক্তা ৰাজ-কুমাৰী মালৱিকা। ৰজা অগ্নিমিত্ৰ আৰু মালৱিকাৰ অনন্ত প্ৰণয়-কাহিনী নাটকৰ বিষয়বস্তু।

নাটকীয় কাহিনীটো এনে ধৰণৰ :

বিদিশা ৰাজ্যৰ ৰজা অগ্নিমিত্ৰ। তেওঁৰ একাধিক ভাৰ্যা আছিল। তেওঁৰ প্ৰধান মহিষী ধাৰিণী আছিল এগৰাকী আদৰ্শ হিন্দু নাৰী। মহাৰাণী পদত প্ৰতিষ্ঠিত হ'বলৈ যিবোৰ গুণ থকাৰ আৱশ্যক ধাৰিণীৰ সেই সকলোবোৰ গুণেই

আছিল। ধাৰিণীৰ ল'ৰা বসুমিত্ৰ কম বয়সতে পিতামহ পুষ্যমিত্ৰ (পুষ্পমিত্ৰৰ) যজ্ঞাশ্ব-ৰক্ষণৰ সেনাধ্যক্ষ হিচাপে নিযুক্ত হৈছিল। ৰজা অগ্নিমিত্ৰৰ দ্বিতীয়া মহিষী ইৰাৱতী। তেওঁ আছিল অতিশয় অভিমানিনী, ঈৰ্ষাপৰায়ণা আৰু সহজে বশ নমনা বিধৰ। ইৰাৱতীৰ ৰূপ-সৌন্দৰ্য আৰু শিল্পকলাৰ পাৰদৰ্শিতাই ৰজাক বিমোহিত কৰি ৰাখিছিল।

সেই সময়ত বিদৰ্ভ ৰাজ্য অন্তৰ্কলহত লিপ্ত হৈছিল। ৰাজ সিংহাসনৰ ন্যায্য অধিকাৰী মাধৱসেনক ৰাজ্যৰপৰা খেদি দি ৰাজবংশধৰ যজ্ঞসেনে ৰাজ-সিংহাসন অধিকাৰ কৰিছিল। তেতিয়া মাধৱসেনে অগ্নিমিত্ৰেৰে সৈতে মিত্ৰতা স্থাপন কৰিবলৈ বিচাৰিলে আৰু তাৰ বিনিময়ত নিজৰ ভনীয়েক মালৱিকাক তেওঁলৈ বিয়া দিম বুলি প্ৰতিশ্ৰুতি দিলে। এইদৰে স্থিৰ কৰি পৰিজনবৰ্গেৰে সৈতে ভনীয়েক মালৱিকাক লৈ তেওঁ বিদিশালৈ যাত্ৰা কৰিলে। কিন্তু যজ্ঞসেনৰ ৰাজ্যৰ সীমান্তত সেনাপতিয়ে তেওঁলোকক আক্ৰমণ কৰে আৰু মাধৱসেনক বন্দী কৰি বন্দীশালত আটক কৰি ৰাখিলে। মাধৱসেনৰ মন্ত্ৰী সুমতিয়ে সেই আক্ ৰমণৰ-পৰা কথমপি নিজৰ ভনীয়েক কৌশিকী আৰু মালৱিকাক আঁতৰাই আনিলে আৰু এটা বেপাৰীৰ দলত মিলিত হৈ তেওঁলোকে পুনঃ বিদিশালৈ যাত্ৰা কৰিলে। দুৰ্ভাগ্যক্ৰমে সেই পথিকৰ দলটোক মাজ বাটতে আকৌ দস্যু কিছুমানে আক্ৰমণ কৰিলে। সেই আক্ৰমণত সুমতিৰ মৃত্যু ঘটিল। কৌশিকী আৰু মালৱিকাৰ বিচ্ছেদ ঘটিল। কাৰণ মালৱিকা গৈ কিছুমান বনচৰৰ হাতত পৰিল। শেষত বনচৰৰ হাতৰপৰা মালৱিকা গৈ অগ্নিমিত্ৰৰ খুলশালীয়েক, সেনাপতি বীৰসেনৰ হাতত পৰিল আৰু তেওঁ মালৱিকাক ভনীয়েক ধাৰিণীলৈ উপহাৰ হিচাপে বিদিশালৈ পঠিয়াই দিলে। দস্যুৰ আক্ৰমণত সুমতিৰ মৃত্যু হোৱাত তেওঁৰ বিধবা ভনীয়েক আৰ্যা কৌশিকী অতিশয় মৰ্মাহত হ'ল আৰু পৰিব্ৰাজিকাৰ বেশ লৈ অগ্নিমিত্ৰৰ ৰাজ-প্ৰাসাদত আশ্ৰয় ল'লে। এইদৰে দৈৱক্ৰমে আৰ্যা কৌশিকী আৰু মালৱিকা পুনঃ অগ্নিমিত্ৰৰ অন্তঃপুৰত মিলিত হ'ল। নাটকীয় ঘটনাৰ সাৰ্থকতা ৰক্ষা কৰিবলৈ কৌশিকীয়ে মালৱিকাৰে সৈতে কোনো সম্বন্ধ নৰখাকৈ দিন কটাবলৈ ধৰিলে। মালৱিকা যে ৰাজ-পৰিয়ালৰ ছোৱালী সেই কথা কৌশিকীয়ে ধাৰিণীৰ ওচৰতো গোপন কৰি ৰাখিলে। অৱশ্যে ঘটনাৰ অন্তত সেই গোপনতাৰ উদ্দেশ্য তেওঁ নিজ মুখেৰেই প্ৰকাশ কৰিছে।

এদিনাখন ৰজা অগ্নিমিত্ৰই পাটমাদৈ ধাৰিণীৰ কাষতে পৰিজনেৰে সৈতে চিত্ৰত আঁকি থোৱা মালৱিকাক দেখিলে। ছবিত মালৱিকাক দেখি ৰজা

মুগ্ধ হ'ল আৰু তেওঁৰ সাক্ষাৎ দৰ্শনৰ কাৰণে ৰজাৰ কৌতূহল জন্মিল। ৰাণী ধাৰিণীয়ে এই কথাৰ গম পালে আৰু মালৱিকাক সদায় ৰজাৰ চকুৰ আঁতৰত ৰাখিবলৈ চেষ্টা কৰিলে। কিয়নো, ধাৰিণীয়ে মালৱিকাৰ অপূৰ্ব সৌন্দৰ্যলৈ ভয় কৰে। ৰজাৰ সান্নিধ্য লাভ কৰাৰ সুযোগ পালে কিজানিবা কিবা ঘটে!

মালৱিকাৰ চিন্তাত ৰজা ব্যাকুল। তেওঁৰ অভিলাষ পূৰণ কৰিবলৈ নৰ্ম-সচিব (প্ৰণয়-উপদেষ্টা) বিদূষকক নিয়োগ কৰা হ'ল। ৰাজ-পৰিৱাৰত হৰদত্ত আৰু গণদাস নামৰ নাট্যাচাৰ্য দুজনক ৰজা আৰু ৰাণী ধাৰিণীয়ে ক্ৰমে ইৰাৱতী আৰু মালৱিকাক নৃত্যাভিনয় শিকাবলৈ নিযুক্তি দিছিল। বিদূষকে এই শিক্ষক দুজনৰ মাজত কলহৰ সৃষ্টি কৰিলে। ৰাণীৰ শিক্ষকজনে এই সম্পৰ্কে ৰজাৰ ওচৰত গোচৰ তৰিলে আৰু ৰজাক অনুৰোধ কৰিলে, তেওঁলোকৰ ভিতৰত প্ৰকৃততে কোন শ্ৰেষ্ঠ সেইটো উপযুক্ত পৰীক্ষকৰ দ্বাৰা নিৰ্ধাৰিত কৰি দিব লাগে। শেষত ৰজা আৰু পাৰিব্ৰাজিকা উভয়ে মিলি শিক্ষক দুজনৰ পৰীক্ষা লোৱাৰ স্থিৰ কৰিলে আৰু এইটো সিদ্ধান্ত হ'ল যে, তেওঁলোকে শিকোৱা শিষ্যৰ নৃত্যাভিনয় প্ৰদৰ্শন কৰি নিজ নিজ বৈশিষ্ট্য আৰু পাৰদৰ্শিতা প্ৰতিপন্ন কৰিব লাগিব। ৰাণীৰ শিক্ষক গণদাস বয়োজ্যেষ্ঠ বুলি তেওঁৰ শিষ্যৰে প্ৰথম পৰীক্ষা লোৱা উচিত বুলি বিবেচিত হ'ল। এইদৰে অভিনয়শালাত গণদাসৰ শিষ্যা মালৱিকাৰে প্ৰথম নৃত্যাভিনয় প্ৰদৰ্শন কৰা হ'ল।

ৰজা আৰু তেওঁৰ প্ৰণয়ৰ বন্ধু বিদূষকৰ এয়া উদ্দেশ্য প্ৰণোদিত অভিসন্ধি বুলি ৰাণী ধাৰিণীয়ে সন্দেহ কৰিছিল যদিও তেওঁ বিদূষকৰ নিপুণ কৌশলৰ সন্মুখত পৰাভূত হৈ অনিচ্ছাকৃতভাৱে মালৱিকাক ৰজাৰ দৃষ্টি পথলৈ আগ বঢ়াই দিবলৈ বাধ্য হ'ল। মালৱিকাৰ অপৰূপ সৌন্দৰ্য আৰু বিবিধ ভঙ্গীৰে প্ৰদৰ্শন কৰা নৃত্যাভিনয়ে তেওঁৰ প্ৰতি ৰজাৰ আকৰ্ষণ দুগুণ বৃদ্ধি কৰিলে। এতিয়া মালৱিকাই হ'ল তেওঁৰ সমগ্ৰ প্ৰেমৰ এক মাত্ৰ লক্ষ্য।

সম্প্ৰতি বসন্ত কাল পূৰ্ণ উদ্যমেৰে আভিভাৱ হৈ উঠিছে; কিন্তু এতিয়াও ৰাণী ধাৰিণীৰ প্ৰিয় অশোক গছজোপাত ফুল ফুলা নাই। তাৰ দোহদৰ (হাবিয়াস পূৰণৰ) নিতান্ত প্ৰয়োজন। যুৱতীৰ নূপুৰযুক্ত চৰণৰ আঘাত পালেহে অশোক গছত ফুল ফুলে। তাকেই দোহদ বোলে। সাধাৰণতে ৰাণী ধাৰিণীয়ে নিজেই সেই অশোক গছৰ দোহদ বিধান কৰে। কিন্তু বিদূষকে আগদিনাথনেই চক্ৰান্ত কৰি ৰাণীক দোলাৰোহণৰপৰা পেলাই ভৰি দুখন আহত কৰি লৰ-চৰ কৰিব নোৱৰা কৰিলে। উপায় নেদেখি ৰাণীয়ে তেওঁৰ পৰিবৰ্তে আন এজনীক

পঠিয়াৰ লগীয়া হ'ল। তেওঁৰ পৰিচাৰিকাসমূহৰ ভিতৰত উদ্ভিন্নযৌৱনা, অনুপম ৰূপৱতী মালৱিকাৰ বাহিৰে আন কোনোবা জানো এই কাৰ্যৰ বাবে অধিক উপযুক্ত হ'ব পাৰে? ৰাণীয়ে সেই কাৰ্য সমাধা কৰিবলৈ মালৱিকাকে নিয়োগ কৰিলে আৰু লগতে ক'লে, যদি পাঁচ ৰাতিৰ ভিতৰত তাত ফুল ফুলে তেতিয়া তেওঁৰ অভিৰুচি পূৰণ কৰা পুৰস্কাৰ দিব। ইতিমধ্যে বিদূষকে বুদ্ধিৰে মালৱিকাৰ বন্ধু বকুলাৱলিকাক বিশ্বাসলৈ আনিলে আৰু ৰজাৰে সৈতে মালৱিকাৰ মিলন ঘটোৱাত সহায় কৰিবলৈ সন্মত কৰালে।

মালৱিকা অশোক-তৰু ফুলোৱাৰ মানসেৰে প্ৰমোদবনলৈ গৈ অলপ সময় ৰহাৰ পিছতেই বকুলাৱলিকা আহি তেওঁৰ ভৰিত আলতা লগাই নূপুৰ বান্ধি দিলে। আন পিনে ৰাণী ইৰাৱতীৰ দোলাৰোহণৰ ইচ্ছা পূৰণ কৰিবলৈ ৰাণীৰ অনুৰোধক্ৰমে বিদূষকেৰে সৈতে ৰজাও গৈ প্ৰমোদবনত উপস্থিত হ'ল। পূৰ্ব নিৰ্দিষ্টমতে চেটীৰে সৈতে প্ৰমত্তা ইৰাৱতী আহি তাত থকা দোলাগৃহৰ ওচৰত গোপনে থাকিল। ইৰাৱতী অহা দেখি ৰজা আৰু বিদূষকেও তেওঁ নেদেখাকৈ লতাৰ আঁৰত অৱস্থান কৰিলে। মালৱিকা আৰু বকুলাৱলিকাৰ বাৰ্তালাপৰপৰা ৰজাই স্পষ্টকৈ বুজিলে, মালৱিকা ৰজাৰ প্ৰতি একান্ত অনুৰাগিণী। ছেগ বুজি ৰজা আগুৱাই আহি মালৱিকাক আলিঙ্গন কৰিবলৈ উদ্যত হ'ল। এনেতে হঠাৎ আঁৰৰপৰা ইৰাৱতী ওলাই আহি ৰজাক অপদস্থ কৰিলে। তেওঁ নানা-ভাৱে ৰজাক ভৰ্ৎসনা কৰি গুচি গ'ল। গৈ ৰাণী ধাৰিণীক মালৱিকাৰ অসৎ চৰিত্ৰ সম্বন্ধে সমস্ত কথা বিবৰি ক'লে আৰু ভৱিষ্যতে যাতে এনে কুকৰ্ম কৰিব নোৱাৰে তাৰ বাবে তেওঁক বন্দীশালত আটক কৰি ৰাখিব লাগে বুলি ক'লে। ধাৰিণীয়ে ইৰাৱতীৰ কথামতে মালৱিকাক বকুলাৱলিকাৰে সৈতে কাৰাৰুদ্ধ কৰি দ্বাৰৰক্ষী মাধৱিকাক নিৰ্দেশ দিলে যে তেওঁৰ সৰ্পমুদ্ৰাঙ্কিত আঙঠি নেদেখুৱাকৈ মালৱিকাক মুক্ত কৰি দিব নোৱাৰিব। মালৱিকাৰ খবৰ ল'বলৈ পঠিওৱা বিদূষকে অনুসন্ধান লৈ সকলো গম পালে আৰু ৰজাক এই বৃত্তান্ত জনালে; আৰু, নিজে ইয়াৰ এটা উপায়ৰো উদ্ভাৱন কৰিলে। বিদূষকে বিৱশ অৱস্থাৰে ৰাণী ধাৰিণীৰ কোঠাত উপস্থিত হৈ ৰাণীক জনালে যে তেওঁ ৰাণীৰ কাৰণে ফুল আনিবলৈ বাগিচাত প্ৰৱেশ কৰোঁতে তেওঁক সাপে খুঁটিলে। তেতিয়া বিদূষকক সৰ্প-চিকিৎসক ধ্ৰুৱসিদ্ধিৰ ওচৰলৈ লৈ যোৱা হ'ল। অলপ পিছতেই খবৰ আহিল, ৰাণীৰ সৰ্পমুদ্ৰাঙ্কিত আঙঠিটো নহ'লে বিদূষকৰ জীৱন ৰক্ষা কৰা তেনেই দুঃসাধ্য। ৰাণীয়ে অকণো সন্দেহ নকৰাকৈ আসন্ন মৃত্যুৰপৰা ব্ৰাহ্মণৰ

জীৱন ৰচাবলৈ আঙঠিটো দি দিলে আৰু এইদৰে আঙঠি গৈ বিদূষকৰ হাতত পৰিল। সেই আঙঠি দেখুৱাই বিদূষকে দ্বাৰ-ৰক্ষীৰপৰা মালৱিকা আৰু বকুলাবলিকাক মুক্ত কৰি আনিলে আৰু মালৱিকাক সমুদ্ৰ-ভৱনত ৰজাৰ লগত লগলগাই দিলে। বিদূষক বাহিৰত দুৱৰী হৈ থাকিল।

ইপিনে ইৰাৱতীয়ে ৰজাক সেইদৰে ভৰ্ৎসনা কৰি অনুতাপ কৰিবলৈ ধৰিলে আৰু তেওঁৰ অপৰাধ মাৰ্জনা কৰিবলৈ ৰজাৰ ওচৰ চপাৰ চিন্তা কৰিলে। এনেতে দাসী এজনী আহি ইৰাৱতীক জনালে যে বিদূষক সমুদ্ৰ-ভৱনৰ বাহিৰত শুই আছে। বিদূষক যেতিয়া তাত আছে, ৰজা নিশ্চয় তাতেই থাকিব, তাকে ভাবি ইৰাৱতী সেই ঠাই পালেগৈ আৰু দেখিলে, অকল বিদূষকেই নহয়, মালৱিকা, বকুলাবলিকা আৰু স্বয়ং মহাৰাজো তাৰ কোঠালিৰপৰা ওলাই আহিল। এইদৰে ৰজা আৰু মালৱিকাক হাতে-হাতে ধৰি ইৰাৱতীয়ে মালৱিকাক কঠোৰ শাস্তি বিহাৰ কথা ভাবিলে; কিন্তু মালৱিকাক সেই বিপদৰপৰা নিষ্কৃতি দিলে অশোক গছজোপাই; কিয়নো মালৱিকাৰ চৰণস্পৰ্শত সেই অশোক গছ নিৰ্দিষ্ট সময়ৰ ভিতৰত ফুলেৰে জাতিকাৰ হৈ উঠিছে। ৰাণী ধাৰিণীয়ে এই খবৰ পাই মালৱিকাৰ সকলো অপৰাধ মাৰ্জনা কৰিলে। তেওঁ ইৰাৱতীৰ কোনো কথালৈ ভ্ৰূক্ষেপ নকৰি মালৱিকাক দিয়া পূৰ্ব প্ৰতিশ্ৰুতি ৰক্ষা কৰিবলৈ প্ৰস্তুত হ'ল।

ইতিমধ্যে ৰজা অগ্নিমিত্ৰৰ সেনাপতিয়ে বিদৰ্ভৰ ৰজা যজ্ঞসেনক যুদ্ধত পৰাস্ত কৰি মাধৱসেনক মুক্ত কৰিলে আৰু ৰজাৰ নিৰ্দেশমতেই বিদৰ্ভ ৰাজ্য সমানে দুভাগ কৰি যজ্ঞসেন আৰু মাধৱসেনৰ মাজত ভগাই দিলে। মাধৱসেনে ৰাজ্য লাভ কৰি বিদৰ্ভ ৰাজ্যৰপৰা ধন-ৰত্নেৰে সৈতে শিল্প-নিপুণা দুজনী পৰিচাৰিকাক বিদিশাধিপতিলৈ পঠিয়াই দিলে। তেওঁলোকে আহি মালৱিকা আৰু আৰ্যা কৌশিকীক চিনি পালে। তেতিয়া তেওঁলোকৰ সকলো বৃত্তান্ত সম্পূৰ্ণৰূপে প্ৰকাশ পালে। ৰাণী ধাৰিণী আৰু সকলোৱে বুজি পালে যে মালৱিকা এজনী সাধাৰণ ছোৱালী নহয়; তেওঁ বিদৰ্ভ ৰজাৰ ৰাজকুমাৰী। ধাৰিণীয়ে মালৱিকাৰ পৰিচয় গোপন কৰি ৰখাৰ কাৰণে পৰিব্ৰাজিকাক নিন্দা কৰিলে। তেতিয়া পৰিব্ৰাজিকাই মালৱিকাৰ পৰিচয় গোপনে ৰখাৰ কাৰণ ব্যক্ত কৰিলে যে কোনো এজন সন্ন্যাসীয়ে ভৱিষ্যৱাণী কৰিছিল যে মালৱিকাই এবছৰ দাসী হৈ থকাৰ পিছতহে অনুৰূপ পাত্ৰ লাভ কৰিব পাৰিব। মালৱিকাৰ মঙ্গল কামনা কৰিহে তেওঁৰ পৰিচয় পৰিব্ৰাজিকাই গোপন কৰি ৰাখিছিল।

এনেতে খবৰ আহিল যে ধাৰিণীৰ পুত্ৰ বসুমিত্ৰই যৱন সৈন্তক পৰাভূত কৰি পিতামহ পুষ্যমিত্ৰৰ যজ্ঞাশ্ব লৈ নিৰ্বিঘ্নে উভতি আহিছে। ৰাণী ইৰাৱতীয়ে বসুমিত্ৰৰ বিজয়-বাৰ্ত্তা পাই আনন্দ পালে আৰু শান্ত হৈ ধাৰিণীক পূৰ্ব প্ৰতিশ্ৰুতিমতে মালৱিকাৰ অভিৰুচি পূৰণ কৰিবলৈ অনুমতি দিলে। তাৰ পিছত ধাৰিণীয়ে নিজ হাতে অগ্নিমিত্ৰ আৰু মালৱিকাৰ বিবাহ সম্পন্ন কৰি দিলে। ইয়াতেই নাটকীয় ঘটনাৰ সমাপ্তি ঘটিছে।

পৌৰাণিক কাহিনীৰ অৱলম্বনত ৰচিত কৰিৰ 'বিক্ৰমোৰ্বশীয়' আৰু 'অভিজ্ঞানশকুন্তল'ৰ ঘটনাৰ আকৰ্ষণ 'মালৱিকাগ্নিমিত্ৰ'ৰ ঘটনাত নাই। অৱশ্যে ৰাজ-অন্তঃপুৰৰ এটি সাধাৰণ ঘটনা আশানুৰূপভাৱে আকৰ্ষক নোহোৱা স্বাভাৱিক। জীৱনৰ ঘাত-প্ৰতিঘাতৰ স্পৰ্শই পৌৰাণিক নায়ক পুৰূৰবা আৰু দুষ্যন্তৰ চৰিত্ৰ যিভাৱে উজ্জ্বল কৰি তুলিছে, সংঘাতহীন অগ্নিমিত্ৰৰ চৰিত্ৰত সেই উজ্জ্বলতা নাই। মানুহৰ জীৱনত প্ৰকৃতিৰ প্ৰভাৱ, নাইবা প্ৰকৃতিৰে সৈতে মানুহৰ অন্তৰঙ্গ সম্বন্ধৰ মাধুৰ্য আন দুখন নাটকত যিদৰে প্ৰতিপাদিত হৈছে, 'মালৱিকাগ্নিমিত্ৰ'ত তাৰ অভাৱ ঘটিছে। প্ৰমোদ-উদ্যানত অশোক তৰু ফুলেৰে সম্ভাবিত কৰাৰ বাহিৰে নাটকৰ আন ঠাইত প্ৰকৃতিৰে সৈতে আমাৰ সাক্ষাৎ নঘটে। মালৱিকাই অশোক তৰু ফুলালে সঁচা; কিন্তু, সেই ফুলে তেওঁৰ চৰিত্ৰত কোনো প্ৰতিক্ৰিয়া কৰিব পৰা নাই, সি ধাৰিণীয়ে মালৱিকাক দিয়া প্ৰতিশ্ৰুতিৰ সাক্ষী-স্বৰূপে হৈ আছে। কৰিয়ে 'মালৱিকাগ্নিমিত্ৰ'ত আদৰ্শ প্ৰণয়ৰ স্বৰূপ নিৰ্ণয় কৰিছে যদিও তাক কাৰ্যত ৰূপায়িত কৰা নাই। অগ্নিমিত্ৰ আৰু মালৱিকাৰ প্ৰেম দৈহিক আনন্দতে পৰিসমাপ্ত। কৰিৰ আন দুখন নাটকৰ প্ৰেমৰ উচ্চ আৰু মহান আদৰ্শ ইয়াত নাই। 'বিক্ৰমোৰ্বশীয় আৰু 'অভিজ্ঞানশকুন্তল'ত কৰিয়ে যথাক্ৰমে ৰাজকুমাৰ আয়ু আৰু সৰ্বদমনৰ চৰিত্ৰ যিদৰে মোহনীয় কৰি অঙ্কিত কৰিছে, এই নাটকত অগ্নিমিত্ৰৰ পুত্ৰ বসুমিত্ৰক সেইদৰে অঙ্কিত কৰা নাই; দৰ্শকৰ সন্মুখলৈ আনি তেনে কৰিবলৈ কৰিয়ে সুযোগো লোৱা নাই। 'বিক্ৰমোৰ্বশীয় আৰু 'অভিজ্ঞানশকুন্তল'ৰ ঘটনা-সূত্ৰ মৰ্ত্য-আৰু স্বৰ্গ-লোকব্যাপী, পুৰূৰবা আৰু দুষ্যন্ত দিব্য গুণ-বিশিষ্ট। তেওঁলোক উভয়ে স্বৰ্গলৈ যায়, ইন্দ্ৰৰ কাৰ্যত সহায় কৰে, দেৱতাৰ পক্ষ লৈ অসুৰবোৰে সৈতে যুদ্ধ কৰে, স্বৰ্গ আৰু মৰ্ত্য উভয় লোকৰ মাজত এটা যোগাযোগৰ সূত্ৰ ৰাখে। 'মালৱিকাগ্নিমিত্ৰ'ৰ নায়কৰ তেনে গুণ বা কাৰ্যৰ পৰিৱেশ নাই। ই মৰ্ত্ত্যলোকৰ নাটক। পৃথিৱীৰ লোক-চৰিত্ৰ লৈহে ই ৰচিত। অগ্নিমিত্ৰ আৰু

মালৱিকাৰ মিলন ঘটোৱাই এই নাটকৰ প্ৰধান উদ্দেশ্য। এই অভিপ্ৰায় সাধন কৰিবলৈ কবিয়ে চৰিত্ৰ, বিশেষ পৰিস্থিতি আৰু ঘটনাৰ সৃষ্টি কৰিছে।

কবিয়ে নিৰ্মাণ কৰা সমূহ চৰিত্ৰৰে ভাব, চিন্তাধাৰা আৰু কাৰ্যকলাপ স্বকীয়া, ইটোৰে সৈতে সিটোৰ মিল নাই, ইটো পৰিস্থিতিৰে সৈতে সিটো পৰিস্থিতিৰ সম্বন্ধ নাই ; ইটো ঘটনাৰে সৈতে সিটো ঘটনাৰ সম্পৰ্ক নাই। চৰিত্ৰ, পৰিস্থিতি আৰু ঘটনাবোৰৰ বিভিন্নতা থাকিলেও সেই আটাইবোৰৰে লক্ষ্য কিন্তু এক। আটাইবোৰেই যেন নিজস্ব মান, অভিমান আৰু স্বাতন্ত্ৰ্য পৰিহাৰ কৰি নায়ক-নায়িকাৰ প্ৰণয়-বন্ধনত সহায়, সহযোগ আৰু সহানুভূতি আগ বঢ়াব খোজে। অথচ তাৰ ভিতৰত কোনো কৃত্ৰিমতা, অসংলগ্নতা আৰু অস্বাভাৱিকতা নাই। কবিয়ে অতুল নাট্য-প্ৰতিভাৰে বিভিন্ন পৰিস্থিতি আৰু ঘটনাৰ সৃষ্টি কৰি প্ৰত্যক্ষভাৱেই হওক বা পৰোক্ষভাৱেই হওক, সেই আটাইবোৰকে নাটকীয় বিষয়বস্তুৰ পৰিপুষ্টি সাধনত নিয়োগ কৰিছে। কবিয়ে চৰিত্ৰসমূহৰ নিজস্ব ব্যক্তিত্ব গঢ় লৈ উঠাৰ সুযোগ দিয়া নাই যদিও তেওঁলোকক নাটকৰ উদ্দেশ্য-সাধনত সক্ৰিয় অংশীদাৰ কৰি তুলিছে। অগ্নিমিত্ৰ আৰু মালৱিকাৰ প্ৰণয় সম্বন্ধে বিভিন্ন চৰিত্ৰৰ বিভিন্ন মত। বিভিন্ন পৰিস্থিতিৰ মাজেদি দেখা দিয়া তেওঁলোকৰ বিৰোধ মাত্ৰ বাহ্যিক বিৰোধ, অন্তৰৰপৰা সকলোৱে নায়ক-নায়িকাৰ মিলনকে কামনা কৰে ; তেওঁলোকৰ প্ৰণয়-বন্ধন দৃঢ় কৰিবলৈ বিচাৰে।

'মালৱিকাগ্নিমিত্ৰ' কাৰ্যবহুল নাটক। কবিয়ে ইয়াত বিবোৰ ঘটনা বা পৰিস্থিতিৰ সৃষ্টি কৰি নাট্য-প্ৰতিভা প্ৰদৰ্শন কৰিছে, তাৰ ভিতৰত নাট্যাচাৰ্য দুজনৰ মাজত সৃষ্টি কৰা কাজিয়া অন্যতম। আচাৰ্য দুজনৰ কাজিয়াৰ কাৰণেই মালৱিকাই অভিনয়-শালাত নৃত্যাভিনয় কৰি দেখুৱাব লগা হ'ল। এই কৌশলেই মহাৰাজ্ঞী ধাৰিণীয়ে নিৰন্তৰ ৰজাৰ চকুৰ আঁতৰত ৰাখিব খোজা মালৱিকাক নিপুণভাৱে ৰজাৰ সম্মুখত উপস্থিত কৰালে। মালৱিকাৰ অভিনয়ৰ অন্ত পৰিল আৰু তেওঁ ৰঙ্গমঞ্চৰপৰা প্ৰস্থান কৰিবলৈ উদ্যত হ'ল, এনেতে বিদূষকে তেওঁক খন্তেক অপেক্ষা কৰিবলৈ ক'লে ; কাৰণ তেওঁ এটা বিশেষ ভুল কৰিছে। এই ছেগতে গণদাসে মালৱিকাৰ অভিনয় সৰ্বাঙ্গসুন্দৰ হোৱা বুলি পৰীক্ষক পৰিব্ৰাজিকাৰ অভিমত আদায় কৰিলে। শেষত অভিনয় প্ৰদৰ্শনৰ পূৰ্বে মালৱিকাই ব্ৰাহ্মণক অভিবাদন নকৰাটো ভুল হোৱা বুলি বিদূষকে মন্তব্য কৰিলে।

এইদৰে সাধাৰণ ছেদু উলিয়াই নকত মালৱিকাক অধিক সময় ৰখাৰ ফলত ৰজাই চকুৰ হেপাহ পলুৱাই তেওঁৰ ৰূপ-দৰ্শনৰ সুযোগ পালে আৰু লগতে

মালবিকাৰ প্ৰতি তেওঁৰ অনুৰাগ হৈ উঠিল প্ৰবল। এই পৰিস্থিতিয়ে পৰিব্ৰাজিকাক মালবিকাৰ অভিনয় সম্বন্ধে অভিমত দিয়াৰ সুযোগ দিয়াৰ উপৰিও মিছাকৈ কালাতিপাত কৰিলে আৰু সময়ৰ অভাৱত আনজন শিক্ষকৰ পৰীক্ষা স্থগিত ৰাখিব লগীয়া হোৱাটো এটা স্বাভাৱিক অৱস্থা কৰি তুলিলে। আৰু, ইয়াতেই কালিদাসৰ নাট্য-প্ৰতিভা পৰিস্ফুট হৈ উঠিল।

মালবিকাৰ প্ৰতি ৰজা অগ্নিমিত্ৰৰ অবাঞ্ছিত অনুৰাগ দেখি ৰাণী ইৰাৱতী সহ্য কৰিব নোৱৰা হ'ল আৰু তেওঁৰেই প্ৰৰোচনামতে ৰাজ-মহিষী ধাৰিণীয়ে মালবিকাক কৰাকদ্ধ কৰি ৰাখিলে, যাতে মালবিকাৰে সৈতে ৰজাৰ কোনো দিনেই মিলন সম্ভৱপৰ হ'ব নোৱাৰে। এনেকুৱা পৰিস্থিতিত কাৰাকদ্ধ মালবিকাক মুক্ত কৰিবলৈ নাট্যকাৰে বিদূষকক সাপে খোঁটা আৰু বিষবৈদ্যৰ দ্বাৰা সৰ্পমুদ্ৰাঙ্কিত বস্তুৰ আৱশ্যকীয়তাৰ সৃষ্টি কৰি অসাধাৰণ নাট্য-প্ৰতিভাৰ পৰিচয় দিছে। নাটকৰ আন এটা পৰিস্থিতিয়েও নাট্যকাৰৰ প্ৰতিভা প্ৰকাশিত কৰিছে। বসন্ত কাল উপস্থিত; কিন্তু প্ৰমোদ-উদ্যানত অশোক গছ জেতিয়াও ফুল-সম্ভাৰেৰে জাতিকাৰ হৈ উঠা নাই। এনে ক্ষেত্ৰত দবাচলতে ৰাজ-মহিষী তালৈ গৈ অশোক তৰুৰ ফুল ফুলাৰ ব্যৱস্থা কৰিব লাগে; কিন্তু দোলাৰপৰা পৰি ভৰি দুখনত আঘাত পোৱা হেতু ৰাণীৰ পক্ষে তালৈ যোৱা অসম্ভৱ হৈ পৰিল। ৰাণীয়ে মালবিকাকে তালৈ গৈ তেওঁৰ হকে অশোক তৰু ফুলোৱাৰ ভাৰ ন্যস্ত কৰিলে।

নাট্যকাৰে এই পৰিস্থিতিৰ মাজেদি মালবিকাক প্ৰমোদ-উদ্যানলৈ পঠিয়াই ৰজা অগ্নিমিত্ৰৰ সন্মুখত উপস্থিত কৰালে আৰু মালবিকাৰ জীৱনৰ আশা ফলৱতী কৰাৰ পথো সুগম কৰি তুলিলে। ইয়াতেই পৰিলক্ষিত হয় কালিদাসীয় প্ৰতিভা।

এইদৰে কৰিয়ে বিবিধ কাৰ্য, অৱস্থা আৰু পৰিস্থিতিৰ সৃষ্টি কৰি তেওঁ অভিপ্ৰেত উদ্দেশ্য অৰ্থাৎ অগ্নিমিত্ৰ আৰু মালবিকাৰ মিলন সংঘটিত কৰি নাট্য-প্ৰতিভা প্ৰদৰ্শন কৰিছে।

নাটকৰ চৰিত্ৰ প্ৰণয়নতো কৰিৰ প্ৰতিভা প্ৰকাশ পাইছে।

**অগ্নিমিত্ৰ**

ৰজা অগ্নিমিত্ৰ ধীৰোদাত্ত নায়ক। নাটকৰ নায়কৰ চৰিত্ৰৰ গুণ বা বৈশিষ্ট্য বিকাশৰ মূলত নাটকীয় ঘটনা, পৰিস্থিতি আৰু পৰিবেশ। 'মালবিকাগ্নিমিত্ৰ' নাটকৰ ৰাজ-অন্তঃপুৰৰ সাধাৰণ ঘটনা এটিৰ মাজেদি নায়কৰ সাধাৰণতে থকা বিশেষ গুণ বা বৈশিষ্ট্য অঙ্কন কৰাৰ অৱকাশ নিচেই তাকৰ। গতিকে ৰাজ-সুলভ বীৰত্ব

বা ৰাজনীতিক পাৰদৰ্শিতাৰ বিশেষ পৰিচয় অগ্নিমিত্ৰৰ চৰিত্ৰত পোৱা নাযায়। অৱশ্যে বিদৰ্ভাধিপতিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাত তেওঁৰ ৰাজনীতিৰ প্ৰতি সমাদৰ থকাটো বুজিব পাৰি আৰু যজ্ঞসেনক যুদ্ধত পৰাস্ত কৰি পুনঃ তেওঁক অৰ্ধ ৰাজ্য প্ৰদান কৰাত তেওঁৰ মহানুভৱতা দেখা যায়। সকলো ক্ষেত্ৰতে ৰাজ-কাৰ্যত সহায় কৰিবলৈ তেওঁৰ মন্ত্ৰীপৰিষদ আছিল। মন্ত্ৰীসকলৰ পৰামৰ্শ মতেই তেওঁ ৰাজ্যশাসন কৰিছিল। মন্ত্ৰীসকলে ৰজাক শ্ৰদ্ধা কৰিছিল: 'কল্যাণী দেৱস্য বুদ্ধিঃ। মন্ত্ৰীপৰিষদোঽপ্যেৱমেৱ দৰ্শনম্।'[১]

অগ্নিমিত্ৰৰ চৰিত্ৰৰ বৈশিষ্ট্য দাক্ষিণ্য। বহু পত্নী থাকিলেও ধাৰিণী, ইৰাৱতী আদি ৰাণীসমূহৰ প্ৰতি তেওঁৰ অনুৰাগ সমান হোৱা হেতু তেওঁ দক্ষিণ নায়ক হিচাপে প্ৰসিদ্ধ। তেওঁ নিজে কয়, দাক্ষিণ্য হোৱাটো তেওঁলোকৰ পবিত্ৰ কুলধৰ্ম: 'দক্ষিণ্যং নাম বিম্বোষ্ঠি নায়কানাং কুলব্ৰতম্।'[২] সেয়েহে বিদূষকে ৰজাৰ দাক্ষিণ্যৰ প্ৰশংসা কৰে: 'নাৰ্হতি ভৱানন্তঃপুৰপ্ৰতিষ্ঠিতং দাক্ষিণ্যমেকপদে পৃষ্ঠতঃ কৰ্তুম্।'[৩] পাটমাদৈ ধাৰিণীৰ অন্তৰত আঘাত দিবলৈ তেওঁ অকণো ইচ্ছা নকৰে: 'কেৱলং দেৱ্যা ধৰিণ্যাশ্চিত্তং ৰক্ষন্নাত্মনঃ প্ৰভুত্বং ন দৰ্শয়তি।'[৪] মালৱিকাক ৰজাই ভাল পায় সঁচা, কিন্তু মালৱিকাই যদি ৰজাক সঁচাকৈয়ে ভাল নাপায়, তেনেহ'লে তেওঁ তেনে ভাল পোৱাও নিবিচাৰে। তদুপৰি আন ৰাণী ইৰাৱতী আদিয়ে যদি আনন্দেৰে মালৱিকাক ৰজাৰ হাতত সমৰ্পণ নকৰে, তেনেহ'লে তেওঁ মালৱিকাৰ প্ৰণয় আকাঙ্ক্ষা নকৰে। ৰাণী ইৰাৱতীৰ দুৰ্ব্যৱহাৰকো তেওঁ নীৰৱে সহ্য কৰি অসীম ধৈৰ্য্য আৰু নম্ৰ প্ৰকৃতিৰ পৰিচয় দিছে। অগ্নিমিত্ৰ এজন বিখ্যাত আৰু শক্তিশালী ৰজাৰ পুত্ৰ। তেওঁ যৱন-সৈন্যকো পৰাজয় কৰি পিতামহৰ যজ্ঞাশ্ব অক্ষতভাৱে ৰক্ষা কৰিব পৰা শক্তিসম্পন্ন পুত্ৰৰ পিতা। অগ্নিমিত্ৰই আন নাটকৰ বীৰৰ দৰে নিজে যুদ্ধ-ক্ষেত্ৰত অৱতীৰ্ণ হোৱা নাই। মন্ত্ৰীবৰ্গৰ হাতত ৰাজকাৰ্যৰ দায়িত্ব দি নিজে নিজ-গৰীয়া হৈ জীৱনটো বিলাস আৰু উপভোগৰ মাজেদি অতিবাহিত কৰিছে।

**বিদূষক:**

এই নাটকৰ নায়কৰ পিছতেই আনটো প্ৰধান চৰিত্ৰ হ'ল বিদূষক। সকলো নাট্যকাৰেই বিদূষকৰ চৰিত্ৰটো যাইকৈ হাস্য ৰসৰ সৃষ্টিৰ কাৰণে নিৰ্মাণ

---

১. মালৱিকাগ্নিমিত্ৰ—৫ম অঙ্ক।
২. ঐ ৪।১৪
৩. ঐ ৩য় অঙ্ক।
৪. ঐ ঐ

কৰিছে। সাধাৰণতে বিদূষক নায়কৰ অন্তৰঙ্গ বন্ধু আৰু তেওঁৰ গুপ্ত প্ৰেমৰ সহায়ক। বিদূষকৰ বাবে ৰাজ-অন্তঃপুৰৰ দুৱাৰ সদায় উন্মুক্ত। কিন্তু এই নাটকত বিদূষক কেৱল হাস্য ৰসৰ সঞ্চাৰকেই নহয়, তেওঁ নায়কৰ কাৰ্যান্তৰ-সচিবো (কাৰ্যান্তৰসচিৱঃ)। নাটকৰ আদিৰপৰা অন্তলৈকে সকলো ঘটনাৰ অন্তৰালত বিদূষক প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত। সমস্ত নাটকীয় ঘটনাৰ তেওঁ সূত্ৰধাৰ-স্বৰূপ। তেওঁক বাদ দিলে নাটকৰ কোনো বৈশিষ্ট্য নাথাকে; নাটকৰ পৰিণতি সম্পাদন হয় অসম্ভৱ। তেওঁৰ একমাত্ৰ উদ্দেশ্য, অগ্নিমিত্ৰেৰে সৈতে মালৱিকাৰ সংযোগ-সাধন। এই উদ্দেশ্য সাধনৰ বাবে তেওঁ যি বুদ্ধি, কৌশল আৰু দূৰদৰ্শিতা প্ৰদৰ্শন কৰিছে তাক দেখিলে অনুমান হয়, তেওঁ যেন দ্বিতীয় বিচক্ষণ চাণক্য। যি কোনো প্ৰতিবন্ধক উপস্থিত নহওক লাগিলে হাতত লোৱা কাম সমাধা কৰিবলৈ তেওঁ বদ্ধপৰিকৰ।

আচাৰ্য গণদাস আৰু হৰদত্তৰ মাজত কাজিয়াৰ সৃষ্টি কৰি বিদূষকে যি অভিনৱ কৌশলেৰে মালৱিকাক ৰজাৰ দৃষ্টি-গোচৰলৈ আনিলে আৰু যি এটি সাধাৰণ চেলু উলিয়াই মালৱিকাক মঞ্চত অধিক সময় ৰাখিলে তাক ভাবিলে তেওঁৰ বুদ্ধি আৰু প্ৰত্যুৎপন্নমতিত্বৰ প্ৰশংসা নকৰি নোৱাৰি।

বিদূষকেই চাতুৰি কৰি ৰাণী-ধাৰিণীক দোলাৰপৰা পেলাই ভৰিত আঘাত পোৱালে আৰু অশোক-তৰু ফুলোৱা ভাৰ মালৱিকাত অৰ্পণ কৰালে। লগতে তেওঁ ধাৰিণীৰপৰা মালৱিকাই বিশেষ অনুগ্ৰহ লাভ কৰাৰ সুযোগ-সৃষ্টি কৰালে। বিদূষকৰ পৰিপক্ব মস্তিষ্ক-প্ৰসূত কৌশলে পাঠক আৰু দৰ্শকক স্তম্ভিত কৰে।

বিদূষকৰ সৰ্বাতোকৈ কুশলী কাৰ্য হ'ল, সৰ্প-দংশনৰ অভিনয় কৰি ধাৰিণীৰ সৰ্পমুদ্ৰাঙ্কিত আঙঠিটো হস্তগত কৰা। কাৰাগাৰৰ দাৰ-ৰক্ষিকাক সেই আঙঠি দেখুৱাই তেওঁ কাৰাগাৰৰপৰা মালৱিকাক মোকোলাই আনিলে আৰু সমুদ্ৰগৃহত অগ্নিমিত্ৰেৰে সৈতে মালৱিকাৰ সংযোগ ঘটালে। সময়োপযোগী কৌশল প্ৰয়োগ কৰিব পৰা বিদূষক যে এজন কাৰ্যদক্ষ, বিচক্ষণ আৰু ব্যৱহাৰিক অভিজ্ঞতাসম্পন্ন ব্যক্তি আছিল তাক অনায়াসে অনুমান কৰিব পাৰি।[১] বিদূষকে ৰজাক কাৰ্যসিদ্ধিৰ কাৰণে অধৈৰ্য নহ'বলৈ সদায় সঁকীয়াই থাকে।[২] বিদূষকৰ কথাবাৰ্তাবোৰ অভিপ্ৰায়যুক্ত, উত্তৰবোৰ চোকা আৰু

১. তস্মাদনাতুৰো ভূত্বা কাৰ্যসিদ্ধিং প্ৰাৰ্থয়মানো মে ৰোচতে।
(মালৱিকাগ্নিমিত্ৰ ২য় অঙ্ক)

২. অলং ভৱতো ধীৰতামুজ্ঝিত্বা পৰিদেৱিতেন (মালৱিকাগ্নিমিত্ৰ ৩য় অঙ্ক)

অৱস্থাৰ তেওঁ চতুৰ নিৰীক্ষক। বিদূষকে ৰজাক কয়, 'কচাইখানাৰ চাৰিওকাষে মাংসলোভী পক্ষীৰ দৰে তুমি ঘূৰি ফুৰিছা, অথচ তাৰ অকণমানো ল'বলৈ সাহস নাই।'[১] ৰজাই বিদূষকক ব্ৰাহ্মণ হিচাপে সন্মান কৰে: 'প্ৰতিগৃহীতং বচঃ সিদ্ধিদৰ্শিনো ব্ৰাহ্মণস্য'[২]। ইৰাৱতীয়ে বিদূষকক ব্ৰহ্মবন্ধু (অযোগ্য ব্ৰাহ্মণ) বুলি ব্যঙ্গ কৰে: 'কথং খলু ব্ৰহ্মবন্ধুৰন্যথা জীৱিষ্যতি।'[৩] ভোজনৰ যোগ্য কাল তেওঁ কদাপি অতিক্ৰম নকৰে: 'ব্ৰাহ্মণস্ত ভোজনবেলা সংবৃত্তা।'[৪] তেওঁ যে অতিপাত খকুৱা তাকো বুজা যায়: 'পানভোজনং স্বৰয়।' অকল ভোজনেই নহয়, শয়ন আৰু মদ্যপানৰ প্ৰতিও তেওঁ আসক্ত। বিদূষকৰ হাস্য-ৰসোদ্দীপক কথাই পাঠক আৰু দৰ্শকক বিশেষভাৱে আনন্দ দিয়ে। ৰাণী ধাৰিণীয়ে আচাৰ্য্য দুজনৰ কাজিয়া পছন্দ নকৰে। বিদূষকে ক'লে, 'ভেড়া ছাগলী দুটাৰ কাজিয়াগন চোৱা যাওকচোন?'[৫] (ভৱাত পণ্যাম উৰভ্ৰসংপাতম্)। বিদূষকে আকৌ কয়, 'মত্ত হাতী দুটাৰ যুদ্ধ লাগিলে এটা সম্পূৰ্ণভাৱে পৰাস্ত নোহোৱালৈকে শান্তি ক'ত?'[৬] আন আন বহু ঠাইত বিদূষকৰ হাস্যকৰ উক্তি দেখা যায়। বিদূষক যে জগতৰ ব্যৱহাৰিক-জ্ঞান-সম্পন্ন আছিল, তাক তেওঁৰ উক্তিয়ে প্ৰমাণ কৰে: 'কুম্ভীলকৈঃ কামুকৈশ্চ পৰিহৰণীয়া খলু চন্দ্ৰিকা।'[৭] চোৰ আৰু কামাৰ্তজনে জোনৰ পোহৰ পৰিত্যাগ কৰা উচিত।

ধাৰিণী:

ধাৰিণী বয়োজ্যেষ্ঠা প্ৰধান মহিষী। তেওঁ এগৰাকী আদৰ্শৱতী পত্নী। পতিৰ সুখেই তেওঁৰ সুখ। নিজৰ সকলো সুখ ত্যাগ কৰি হ'লেও পতিক সুখী কৰাই তেওঁৰ জীৱন ব্ৰত। ৰজাৰ আচৰণত অসন্তুষ্ট হ'লেও ৰজাক তেওঁ ক্ৰোধ দেখুৱাই অসন্তুষ্ট কৰিবলৈ নিবিচাৰে; মাথোন 'আৰ্যপুত্ৰৰ বিনয়হীন আচৰণ' বুলি কৈ

---

১. ভৱানপি সূনোপৰিচৰো বিহঙ্গম ইৱামিষলোলুপো ভীৰুকশ্চ। (মা. ২য় অঙ্ক)

২. মালৱিকাগ্নিমিত্ৰ ২য় অঙ্ক।

৩. ঐ ৩য় অঙ্ক।

৪. ঐ ২য় অঙ্ক

৫. ঐ ১ম অঙ্ক

৬. অন্যোন্যকলহিতয়োৰ্মত্তহাস্তিনোৰেকতৰস্মিন্নিৰ্জিতে কুত উপশমঃ।
(মা. ১ম অঙ্ক)

৭. মালৱিকাগ্নিমিত্ৰ ৪ৰ্থ অঙ্ক।

নিজকে নিজে সন্তুষ্ট হৈ থাকে : 'অহো অবিনয় আৰ্যপুত্ৰস্য।' ধাৰিণী সম্পৰ্কে পৰিব্ৰাজিকাৰ উক্তি মন কৰিব লগীয়া : 'ভৰ্তৃবৎসলা সাধ্বী।'' পতিভক্তিপৰায়ণা, সাধ্বী ধাৰিণীৰ পতিৰ প্ৰতিৰ প্ৰতি ভাল পোৱা আছিল অতি গাঢ়। একোৱেই তেওঁক ৰজাৰ স্নেহৰপৰা বিচলিত কৰিব নোৱাৰে। তেওঁ ধীৰ, স্থিৰ আৰু স্বভাৱতে শান্তিপ্ৰিয়। তেওঁ আছিল বীৰপুত্ৰৱতী, সুতবৎসলা আৰু ধৰ্মপৰায়ণা। পিতামহৰ যজ্ঞাশ্ব ৰক্ষাৰ কাৰণে নিযুক্ত হোৱা পুত্ৰ বসুমিত্ৰৰ মঙ্গল কামনা কৰি তেওঁ উপযুক্ত ব্ৰাহ্মণক দান-দক্ষিণা দিছিল।

ৰজাৰ দ্বিতীয়া ৰাণী ইৰাৱতীৰ দৰে তেওঁ ঈৰ্ষাপৰায়ণা আৰু ক্ৰোধান্বিতা নাছিল। অৱশ্যে মালৱিকাৰ প্ৰতি ৰজাৰ প্ৰণয়ৰ কথা জানি তেওঁৰ অন্তৰত নাৰীসুলভ ঈৰ্ষা-ভাব নজগাকৈও থকা নাছিল। মালৱিকাক তেওঁ সদায় ৰজাৰ চকুৰ আঁতৰত ৰাখিবলৈ বিচাৰিছিল। বিদূষকৰ চক্ৰান্তক্ৰমে মালৱিকাই নৃত্য প্ৰদৰ্শন কৰিবলগীয়া হ'লেও তাক তেওঁ অতি সংক্ষিপ্ত কৰিবলৈ বিচাৰিছিল। ৰজাৰ দোষ-ত্ৰুটিৰ কথা বিচাৰ নকৰি মাত্ৰ মৃদুভাৱে কৈছিল 'ৰাজকাৰ্য পৰিচালনাৰ ক্ষেত্ৰতো যদি আৰ্যপুত্ৰ এইদৰেই নিখুঁত হ'লহেঁতেন, তেনেহ'লে সুন্দৰ হ'লহেঁতেন।'[১] ধাৰিণীৰ অভিপ্ৰায় ৰজাৰ পক্ষে নাৰীৰ পিছত এইদৰে লগাতকৈ ৰাজকাৰ্যত মনোনিবেশ কৰা হ'লে বিশেষ কামত আহিলহেঁতেন। মালৱিকাৰ নৃত্য-পৰীক্ষা তেওঁ ৰজাক সম্মুখত নাৰাখি অকল পৰিব্ৰাজিকাৰ দ্বাৰা ল'বলৈ বিচাৰিছিল; কিন্তু পৰিব্ৰাজিকাৰপৰা বাধাপ্ৰাপ্ত হৈ নিজকে নিজে কৈছিল : মূৰ্খ, মই সম্পূৰ্ণ জাগি থকা সত্বেও তুমি মোক শুই থকা বুলি ভাবিছা নেকি ?[২] ইৰাৱতীৰ প্ৰৰোচনাত ধাৰিণীয়ে মালৱিকাক কাৰাগাৰত আবদ্ধ কৰি ভাল পোৱা নাছিল। সেয়েহে তেওঁ ইৰাৱতীলৈ কৈ পঠিয়াইছিল, 'এনে ধৰণৰ ঈৰ্ষাপৰায়ণ কাৰ্য্য কৰাৰ বয়স এতিয়া মোৰ নাই।'[৩] ধাৰিণীৰ অন্তৰখন আছিল দয়া, স্নেহ আৰু মমতাৰে পৰিপূৰ্ণ। সাপৰ কামোৰ খাই জীৱন হেৰুৱাবলৈ লোৱা বিদূষকক ৰক্ষা কৰিবলৈ নিজৰ হাতৰ আঙঠিৰে সহায় কৰিছিল। কিন্তু তাৰ ভিতৰত থকা ষড়যন্ত্ৰৰ উমান নোপোৱা, পৰিত্ৰমনা ধাৰিণীৰ কথা ভাবিলে তেওঁলৈ আমাৰ পুতৌ জন্মে। ধাৰিণী স্বভাৱতে সহনশীলা,

---

১. 'যদি ৰাজকাৰ্যেষপীদৃশ্যুপায়নিপুণতাৰ্যপুত্ৰস্য ততঃ শোভনং ভবেৎ।'

(মালৱিকাগ্নিমিত্ৰ ১ম অঙ্ক)

২. 'মূঢ়ে কিং মাং জাগ্ৰতীমপি সুপ্তামিৱ কৰোষি।' (ঐ)

৩. 'ন মে এৱ মৎসৰস্য কালঃ।' (মালৱিকাগ্নিমিত্ৰ ৪ৰ্থ অঙ্ক)

ধৰাৱতী আৰু স্নেহলীলা। তেওঁ মালৱিকাক দিয়া প্ৰতিশ্ৰুতি পালন কৰাত তেওঁ যে অভিজাত-কুলসম্ভৱা আছিল তাক অনায়াসে অনুমান কৰিব পাৰি। ৰজাই দেখা কৰিবলৈ যোৱাত তেওঁ আহত ভৰিৰে বিছনাৰপৰা উঠি ৰজাক যথোচিত সন্মান দেখুৱাবলৈ বিচাৰে। মালৱিকাৰ বংশ-মৰ্যাদাৰ পৰিচয় পোৱাৰ আগেয়ে তেওঁ ৰজাৰ অভিলাষ পূৰণ কৰিবলৈ মালৱিকাৰে সৈতে ৰজাৰ বিবাহ মনস্থ কৰি পৰিব্ৰাজিকাক সেইভাৱে মালৱিকাক প্ৰস্তুত কৰিবলৈ নিৰ্দেশ দিছিল। সপত্নী ইৰাৱতীৰ প্ৰতি তেওঁৰ মৰম অটুট আছিল আৰু মালৱিকাকো সপত্নী হিচাপে লোৱাত তেওঁৰ আগ্ৰহ কম নাছিল।

## ইৰাৱতী :

ৰজা অগ্নিমিত্ৰৰ দ্বিতীয়া মহিষী ইৰাৱতীৰ স্বভাৱ ধাৰিণীৰ স্বভাৱৰ সম্পূৰ্ণ বিপৰীত। তেওঁ অতিশয় ঈৰ্ষাপৰায়ণা, প্ৰগল্‌ভা আৰু ধৈৰ্যহীনা। তেওঁ নিজৰ মত সহজে পৰিত্যাগ নকৰে; ৰজাৰ দোষ-ত্ৰুটি মাৰ্জনা নকৰে। ইৰাৱতী এতিয়াও প্ৰায় যুৱতী; গতিকে তেওঁৰ প্ৰতি ৰজাৰ আকৰ্ষণ অধিক। ইৰাৱতীয়ে সকলো ষড়যন্ত্ৰৰ কথা সহজে ধৰিব পাৰে; তেওঁ বুদ্ধিমতী। ৰজাই কয়: 'নিসৰ্গনিপুণাঃ স্ত্ৰিয়ঃ।' স্ত্ৰীসকল স্বভাৱতে চতুৰ। মালৱিকাৰ প্ৰতি ৰজাৰ আকৰ্ষণ তেওঁ কদাপি সহ্য কৰিব নোৱাৰে। ইৰাৱতীৰ ৰূপ আৰু যৌৱন লৈ অভিমান আছে আৰু তাকে লৈ ৰাজ-অন্তঃপুৰত তেওঁৰ এক প্ৰকাৰৰ প্ৰতিপত্তিও আছে। ৰাজ-অন্তঃপুৰত মালৱিকাৰ অধিকাৰ তেওঁ সহ্য কৰে কেনেকৈ? পুত্ৰৱতী ধাৰিণীৰ কথা স্বতন্ত্ৰ; কিন্তু সন্তানৰ মুখ নেদেখা ইৰাৱতীৰ ঈৰ্ষাৰ তীব্ৰতা অধিক হোৱা অতি স্বাভাৱিক। ইৰাৱতীয়ে মদ পান কৰে; মদৰ নিচাত কেতিয়াবা তেওঁ সাধাৰণ স্ত্ৰীসুলভ ভদ্ৰতা অতিক্ৰম কৰি ৰজাক মেখেলাৰে আঘাত কৰিবলৈ উদ্যত হয়। ৰোষ-পৰায়ণতা তেওঁৰ স্বভাৱগত ধৰ্ম বুলি ৰজাই সান্ত্বনা লভে। সপত্নীৰ প্ৰতি ঈৰ্ষাৰপৰা সমুদ্ভূত বিষাদ-অঙ্কুৰ মৰিমুৰ কৰিবলৈ ৰজাই তেওঁৰ ওচৰত আঁঠু ল'লেও তেওঁ ৰজাক ক্ষমা নকৰে। ধাৰিণীৰ দ্বাৰা তেওঁ মালৱিকাক কাৰাগাৰত আবদ্ধ কৰি ৰাখিবলৈকো কুণ্ঠা বোধ নকৰে। মালৱিকাৰ প্ৰতি কৰা ব্যৱহাৰৰপৰা তেওঁৰ ক্ৰোধ যে সহজে যাব নোৱাৰা বিধৰ নহয় তাক বুজা যায়। তথাপি ক'ব পাৰি যে ইৰাৱতীয়ে ৰজাৰ প্ৰতি দেখুওৱা আচৰণৰ বাবে অনুতপ্ত হৈ সমুদ্ৰগৃহলৈ গৈ ৰজাৰ ছবিৰ ওচৰতে অনুশোচনা কৰিবলৈ বিচাৰিছিল। ধাৰিণীয়ে মালৱিকাক মুক্ত কৰিবলৈ বিচৰাতো ইৰাৱতীয়ে

অসন্তুষ্টি প্ৰকাশ কৰি প্ৰকাৰান্তৰে তাত বাধা দিছিল। অৱশ্যে সপত্নীপুত্ৰ বসুমিত্ৰৰ বিজয়-বাৰ্তাত আনন্দিত হৈ ধাৰিণীক পূৰ্ব প্ৰতিশ্ৰুতি ৰক্ষা কৰিবলৈ তেওঁ অনুমোদন জনাইছিল। ধাৰিণীৰ দ্বাৰা সম্পাদিত অগ্নিমিত্ৰ আৰু মালবিকাৰ বিবাহ-উৎসৱত উপস্থিত নহৈ ইৰাৱতীয়ে কেৱল লৌকিকতা ৰক্ষা কৰি মাত্ৰ অভিনন্দনহে জনাইছিল।

## মালৱিকা:

মালবিকা নাটকৰ নায়িকা। তেওঁৰ মন অতি সৰল, পবিত্ৰ আৰু সুৰুচি সম্পন্ন। মালবিকা অপূৰ্ব সুন্দৰী। তেওঁৰ সৌন্দৰ্যই ৰজা অগ্নিমিত্ৰক মুগ্ধ কৰিছে; ঈৰ্ষাপৰায়ণা ৰাণী ইৰাৱতী মালবিকাৰ ৰূপ-সৌন্দৰ্য প্ৰশংসা কৰি আশংকিত হয়: 'স্থানে খলু শঙ্কিতং মে হৃদয়ম্।' মালবিকা ৰজাৰ প্ৰতি একান্ত অনুৰাগিণী। আচাৰ্যৰ শিক্ষা প্ৰদৰ্শনৰ বেলিকা গীতৰ মাজেদি মালবিকাই সেই অনুৰাগ প্ৰকাশ কৰিছে।

মালবিকা অতি বুদ্ধিমতী, নিপুণা আৰু মেধাবিনী আছিল। গুৰুৰ উপদেশ গ্ৰহণত তেওঁ আছিল কুশলা। শিক্ষক গণদাসে তেওঁৰ বিষয়ে কয়: 'পৰম নিপুণা মেধাবিনী চ সা।' মালবিকা আছিল নৈসৰ্গিক গুণ-সম্পন্না। উচ্চ বংশত তেওঁৰ জন্ম, তেওঁ আত্ম-সন্মান-বিশিষ্টা ৰাজকুমাৰী হৈও দাসীৰূপে থাকিব লগীয়া হোৱাত তেওঁৰ কোনো অশান্তি বা আপত্তি নাই। মালবিকা যেন অৱস্থাৰ দাসী; জীৱনৰ সকলো বিপৰ্যয়কে হাঁহি মুখে বৰণ কৰি ল'বলৈ তেওঁ প্ৰস্তুত। কাৰাগাৰত আবদ্ধ হৈ থকাটোতো তেওঁৰ কোনো অশান্তি নাই। বয়োজ্যেষ্ঠা ধাৰিণীলৈ তেওঁ ভয় কৰে, পদ-মৰ্যাদাৰ বাবে তেওঁক সন্মানো কৰে। বকুলাবলিকা তেওঁৰ একমাত্ৰ বান্ধৱী; প্ৰণয়ৰ একমাত্ৰ সহায়কাৰিণী। মালবিকাৰ চৰিত্ৰৰ মাজেদি কবিয়ে এজনী বালিকাৰ হৃদয়ৰ আবেগ-অনুভূতিক স্পষ্ট কৰি তুলিছে। সেই অপৰূপা, সৰলমতি আৰু স্নেহশীলা মালবিকাই জীৱনৰ বহু ঘাত-প্ৰতিঘাতৰ মাজেদি গৈ শেষত ৰজা অগ্নিমিত্ৰৰ প্ৰেমাগাৰকে আশ্ৰয় কৰিলে।

## পৰিব্ৰাজিকা:

পৰিব্ৰাজিকা এজনী সহনশীলা আৰু ধৈৰ্যশীলা নাৰী। তেওঁৰ মনৰ দৃঢ়তা অসীম। নতুনকৈ বিধৱা হোৱাৰ পিছত নিজৰ সহোদৰ ভ্ৰাতৃক হেৰুৱাব লগা হোৱাতো তেওঁ ধৈৰ্যহীনা হোৱা নাই। কৰ্তব্য-কৰ্ম তেওঁ অকাতৰে সমাধা

কৰে। সংসাৰৰ প্ৰতি আসক্তি হেতুৱাই তেওঁ সংন্যাসিনী হয়, কষায় বস্ত্ৰ পৰিধান কৰে, আৰু কৌশিকীয়ে পৰিব্ৰাজিকা-ৰূপে ৰজা অগ্নিমিত্ৰৰ ৰাজ-দৰবাৰত আশ্ৰয় লয়, আৰু তেওঁ জ্ঞান-বুদ্ধিৰ কাৰণে পণ্ডিত কৌশিকীৰূপে সন্মান লাভ কৰে। ৰজা অগ্নিমিত্ৰৰে সৈতে মালবিকাৰ সংযোগ ঘটাবলৈ বিদূষকৰ পিছতেই পৰিব্ৰাজিকাই নানাভাৱে সহায় কৰিছিল। ৰাজ-অন্তঃপুৰত মালবিকাক চিনি পায়ো তেওঁ সংযতভাৱে মালবিকাৰ পৰিচয় গোপন কৰি ৰাখিছিল। মালবিকাৰ প্ৰতি ৰজাৰ আকৰ্ষণৰ কথা জানি তেওঁ উভয়ৰে মিলনৰ কাৰণে যত্ন কৰিছিল। ৰজা অগ্নিমিত্ৰক দিয়া আশীৰ্বচনৰ মাজেদি তেওঁৰ গভীৰ অধ্যয়ন আৰু অসাধাৰণ পাণ্ডিত্যৰ পৰিচয় পোৱা যায়।[১] প্ৰাথমিক চিকিৎসা আৰু ঔষধ সম্বন্ধেও তেওঁৰ জ্ঞান যথেষ্ট আছিল।[২] আদৰ্শ শিক্ষকৰ লক্ষণ[৩] আৰু নৃত্যকলাৰ আদৰ্শ[৪] সম্পৰ্কে দিয়া তেওঁৰ মন্তব্যই তেওঁৰ জ্ঞান-পৰিসীমাৰ কথাকে সূচায়। বিবাহৰ বাবে ছোৱালীজনীক প্ৰসাধন আদিৰে সজ্জিত কৰা অভিজ্ঞতাও যে তেওঁৰ যথেষ্ট আছিল, তাক ৰাণীৰ উক্তিয়ে প্ৰমাণ কৰে।[৫]

**বিক্ৰমোৰ্বশীয় :**

'বিক্ৰমোৰ্বশীয়' কালিদাসৰ দ্বিতীয় নাটক। ই পাঁচ অংকত পৰিসমাপ্ত। এই নাটক পুৰুৰৱা আৰু উৰ্বশীৰ প্ৰণয়-কাহিনী লৈ ৰচিত। বৈদিক যুগৰ পৰাই এই বৃত্তান্তই সমাজত প্ৰসিদ্ধি লাভ কৰি আহিছে। ঋগ্বেদ, শতপথ ব্ৰাহ্মণ, বৃহদ্দেৱতা, মহাভাৰত, হৰিবংশ, বিষ্ণুপুৰাণ, পদ্মপুৰাণ, ভাগৱতপুৰাণ, মৎস্যপুৰাণ, কথাসৰিৎসাগৰ আদি বিভিন্ন গ্ৰন্থত পুৰুৰৱা আৰু উৰ্বশীৰ কাহিনী বিভিন্ন প্ৰকাৰে প্ৰচলিত হৈ আহিছে। ইয়াৰ ভিতৰত মৎস্যপুৰাণত বৰ্ণিত আখ্যানকে অৱলম্বন কৰি কবিয়ে এই নাটক ৰচনা কৰা বুলি পণ্ডিতসকলে স্থিৰ কৰিছে। কবিয়ে নিজস্ব কল্পনাৰে বিভিন্ন চৰিত্ৰ, ঘটনা আৰু পৰিস্থিতিৰ সৃষ্টি কৰি আৰু সমন্বয় ঘটাই এই প্ৰাচীন কাহিনীটোক নাট্যৰূপ দি অপূৰ্ব কৰি তুলিছে।

---

১. মহাসাৰপ্ৰসৱয়োঃ সদৃশক্ষময়োৰ্দ্বয়োঃ।
ধাৰিণীভূতধাৰিণ্যোৰ্ভব ভৰ্তা শৰচ্ছতম্॥ (মালবিকাগ্নিমিত্ৰ ১ম অংক, ১৫)

২. ছেদো দংশস্য দাহো বা ক্ষতের্বা ৰক্তমোক্ষণম্।
এতানি দষ্টমাত্ৰাণামায়ুষ্যাঃ প্ৰতিপত্তয়ঃ॥ (মালবিকাগ্নিমিত্ৰ ৪ৰ্থ অংক, ৪)

৩. মালবিকাগ্নিমিত্ৰ—১।১৬

৪. ঐ ২।৮

৫. ঐ —পঞ্চম অংক।

পৌৰাণিক কাহিনীৰ লগত সন্নিৱিষ্ট কৰা বিষয়সমূহৰ ভিতৰত প্ৰথমতে উল্লেখ কৰিব পাৰি, ঔশীনৰীৰ চৰিত্ৰ-নিৰ্মাণ। পৌৰাণিক আখ্যানত ঔশীনৰীৰে সৈতে পুৰুৰবাৰ বিবাহৰ উল্লেখ নাই। হৰিবংশৰ মতে উৰ্বশী বজা পুৰুৰবাৰ একমাত্ৰ ভাৰ্যা। কবিয়ে ঔশীনৰীক পুৰুৰবাৰ প্ৰথমা মহিষী আৰু প্ৰতিনায়িকা হিচাপে অৱতৰণ কৰাই নাটকীয় ঘটনাৰ পৰিপুষ্টি আৰু নায়ক-নায়িকাৰ প্ৰণয়-বন্ধন মধুময় কৰি তুলিছে। কবি-সৃষ্ট উৰ্বশীৰ প্ৰতি মুনিপ্ৰবৰ ভৰতৰ অভিসম্পাত দেখা দিলে নায়ক-নায়িকাৰ মিলনৰ প্ৰচ্ছন্ন আশীৰ্বাদৰূপে, আৰু মহাপৰাক্ৰম পুৰুৰৱা আৰু দেৱৰাজ ইন্দ্ৰৰ বন্ধুত্বই প্ৰদান কৰিলে নায়ক-নায়িকাৰ জীৱন-জোৰা মিলন-কৱচ। সেই কৱচৰ উপযুক্ত বাহক হিচাপে দেখা দিলে দেৱৰ্ষি নাৰদ। নায়ক-নায়িকাৰ বিচ্ছেদেৰে পৰিসমাপ্ত পৌৰাণিক কাহিনীৰ অপ্ৰীতিকৰ সমাপ্তিৰ সলনি কালিদাসে নিজ প্ৰতিভাৰে নাটকৰ সামৰণি মাৰিছে নায়ক-নায়িকাৰ মিলন-মধুৰিমাৰে। নাটকৰ কাহিনীটো এনে :

কোনো এসময়ত চন্দ্ৰবংশীয় মহাপৰাক্ৰান্ত ৰজা পুৰুৰবাই সূৰ্য-উপাসনা কৰি নিজ ৰাজধানী প্ৰতিষ্ঠানলৈ প্ৰত্যাবৰ্তন কৰোঁতে হঠাৎ এটা আৰ্তনাদ শুনিবলৈ পালে। ৰজাই সেই আৰ্তস্বৰৰ অনুসৰণ কৰি গৈ কেইজনীমান অপ্সৰা দেখিলে। তেওঁলোকে ৰজাক ক'লে, 'ইন্দ্ৰসভাৰ প্ৰধান নৰ্তকী উৰ্বশীক কৈলাসপতি কুবেৰৰ আগত নৃত্য প্ৰদৰ্শন কৰি উভতি অহাৰ সময়ত কেশী নামৰ অসুৰ এটাই অপহৰণ কৰি লৈ গৈছে ; তেওঁক ৰক্ষা কৰিব লাগে।'

তেতিয়া ৰজাই তেওঁলোকক হেমকূট পৰ্বত-শিখৰত অপেক্ষা কৰিবলৈ ক'লে আৰু তেওঁলোকে নিৰ্দেশ কৰা দিশেদি গৈ কেশী নামৰ দৈত্যটোক নিহত কৰি উৰ্বশীক উদ্ধাৰ কৰি পূৰ্ব-নিৰ্দিষ্ট ঠাইত উপস্থিত হ'লহি। ৰথৰ ভিতৰত উৰ্বশীক সংজ্ঞাহীনা দেখি চিত্ৰলেখাই প্ৰবোধ দিবলৈ ধৰিলে। লাহে লাহে তেওঁ সংজ্ঞা লাভ কৰিলে। তেতিয়া উৰ্বশীৰ অপূৰ্ব ৰূপ-লাৱণ্য দেখি ৰজা মোহিত হ'ল। উৰ্বশীয়েও কৃতজ্ঞ হৃদয়েৰে মহাৰাজৰ পিনে অভিলাষপূৰ্ণ দৃষ্টিপাত কৰিলে। এইদৰে উভয়ৰে মাজত পাৰস্পৰিক অনুৰাগ জাগিল। এনেতে ইন্দ্ৰপ্ৰেৰিত গন্ধৰ্বৰাজ চিত্ৰৰথ সেইখিনি পালেহি আৰু উৰ্বশীক লৈ পুৰুৰবাক ইন্দ্ৰৰ ওচৰলৈ যোৱাৰ কাৰণে আবেদন জনালে। ৰজা নগ'ল। চিত্ৰৰথে উৰ্বশীক লৈ প্ৰত্যাবৰ্তন কৰিলে। যোৱাৰ সময়ত ছলনা কৰি উৰ্বশী ক্ষন্তেক ৰৈ ৰজাৰ পিনে আকৌ এবাৰ স্নেহপূৰ্ণ দৃষ্টিপাত কৰিলে। তেওঁলোক গ'লত ৰজাও নিজ নগৰলৈ উভতি আহিল।

ৰজা ৰাজধানীত উপস্থিত হ'ল; কিন্তু, তেওঁৰ অন্তৰত উৰ্বশীৰ চিন্তাৰ বাহিৰে আন কোনো চিন্তাৰ স্থান নোহোৱা হ'ল। দিনে দিনে উৰ্বশীৰ স্মৃতিয়ে ৰজাক বিমৰ্ষ কৰি তুলিলে। মদন-বিধুৰ ৰজা এদিন বন্ধু বিদূষকক লৈ প্ৰমোদ-উদ্যানলৈ গ'ল আৰু নিজৰ মানসিক অৱস্থাৰ কথা ব্যক্ত কৰি তেওঁৰ অভিলাষ পূৰণৰ কিবা উপায় উলিয়াবলৈ অনুৰোধ কৰিলে। এনে অৱস্থাত মদন-তাড়িতা উৰ্বশী চিত্ৰলেখাৰে সৈতে আহি সেই উদ্যানত উপস্থিত হ'ল। আৰু তিৰস্কৰিণী-বিদ্যাৰ প্ৰভাৱেৰে কাৰো দৃষ্টি-গোচৰলৈ নহাকৈ ৰজাৰ মানসিক অৱস্থাৰ বুজ ল'লে। উৰ্বশীৰ প্ৰতি ৰজাৰ তুল্য অনুৰাগৰ কথা বুজি পাই উৰ্বশীয়ে প্ৰভাৱ-নিৰ্মিত ভূৰ্জপত্ৰত লিখিতভাৱে নিজৰ অনুৰাগৰ কথা জনালে। পত্ৰ দেখি ৰজা আশ্বস্ত হ'ল আৰু বিদূষকক পত্ৰখন ভালদৰে ৰাখিবলৈ ক'লে। এনেতে উৰ্বশীয়ে ৰজাক দেখা দিলে আৰু উভয়ে লগ হৈ ৰহাৰ লগে লগে ইন্দ্ৰৰ দূত আহি চিত্ৰলেখাৰে সৈতে উৰ্বশীক ইন্দ্ৰ-সভালৈ যাবলৈ নিৰ্দেশ দিলে। উৰ্বশী উভতি গ'ল; কিন্তু পুৰুৰবাৰ চিন্তা তেওঁৰ মনৰপৰা আঁতৰি নগ'ল। উৰ্বশী গ'লত ৰজাই ভূৰ্জপত্ৰখন চাবলৈ বিচাৰি দেখে যে বিদূষকৰ হাতত সেইখন নাই। গতিকে তেওঁলোক পত্ৰখন বিচাৰিবলৈ ধৰোঁতে ৰজাক বিচাৰি অহা ৰাণী ঔশীনৰীয়ে বতাহে উৰুৱাই নিয়া সেই চিঠিখন পালে। পত্ৰ দেখি ৰাণীয়ে উৰ্বশীৰ প্ৰতি ৰজাৰ আসক্তিৰ বিষয়ে গম পালে। ক্ৰুদ্ধ হৈ ৰাণীয়ে ৰজাক ভৰ্ৎসনা কৰিলে। কথা বিষম দেখি ৰজা ৰাণীৰ ভৰিত পৰিল। তথাপি ৰাণীৰ অন্তৰৰ ক্ৰোধৰ উপশম নঘটিল, তেওঁ খং কৰি আঁতৰি গ'ল। তাৰ পিছত ৰজা বিষণ্ণ মনেৰে গৃহান্তৰত প্ৰৱেশ কৰিলে।

ইতিমধ্যে অমৰাৱতীৰ ৰঙ্গমঞ্চত নাট্যশাস্ত্ৰ-প্ৰণেতা মহৰ্ষি ভৰত-ৰচিত 'লক্ষ্মীস্বয়ংবৰ' নাটকৰ অভিনয় অনুষ্ঠিত হয়; নাটকৰ লক্ষ্মীৰ ভূমিকাত অৱতীৰ্ণা উৰ্বশী পুৰুৰবাৰ চিন্তাত আত্মহাৰা হৈ 'পুৰুষোত্তম'ৰ ঠাইত "পুৰুৰবা'ৰ নাম উচ্চাৰণ কৰিলে। উৰ্বশীৰ কাৰ্য দেখি মহৰ্ষি ক্ৰুদ্ধ হ'ল আৰু তেওঁৰ নিৰ্দেশ অমান্য কৰা হেতু, উৰ্বশী স্বৰ্গচ্যুত হ'ব লাগিব বুলি অভিসম্পাত দিলে। অভিশপ্তা উৰ্বশীৰ প্ৰতি দেৱৰাজ ইন্দ্ৰ সদয় হৈ তেওঁক পৃথিৱীলৈ পৈ তেওঁৰ বন্ধু ৰজা পুৰুৰবাৰে সৈতে মিলিত হৈ বাস কৰিবলৈ নিৰ্দেশ দিলে আৰু লগতে ক'লে, পুৰুৰবাৰপৰা জন্ম লাভ কৰা তেওঁৰ সন্তানৰ মুখ নেদেখা পৰ্যন্তহে তেওঁ মৰ্ত্য লোকত থাকিব পাৰিব। এইদৰে ইন্দ্ৰৰ কথা অনুসাৰি

উৰ্বশী পৃথিৱীলৈ আহি পুৰূৰবাৰে সৈতে মিলি কাল কটাবলৈ ধৰিলে। তাৰ পিছত এদিনাখন চিত্ৰলেখাৰে সৈতে উৰ্বশী অভিসাৰিকাৰ বেশত ৰজাক দৰ্শন কৰিবলৈ মণিহৰ্ম্য প্ৰাসাদলৈ গ'ল আৰু তাত ঘটা ঘটনাবোৰ অদৃশ্যভাৱে নিৰীক্ষণ কৰিবলৈ ধৰিলে।

আন পিনে ৰাণী ঔশীনৰী পতিৰ প্ৰণিপাত অৱজ্ঞা কৰি অনুতাপত দগ্ধ হ'বলৈ ধৰিলে। ৰাণীয়ে ভালদৰে বুজি পালে, উৰ্বশীৰ প্ৰতি ৰজাৰ প্ৰগাঢ় প্ৰেমত বাধাৰ সৃষ্টি কৰিলে ৰজাৰ অধিক অপ্ৰিয় হোৱাৰ বাহিৰে তেওঁৰ আন একো লাভ নহ'ব। সেয়েহে তেওঁ প্ৰিয়ানুপ্ৰসাদ নামৰ ব্ৰতৰ অনুষ্ঠান কৰিলে, যাতে পতি অভিলষিতজনেৰে সৈতে মিলিত হয় আৰু নিজেও মিলাপ্ৰীতিৰে বাস কৰিব পাৰে। তেওঁ মণিহৰ্ম্য প্ৰাসাদত চন্দ্ৰৰ পূজাৰ আয়োজন কৰি ৰজাক তালৈ আহিবলৈ আমন্ত্ৰণ জনালে। বিদূষকেৰে সৈতে ৰজা যথা সময়ত আহি সেই ঠাইত উপস্থিত হ'ল। তেতিয়া ৰাণীয়ে ৰজাক উৰ্বশীৰে সৈতে অবাধিতভাৱে মিলিবলৈ অনুমতি দিলে, আৰু নিজে সেই ঠাইৰপৰা আঁতৰি গ'ল। তেতিয়া তিৰস্কৰিণী-বিদ্যাৰে অদৃশ্যা উৰ্বশী ৰজাৰ সন্মুখত উপস্থিত হ'ল আৰু ৰজাৰে সৈতে মিলি আমোদ-প্ৰমোদৰ মাজেদি জীৱন যাপন কৰিবলৈ ধৰিলে।

এইদৰে বহু বছৰ পাৰ হৈ গ'ল। তাৰ পিছত এদিন উৰ্বশী ৰজাৰে সৈতে বিহাৰ কৰিবলৈ গন্ধমাদন বনলৈ গ'ল। তাত ৰজাই এজনী বিদ্যাধৰী বালিকালৈ স্পৃহনীয়ভাৱে দৃষ্টিপাত কৰিলে। সেই দৃশ্য দেখি উৰ্বশী ক্ৰোধান্বিতা হ'ল আৰু ৰজাৰ অনুনয়লৈ আওকাণ কৰি কোনো কথা নাভাবি নাৰী-বৰ্জনীয় কুমাৰবনত প্ৰবেশ কৰিলে আৰু লগে লগে এজোপা লতাত পৰিণত হ'ল। অতৰ্কিতে প্ৰিয় পত্নীৰ বিনাশ দেখি ৰজা বিস্মিত হ'ল। উন্মাদৰ দৰে ৰজাই প্ৰিয়তমাৰ অনুসন্ধান কৰিবলৈ ধৰিলে। পিছত ঘটনাচক্ৰত মুনি-প্ৰসাদত ৰজাই এটি সংগমনীয় চূড়ামণি লাভ কৰিলে। সেই মণি লৈ ৰজাই প্ৰিয়তমাৰ ভ্ৰম কৰি লতা এডালকে আলিঙ্গন কৰিলে; কিন্তু কি আচৰিত, সেই লতাই উৰ্বশীৰ ৰূপত প্ৰাদুৰ্ভূত হ'ল! এইদৰে ৰজাই উৰ্বশীৰে সৈতে মিলি নিজ ৰাজধানীলৈ উভতি আহিল।

ৰাজধানীলৈ উভতি আহি তেওঁলোকে আমোদ-প্ৰমোদৰ মাজেদি জীৱন অতিবাহিত কৰিবলৈ ধৰিলে। এনেতে এদিন কোনো এক পৰ্ব উপলক্ষে উৰ্বশীৰে সৈতে ৰজা গঙ্গা-যমুনাৰ সংগম ক্ষেত্ৰলৈ স্নান কৰিবলৈ গ'ল আৰু

স্নানৰ সময়ত প্ৰিয় পত্নীক লাভ কৰা সেই আদৰৰ সংগমনীয় মণিটো নদীৰ পাৰত থ'লে। এনেতে এটা শগুণে মণিৰ প্ৰভাকে মাংস বুলি ভুল কৰি মণিটো লৈ গ'ল। শগুণটোক হত্যা কৰিবলৈ ৰজাই ধনু হাতত ল'লে; কিন্তু, ইতিমধ্যে শগুণটো ৰজাৰ দৃষ্টি-পথৰপৰা অন্তৰ্ধান হোৱাত ৰজা বিমোৰত পৰিল। সেই সময়তে কঞ্চুকী আহি ৰজাক জনালে যে কোনো এজনৰ নাম-লিখা বাণ এপাতে সেই চৰাইটো নিহত কৰাত মণিটো পোৱা গৈছে। বাণত লিখা নামটো পঢ়ি ৰজাই তেওঁক উৰ্বশীৰ সন্তান আয়ু বুলি জানিব পাৰি বিস্ময়ান্বিত হ'ল। এনেতে চ্যৱন মুনিৰ আশ্ৰমৰপৰা এজনী সংন্যাসিনী বালকক লৈ ৰজাৰ সন্মুখত উপস্থিত হ'ল। বালকক দেখি ৰজাৰ অন্তৰত বাৎসল্য ভাৱৰ উদ্ৰেক হ'ল। ৰজাৰ নিৰ্দেশক্ৰমে উৰ্বশী আহি পোৱাৰ লগে লগে সংন্যাসিনীয়ে বালকক উৰ্বশীৰ হাতত দি নিজ স্থানলৈ গ'ল। উৰ্বশীয়ে তেতিয়া পুৰুৰৱাক ইন্দ্ৰৰ আদেশৰ কথা জনালে আৰু ক'লে মহাৰাজৰপৰা বিচ্যুত হোৱাৰ আশংকা কৰি পুত্ৰক এইদৰে গোপনে ৰখাৰ কাৰণে ইমান দিন উভয়ৰে মিলন সম্ভৱপৰ হৈছিল। এতিয়া যিহেতু ৰজাই পুত্ৰৰ মুখ দৰ্শন কৰিলে, উৰ্বশী তেওঁক এৰি নিজৰ ঠাইলৈ যাব লাগিব। উৰ্বশীৰ বিৰহ-বেদনা সহ্য কৰিব নোৱাৰি ৰজা বন-গমনৰ কাৰণে প্ৰস্তুত হ'ল। এনেতে ভগৱান নাৰদে আহি জনালে যে ইন্দ্ৰই উৰ্বশীক ৰজাৰে সৈতে আমৰণ কাল বসতি কৰাৰ অনুমতি দিছে। তাৰ পিছত কুমাৰ আয়ুক যৌৱৰাজ্যত অভিষিক্ত কৰা হ'ল। এইদৰে পিতৃ-মাতৃয়ে পুত্ৰেৰে সৈতে জীৱনৰ শেষ পৰ্যন্ত সুখ-শান্তিৰে বসতি কৰিলে। ইয়াতেই নাটকীয় ঘটনাৰ অন্ত পৰিছে।

পূৰ্বে উল্লেখ কৰা হৈছে 'বিক্ৰমোৰ্বশীয়' কালিদাসৰ দ্বিতীয় নাটক। পৌৰাণিক কাহিনীক অৱলম্বন কৰি লিখা নাটক হিচাপে এইখন প্ৰথম আৰু 'অভিজ্ঞান-শকুন্তল' দ্বিতীয়; কিন্তু কবিৰ নাট্য-প্ৰতিভা প্ৰদৰ্শনৰপৰা চাবলৈ গ'লে 'অভিজ্ঞানশকুন্তল'তহে কবিৰ প্ৰতিভাই আত্মপ্ৰতিষ্ঠা লাভ কৰিছে, গতিকে সেইপিনৰপৰা বিচাৰ কৰিলে 'অভিজ্ঞানশকুন্তল'ৰ পিছতহে 'বিক্ৰমোৰ্বশীয়'ক স্থান দিয়া হয়।

পুৰুৰৱা আৰু উৰ্বশীৰ প্ৰণয়-বৃত্তান্ত লৈ ৰচনা কৰা কবিৰ এই নাটকৰ মূল উৎস যিয়েই নহওক লাগিলে, কবিয়ে নৱ নৱ কল্পনাৰ উন্মেষেৰে নতুন নতুন চৰিত্ৰ, ঘটনা, পৰিস্থিতি আৰু পৰিৱেশৰ সৃষ্টি কৰি সেই সাধাৰণ প্ৰণয় কাহিনীটোক নাটকীয় ৰূপ দান কৰি পৰম উপভোগ্য কৰি তুলিছে। সেয়েহে

নাটকখনত কবিৰ অসাধাৰণ কল্পনা-বিলাস আৰু অতুলনীয় প্ৰতিভা পৰিস্ফুট হৈ উঠিছে। নাটকখনৰ প্ৰত্যেকটো অঙ্কই কবিৰ নিজস্ব কল্পনা-প্ৰসূত। নাটকৰ প্ৰতিটি অঙ্কত উদ্ভাৱিত পৰিস্থিতি-গাঁথনিৰ পাৰিপাট্যই কালিদাসীয় প্ৰতিভাৰ বিশেষত্ব স্পষ্ট কৰি তুলিছে। কবিৰ নাট্য-কৌশলৰ ফলত সন্নিবিষ্ট প্ৰায়বোৰ ঘটনাই অভিনৱ ৰূপ লৈ মনোৰম হৈ উঠিছে। বিশেষকৈ নাটকৰ প্ৰথম আৰু চতুৰ্থ অঙ্কৰ ঘটনা বিন্যাসে কবিৰ সুদূৰপ্ৰসাৰী কল্পনা বিচৰণৰ পৰিচয় দিয়ে

নাটকৰ প্ৰথম অঙ্কৰ ঘটনা অনুষ্ঠিত হয় হেমকূট পৰ্বত-শিখৰত। 'অভিজ্ঞান-শকুন্তল'ত এই পৰ্বত-শিখৰতেই পত্নী পুত্ৰেৰে সৈতে ৰজা দুষ্মন্তৰ মিলন ঘটে নাট্যকাৰে পুৰুৰবা আৰু এজনী গন্ধৰ্ব নায়িকা উৰ্বশীৰ প্ৰেম অঙ্কুৰিত কৰাৰ ঠায়েই উপযুক্ত ক্ষেত্ৰ বুলি নিৰ্বাচিত কৰিছে। কেশী দস্যুৰ দ্বাৰা উৰ্বশীৰ অপহৰণৰ সৃষ্টি কবি-প্ৰতিভাৰ প্ৰথম নিদৰ্শন। দস্যুৰ হাতৰপৰা উৰ্বশী উদ্ধাৰৰ বাবে উদ্ভাৱিত পৰিস্থিতিয়ে নায়ক-নায়িকাৰ মিলন স্বাভাৱিক কৰি তুলিছে। বিষাদৰ মাজেদি আৰম্ভণি হ'লেও শেষত সি মিলন-মধুৰিমাৰে পৰিসমাপ্ত হৈছে। যদিও নায়ক-নায়িকাৰ মিলন ঘটিল, সেই মিলন স্থায়ী নহ'ল। ক্ষন্তেক পিচতেই বিচ্ছেদ ঘটিল। বিচ্ছেদ-বিষাদে পুৰুৰবাক বিমৰ্ষ কৰি তুলিলে। কিন্তু নাট্যকাৰৰ নায়িকা স্বৰ্গৰ অপ্সৰা, অলৌকিক শক্তি-সম্পন্না। সেয়েহে তেওঁ ৰজাৰে সৈতে সহজে মিলিব পাৰে সেই মিলনৰ কোনো স্থায়িত্ব নাই। নায়ক-নায়িকাৰ সেই স্থায়িত্ব প্ৰদান কৰিবলৈ কালিদাসে নিপুণ কৌশলেৰে ভৰতৰ অভিসম্পাতৰ সৃষ্টি কৰিছে: উৰ্বশীক স্বৰ্গলৈ লৈ যোৱা হ'ল। অভিনয় প্ৰসঙ্গত তেওঁৰ মুখেৰে উচ্চাৰিত কৰালে এক অমাৰ্জনীয় 'ভুল'। সেই ভুলেই হ'ল মুনিৰ অভিসম্পাতৰ মূল; কিন্তু কাৰ্যতঃ দেখা গ'ল, সেই অভিসম্পাতেই হ'ল আশীৰ্বাদ-স্বৰূপ। নায়ক-নায়িকাৰ মিলনৰ পথ সুগম হৈ উঠিল। ইয়াতেই কালিদাসৰ অসাধাৰণ কল্পনা শক্তিৰ পৰিচয় পোৱা যায়। মিলিত নায়ক-নায়িকাই সুখ-সম্ভোগৰ মাজেদি কাল কটাবলৈ ধৰিলে; কিন্তু ভাগ্যৰ কি পৰিহাস, উৰ্বশীয়ে এদিন দৈবক্ৰমে এক নিষিদ্ধ বনত প্ৰবেশ কৰি লতা-ৰূপলৈ ৰূপান্তৰিত হ'ল। উৰ্বশীৰ এই ৰূপান্তৰ ঘটোৱাৰ মূলতে কুমাৰৰ অভিশাপ। কুমাৰৰ অভিশাপৰ সৃষ্টি কবি-প্ৰতিভাৰ অন্য এক নিদৰ্শন।

এইদৰে প্ৰাণৰ প্ৰিয়তমাক হঠাৎ হেৰুৱাই পুৰুৰবা বিষাদ-বিহ্বল হৈ পৰিল; তেওঁ উন্মত্তৰ দৰে উৰ্বশীৰ অনুসন্ধান কৰিবলৈ ধৰিলে। প্ৰকৃতিৰ গছ-লতাক প্ৰিয়তমাৰ বাৰ্তা জনাবলৈ আকুল প্ৰাৰ্থনা জনালে। উদ্‌ভ্ৰান্তচিত্ত পুৰুৰবাৰ

হিয়াভৰা আকুল ক্ৰন্দনে পাঠকৰ চিত্ত আকৰ্ষণ কৰে, অন্তৰত সহানুভূতিৰ সঞ্চাৰ কৰে। তেওঁলোকে আকাংক্ষা কৰে, কিবা উপায়েৰে যেন নায়ক-নায়িকাৰ অচিৰে মিলন ঘটে। শোক-বিহ্বল প্ৰেমিকৰ উৎকণ্ঠিত চিত্তৰ হৃদয়-বিদাৰক বৰ্ণনাৰ মাজেদি কালিদাসে কবি-কল্পনাৰ শ্ৰেষ্ঠ নিদৰ্শন আৰু শিল্পকলাৰ পৰাকাষ্ঠা দেখুৱাইছে।

প্ৰিয় পত্নীৰ বিচ্ছেদত অভিভূত হোৱা ৰজা পুৰুৰৱাৰ সন্মুখত নাট্যকাৰে পুনৰ উৰ্বশীক উপস্থাপিত কৰিলে কবিৰ কল্পনা-সৃষ্ট এক সংগমনীয় মণিৰ স্পৰ্শেৰে। নায়ক-নায়িকাৰ পুনৰ মিলন হ'ল। কিন্তু মিলনৰ আনন্দমুখৰ দিনবোৰৰ অলপ পিছত এক বিপৰ্যয়ে দেখা দিলে। প্ৰিয়তমাক লাভ কৰা ৰজাৰ সেই আদৰৰ সংগমনীয় মণিটো শগুণে লৈ গ'ল আৰু ৰাজকুমাৰ আয়ুৰ দ্বাৰা নিহত হৈ পুনৰ ৰজাৰ হাতলৈ আহিল। এই ঘটনাই ৰাজকুমাৰ আয়ুক ৰজাৰ সন্মুখলৈ আনিলে। পুৰুৰৱা, উৰ্বশী আৰু পুত্ৰ আয়ুৰ মিলন ঘটিল। কিন্তু পূৰ্বৰ চৰ্তমতে পুনৰ উৰ্বশীৰে সৈতে ৰজাৰ বিচ্ছেদ ঘটিব লগীয়া হ'ল; কিন্তু নাট্যকাৰে অভিনৱ কৌশলেৰে নাৰদৰ দ্বাৰা সেই বিচ্ছেদ স্থগিত কৰালে আৰু পুৰুৰৱাক আজীৱন পত্নী-পুত্ৰেৰে সৈতে জীৱন যাপন কৰিবলৈ সুযোগ দিলে। এইদৰে কালিদাসে নাটকীয় ঘটনা পৰিৱেশনত কল্পনা-শক্তিৰ বিশিষ্টতা প্ৰদৰ্শন কৰিছে।

**পুৰুৰৱা :**

ৰজা পুৰুৰৱা নাটকৰ ধীৰোদাত্ত নায়ক। তেওঁ এজন প্ৰবীণ ধনুৰ্দ্ধাৰী, অদম্য সাহসী আৰু অসীম শক্তিশালী ৰজা। দেৱতা আৰু অসুৰৰ মাজত সংঘটিত হোৱা যুদ্ধবোৰত তেওঁ দেৱতাৰ পক্ষ লৈ যুদ্ধ কৰি তেওঁলোকক জয়-যুক্ত কৰিছিল। অসীম পৰাক্ৰমৰ বাবে তেওঁ আছিল দেৱৰাজ ইন্দ্ৰৰ অতিশয় প্ৰিয়পাত্ৰ। যুদ্ধত ইন্দ্ৰৰ তেওঁ প্ৰধান সহায়ক। যুদ্ধত তেওঁ দিব্যাস্ত্ৰ প্ৰয়োগ কৰিছিল। স্বৰ্গলৈ তেওঁৰ গতি আছিল অবাধিত। ইন্দ্ৰেৰে সৈতে হোৱা বন্ধুত্বই তেওঁক পৃথিৱীৰ আন ৰজাতকৈ শ্ৰেষ্ঠ আসনত প্ৰতিষ্ঠিত কৰিছিল। ইন্দ্ৰৰ অকৃত্ৰিম বন্ধুত্বই তেওঁৰ জীৱনৰ অভিলাষ সাফল্যমণ্ডিত কৰি তুলিছিল।

প্ৰজাবৰ্গৰ প্ৰতি ৰজা পুৰুৰৱাৰ আছিল প্ৰবল অনুৰাগ। তেওঁ আছিল সকলোৰে প্ৰতি সহানুভূতিশীল। ব্ৰাহ্মণ আৰু দেৱতাৰ প্ৰতি তেওঁৰ ভক্তি আৰু বৈদিক কাৰ্যৰ প্ৰতি আস্থা দেখিলে তেওঁক এজন ধৰ্মপ্ৰাণ ব্যক্তি

বুলি ক'ব পাৰি। তথাপি তেওঁৰ জীৱনৰ সৰ্বোচ্চ আদৰ্শ হ'ল প্ৰেম। কালিদাসে পুৰুৰবাৰ চৰিত্ৰৰ মাজেদি এজন প্ৰেমিকৰ বাস্তৱ জীৱন ৰূপায়িত কৰিছে। ৰাজকাৰ্যৰ প্ৰতি অৱহেলা কৰি হ'লেও তেওঁ-প্ৰেমৰেই অনুসৰণ কৰে। তেওঁ ভাবে, ৰাজ-ধৰ্মতকৈ প্ৰেমৰ স্থান উচ্চ।

উৰ্বশীক উদ্ধাৰ কৰি তেওঁ বীৰত্বৰ পৰিচয় দিছে; কিন্তু সেই বীৰত্বক তেওঁ ইন্দ্ৰৰ পৰাক্ৰমৰেই ফল বুলি স্বীকাৰ কৰি নিজৰ বিনয় আৰু মহানুভৱতাৰ পৰিচয় দিছে। গন্ধৰ্ব-ৰাজ চিত্ৰৰথ আৰু অপ্সৰাৰ প্ৰতি দেখুওৱা ব্যৱহাৰে তেওঁৰ বিনয় আৰু নম্ৰতাৰ ইঙ্গিত দিয়ে। যদিও উৰ্বশীৰ প্ৰতি তেওঁ আসক্ত, তথাপি প্ৰথমা ৰাণী ঔশীনৰীৰ প্ৰতি তেওঁৰ ভাল পোৱা এতিয়াও অটুট থকা বুলি প্ৰকাশ কৰে। নাৰীসুলভ ঈৰ্ষাপৰায়ণা ঔশীনৰীৰ ক্ৰোধ উপশম কৰিবলৈ তেওঁ ৰাণীৰ ওচৰত আঁঠু লোৱাত তেওঁৰ সৰলতা ফুটি উঠে। উৰ্বশীৰ প্ৰতি পুৰুৰবাৰ অনুৰাগ অপৰিসীম, তথাপি বিদ্যাধৰী বালিকাই তেওঁৰ দৃষ্টি আকৰ্ষণ কৰে। তাকে দেখি অভিমানিনী উৰ্বশীয়ে তেওঁক ত্যাগ কৰে। পত্নী-বিৰহত জৰ্জৰিত পুৰুৰবাৰ কৰুণ ধ্বনিয়ে দৰ্শক আৰু পাঠকৰ সহানুভূতি আকৰ্ষণ কৰে। পুৰুৰবাৰ কথা-বাৰ্তা, ধ্যান-ধাৰণা, ভাব-অনুভাব দেখিলে তেওঁ এজন সুৰুচি-সম্পন্ন লোক বুলি প্ৰতীতি জন্মে।

**উৰ্বশী :**

উৰ্বশী নাটকৰ নায়িকা। নাট্যকাৰে স্বৰ্গৰ অপ্সৰা উৰ্বশীক মানৱীয় ৰূপত অঙ্কিত কৰিলেও দিব্যশক্তি-বিবৰ্জিতা কৰা নাই। গন্ধৰ্বসুলভ স্বভাৱে উৰ্বশীৰ চৰিত্ৰ বিচিত্ৰ কৰি তুলিছে। উৰ্বশী আছিল অপূৰ্ব ৰূপৱতী, নায়কৰ উপযুক্ত পাত্ৰী। প্ৰথম দৰ্শনতে ৰজাৰ প্ৰতি তেওঁৰ আকৰ্ষণ জন্মিল। সেয়ে সহজে তেওঁ ৰজাক এৰি যাবলৈ নিবিচাৰে, বিদায় বেলিকা ভৰিৰ নূপুৰ লতাত সংলগ্ন হোৱাৰ ছল কৰি ক্ষন্তেক ৰৈ ৰজাৰ পিনে দৃষ্টিপাত কৰিবলৈ বিচাৰে। পুৰুৰবাৰ প্ৰতি অকৃত্ৰিম প্ৰেমেই হ'ল তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট্য। প্ৰেমেই ৰজাৰ ওচৰলৈ বাৰে বাৰে তেওঁক টানি আনে। দিব্য প্ৰভাৱেৰে ভূৰ্জপত্ৰ তৈয়াৰ কৰি ৰজালৈ প্ৰেম-পত্ৰ নিবেদন কৰে। আৰু সেই প্ৰভাৱেৰেই অদৃশ্যভাৱে ৰজাৰ মানসিক অৱস্থাৰ বুজ লয়। আত্ম-সম্ভোগৰ কাৰণে নিজৰ বুকুৰ সন্তানকো বহু বছৰলৈ চকুৰ আঁতৰত ৰাখে। শুদ্ধ পৃথিৱীৰ জননীৰ পক্ষে এনে আচৰণ সহজে ধাৰণা কৰা নাযায়। বিবাহৰ পূৰ্বে পুৰুৰবাৰ ওচৰলৈ গৃহমে অহাত উৰ্বশীৰ আত্মসন্মান-

খোধ যে প্ৰবল নাছিল, তাক সহজে অনুমান কৰিব পাৰি। উৰ্বশী একনী 'সাধাৰণ স্ত্ৰী'; গতিকে তেওঁৰ পক্ষে ই সাধাৰণ কথা।

ৰাণী ঔশীনৰীয়ে উৰ্বশীক ঈৰ্ষা কৰা স্বাভাৱিক; উৰ্বশীয়ে কিন্তু ৰাণীক ঈৰ্ষা বা অনাদৰ নকৰে; বৰং তেওঁ ৰাণীক প্ৰশংসাহে কৰে। ৰাণীৰ প্ৰতি উৰ্বশীৰ আচৰণ দেখি চিত্ৰলেখাই তেওঁক প্ৰশংসা কৰে। উৰ্বশীয়ে ৰাণীৰ প্ৰতি পুৰুৰবাৰ এতিয়াও থকা অনুৰাগৰ কথা ভালদৰে জানে, তথাপি তেওঁ ৰজা নাইবা ৰাণীৰ প্ৰতি অন্যথা ভাব মনলৈ আহিবলৈ নিদিয়ে। তেওঁ ৰজাৰ প্ৰতি অনুৰূপ অনুৰাগ অক্ষুণ্ণ ৰাখিবলৈ সদায় সচেষ্ট। ৰজাৰে সৈতে মিলিবৰ কাৰণে উৰ্বশীয়ে ৰাণীৰ অনুমতিলৈ অপেক্ষা কৰে। দিব্য প্ৰভাৱে উৰ্বশীক কিছু পৰিমাণে গৰ্বিতা কৰি তুলিছিল। ৰজা পুৰুৰবাই বিদ্যাধৰী বালিকাৰ প্ৰতি দৃষ্টিপাত কৰা দেখি ৰজাৰ প্ৰতি প্ৰগাঢ় প্ৰেমক অৱজ্ঞা কৰি উৰ্বশী ৰোষান্বিতা হ'ল আৰু লতাৰূপ ধাৰণ কৰা উৰ্বশীৰ দিব্য-চৰিত্ৰৰে প্ৰকাশ পোৱা গ'ল। মানৱীৰ পক্ষে এয়া দুঃসাধ্য। বিদূষকে কয়, স্বৰ্গৰ অপ্সৰাবোৰৰ সম্পূৰ্ণ মানৱীয় ধৰ্মৰ আশা কৰা নাযায়।

পুত্ৰৰ যৌৱৰাজ্যাভিষেকৰ সময়ত নিজৰ সন্তানক জ্যেষ্ঠা মাতৃক প্ৰণাম জনাবলৈ কোৱাত উৰ্বশীৰ মহানুভৱতা প্ৰকাশ পাইছে। চিত্ৰলেখাৰ প্ৰতি তেওঁৰ সৌহাৰ্দ্য মন কৰিব লগীয়া। বন্ধুসকল আছিল তেওঁৰ মঙ্গলাকাংক্ষী। শেষ অন্তত ৰজাবোৰৰ আগন্তুক বিচ্ছেদৰ চিন্তাই তেওঁক ব্যাকুল কৰি তুলিছিল।

**ঔশীনৰী :**

ঔশীনৰীৰ চৰিত্ৰত কোনো উল্লেখযোগ্য বৈশিষ্ট্য নাই। তেওঁ জীৱনৰ সকলো সুখ-সম্ভোগৰপৰা বঞ্চিত হোৱা এগৰাকী নাৰী। তেওঁৰ প্ৰতি স্বামীৰ কোনো আকৰ্ষণ নোহোৱাৰ কথা বুজি নিজেই নিজৰ ভাগ্যক দিয়াই সন্তুষ্ট থকাৰ বাহিৰে তেওঁৰ আন কোনো উপায় নাছিল। উৰ্বশীৰ প্ৰতি ৰজাৰ একান্ত অনুৰাগৰ কথা তেওঁ জানে আৰু 'মালৱিকাগ্নিমিত্ৰ'ৰ ইৰাৱতীৰ দৰে পুৰুৰবা আৰু উৰ্বশীৰ মিলনৰ মূৰ্তিমতী বাধা স্বৰূপ হ'ব খোজে; কিন্তু যেতিয়া দেখে, সেয়া তেওঁৰ পক্ষে অসাধ্য, তেতিয়া তেওঁ উক্ত নাটকৰ ধাৰিণীৰ দৰে ভাগ্যৰ ওচৰত আত্ম-সমৰ্পণ কৰি পুৰুৰবা আৰু উৰ্বশীৰ মিলনৰ প্ৰতি সমৰ্থন জনায়। এইদৰে অসন্তোষ ভাবেৰে হ'লেও তেওঁ ৰজাৰ দ্বিতীয় বিবাহৰ প্ৰতি সম্মতি

আগ বঢ়াব লগীয়া হৈছিল। অৱশ্যে ক্ষোভ সংযতভাৱে দমন কৰি ঔশীনৰীয়ে সান্ত্বনা লভিছিল।

## বিদূষক :

এই নাটকৰ বিদূষকক 'মালৱিকাগ্নিমিত্ৰ'ৰ বিদূষকৰ দৰে কোনো প্ৰাধান্য দিয়া হোৱা নাই। ইয়াৰ বিদূষক নিপুণ আৰু কাৰ্যদক্ষ নহয়। ৰজাৰ গুপ্ত প্ৰণয়ত ৰজাক সহায় কৰাৰ দূৰৈৰ কথা তেওঁ ৰজাক তাৰপৰা আঁতৰাবলৈ হে খুজিছিল। এই ক্ষেত্ৰত যিকণ সহায় আগ বঢ়াব লগীয়া হৈছিল, তাকো তেওঁ অনিচ্ছাকৃতভাৱেহে কৰিছিল। ৰজাই সযত্নে ৰাখিবলৈ দিয়া উৰ্বশীৰ ভূৰ্জপত্ৰত লিখা প্ৰেম-পত্ৰখন বিদূষকৰ হস্তচ্যুত হোৱাত তেওঁ যে এজন দায়িত্বহীন লোক, সেইটো বুজিব পাৰি। বিদূষকৰ অসাৱধানতাৰ বাবেই ৰজা বিপদৰ সন্মুখীন হ'ব লগা হৈছিল। ৰজাই বিদূষকক আখ্যা দিছিল 'প্ৰমাদী বৈধেয়ঃ'। অৱস্থা বিশেষে বিদূষকৰ কথাই দৰ্শক আৰু পাঠকৰ হাস্যৰসৰ সমল যোগাইছে। মিষ্ট-প্ৰিয়তা বিদূষকৰ নৈসৰ্গিক ধৰ্ম। উদীয়মান চন্দ্ৰই তেওঁৰ মনলৈ আনে মিঠাইৰ লাড়ুৰ ভাব। 'মালৱিকাগ্নিমিত্ৰ'ৰ বিদূষকৰ দৰে ইয়াত নাটকৰ প্ৰত্যেক অঙ্কতে তেওঁ দেখা নিদিয়ে। পাঁচ অঙ্কৰ ভিতৰত মাত্ৰ তিনিটা অঙ্কতহে তেওঁ দৰ্শকৰ সন্মুখলৈ আহে। ইয়াৰপৰা বুজা যায় 'মালৱিকাগ্নিমিত্ৰ'ৰ দৰে বিদূষক ইয়াত অপৰিহাৰ্য পাত্ৰ নহয়।

## 'অভিজ্ঞানশকুন্তল'

'অভিজ্ঞানশকুন্তল' কালিদাসৰ সৰ্বোৎকৃষ্ট নাটক। সুধীসমাজত চিৰ প্ৰসিদ্ধ প্ৰাচীন উক্তি, "কালিদাসস্য সৰ্বস্বমভিজ্ঞানশকুন্তলম্" সৰ্বজন-বিদিত। কবিয়ে তেওঁৰ এই অমৰ নাটকৰ মূল আখ্যান 'মহাভাৰত'ৰপৰা আহৰণ কৰিছে। মহাভাৰতৰ আখ্যানটোৰ সাধাৰণ পৰিচয়ৰ প্ৰয়োজন; কাৰণ তেতিয়াহে কালিদাসৰ প্ৰতিভাৰ পৰশত সেই পৌৰাণিক কাহিনীটো নাটকীয় ৰূপত কেনে ধৰণে অভিনৱ হৈ উঠিছে তাক সহজে অনুমান কৰিব পৰা যাব। মহাভাৰতীয় আখ্যানটো সংক্ষেপে এনে :

এসময়ত মহাৰাজ দুষ্মন্ত সৈন্য-সামন্ত লৈ বনলৈ চিকাৰ কৰিবলৈ যায়। তালৈ গৈ ৰজাই বহু বন্য পশু হত্যা কৰিলে; শেষত এটি হৰিণ খেদি খেদি তেওঁ মালিনী নদীৰ তীৰত অৱস্থিত এখন মনোৰম আশ্ৰমত ওলালগৈ। ৰজা

সৈন্য-সামন্ত বাহিৰত থৈ সাধাৰণ বেশেৰে আশ্ৰমত প্ৰৱেশ কৰিলে আৰু মহৰ্ষি কণ্বৰ বিষয়ে অনুসন্ধান কৰিলে। তাত কোনো এজনকো নেদেখি ৰজাই আশ্ৰমত কোন আছে বুলি মাত দিলে। এনেতে শকুন্তলাই আহি ৰজাক সম্বৰ্দ্ধনা জনালে আৰু তেওঁ আশ্ৰমলৈ অহাৰ কাৰণ জানিবলৈ বিচাৰিলে। ৰজাই মহৰ্ষি কণ্বক শ্ৰদ্ধা নিবেদন কৰাই তেওঁৰ আশ্ৰমলৈ অহাৰ উদ্দেশ্য বুলি প্ৰত্যুত্তৰ দিলে আৰু লগতে মহৰ্ষি ক'লৈ গৈছে তাকো জানিব খুজিলে শকুন্তলাই মহৰ্ষি ফলমূল আহৰণ কৰিবলৈ বনলৈ গৈছে, অলপ পিছতেই তেওঁ এইখিনি পাবহি, খন্তেক অপেক্ষা কৰিলে তেওঁৰে সৈতে সাক্ষাৎ হ'ব বুলি ৰজাক ক'লে। ৰূপ-যৌৱন-সম্পন্না শকুন্তলাক দেখি ৰজা মুগ্ধ হ'ল আৰু তেওঁ কেনেকৈ আশ্ৰম পালেহি সেই বিষয়ে সবিশেষ জানিবলৈ বিচাৰিলে। শকুন্তলাই পিতাকৰ মুখৰপৰা তেওঁৰ জন্ম-বৃত্তান্ত যিদৰে শুনিছিল তাক বৰ্ণনা কৰি কৈছিল, মহাতপস্বী বিশ্বামিত্ৰৰ তপঃপ্ৰভাৱলৈ ভয় কৰি দেৱৰাজ ইন্দ্ৰই মেনকা নামৰ অপসৰী এজনীক পঠিয়াই ঋষিক তপস্যাৰপৰা বিচলিত কৰিলে আৰু উভয়ৰে মিলন ঘটিল। যথা সময়ত মেনকাৰপৰা শকুন্তলাৰ জন্ম হ'ল। জন্মৰ পিছতেই শকুন্তলাক মালিনী নদীৰ তীৰত পেলাই থৈ মেনকা স্বৰ্গলৈ উভতি গ'ল। চৰাইবোৰে তেওঁক ৰক্ষা কৰি থকাৰ কাৰণে তেওঁৰ নাম হ'ল শকুন্তলা। মহৰ্ষি কণ্বই তেওঁক পাই লৈ আহিল আৰু তেতিয়াৰেপৰা তেওঁক নিজৰ আশ্ৰমতে পোষ্যপুত্ৰী হিচাপে প্ৰতিপালন কৰি ৰাখিছে। শকুন্তলাৰ কথা শুনি ৰজাই ক'লে, "তুমি ৰাজপুত্ৰী, হে সুন্দৰী, মই তোমাক গান্ধৰ্ব ৰীতিৰে বিয়া কৰাবলৈ ইচ্ছা কৰোঁ। আজিৰপৰা মোৰ সমস্ত ৰাজ্য তোমাৰ অধীনত।"

তেতিয়া শকুন্তলাই উত্তৰ দিলে, "মোৰপৰা জন্ম পোৱা পুত্ৰক যদি আপোনাৰ পিছত যুৱৰাজ পদত অধিষ্ঠিত কৰিবলৈ আপুনি সন্মত হয় তেতিয়া আপোনাৰে সৈতে মোৰ মিলন হ'ব পাৰে।" 'সেয়ে হ'ব', বুলি ৰজাই সন্মতি দি শকুন্তলাক গান্ধৰ্ব-ৰীতিৰে বিয়া কৰালে আৰু তেওঁ আশ্ৰমতে কিছু দিন থাকিল। আশ্ৰমৰপৰা বিদায় লোৱাৰ সময়ত ৰজাই শকুন্তলাক কৈ গ'ল যে যথা সময়ত চতুৰঙ্গ সেনা বাহিনী আহি তেওঁক ৰাজধানীলৈ লৈ যাবহি। ৰজা হস্তিনাপুৰলৈ উভতিল; কিন্তু শকুন্তলাৰে সৈতে ঘটা তেওঁৰ সম্বন্ধৰ কথা জানি মহৰ্ষি কণ্বৰ বা কেনে ধৰণৰ প্ৰতিক্ৰিয়া হয় সেই কথা ভাবি তেওঁ চিন্তান্বিত হ'ল। ৰজা যোৱাৰ কিছু দিন পিছত কণ্ব আশ্ৰমলৈ উভতি আহিল। শকুন্তলাই ৰাজত বিবাহৰ কথা নক'লেও ঋষিয়ে দিব্য জ্ঞানেৰে সেই কথা গম পালে আৰু কন্যাৰ কাৰ্যক

সমৰ্থন কৰি পৃথিৱীৰ অধীশ্বৰৰ যোগ্য সন্তানৰ জননী হ'ব বুলি শকুন্তলাক আশীৰ্বাদ দিলে।

যথাসময়ত শকুন্তলাৰ এটি পুত্ৰ-সন্তান জন্মিল। মাত্ৰ ছয় বছৰ বয়সতে ল'ৰা-জনৰ সকলোকে দমন কৰা স্বভাৱ লক্ষ্য কৰি তেওঁৰ নামকৰণ কৰা হ'ল সৰ্বদমন। ল'ৰাটিৰ যৌৱৰাজ্যত অভিষিক্ত কৰাৰ সময় উপস্থিত হোৱা দেখি কণ্বই শিষ্য-বৰ্গৰ লগত ল'ৰাটোৰে সৈতে শকুন্তলাক স্বামী-গৃহলৈ পঠিয়াই দিলে। এইদৰে শিষ্যবৰ্গেৰে সৈতে সপুত্ৰা শকুন্তলাই হস্তিনাপুৰত গৈ ৰজাৰ ওচৰত উপস্থিত হৈ ক'লে, "মহাৰাজ, এয়া আপোনাৰ পুত্ৰ, আমাৰ মিলনৰ সময়ত দিয়া প্ৰতিশ্ৰুতিমতে এতিয়া আপুনি এওঁক যৌৱৰাজ্যত অভিষিক্ত কৰক।" এই সম্বন্ধীয় সকলো কথা ৰজা দুষ্যন্তই সুন্দৰভাৱে স্মৰণ কৰিও পাহৰাৰ ভাও জুৰি ক'লে, "তুমি কাৰ (পত্নী) মই নাজানো, মই তোমাক বিয়া কৰোৱা মনত নপৰে। তুমি যোৱা বা থাকা—সেয়া তোমাৰ ইচ্ছা।" দুষ্যন্তৰ ক্ৰূৰ ভাষণ শুনি শকুন্তলা লাজ, শোক আৰু তাপেৰে অভিভূতা হৈ নিশ্চল হ'ল। ক্ৰোধান্বিতা শকুন্তলাই যেন ক্ৰুদ্ধ দৃষ্টিৰে ৰজাক ভস্মসাৎ কৰি পেলাব; কিন্তু আশ্ৰমীয় সাধনাৰ বলত নিজক সংযত কৰি গম্ভীৰভাৱে ৰজাক ক'লে: "হে মহাৰাজ, আপুনি সকলো কথা ভালদৰে জানিও কেনেকৈ সাধাৰণ মানুহৰ দৰে কথা ক'লে, মই নাজানো। আপুনি যদি মিছাৰ আশ্ৰয় লয় আৰু নিজক বিশ্বাস নকৰে, তেন্তে সেই মানুহৰ লগত মোৰ কোনো সম্বন্ধ নাই। মই আঁতৰি যাম; কিন্তু যোৱাৰ আগতে কৈ যাওঁ, মহাৰাজ, আপোনাৰ অবিহনেও মোৰ ল'ৰাই এদিন এই পৃথিৱী শাসন কৰিব: 'চতুৰন্তামিমামুৰ্বীং পুত্ৰো মে পালয়িষ্যতি।'

এইদৰে কৈ শকুন্তলা প্ৰত্যাবৰ্তন কৰিবলৈ প্ৰস্তুত হ'ল। এনেতে হঠাৎ আকাশীবাণী শুনিবলৈ পোৱা গ'ল:

ভৰস্ব পুত্ৰং দুষ্যন্ত মাৱমংস্থাঃ শকুন্তলাম্।
ত্বং চাস্য ধাতা গৰ্ভস্য সত্যমাহ শকুন্তলা॥

"দুষ্যন্ত, এয়া তোমাৰ পুত্ৰ, তুমি গ্ৰহণ কৰা, শকুন্তলাৰ কথা সত্য।" তেতিয়া দুষ্যন্তই পুৰোহিত আৰু মন্ত্ৰীবৰ্গক আকাশবাণীৰ কথা কৈ পুত্ৰেৰে সৈতে শকুন্তলাক গ্ৰহণ কৰিলে আৰু শকুন্তলা সম্বন্ধে সকলো শঙ্কাও নিৰসন কৰিলে। শেষত তেওঁ পুত্ৰক ভৰত নামে অভিহিত কৰি যৌৱৰাজ্যত অভিষিক্ত কৰিলে। ইয়াতেই মহাকাব্যৰ কাহিনীৰ অন্ত পৰিল।

নাটকীয় কাহিনীটো এনে :

শৰবিদ্ধ হৈ আসন্ন মৃত্যু-ভয়ত আতুৰ হৈ তীব্ৰ গতিৰে দৌৰি থকা হৰিণ এটিক খেদি গৈ পুৰুবংশীয় মৃগয়াবিহাৰী ৰজা দুষ্মন্ত মালিনী নদীৰ তীৰত অৱস্থিত মহৰ্ষি কণ্বৰ আশ্ৰমৰ ওচৰ পালে আৰু হৰিণটো ৰজাৰ লক্ষ্য-পথলৈ অহা দেখি শৰ-সন্ধান কৰিবলৈ প্ৰস্তুত হ'ল। এনেতে আশ্ৰমৰ তপস্বী-সকলে উচ্চৈঃস্বৰে ৰজাক নিষেধ কৰিলে, 'মহাৰাজ, এইটো আশ্ৰমৰ মৃগ, বধ নকৰিব।' ৰজা তত্তালিকে বাণ সংহৰণ কৰি ৰথৰপৰা অৱতৰণ কৰিলে। ঋষিসকলৰ কথাৰপৰা ৰজাই জানিলে যে সম্প্ৰতি শকুন্তলাৰ ওপৰত আতিথ্য সংকাৰৰ ভাৰ ন্যস্ত কৰি মহৰ্ষি কণ্ব সোমতীৰ্থলৈ গৈছে। তপস্বীসকলে ৰজাক আশ্ৰম দৰ্শনৰ বাবে আবেদন জনালে। ৰজাই সৈন্য-সামন্ত আশ্ৰমৰ আঁতৰত থৈ নিজে বিনীত বেশেৰে আশ্ৰমাভিমুখে যাবলৈ ধৰিলে আৰু কিছু দূৰ যোৱাৰ পিছত তেওঁ তিনিজনী অপৰূপা তাপসী বালিকাক গছৰ গুৰিত পানী দি থকা অৱস্থাত দেখা পালে। তেতিয়া ৰজাই তেওঁলোকে দেখা নোপোৱাকৈ নিলগত থাকি তেওঁলোকৰ কথোপকথন শুনিবলৈ ধৰিলে আৰু তেওঁলোকৰ বাৰ্তালাপৰপৰা শকুন্তলাৰ নামটো জানিব পাৰিলে। শকুন্তলাৰ স্বভাৱ-সুন্দৰ ৰূপ দেখি ৰজা বিস্মিত হ'ল। সেই সময়তে ভোমোৰা এটাই শকুন্তলাক উৎপীড়ন কৰাত সখীদ্বয়ে উপহাস কৰি ক'লে, 'ৰজা তপোবনৰ ৰক্ষক; গতিকে দুষ্মন্তক আহ্বান কৰা'। এই সুযোগতে ৰজাই তেওঁলোকৰ সন্মুখত দেখা দিলে আৰু নিজকে এজন ৰাজকৰ্মচাৰী বুলি পৰিচয় দিলে। তেওঁলোকেৰে সৈতে হোৱা কথাবাৰ্তাৰপৰা ৰজাই জানিবলৈ পাৰিলে যে শকুন্তলা কণ্বৰ নিজৰ কন্যা নহয়, পালিতা কন্যাহে। শকুন্তলাৰ পিতা ঋষি বিশ্বামিত্ৰ আৰু মাতৃ স্বৰ্গৰ অপ্সৰা মেনকা। জন্মৰ পিছতেই পিতৃ-মাতৃৰ দ্বাৰা পৰিত্যক্তা। প্ৰথম দৰ্শনৰপৰাই ৰজা শকুন্তলাৰ ৰূপত মুগ্ধ। এতিয়া বিবাহযোগ্যা ক্ষত্ৰিয় কন্যা বুলি জানি তেওঁ শকুন্তলাৰ প্ৰতি অধিক আকৃষ্ট হ'ল। ৰজাক দেখি শকুন্তলাৰ অন্তৰতো আশ্ৰম-বিৰোধী বিকাৰৰ সঞ্চাৰ হ'ল। এইদৰে উভয়ৰে মাজত প্ৰেম অংকুৰিত হ'ল। এনেতে এটা বনৰীয়া হাতী আহি আশ্ৰমত উপদ্ৰৱ কৰা বুলি খবৰ পাই বালিকা কেইজনী ৰজাৰপৰা বিদায় লৈ আশ্ৰমৰ কুটিৰলৈ গ'ল। শকুন্তলাৰ প্ৰেমত আতুৰ ৰজাৰ নিজ নগৰলৈ উভতি যোৱাৰ ইচ্ছা নোহোৱা হ'ল। আশ্ৰমৰ ওচৰতে শিবিৰ পাতি ৰজাই থাকিবলৈ স্থিৰ কৰিলে।

শিবিৰত বহি ৰজাই কেৱল শকুন্তলাৰ কথাকে ভাবিবলৈ ধৰিলে। ৰঙ

বিদূষকে ৰজাক আনমনা দেখি তেওঁৰ মনৰ গতি সলনি কৰিবলৈ চেষ্টা কৰিলে যদিও সফল নহ'ল। ৰজাই সৈন্য-সামন্তক চিকাৰ বন্ধ কৰিবলৈ আৰু আশ্ৰমৰ শান্তি-শৃঙ্খলা ৰক্ষা কৰিবলৈ নিৰ্দেশ দিলে। অস্থিৰ চিত্তেৰে ৰজাই বন্ধু বিদূষকক কুলপতি কণ্বৰ পালিতা কন্যা শকুন্তলাৰ প্ৰতি প্ৰথম দৰ্শনতে ওপজা তেওঁৰ প্ৰেমাকৰ্ষণৰ কথা ক'লে, আৰু কোনেও কোনো প্ৰকাৰৰ সন্দেহ নকৰাকৈ আশ্ৰমৰ ওচৰত থাকিব পৰা কিবা এটা উপায় উদ্ভাৱন কৰিবলৈ অনুৰোধ কৰিলে। সেই সময়তে আশ্ৰমৰ তপস্বীসকল আহি অসুৰবিলাকৰ আক্ৰমণৰপৰা তেওঁলোকৰ যজ্ঞানুষ্ঠান ৰক্ষা কৰিবলৈ ৰজাক অনুৰোধ জনালে। ৰজাই ঋষি-সকলৰ যজ্ঞক্ৰিয়া শেষ নোহোৱালৈকে আশ্ৰমতে থাকিবলৈ সম্মতি প্ৰকাশ কৰিলে। অপ্ৰত্যাশিতভাৱে ৰজাৰ আশ্ৰমত থকাৰ সুযোগ ঘটিল। সেই মুহূৰ্ত্ততে ৰাজধানীৰপৰা দূত আহি ৰজাক জনালে যে ৰাজ-মাতাৰ ব্ৰতোপলক্ষে তেওঁ ৰাজধানীত উপস্থিত হ'ব লাগে। ৰজাৰ সন্মুখত দুটা অপৰিহাৰ্য কাৰ্য, ভাবি-চিন্তি ৰজাই ৰাজ-মাতাৰ পুত্ৰকল্প বিদূষকক ৰজাৰ প্ৰতিনিধি হিচাপে ৰাজধানীলৈ পঠিয়াবলৈ স্থিৰ কৰিলে আৰু নিজে ঋষিসকলৰ যজ্ঞক্ৰিয়া ৰক্ষা কৰিবলৈ প্ৰস্তুত হ'ল। বিদূষকৰ যাত্ৰাৰ সময়ত ৰজাই ক'লে, ঋষি কন্যাৰ প্ৰতি মোৰ কোনো অভিলাষ নাই, গতিকে সেই সম্পৰ্কে কোৱা কথাবোৰ মিছা গল্প মাথোন, পৰিহাস বিজড়িত; সেইবোৰ যেন তেওঁ যথাৰ্থ বুলি নাভাবে। ৰজাই ভাবিলে, সেই মূৰ্খটোক এইদৰে নক'লে তেওঁ গৈ ৰাজ-অন্তঃপুৰত এই ঘটনা প্ৰচাৰ কৰি তেওঁৰ প্ৰণয় কাৰ্যত কিবা অঘটন ঘটাই পেলাব পাৰে।

ৰজাই ঋষিসকলৰ যজ্ঞক্ৰিয়া সুৰক্ষিত কৰিবলৈ ধৰিলে। মদন-ব্যথিত ৰজাৰ মন। শকুন্তলাৰ প্ৰিয়-দৰ্শনৰ বাহিৰে ৰজাৰ অশান্ত মনলৈ আন কিহে বা শান্তি আনিব? সেয়েহে তেওঁ শকুন্তলাৰ দৰ্শনৰ অভিলাষ কৰি মালিনী নদীৰ তীৰলৈ গ'ল। তালৈ গৈ দেখিলে, কামবদ্ধা শকুন্তলা লতা-মণ্ডপৰ ভিতৰত শিলাময় শয্যাত শুই আছে, সখীহঁতে বিচনিৰে বা দি আছে। শকুন্তলাই প্ৰেম-পত্ৰ লিখি সখীহঁতক পঢ়ি শুনাইছে। এয়ে উপযুক্ত সময় বুলি ভাবি ৰজা শকুন্তলাৰ সন্মুখত উপস্থিত হ'ল। ৰজাক দেখি সখী দুজনীয়ে ক'লে, 'মহাৰাজ আপোনাৰ বাবেহে মদনে আমাৰ সখীৰ এনেকুৱা অৱস্থা কৰিছে; সেই হেতু আমাৰ সখী যাতে বন্ধুবৰ্গৰ অনুশোচনাৰ পাত্ৰী হ'ব লগীয়া নহয়, তেনে ব্যৱস্থা কৰক'। এইদৰে কৈ সখী দুজনী শকুন্তলাক অকলে এৰি থৈ ছল কৰি লতা-মণ্ডপৰপৰা আঁতৰি গ'ল। শকুন্তলা যাবলৈ প্ৰস্তুত হোৱাত ৰজাই বাধা দিলে।

ক্ষণিক মিলনৰ পিছতেই গৌতমীয়ে শকুন্তলাক ঘৰাত তেওঁ কুটিৰলৈ গ'ল; কিন্তু ৰজাক পুনৰ আহিবলৈ নিমন্ত্ৰণ জনালে। ৰজা ঋষিসকলৰ যজ্ঞানুষ্ঠানৰ পৰিৰক্ষণৰ বাবে গ'ল। তাৰ পিছত সখী দুজনীৰ সহায়ত দুষ্মন্ত আৰু শকুন্তলাৰ গান্ধৰ্ব ৰীতিৰে বিবাহ সম্পাদিত হ'ল। ৰজা আশ্ৰমত কিছু দিন থকাৰ পিছত ঋষিসকলৰ যজ্ঞ-ক্ৰিয়াৰ অন্ত পৰিল। ৰজাই তেওঁলোকৰ অনুমতি লৈ ৰাজধানীলৈ প্ৰস্থান কৰিলে আৰু বিদায়ৰ সময়ত তেওঁৰ নিজৰ নাম লিখা হাতৰ আঙঠিটো শকুন্তলাক দি ক'লে, 'এই আঙঠিত লিখা আখৰবোৰ দিনে এটাকৈ লেখিবা আৰু লেখা শেষ হোৱাৰ দিনাখনেই তোমাক ৰাজধানীলৈ নিয়াৰ কাৰণে কোনোবা আহি এইখিনি পাবহি।'[১]

ৰজা ৰাজধানীলৈ উভতি গ'ল। শকুন্তলাৰ মনলৈ চিন্তাৰ পিছত চিন্তা আহিবলৈ ধৰিলে। ৰজাই জানো শকুন্তলাৰ কথা মনত ৰাখিব, পিতাক কণ্বই জানো তেওঁৰ গান্ধৰ্ব-বিবাহ অনুমোদন কৰিব, ইত্যাদি। তথাপি আন সকলো চিন্তাকেই চেৰ পেলাই কেৱল দুষ্মন্তৰ চিন্তাই তেওঁক অভিভূত কৰি পেলালে, কেৱল দুষ্মন্তৰ কথাকেই চিন্তা কৰি বহিৰ্জগতৰ আন সকলো কথা পাহৰি গ'ল। এইদৰে শকুন্তলা এদিনাখন দুষ্মন্তৰ চিন্তাত তন্ময় হৈ আছে; এনেতে কোপ-পৰশ, মহামুনি দুৰ্বাসা আশ্ৰম-কুটিৰৰ সন্মুখত উপস্থিত হৈ ক'লে, "অয়মহং ভো", "এয়া মই উপস্থিত"। সেই কথা কিন্তু শকুন্তলাৰ কাণত নপৰিল। উপস্থিত অতিথিৰ প্ৰতি অৱহেলা দেখুওৱা বুলি ঋষি ক্ৰুদ্ধ হৈ এইদৰে অভিশাপ দিলে, 'যাৰ চিন্তাত তন্ময় হৈ আমাৰ দৰে তপস্বী অতিথিক তুচ্ছ কৰিলা, সেই প্ৰিয় জনে সোঁৱৰাই দিলেও তোমাক মনত পেলাব নোৱাৰিব।'[২] অভিশাপ দি ঋষি প্ৰস্থান কৰিলে। ঋষিৰ অভিশাপৰ গম পাই প্ৰিয়ংবদা গৈ অপৰাধ ক্ষমা কৰিবলৈ ঋষিক কাতৰ অনুৰোধ কৰাত তেওঁ শান্ত হৈ ক'লে, 'মোৰ বাক্য অন্যথা হ'ব নোৱাৰে; কিন্তু কোনো চিহ্ন (অভিজ্ঞানাভৰণ) দেখুৱাব পাৰিলে, সেই শাপ নাইকিয়া হ'ব।'[৩] এইদৰে কৈ ঋষি অন্তৰ্ধান হ'ল।

এই অভিশাপৰ কথা অনসূয়া আৰু প্ৰিয়ংবদাই আইন কাৰো আগত প্ৰকাশ নকৰি গোপনে ৰাখিলে, আইন কি মনোকষ্ট দিয়াৰ ভয়ত শকুন্তলাকো একো নজনালে; কাৰণ তেওঁলোকে ভাবিলে, অভিজ্ঞানাভৰণ হাতত আছে যেতিয়া

১. শকুন্তলা—৩।১২
২. ঐ —৪।১
৩. ঐ —৪ৰ্থ অঙ্ক।

প্ৰয়োজন হ'লে শকুন্তলাৰ একো অসুবিধা নহ'ব। ইতিমধ্যে দুৰ্বাসাৰ অভিশাপৰ প্ৰতিক্ৰিয়া আৰম্ভ হ'ল। দুষ্যন্তই শকুন্তলা সম্পৰ্কীয় সকলো কথা পাহৰি গ'ল। এই সম্বন্ধে আশ্ৰমবাসীয়েও অনভিজ্ঞ হৈয়ে থাকিল।

সেই সময়তে মহৰ্ষি কণ্ব প্ৰবাসৰপৰা উভতি আহি পালে। আকাশীবাণীৰ সহায়েৰে শকুন্তলাৰ গান্ধৰ্ব-বিবাহৰ বিষয়ে মুনি অৱগত হ'ল আৰু তেওঁ শকুন্তলাৰ কাৰ্য অনুমোদন কৰিলে। শকুন্তলাৰ এটা চিন্তা আঁতৰ হ'ল; কিন্তু লোকজন পঠিওৱাৰটো কথাই নাই, দুষ্যন্তৰপৰা এতিয়ালৈকে কোনো সংবাদেই নাহিল। মহৰ্ষিয়ে শকুন্তলাক আসন্ন-সত্তা দেখি পতি-গৃহলৈ পঠিয়াবলৈ স্থিৰ কৰিলে। শকুন্তলাক লৈ শাৰ্ঙ্গৰৱ, শাৰদ্বত আৰু গৌতমী ৰজা দুষ্যন্তৰ ৰাজধানী হস্তিনাপুৰত উপস্থিত হৈ ৰাজ-দৰ্শনৰ অনুমতি বিচাৰিলে। ঋষিসকলৰ আগমনৰ বাৰ্তা শুনি ৰজা চিন্তান্বিত হ'ল, কাৰণ তেওঁলোকৰ আগমনৰ প্ৰকৃত উদ্দেশ্য তেওঁ নাজানে, কেৱল ভাবিলে, কিজানিবা ঋষিৰ আশ্ৰমত কিবা অঘটন ঘটিছে। ৰজাই তেওঁলোকক ৰাজসভালৈ আহিবলৈ অনুমতি দিলে। আদৰ-অভ্যৰ্থনাৰ মাজেদি শাৰ্ঙ্গৰৱে ৰজাক মহৰ্ষি কণ্বৰ বাৰ্তা জনালে আৰু তেওঁৰ বিবাহিতা পত্নী শকুন্তলাক ৰাজৰাণী হিচাপে গ্ৰহণ কৰিবলৈ আবেদন জনালে। ইতিমধ্যে ৰজাই শকুন্তলাৰ বিষয়ে সকলো কথা পাহৰি গৈছে। সেয়েহে ঋষিৰ প্ৰস্তাৱ শুনি ৰজাই স্তম্ভিত হৈ ক'লে, 'আপোনালোকে এইবোৰ কি কৈছে; মই জানো এওঁক কেতিয়াবা বিয়া কৰাইছিলোঁ'? ৰজাৰ কথা শুনি শকুন্তলাৰ মূৰৰ ওপৰত যেন আকাশ ভাগি পৰিল। গৌতমীয়ে শকুন্তলাৰ মুখৰ আৱৰণ আঁতৰাই দিলে; তথাপি ৰজাই শকুন্তলাক চিনি নাপালে। তেতিয়া শকুন্তলাই ৰজাই আশ্ৰমৰপৰা বিদায়-বেলিকা দিয়া তেওঁৰ নামাঙ্কিত আঙঠিটো তেওঁলোকৰ সম্বন্ধ-স্মাৰক (অভিজ্ঞান) হিচাপে দেখুৱাব খুজিলে। কিন্তু ভাগ্যৰ কি পৰিহাস! আঙুলিলৈ চাই দেখে, আঙঠি নাই, যাত্ৰা পথত সেই আঙঠি হাতৰপৰা সুলকি পৰিছে। আঙঠি হেৰুৱাই শকুন্তলাই চতুৰ্দিশ শূন্য দেখিলে। প্ৰত্যক্ষ-প্ৰমাণৰ অভাৱত শকুন্তলাই কাতৰভাৱে মিলন-বেলিকা ঘটা ঘটনা আৰু ৰজাই কৰা কিছুমান বহস্যপূৰ্ণ উক্তি উত্থাপিত কৰি ৰজাৰ স্মৃতি উদ্বুদ্ধ কৰিবলৈ যত্ন কৰিলে; কিন্তু, ফলৱতী নহ'ল। দুষ্যন্তই শকুন্তলাক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে। তপস্বী শাৰ্ঙ্গৰৱৰ ঘোৰ প্ৰতিবাদ আৰু শকুন্তলাৰ সকৰুণ বাণী একোৱেই বিলুপ্ত-স্মৃতি দুষ্যন্তক লৰাব নোৱাৰিলে। বহু বাদ-বিতণ্ডাৰ পিছত শকুন্তলা সঙ্গীসকলেৰে সৈতে ৰাজসভাৰপৰা প্ৰস্থান কৰিলে; কিন্তু শাৰ্ঙ্গৰৱে শকুন্তলাক পতি-গৃহত দাসী হৈ থকাও বৰং শ্ৰেয়ঃ

বুলি কৈ গুচি গ'ল। শকুন্তলাই নিজৰ ভাগ্যকে ধিয়াই কান্দিবলৈ ধৰিলে। এনেতে আকাশৰূপৰা দিব্য-জ্যোতি-সম্পন্না এক নাৰী আবিৰ্ভূতা হৈ শকুন্তলাক আকাশ মাৰ্গেৰে দিব্য-লোকলৈ লৈ গ'ল। সভাসদবৰ্গেৰে সৈতে ৰজাই এই দৃশ্য দেখি বিস্ময়াবিষ্ট হ'ল। তেওঁলোকে ইয়াৰ তাৎপৰ্য একোকে বুজিব নোৱাৰিলে। এইদৰে ৰজা আকস্মিক ঘটনাৰ বিষয়ে চিন্তান্বিত হৈ শয়ন-কক্ষত প্ৰৱেশ কৰিলে।

বহু দিন অতীত হৈ গ'ল। এদিনাখন শক্ৰাৱতাৰৰ নিকটবৰ্তী এজন ধীৱৰে ৰত্নপ্ৰভাৰে সমুজ্জ্বল আঙঠি এটা ৰজাৰত বিক্ৰী কৰিবলৈ আনোতে নগৰ-ৰক্ষীয়ে দেখা পাই আঙঠি-চোৰৰ অপৰাধী হিচাপে দণ্ড বিধানৰ কাৰণে তেওঁক ৰজাৰ ওচৰলৈ লৈ গ'ল আৰু ৰাজ-দণ্ডৰ আদেশৰ কাৰণে অপেক্ষা কৰিলে। আঙঠি দেখি ৰজাই ধীৱৰক মুক্তি দিয়াৰ উপৰিও আঙঠিৰ মূল্যৰ পৰিমিত পুৰস্কাৰ দিবলৈ নিৰ্দেশ দিলে।

আঙঠি দেখাৰ লগে লগে শকুন্তলাৰ বৃত্তান্ত ৰজাৰ মনত পৰিল। শকুন্তলাক প্ৰত্যাখান কৰাৰ বাবে অনুতপ্ত হৈ ৰজাই কোনো কথাতেই শান্তি নোপোৱা হ'ল। অকল বিদূষকৰ লগত শকুন্তলাৰ বিষয়ে কথা পাতি থাকিল। শকুন্তলাৰ প্ৰতিকৃতি তৈয়াৰ কৰি শান্তি পাবলৈ অভিলাষ কৰিলে। অশ্ৰুধাৰাই চিত্ৰাঙ্কিতা শকুন্তলাকো দৃষ্টি-পথলৈ আহিবলৈ নিদিয়া হ'ল। আকৌ মন্ত্ৰীৰ চিঠিৰপৰা বণিক ধনমিত্ৰৰ সন্তানহীন অৱস্থাৰ কথা জানিব পাৰি নিজৰ অৱস্থাৰ বিষয়ে চিন্তা কৰি ৰজা দ্বিগুণে শোকান্বিত হ'ল।

ইতিমধ্যে শকুন্তলাৰ মাতৃ মেনকাই বান্ধৱী সানুমতীক ৰজাৰ মানসিক অৱস্থাৰ সম্বেদ ল'বলৈ পঠালে। সানুমতীয়ে তিৰস্কৰিণী বিদ্যাৰ সহায়েৰে দুষ্মন্তৰ মানসিক অৱস্থাৰ বুজ লৈ মেনকাক জনালেগৈ।

সেই সময়তে মাতলিৰ দ্বাৰা আক্ৰান্ত হৈ বিদূষকে আৰ্তনাদ কৰিলে। বিদূষকৰ আৰ্তনাদে ৰজাৰ বিষণ্ণ মনৰ পৰিবৰ্তন ঘটালে। তেওঁৰ মনত বীৰত্বৰ ভাব জাগি উঠিল। এনেতে মাতলি আবিৰ্ভূত হৈ ৰজাক জনালে যে কাল-নেমিৰ পুত্ৰ দুৰ্জয় দানৱেৰে সৈতে ইন্দ্ৰৰ সংঘৰ্ষ ঘটিছে আৰু তেওঁক সহায় কৰিবলৈ ৰজাক আহ্বান জনাইছে। ৰজাই ইন্দ্ৰৰ ৰথত উঠি মাতলিৰে সৈতে স্বৰ্গলৈ গ'ল।

স্বৰ্গলৈ গৈ দুষ্মন্তই ইন্দ্ৰৰ কাৰ্য সমাধা কৰিলে আৰু তেওঁৰ দ্বাৰা সম্মানিত হৈ পুনঃ ৰথত উঠি মাতলিৰে সৈতে পৃথিৱীলৈ প্ৰত্যাবৰ্তন কৰিলে। উভতি অহাৰ পথত ৰজাই হেমকূট পৰ্বতত অৱস্থিত তপস্বী মাৰীচৰ আশ্ৰমত প্ৰৱেশ

কবি ঋষিক শ্ৰদ্ধা জনাবলৈ মন কৰিলে। সেই আশ্ৰমতেই শকুন্তলাই বিৰহ-ব্ৰত পালন কৰি অৱস্থান কৰিছিল। আশ্ৰমত প্ৰৱেশ কৰি ৰজাই এজোপা অশোক গছৰ তলতে ৰহিল। মাতলি ঋষিক ৰজাৰ আগমনৰ কথা জনাবলৈ গ'ল। এনেতে ৰজাই তপস্বীসকলে নিষেধ কৰা সত্বেও সিংহ-শিশুৰে সৈতে উমলি থকা ল'ৰা এজন দেখিলে। ল'ৰাজন দেখি তাক ৰজাৰ নিজৰ ঔৰসজাত সন্তান যেন লাগিল। ল'ৰাজনৰ লগত থকা তাপসীজনীৰে কথা-বাৰ্তাৰপৰা জানিবলৈ পাৰিলে যে ল'ৰাজন পুৰুবংশজাত আৰু তেওঁৰ মাকৰ নাম শকুন্তলা। ৰজাৰ সকলো সন্দেহ প্ৰায় নাইকিয়া হ'ল, ল'ৰাজন খুব সম্ভৱ তেওঁৰেই সন্তান। শকুন্তলা আহি ৰজাৰ সন্মুখত উপস্থিত হ'ল। শকুন্তলাই ৰজাক চিনি পালে। বিচ্ছেদৰ কাৰণে পৰস্পৰে অনুশোচনা কৰিলে আৰু অৱশেষত পুত্ৰৰ মাধ্যমেৰে উভয়ৰে পুনৰ্মিলন হ'ল। এনে ক্ষণতে মহৰ্ষি মাৰীচ তেওঁলোকৰ সন্মুখত উপস্থিত হ'ল আৰু তেওঁলোকক দুৰ্বাসাৰ অভিশাপৰ কথা ক'লে, লগতে শকুন্তলাক প্ৰত্যাখ্যান কৰাত ৰজাৰ যে কোনো দোষ নাই তাকো উল্লেখ কৰিলে। শকুন্তলাৰ প্ৰতি অবাঞ্ছিত আচৰণ কৰা অপৰাধৰপৰা যেন এতিয়াহে দুষ্মন্তৰ অন্তৰ মুক্ত হ'ল। ঋষিৰ আশীৰ্বাদ লৈ ৰজা দুষ্মন্তই স্ত্ৰী-পুত্ৰেৰে সৈতে নিজ ৰাজধানী হস্তিনাপুৰলৈ উভতি আহি আনন্দেৰে দিন অতিবাহিত কৰিবলৈ ধৰিলে। ইয়াতেই নাটকীয় কাহিনীৰ অন্ত পৰিছে।

পূৰ্বে উল্লেখ কৰা হৈছে, কালিদাসে 'অভিজ্ঞানশকুন্তল'ৰ কাহিনী মহাভাৰতৰপৰা আহৰণ কৰিছে। মহাভাৰতৰ কাহিনী নীৰস। তাত কোনো আদৰ্শ নাই। নাট্যশিল্পী কালিদাসে সেই ক্ষুদ্ৰ পৌৰাণিক কাহিনীৰ কঙ্কালত তেজ-মঙহ যোগ দি তাত প্ৰাণ প্ৰতিষ্ঠা কৰি তাক স্পন্দিত কৰি তুলিছে। কল্পনা-বৰ্জিত, স্থিতিশীল কাহিনীক কবিয়ে নাটকত ৰস-সঞ্চাৰেৰে গতিশীল কৰি তুলিছে আৰু নায়ক-নায়িকাৰ যৌৱনোদ্দীপ্ত কামনাপূৰ্ণ প্ৰেমক অতিক্ৰম কৰি গাৰ্হস্থ্য জীৱনৰ মঙ্গলময় আদৰ্শ প্ৰেমলৈ উন্নীত কৰিছে। কবিয়ে নাটকত মূল কাহিনীৰ পৰিবৰ্জন আৰু পৰিবৰ্তন কৰাৰ উপৰিও নিজৰ কল্পনাৰে নতুন নতুন চৰিত্ৰ আৰু নতুন নতুন ঘটনা সন্নিৱিষ্ট কৰিছে। 'অভিজ্ঞানশকুন্তল' কবি-কল্পনাৰ অদ্বিতীয় সৃষ্টি, নাট্য জগতৰ সৰ্বোৎকৃষ্ট কৃতি, কালিদাসৰ নাট্য প্ৰতিভাৰ সৰ্বশ্ৰেষ্ঠ নিদৰ্শন।

পুৰুবংশীয় ৰজা দুষ্মন্ত আৰু মহৰ্ষি কণ্বৰ পালিতা কন্যা শকুন্তলাৰ প্ৰেম কাহিনী লৈ ৰচিত এই নাটক সাতটা অঙ্কত সমাপ্ত। শৃঙ্গাৰ ইয়াৰ স্থাই ৰস।

প্ৰেম-মূলক এই নাটকৰ সাতটা অঙ্কৰ মাজেদি কালিদাসে নৰ-নাৰীৰ প্ৰেমৰ আদৰ্শ নিৰূপণ কৰিছে। এই সাতটা অঙ্কৰ প্ৰথম তিনি অঙ্কত মদনৰ প্ৰভুত্ব, মধ্যৱৰ্ত্তী চতুৰ্থ অঙ্ক মদন-শূন্য, পঞ্চম আৰু ষষ্ঠ অঙ্কত মদনৰ নিন্দা, সপ্তম আৰু শেষ অঙ্ক মদন-বৰ্জ্জিত কৰি কালিদাসে পাৰ্থিৱ প্ৰেমক স্বৰ্গীয় প্ৰেমলৈ উন্নীত কৰিছে। ৰজা দুষ্মন্ত মহৰ্ষি কণ্বৰ আশ্ৰমত উপস্থিত হওঁতে নাটকৰ আৰম্ভ হয় আৰু মহৰ্ষি মাৰীচৰ আশ্ৰমত উপস্থিত হওঁতে ইয়াৰ সামৰণি পৰে।

মৃগয়াপ্ৰিয় ৰজা দুষ্মন্তই হৰিণ-শিশুলৈ শৰ নিক্ষেপ কৰিবলৈ পিছে পিছে খেদি গৈ কণ্বৰ আশ্ৰমৰ ওচৰ পোৱাত ঋষিসকলে ৰজাক হৰিণাটো বধ কৰাত বাধা দিলে। তেওঁলোকৰ অনুৰোধক্ৰমে ৰজা শৰ-নিক্ষেপৰপৰা নিবৃত্ত হ'ল। ঋষিসকলে ৰজাক আশ্ৰমলৈ আমন্ত্ৰণ জনালে। ৰজাই আশ্ৰমত প্ৰৱেশ কৰি শকুন্তলাক দেখা পালে আৰু তেওঁৰ অতুলনীয় ৰূপত মুগ্ধ হ'ল। শকুন্তলাৰ প্ৰতি প্ৰথম দৃষ্টিপাত কৰাৰ লগে লগে ৰজা মদনৰ বশৱৰ্ত্তী হ'ল। ঋষিসকলৰ অনুৰোধত ৰজা হৰিণ-শিশুটিৰ ওপৰত ধনুৰ্বাণ নিক্ষেপ কৰাৰপৰা বিৰত হ'ল; কিন্তু মদনৰ প্ৰভাৱত বাল-মৃগাক্ষী শকুন্তলাৰ ওপৰত কাম-বাণ নিক্ষেপ নকৰাকৈ থাকিব নোৱাৰিলে।

মনোহৰ আকৃতি দুষ্মন্তক দেখি শকুন্তলাৰ অন্তৰত উদয় হ'ল এক আশ্ৰম-বিৰোধী ভাব। সেই ভাবৰ স্বৰূপ কি শকুন্তলাই নাজানে। বুজিব নোৱৰাকৈ শকুন্তলাৰ ভাব-ৰাজ্যত মদনে প্ৰৱেশ কৰি তাৰ প্ৰতিক্ৰিয়া আৰম্ভ কৰিলে। মানুহক মত্ত কৰাই মদনৰ কাম।

দুষ্মন্ত আৰু শকুন্তলাৰ পাৰস্পৰিক প্ৰথম দৃষ্টিপাততে উভয়ৰ মাজত প্ৰেমানুৰাগ জন্মিল; বিনয়ৰ কাৰণে শকুন্তলাই সেই কথা প্ৰকাশ কৰিব নোৱাৰে: 'ন বিবৃতো মদনো ন চ সংবৃতঃ।' প্ৰথম অঙ্কৰ শেষত ৰজাক এৰি থৈ যাব লগীয়া হোৱাত শকুন্তলাই পৰিধেয় বস্কল কুৰবক শাখাত লাগি ধৰা বুলি এক ওজৰ ছলেৰে মুখখন ঘূৰাই সেই নবাগত অতিথিৰ প্ৰতি আকৌ এবাৰ নয়নপাত কৰিলে। দুষ্মন্তৰ অন্তৰত মদনৰ প্ৰতিক্ৰিয়া সুন্দৰকৈ আৰম্ভ হৈছে; তেওঁ আশ্ৰম এৰি নগৰলৈ উভতি যাব নোখোজে, কিবা এটা চেলু উলিয়াই আশ্ৰমৰে আশে-পাশে থাকিব খোজে, জানোচা কেনেবাকৈ শকুন্তলাৰে সৈতে মিলাৰ সুযোগ মিলেই। এনেতে ঋষিসকলৰপৰা অনুৰোধ আহিল, ৰজাই যেন আশ্ৰমত কিছু দিন থাকি তেওঁলোকৰ অনুষ্ঠিত যজ্ঞ অসুৰৰ উপদ্ৰৱৰপৰা ৰক্ষা কৰে। ৰজা সন্মত হ'ল আৰু তেওঁ আশ্ৰমৰ যজ্ঞানুষ্ঠান ৰক্ষা কৰিবলৈ ধৰিলে। আশ্ৰমত থকাৰ সুযোগ

পাই বজাই অৱশেষ সময়ত শকুন্তলাৰ কাষ চাপে, কথা পাতে, সতৃষ্ণ নয়নেৰে শকুন্তলালৈ দৃষ্টিপাত কৰে। এইদৰে উভয়ৰে পাৰস্পৰিক অনুৰাগ গাঢ়তকৈও গাঢ় হ'বলৈ ধৰিলে। দিনে-ৰাতিয়ে দুষ্মন্তৰ চিন্তাত শুকাই-খীণাই শকুন্তলাৰ অৱস্থা শোচনীয় হৈ পৰিছে। দুষ্মন্তৰো একে অৱস্থা। তেওঁ আজি বেতস-গৃহ শূন্য হ'লেও তাৰপৰা হঠাৎ আঁতৰি যাব নোৱাৰে: 'নির্গন্তুং সহসা বেতসগৃহাচ্ছ-ক্লোমি শূন্যাদপি।'[১] দুষ্মন্ত আৰু শকুন্তলাৰ মাজত মদনে প্ৰেমৰ প্ৰতিদ্বন্দ্বিতা চলালে, উভয়ৰে মাজত প্ৰেমৰ টনা-আঁজোৰাৰ সৃষ্টি কৰিলে, সেই যুদ্ধত অৱশেষ বজাৰেই জয় হ'ল। কাৰণ বজাই প্ৰকাশ কৰিলে: 'তপতি তনুগাত্রি মদন-স্ত্বামনিশং মাং পুনর্দহত্যেব।"[২] শকুন্তলাক মদনে তাপিত কৰিছে, দুষ্মন্তক কিন্তু দহন কৰিছে। তাপতকৈ দহনৰ বেদনা অধিক যন্ত্ৰণাদায়ক। মদনৰ কি অসীম প্ৰভুত্ব। অসীম প্ৰভুত্ব হোৱাৰ কথাই, মদন যে ভগৱান[৩]। ভগৱানৰ ওচৰত আত্ম-সমৰ্পণ নকৰাৰ বাহিৰে দুষ্মন্ত আৰু শকুন্তলাৰ আন উপায় নাই। দুষ্মন্ত আৰু শকুন্তলাৰ মিলন ঘটাই মদনে তেওঁৰ অদম্য শক্তি প্ৰকাশ কৰিলে।

মদনৰ সেই শক্তি নাশ কৰিবলৈ চতুৰ্থ অঙ্কৰ বিষ্কম্ভকত দুৰ্বাসাৰ অভিশাপ অবিৰ্ভূত হ'ল আৰু নায়ক-নায়িকাৰ প্ৰণয়ৰ অন্তৰায় ঘটিল। মূল চতুৰ্থ অঙ্কত মদনৰ উল্লেখ নাই, তেওঁক দেখা পোৱাও নগ'ল; মদন-শূন্য সেই অঙ্ক। পঞ্চম আৰু ষষ্ঠ অঙ্কত দেখা গ'ল মদনৰ প্ৰবল নিন্দা। শক্তি হেৰুৱাই মদন আজি নিন্দাৰ পাত্ৰ হ'ল। আনহে নালাগে বজাই আজি মদনৰ অধিক প্ৰিয় বসন্তোৎসৱ পৰ্যন্ত নিষিদ্ধ কৰি দিলে। কিয়নো মদনে আজি শকুন্তলাৰ কথা পৰ্যন্ত দুষ্মন্তৰ মনলৈ আনিবলৈ অপাৰগ হ'ল। যি দুষ্মন্তই শকুন্তলাৰ অনুপম ৰূপত এদিন মতলীয়া হৈ লুকাই হ'লেও তেওঁৰ ৰূপ-দৰ্শনৰ বাবে লালায়িত হৈছিল; যি দুষ্মন্তই এদিন শকুন্তলাক বিস্মৃত-নিমেষ নয়নেৰে নিৰীক্ষণ কৰিছিল[৪], সেই শকুন্তলা আজি নিজে আহি দুষ্মন্তৰ সম্মুখত উপস্থিত হোৱা সত্ত্বেও তেওঁ শকুন্তলাক চিনি নোপোৱাতো হ'লেই, আন নালাগে তেওঁক আনৰ স্ত্ৰী বুলি

১. শকুন্তলা ৩।২৪

২. ঐ ৩।১৫

৩. প্ৰিয়ংবদা—তেন হীয়মানয়োঃ প্ৰিয়সখী যাবুদ্দিশ্যেদমবস্থান্তৰং ভগৱতা মদনেনারোপিতা। তদৰ্হস্যভ্যুপপত্যা জীৱিতমস্যা অবলম্বয়িতুম্।

(শকুন্তলা—তৃতীয় অঙ্ক)

৪. স্থানে খলু বিস্মৃতনিমেষেণ চক্ষুষা প্ৰিয়ামবলোকয়ামি।

(শকুন্তলা—তৃতীয় অঙ্ক)

নিন্দাহে কবি এবাৰ মুখ ঘূৰায়ো নাচালে : 'অনিৰ্বৰ্ণনীয়ং পৰকলত্ৰম্।'[1] ৰজাই শকুন্তলাক প্ৰত্যাখ্যান কৰিলে। প্ৰত্যাখ্যাতা শকুন্তলা গৈ মাৰীচৰ আশ্ৰমত তপস্বিনী হৈ জীৱন যাপন কৰিবলৈ ধৰিলে। ষষ্ঠ অংকত ৰজাই দৈৱ-ক্ৰমে শকুন্তলাক দিয়া আঙঠিটো দেখা পালে আৰু প্ৰত্যাখ্যাতা শকুন্তলাৰ কথা তেওঁৰ মনলৈ আহিল, শকুন্তলাৰ প্ৰত্যাখানৰ বাবে অনুশোচনা কৰিবলৈ ধৰিলে। বিৰহ-বিচ্ছেদৰ চিন্তাত ৰজা অস্থিৰ হ'ল। নাটকৰ তৃতীয় অংকত মদনৰ প্ৰভুত্ব শীৰ্ষ বিন্দুত উপস্থিত হৈছিল; কিন্তু ষষ্ঠ অংকত নিন্দাৰ নিম্নতম স্তৰলৈ অৱনমিত হ'ল।

মদনৰ অতুল প্ৰভাৱেৰে ৰূপ-সৌন্দৰ্য উপাদানেৰে নিৰ্মিত দুষ্যন্ত আৰু শকুন্তলাৰ মিলন-মন্দিৰ ঋষিৰ অভিশাপে ধূলিসাৎ কৰিলে। নায়ক-নায়িকাৰ বিচ্ছেদ ঘটিল। স্ত্ৰী-পুৰুষৰ মিলনৰ উদ্দেশ্য ইন্দ্ৰিয়ৰ পৰিতৃপ্তি সাধনতেই পৰ্যৱসিত নহয়। এই মিলনৰ পৱিত্ৰ উদ্দেশ্য হ'ল, পুত্ৰ সন্তান জাত কৰা : 'পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্যা।' মধুকৰ বৃত্তিৰে পুত্ৰৰ মুখ দৰ্শন অসম্ভৱ। সেয়েহে বহুভাৰ্যা (পৰিগ্ৰহবহুত্বেঽপি) থকা সত্বেও তেওঁ আজিও পুত্ৰহীন। সেই আদৰ্শ প্ৰতিষ্ঠাৰ কাৰণে নাট্যকাৰে মদন-প্ৰভাৱিত যৌৱনৰ উন্মাদনাক বিৰহ-অনলেৰে দগ্ধ কৰি পৰিশুদ্ধ কৰি তুলিলে। দুষ্যন্তই বংশৰ প্ৰতিষ্ঠা-স্বৰূপ ধৰ্মপত্নীক ত্যাগ কৰা বুলি অনুশোচনা কৰিবলৈ ধৰিলে[2]। সন্তানহীন তেওঁ দান কৰা জলেৰে চকুলো ধুই পিতৃ-পুৰুষসকলে অৱশিষ্ট জল পান কৰি সন্তাপ কৰিব লগীয়া হোৱা বুলি খেদ কৰিবলৈ ধৰিলে।[3]

মদন-বৰ্জিত সপ্তম অংকত পৱিত্ৰ-হৃদয় দুষ্যন্তৰ বিৰহ ব্ৰতচাৰিণী, তৰুণীয়া শকুন্তলাৰে সৈতে পুনৰ্মিলন ঘটিল মহৰ্ষি মাৰীচৰ পৱিত্ৰ তপোৱনত। এই তপোৱন তপস্যাৰ সিদ্ধিক্ষেত্ৰ; মদনৰ ইয়াত প্ৰৱেশ নাই। দুষ্যন্ত আৰু শকুন্তলাৰ সেই পৱিত্ৰ মিলন সংঘটিত হ'ল পুত্ৰৰ মাধ্যমেৰে। মহৰ্ষিৰ সন্মুখত ৰজা দুষ্যন্তই কাতৰ কণ্ঠে ব্যক্ত কৰিলে, 'ভগৱন্ অত্ৰ খলু মে বংশপ্ৰতিষ্ঠা।'[4]

কালিদাসে দেখুৱালে নৰ-নাৰীৰ মিলনৰ উদ্দেশ্য যৌৱনৰ বিলাস-বিভ্ৰম নহয়, এয়া মঙ্গলময় গাৰ্হস্থ্য জীৱন প্ৰতিষ্ঠাৰ যোগসূত্ৰ মাথোন। সেয়েহে

---

১. শকুন্তলা—পঞ্চম অংক।

২. সংৰোপিতেঽপ্যাত্মনি ধৰ্মপত্নী ত্যক্তা ময়া নাম কুলপ্ৰতিষ্ঠা। (শকুন্তলা ৬।২৪)

৩. নূনং প্ৰসূতিবিকলেন ময়া প্ৰসিক্তং
ধৌতাশ্ৰুশেষমুদকং পিতৰঃ পিবন্তি। (শকুন্তলা ৬।২৫)

৪. শকুন্তলাৰ—সপ্তম অংক।

কবিয়ে বিৰহ-বিচ্ছেদৰ মাজেদি পৰিশুদ্ধ কৰি দুষ্যন্ত আৰু শকুন্তলাক আদৰ্শ পতি আৰু পত্নীলৈ ৰূপান্তৰিত কৰিছে। আদৰ্শ পতি-পত্নীৰ মিলনতহে ভৰতৰ দৰে আদৰ্শ পুত্ৰ লাভ কৰিব পৰা যায়।

এই নাটক প্ৰণয়নত দুটা বস্তুৰ সক্ৰিয় প্ৰভাৱে কবি-কল্পনাক প্ৰভাৱান্বিত কৰিছে; তাৰ ভিতৰত প্ৰথমটো, বিস্মৰণ আৰু দ্বিতীয়টো, অনুবোধন (স্মৰণ)। আনভাৱে ক'বলৈ গ'লে, এজনৰ নিজৰ কৰ্তব্যৰ বিস্মৰণ ঘটে, আন এজনে নাইবা আন কিহবাই সেই বিস্মৃত কৰ্তব্যৰ অনুবোধন কৰি দিয়ে। এই বিস্মৰণ আৰু অনুবোধনেই 'অভিজ্ঞানশকুন্তল'ৰ বীজ। নাট্যকাৰে নাটকৰ প্ৰস্তাৱনাতেই এই বিস্মৰণ আৰু অনুবোধনৰ সন্ধান দিছে। নাটকৰ প্ৰস্তাৱনাত দেখা যায়, সূত্ৰধাৰে নটীক ক'লে, বিদ্বান লোকসকল আহি প্ৰেক্ষাগৃহত সমবেত হৈছেহি। আমি আজি কালিদাস-প্ৰণীত নতুন 'অভিজ্ঞানশকুন্তল' নাটকৰ অভিনয় পৰিৱেশন কৰি তেওঁলোকক আপ্যায়িত কৰিব লাগিব। সম্প্ৰতি গ্ৰীষ্মকালক অৱলম্বন কৰি এটি গীতকে গোৱাঁ। নটীৰ গীতৰ অন্তত সূত্ৰধাৰে মন্তব্য কৰিলে, গীতৰ লয়-মাধুৰ্যত সমস্ত ৰঙ্গভূমি ছবিত আঁকাৰ দৰে স্পন্দনহীন হৈছে। এতিয়া কি প্ৰকৰণ (নাটক) অৱলম্বন কৰি এওঁলোকৰ সন্তোষ বিধান কৰিব পাৰি। নটীয়ে উত্তৰ দিলে, আপুনি দেখোন প্ৰথমেই 'অভিজ্ঞানশকুন্তল' নাটকৰ অভিনয় প্ৰদৰ্শন কৰি দৰ্শকসকলৰ পৰিতুষ্টি সাধন কৰিব লাগিব বুলি নিৰ্দেশ দিছে। নটীৰ কথা শুনি সূত্ৰধাৰে ক'লে: 'আৰ্যে সম্যগনুবোধিতোঽস্মি। অস্মিন্ ক্ষণে বিস্মৃতং খলু ময়া তৎ।' ঠিক মনত পাৰিছে; এই মুহূৰ্তত মই সেই কথা পাহৰিয়ে গৈছিলোঁ।

সূত্ৰধাৰে পূৰ্বমুহূৰ্তত উল্লেখ কৰা নিজৰ কৰ্তব্য অৰ্থাৎ 'অভিজ্ঞানশকুন্তল' নাটকৰ অভিনয়েৰে বিদ্বানবৰ্গৰ সন্তুষ্টি সাধনৰ কৰ্তব্য হাতত লৈ পিছ মুহূৰ্ততে পাহৰি যোৱা কথাটো প্ৰলাপীৰ ভাষণ যেন লাগে; কিন্তু এয়া প্ৰলাপ নহয়, ই হৈছে কবি-কল্পিত বিস্মৰণৰ প্ৰচ্ছন্ন সূত্ৰপাত। নটীয়ে সূত্ৰধাৰৰ কৰ্তব্য সোঁৱৰাই দিয়ে (অনুবোধন)। এইদৰে কালিদাসে নাটকৰ প্ৰস্তাৱনাতেই বিস্মৰণ আৰু অনুবোধনৰ বীজ ৰোপণ কৰিছে।

শকুন্তলাৰ ওপৰত আশ্ৰমৰ আতিথ্য সৎকাৰৰ ভাৰ অৰ্পণ কৰি মহৰ্ষি কণ্ব সোমতীৰ্থলৈ গ'ল। কণ্বৰ বিশ্বাস, তেওঁৰ অবৰ্তমানতো আশ্ৰমৰ আতিথ্য সৎকাৰ অটুট থাকিব; আশ্ৰমৰপৰা কোনো অতিথিয়েই অনাদৃত হৈ উভতি যাব লগীয়া নহ'ব। কিন্তু শকুন্তলাই অতিথি-সৎকাৰ-ৰূপ নিজৰ কৰ্তব্যৰ কথা

পাহৰি গ'ল (বিস্মৰণ) আৰু দুৰ্বাসাৰ অভিশাপে তেওঁৰ কৰ্তব্যৰ কথা সোঁৱৰাই দিলে (অনুবোধন)।

পুৰুকুল-প্ৰদীপ ৰজা দুষ্মন্তই মহৰ্ষি কণ্বৰ পালিতা কন্যা শকুন্তলাক গান্ধৰ্ব ৰীতিৰে বিয়া কৰালে; কিন্তু ৰজাই সেই কাৰ্য পাহৰি গ'ল (বিস্মৰণ): 'কিমত্ৰভৱতী ময়া প্ৰবিনীতপূৰ্বা?' আৰু আঙঠিটোৱে ৰজাক নিজৰ কাৰ্য সোঁৱৰাই দিলে (অনুবোধন): 'অস্মাদঙ্গুলীয়োপলম্ভাৎখলু স্মৃতিৰুপলব্ধা।'

ইয়াৰপৰা এইটো সহজে অনুমান কৰিব পাৰি যে মহাভাৰতৰ কাহিনীৰ নাট্য ৰূপ দিবলৈ কালিদাসে নিজস্ব কল্পনাৰে যিবোৰ নতুন ঘটনা আৰু চৰিত্ৰৰ সমাৱেশ কৰিছে তাৰ ভিতৰত দুৰ্বাসাৰ অভিশাপ আৰু আঙঠিৰ বৃত্তান্ত অতি গুৰুত্বপূৰ্ণ। মহাভাৰতৰ কাহিনীত ইয়াৰ উল্লেখ নাই আৰু তাত দুষ্মন্তই শকুন্তলাক প্ৰত্যাখ্যান কৰাৰ কাৰণে যিবোৰ যুক্তি দৰ্শাইছে সেই আটাইবোৰেই বিশ্বাসৰ অযোগ্য। সেই কাৰণে উন্মাদনাত মতলীয়া দুষ্মন্তৰ চৰিত্ৰ তাত সকলোৰে ওচৰত ঘৃণাৰ পাত্ৰ হৈ উঠিছে।

নায়ক-নায়িকাৰ পাৰ্থিৱ প্ৰেমক স্বৰ্গীয় প্ৰেমলৈ উন্নীত কৰাই দুৰ্বাসাৰ অভিশাপ প্ৰবৰ্তনৰ ঘাই উদ্দেশ্য। দুষ্মন্ত আৰু শকুন্তলাৰ প্ৰথম প্ৰেমাকৰ্ষণত দেখা যায়, তাত কোনো সংযম, বন্ধন, নাইবা ধৰ্মীয় অনুপ্ৰেৰণা নাই, আছে মাথোন যৌৱনৰ উন্মাদনা আৰু তেজ-মঙহেৰে নিৰ্মিত দেহজ আকৰ্ষণ। দুৰ্বাসাৰ অভিশাপে নায়ক-নায়িকাৰ বিচ্ছেদ ঘটাই বিৰহৰ অশ্ৰু-পাতেৰে মদনোদ্দীপ্ত প্ৰেমৰ মলিনতা ধুই নিকা কৰি তাক পবিত্ৰ প্ৰেমলৈ ৰূপান্তৰিত কৰিছে। দুষ্মন্তৰ দৈহিক ৰূপমুগ্ধ শকুন্তলাৰ সংসাৰৰ আন কোনো কথালৈ আসক্তি নাইকিয়া হ'ল। বিবাহিতা শকুন্তলাৰ কাৰণে ভাৰতৰ সম্ৰাজ্ঞী পদত অধিষ্ঠিতা হৈ তাৰ দায়িত্ব বহন কৰিবলৈ অনুশাসনৰ প্ৰয়োজন, যি অনুশাসনে তেওঁক স্মৰণ কৰাই দিয়ে যে, কেৱল নিজৰ চিন্তাতে ব্যস্ত নাথাকি সৰ্বসাধাৰণৰ মঙ্গল আৰু কল্যাণৰ কাৰণেও চিন্তা প্ৰসাৰিত কৰিব লাগে, আত্মকেন্দ্ৰিক চিন্তা এৰি সাৰ্বজনীন চিন্তাত আত্ম-নিয়োগ কৰিব লাগে। শকুন্তলাৰ আত্ম-শুদ্ধিৰ প্ৰয়োজন। স্বামীৰ প্ৰতি তেওঁৰ প্ৰেম যিমানেই প্ৰগাঢ় নহওক লাগিলে সম্ৰাজ্ঞী হিচাপে তেওঁৰ জীৱনৰ আন কৰ্তব্য আৰু দায়িত্বলৈ আওকাণ আৰু অৱহেলা কৰা কদাপি সমৰ্থনযোগ্য হ'ব নোৱাৰে। জীৱনৰ আন আন সমস্যাৰে সৈতে সামঞ্জস্য ৰক্ষা কৰি অনুষ্ঠিত হোৱা প্ৰেমেহে সাৰ্থকতা লাভ কৰে। প্ৰেমৰ সাৰ্থকতা উপলব্ধি কৰিবলৈ প্ৰশিক্ষণ আৰু সংযমৰ প্ৰয়োজন।

সেই প্ৰশিক্ষণ দিবলৈ আবিৰ্ভূত হ'ল দুৰ্বাসাৰ অভিশাপ। দুৰ্বাসাৰ অভিশাপে দুষ্মন্ত আৰু শকুন্তলাৰ অস্থায়ী দৈহিক সৌন্দৰ্যৰ উন্মাদনাক বিচ্ছেদৰ বিৰহানলেৰে পৰিশুদ্ধ কৰি পবিত্ৰ মিলনৰ সেতু নিৰ্মাণ কৰিলে। নহলে নায়ক-নায়িকাৰ মিলন পবিত্ৰ কৰাৰ আন উপায় নাই। সমস্যাবহুল মানৱজীৱনৰ প্ৰেমেই যথাসৰ্বস্ব হ'ব নোৱাৰে। জীৱনৰ আন কৰ্তব্যসমূহেৰে সৈতে সমন্বয় আৰু সামঞ্জস্য ৰক্ষা কৰিব পৰাই প্ৰেমৰ পৰীক্ষা।

জীৱনৰ আন কৰ্তব্য জলাঞ্জলি দি কেৱল দৈহিক প্ৰেমাকৰ্ষণত নিমগ্ন হ'লে বিচাৰ-বিবেক হেৰাই যায়, কল্যাণ নাইকিয়া হয় আৰু কৰ্তব্যৰ প্ৰতি বিস্মৃতি ঘটে। সেই কৰ্তব্য-বিস্মৃতিৰ সংশোধন সমাজৰ কল্যাণৰ কাৰণে অপৰিহাৰ্য হৈ পৰে। নায়ক-নায়িকাৰ পবিত্ৰ মিলনৰ মাজেদি সমাজত কল্যাণ প্ৰতিষ্ঠাৰ ভেটি স্থাপন কৰিবলৈ কবিয়ে দুৰ্বাসাৰ অভিশাপৰ অৱতাৰণা কৰিছে।

নাটকীয় ঘটনাৰ পৰিৱৰ্তন বিচাৰ কৰি চালে দেখা যায়, যদি দুৰ্বাসাৰ অভিশাপ প্ৰবৰ্তন কৰা নহয় তেনেহ'লে দুষ্মন্তৰ সন্মুখত দুটা বৈকল্পিক পথ মুকলি হৈ উঠে, শকুন্তলাক গ্ৰহণ নাইবা ত্যাগ। ইয়াৰ প্ৰথম বিকল্প হাতত ল'লে তেওঁ শকুন্তলাক ন্যায়-সঙ্গতভাৱে নিজৰ বিবাহিতা পত্নী হিচাপে গ্ৰহণ কৰিব লাগে, আন হাতে দ্বিতীয় বিকল্পৰ আশ্ৰয় ল'লে পাহৰাৰ ভেশছন কৰি নিৰ্দয়ভাৱে সেই বিবাহিতা পত্নীক প্ৰত্যাখ্যান কৰিব লাগে। যদি প্ৰথম বিকল্পৰ আশ্ৰয় লয়, তেতিয়া অভিপ্ৰেত পৰিণতি লাভৰ বহু পূৰ্বে অবাঞ্ছিত-ভাৱে নাটকখনৰ সমাপ্তি ঘটে আৰু, তেতিয়া সেইখন এখন অতি সাধাৰণ প্ৰেমমূলক নাটক হিচাপে পৰিগণিত হয়। দ্বিতীয় বিকল্পৰ আশ্ৰয় ল'লে দুষ্মন্তৰ চৰিত্ৰ হয় ঘৃণনীয়ভাৱে কলঙ্কিত; কাৰণ, তেতিয়া তেওঁ এজন অত্যন্ত স্বাৰ্থপৰ, পামৰ আৰু দায়িত্বহীন পাষণ্ড হিচাপে প্ৰতিভাত হয়। মিছা, ঠগ আৰু প্ৰৱঞ্চনাৰ জাল তৰি কৌশলেৰে শুদ্ধ, পবিত্ৰ আৰু সৰলমতি যুৱতীৰ পিছত যুৱতীৰ প্ৰেম-মধু পান কৰাই যেন দুষ্মন্তৰ জীৱনৰ একমাত্ৰ উদ্দেশ্য। এজন ধূৰ্ত প্ৰণয়-মধুকৰৰ অভিনয় কৰিয়েই যেন তেওঁ জীৱনত পৰম তৃপ্তি লাভ কৰে। তেতিয়া নাটকখনৰ বিয়োগান্ত সমাপ্তি ঘটে। দুৰ্বাসাৰ অভিশাপে এই উভয় বিকল্পক নিবাৰণ কৰিছে আৰু নাটকীয় ঘটনাৰ গঠন সকলো প্ৰকাৰৰ অবাঞ্ছনীয় সম্ভাৱনাৰপৰা মুক্ত কৰি ইয়াক অভিপ্ৰেত পৰিণতিলৈ আগুৱাই নিয়াৰ পথ সুচল কৰি তুলিছে।

পূৰ্বে উল্লেখ কৰা হৈছে, বিস্মৰণ আৰু অনুবোধনেই 'অভিজ্ঞানশকুন্তল'

নাটকৰ বীজ। দুৰ্বাসাৰ অভিশাপ আৰু আঙঠিৰ সমাবেশেৰে উল্লিখিত নাটকীয় বীজ কাৰ্যত প্ৰতিফলিত কৰাত কালিদাসৰ প্ৰতিভা কিভাবে পৰিস্ফুট হৈছে, তাৰ আন কেইটামান দিশৰ আলোচনাৰ প্ৰয়োজন। কালিদাসৰ অতুল প্ৰতিভাই দুৰ্বাসাৰ অভিশাপ অবিহনেও দুষ্মন্তই শকুন্তলাক চিনি পাবলৈ অপাৰগ হোৱা এটা বিশেষ পৰিবেশৰ সৃষ্টি কৰিছে। কাৰণ, গছৰ বাকলি পৰিধান কৰা শকুন্তলাৰে সৈতে ৰজাৰ পৰিচয়; পাটৰ কাপোৰ, বিবিধ অলংকাৰ আৰু প্ৰসাধন সামগ্ৰীৰে সু-সজ্জিত হৈ ৰাজৰাণীৰ দৰে উপস্থিত হোৱা শকুন্তলাক তেওঁ চিনি পায় কেনেকৈ? প্ৰিয়ংবদা আৰু অনসূয়াৰ লগত থকা শকুন্তলাৰে সৈতে দুষ্মন্তৰ পৰিচয়; অপৰিচিত শাঙ্গৰিব, শাৰদ্বত আৰু গৌতমীৰ মাজত থকা শকুন্তলাক তেওঁ গ্ৰহণ কৰে কেনেকৈ? তদুপৰি হংস-পদিকাৰ গীত শুনাই কালিদাসে কৌশল কৰি ৰজা দুষ্মন্তক অতিশয় উৎকণ্ঠিত কৰি তুলিছে। তেওঁৰ হৃদয়ৰ অন্তৰতম প্ৰদেশত নিভৃত হৈ থকা জন্মান্তৰৰ কোনো প্ৰিয়স্মৃতি উদ্বুদ্ধ কৰি ৰজাৰ মন উদ্বিগ্ন কৰি তুলিছে। এনে ক্ষণতে শকুন্তলাক আনি কালিদাসে দুষ্মন্তৰ সন্মুখত উপস্থিত কৰাইছে। উৎকণ্ঠিত মন আৰু উদ্বিগ্ন চিত্ত লৈ দুষ্মন্তৰ পক্ষে আনো কোনো গুৰুত্বপূৰ্ণ কথা গভীৰ-ভাৱে চিন্তা কৰি তাৰ সুমীমাংসা কৰাৰ সামৰ্থ্য আছে? এনেকুৱা পৰিবেশ আৰু পৰিস্থিতিৰ প্ৰভাৱত যদি দুষ্মন্তই শকুন্তলাক প্ৰত্যাখ্যান কৰে তাৰ বাবে আনো তেওঁক জগৰীয়া কৰা উচিত হ'ব? কিন্তু শকুন্তলা দুষ্মন্তৰ বিবাহিতা পত্নী; সেই কথা অস্বীকাৰ কৰে কোনে? তথাপি যদি শকুন্তলাৰ প্ৰত্যাখ্যান এইদৰে সংঘটিত হয় তেতিয়াও নাটকৰ অভিপ্ৰেত উদ্দেশ্য সাধন নহয়, দুষ্মন্তৰ চৰিত্ৰৰো কোনো উৎকৰ্ষ সাধন নহয়, নায়ক-নায়িকাৰ বিচ্ছেদ চিৰ-বিচ্ছেদত পৰিণত হয়। দুৰ্বাসাৰ অভিশাপে কিন্তু নায়ক-নায়িকাৰ চিৰ-বিচ্ছেদ ঘটোৱা নাই; এই বিচ্ছেদ অস্থায়ী; অভিজ্ঞানাভৰণৰ দৰ্শনৰ লগে লগে ইয়াৰ ম্যাদ উকলি যায়। দৰ্শক আৰু পাঠকে উদগ্ৰীৱ হৈ নায়ক-নায়িকাৰ সেই পুনৰ্মিলনলৈ অপেক্ষা কৰি থাকে।

দুৰ্বাসাৰ অভিশাপৰ অলৌকিক শক্তিয়ে শকুন্তলা সম্পৰ্কীয় সকলো কথাকেই দুষ্মন্তৰ স্মৃতিপথৰপৰা বহিৰ্ভূত কৰিছে আৰু ঋষি-শাপৰ অপ্ৰতিহত শক্তিৰ প্ৰভাৱে পৰিস্থিতিৰ সম্যক বিচাৰ কৰিব পৰা ৰজাৰ সকলো সামৰ্থ্য আৰু দায়িত্ববোধ নাইকিয়া কৰি পেলাইছে। এই দুৰ্ভাগ্যজনক বিস্মৃতি ৰজাৰ ব্যাপৃত কৰ্মবহুল দিহাপেই যেন অবিৰ্ভূত হৈছে আৰু এই দৈব-দুৰ্বিপাকেই ৰজাক

বিবাহিতা পত্নী-ত্যাগৰ নৈতিক দায়িত্বৰপৰা অব্যাহতি দিয়া বুলি স্বীকাৰ নকৰাকৈ থাকিব নোৱাৰি। কিন্তু ৰজাই এদিন নিজ হাতেৰে যি আঙঠিটো স্মৃতিচিহ্ন-ৰূপে শকুন্তলাৰ আঙুলিত পিন্ধাই দিছিল, সেইটো যদি আজি শকুন্তলাৰ হাতত থাকিলহেঁতেন, তেনেহ'লে নিশ্চয় সিয়েই আজি এই অভাৱনীয় পৰিস্থিতি অতিক্ৰম কৰি শকুন্তলাৰ প্ৰত্যাখ্যান ৰোধ কৰিব পাৰিলেহেঁতেন; কিয়নো দুষ্মন্তই যে শকুন্তলাক বিয়া কৰাইছিল এই আঙঠি-টোৱেই তাৰ প্ৰত্যক্ষ প্ৰমাণ। এই প্ৰত্যক্ষ প্ৰমাণেই দুৰ্বাসাৰ অভিশাপৰ অলৌকিক শক্তিকো পৰাভূত কৰিব পাৰিলেহেঁতেন। কালিদাসে অসীম প্ৰতিভাৰে ইতিপূৰ্বেই সেই সংযমহীন যৌৱনোন্মত্ত প্ৰেমৰ স্মৃতিচিহ্ন (আঙঠিটো) শকুন্তলাৰ হাতৰপৰা লৈ গৈ শচীতীৰ্থৰ পৱিত্ৰ জলত নিমগ্ন কৰি ৰাখিছে। উন্মত্ত প্ৰণয়ৰ প্ৰতীক আঙঠিটোৰো যেন পৱিশুদ্ধিৰ প্ৰয়োজন। আঙঠিৰ অভাৱেই নায়ক-নায়িকাৰ বিচ্ছেদৰ অপৰিহাৰ্য কাৰণ-ৰূপে দেখা দিছে। আঙঠি অন্তৰ্ধান নহ'লে ইয়াতেই নাটকৰ অন্ত পৰিলহেঁতেন।

শকুন্তলাৰ প্ৰিয় সখী প্ৰিয়ংবদা আৰু অনসূয়াই দুৰ্বাসাৰ অভিশাপৰ কথা জানিছিল আৰু এই আঙঠিটোৱেই যে তাৰ প্ৰতিবিধান তাকো জানিছিল; কিন্তু, শকুন্তলাৰ মানসিক অৱস্থা দেখি তেওঁৰেই কল্যাণ চিন্তা কৰি সেই সৰলমতি সখী দুজনীয়ে শকুন্তলাক সেই বিষয়ে বিতংভাৱে একো নক'লে, মাত্ৰ ইঙ্গিত দিলে, ৰজাই যদি তেওঁক চিনি পোৱাত অসুবিধা হয়, তেতিয়া সেই আঙঠিটো দেখুৱাই দিব। সখী দুজনীয়ে যদি শকুন্তলাক অভিশাপ আৰু আঙঠিৰ কথাটো বিবৰি ক'লেহেঁতেন তেতিয়াও শকুন্তলাৰ প্ৰত্যাখ্যানৰ প্ৰতিৰোধ হ'লহেঁতেন। কালিদাসে সৰলমতি সখী দুজনীৰ অন্তৰত শকুন্তলাৰ বিপৰ্যয়ৰ আশঙ্কা উদয় হ'বলৈ নিদিলে। সেয়েহে নায়ক-নায়িকাৰ বিচ্ছেদ অৱধাৰিত হ'ল।

এই প্ৰসঙ্গত আকৌ আন এটা কথা উল্লেখ কৰিব পাৰি যে শকুন্তলাৰ প্ৰত্যাখ্যান নিৰ্বাধাই সম্পন্ন কৰিবলৈ কালিদাসে এই নাটকত নিপুণ কৌশলেৰে বিদূষকৰ চৰিত্ৰ নিৰ্মাণ কৰিছে। নাট্যকাৰৰ আন দুখন নাটকৰ বিদূষকৰ দৰে এই নাটকৰ বিদূষকক নায়ক-নায়িকাৰ প্ৰেমাকৰ্ষণ আৰু মিলন-বন্ধনত গুপ্ত সহায়ক হ'বলৈ, নাইবা বাৰ্তালাপতো অংশ গ্ৰহণ কৰিবলৈ দিয়া হোৱা নাই। আনহে নালাগে কালিদাসে ইয়াত বিদূষকক কোনো দিনে নায়িকাৰে সৈতে সাক্ষাৎ হ'বলৈকো সুযোগ দিয়া নাই। সেয়েহে ৰজাই বিদূষকক কয়, 'চকু

থাকিলেও তুমি তাৰ ফল লাভ কৰিব পৰা নাই ; কাৰণ দেখাৰ যোগ্য বস্তু তুমি দেখা পোৱা নাই।"১

দুষ্যন্তই গান্ধৰ্ব ৰীতিৰে শকুন্তলাক বিয়া কৰোৱাৰ পূৰ্বেই বিদূষকক নাট্যকাৰে কৌশল কৰি আশ্ৰমৰপৰা হস্তিনাপুৰলৈ লৈ আহিছে, যাতে তেওঁ সেই সম্বন্ধে ঘূণাক্ষৰেও একোকে জানিব নোৱাৰে। আশ্ৰমৰপৰা বিদূষক উভতি অহাৰ সময়ত ৰজাই বৰং তেওঁক ক'লে, ঋষি-কন্যাৰ প্ৰতি তেওঁৰ কোনো আকৰ্ষণ নাই। যিবোৰ কথা কোৱা হৈছে সিবোৰ মিছা-পৰিহাস-বিজড়িত মাথোন। মৃৎপিণ্ডবুদ্ধি বিদূষক সেইদৰে ৰজাৰ কথাত বিশ্বাস কৰি উভতি আহিল।

যদি বিদূষকে শকুন্তলাক এবাৰো দেখিলেহেঁতেন, নায়ক-নায়িকাৰ গান্ধৰ্ব বিবাহৰ সময়ত বিদূষক যদি আশ্ৰমত উপস্থিত থাকিলহেঁতেন, আৰু ৰজাই যদি শকুন্তলাৰ প্ৰতি তেওঁৰ আকৰ্ষণৰ কথা বিদূষকৰ ওচৰত গোপন নকৰিলেহেঁতেন, তেতিয়াও দুষ্যন্তৰ পক্ষে শকুন্তলাক প্ৰত্যাখ্যান কৰা অসম্ভৱ হ'লহেঁতেন। আঙঠি হেৰালেও শকুন্তলাৰ সপক্ষে প্ৰধান সাক্ষীৰূপে বিদূষক থিয় হ'ব পাৰিলেহেঁতেন। কালিদাসৰ অসাধাৰণ প্ৰতিভাই বিদূষকক সেই সুযোগৰপৰা বঞ্চিত কৰিছে। ইয়াৰ বিপৰীতে বিদূষকেই দুষ্যন্তৰ প্ৰসুপ্ত স্মৃতিত হ'লহেঁতেন সাক্ষাৎ অনুবোধনৰ কাৰণ-স্বৰূপ। আৰু ইয়াতেই অপ্ৰত্যাশিতভাৱে নাটকৰ সামৰণি পৰিলহেঁতেন ; সেই কাৰণেই কালিদাসে ইতিপূৰ্বৰপৰাই বিদূষকক আঁতৰাই ৰাখিছে। আন নালাগে শেষত শকুন্তলা আহি দুষ্যন্তৰ সন্মুখত উপস্থিত হোৱাৰ আগ মুহূৰ্ততেই ৰজাৰ ওচৰৰপৰা বিদূষকক আঁতৰাই নিছে, কিজানিবা সেই মৃৎপিণ্ডবুদ্ধিৰ লোকজনে অযথা কিবা অঘটন ঘটায়।

উপৰি-উক্ত আলোচনাৰপৰা এইটো স্পষ্ট হৈ উঠে যে আঙঠি হেৰোৱাৰ বাহিৰে আন কোনো অৱস্থা বা পৰিস্থিতিয়ে দুষ্যন্তৰ পক্ষে শকুন্তলাৰ প্ৰত্যাখ্যান যুক্তিসঙ্গত কৰি তুলিব নোৱাৰে আৰু সেই আঙঠিৰ বাহিৰে আন একোৱেই দুষ্যন্তৰ বিস্মৃতিৰ অনুবোধনৰ ন্যায়সঙ্গত কাৰণ হ'ব নোৱাৰে। কাৰণ সেই আঙঠিটোৱেই নায়ক-নায়িকাৰ প্ৰথম প্ৰণয়ৰ প্ৰথম সাক্ষী। কিন্তু সেই আঙঠিটোৱে কিমান নিকাৰ ভুগিলে। শকুন্তলাৰ আঙুলিৰপৰা সুলকি গৈ শচীতীৰ্থৰ পানীত পৰিল। বৌ-মাছে তাক সুস্বাদু ভোগ্য বস্তু বুলি গিলি পেলালে। হঠাৎ সেই মাছ জালোৱাৰ হাতত পৰিল আৰু মাছটো কাটোঁতে

১. ৰাজা—মাধব্য, অনৱাপ্তচক্ষুঃফলোঽসি। যেন ত্বয়া দৰ্শনীয়ং ন দৃষ্টম্।
(শকুন্তলা ২য় অঙ্ক)

সেইটো ওলাই পৰিল। বিক্ৰীৰ কাৰণে সেই আঙঠি ৰজাৰ পালেগৈ, চৌৰ্য বস্তু-ৰূপে নগৰৰক্ষীৰ দ্বাৰা সি ৰাজেয়াপ্ত হ'ল আৰু বিচাৰাধীন হৈ শেষত ৰজাৰ হাতত পৰিল। এইদৰে অতি অপ্ৰত্যাশিতভাৱে ৰজাই আঙঠিটো দেখাৰ লগে লগে শকুন্তলাৰ কথা তেওঁৰ মনত পৰিল। শকুন্তলাৰ কথা স্মৃতি-পথলৈ অহাৰ লগে লগেই ৰজা বিষাদ-বিমগ্ন হ'ল, আৰু সেই আঙঠিটো নিন্দাৰ ভাজন হ'ল। নাটকৰ শেষ অংকত মাৰীচৰ আশ্ৰমত আকস্মিকভাৱে শকুন্তলাৰে সৈতে দুষ্যন্তৰ সাক্ষাৎ হ'ল। শকুন্তলাই ৰজাক চিনি পালে আৰু ৰজাৰ হাতৰ সেই আঙঠিটোও চিনি পালে, শকুন্তলাই তেওঁৰ কথা ৰজাৰ মনলৈ কেনেকৈ আহিল বুলি সোধাত ৰজাই উত্তৰ দিলে: অস্মাদঙ্গুলীয়োপলম্ভাৎ খলু স্মৃতিৰুপলব্ধা।' এই আঙঠিটোৰ পুনঃ প্ৰাপ্তিয়ে মোৰ স্মৃতি উদ্বুদ্ধ কৰি তুলিছে। ৰজাই সেই আঙঠিটো পুনৰ শকুন্তলাক দিবলৈ বিচৰাত, শকুন্তলাই ৰজাৰ হাততে থাকক বুলি ক'লে, কাৰণ, 'নাস্য বিশ্বসিমি। আৰ্যপুত্ৰ এৱে-তদ্ধাৰয়তু'। হাতৰপৰা সুলকি গৈ এবাৰ বিপদত পেলোৱা আঙঠিয়ে পুনৰ বিপদত পেলাব পাৰে বুলি তাক বিশ্বাস নকৰি শকুন্তলাই সেইটো পুনৰ গ্ৰহণ নকৰিলে; কিন্তু ৰীতি অনুসৰি বিয়া কৰাই এবাৰ প্ৰত্যাখ্যান কৰা দুষ্যন্তই যে তেওঁক পুনৰ প্ৰত্যাখ্যান নকৰিব, সেই বিশ্বাস তেওঁক দিলে কোনে? কিহৰ বিশ্বাসত তেওঁ দুষ্যন্তৰে সৈতে পুনৰ মিলনৰ বাবে প্ৰস্তুত হ'ব? সেই বিশ্বাসৰ যোগসূত্ৰ স্থাপন কৰিবলৈ কালিদাসে অলৌকিক কল্পনাৰে সানুমতীৰ চৰিত্ৰ নিৰ্মাণ কৰিছে।

বহু আশা-আকাঙ্ক্ষা লৈ উপস্থিত হোৱা শকুন্তলাক যেতিয়া দুষ্যন্তই অৱমাননা কৰি প্ৰত্যাখ্যান কৰিলে তেতিয়া শকুন্তলাৰ অন্তৰৰপৰা দুষ্যন্তৰ প্ৰতি সকলো আস্থা নাইকিয়া হোৱাটো স্বাভাৱিক। দুষ্যন্তৰ প্ৰতি শকুন্তলাৰ অন্তৰত গঢ়ি উঠিল প্ৰবল ঘৃণা আৰু ক্ৰোধৰ ভাৱ।

শকুন্তলাৰ অন্তৰত স্বামী সম্পৰ্কে গঢ়ি উঠা মতৰ তেওঁ সংশোধন কৰা উচিত। এই মতৰ সংশোধন কৰিবলৈ হ'লে তেওঁৰ পক্ষে, তেওঁৰ প্ৰতি দুষ্যন্তৰ অনুৰাগ সম্বন্ধে তেওঁৰ বিশ্বাস ঘূৰাই অনা একান্ত প্ৰয়োজন। বিশ্বাসৰ ভেটি স্থাপন হ'লেহে শকুন্তলাৰ মত-সংশোধনৰ প্ৰশ্ন সম্ভৱপৰ হ'ব পাৰে। এই বিশ্বাস স্থাপনৰ সম্ভাৱনা সানুমতীয়ে আমাক জানিবলৈ দিয়ে। অন্যথা নাটক-খনক মিলনান্ত পৰিণতিলৈ ৰূপান্তৰিত কৰা অসম্ভৱ হ'লহেঁতেন। নাটকৰ পঞ্চম অংকত শকুন্তলাৰ প্ৰত্যাখ্যানৰ অন্তত নাটকখনবো বিয়োগান্ত পৰিণতিৰ

পথ পূর্ণৰূপে মুকলি হৈ উঠিছে। নাটকৰ দৰ্শক আৰু পাঠকবৃন্দক অনিশ্চয়তা আৰু উৎকণ্ঠাই উদগ্রীৱ কৰি তুলিছে। আৰু, সানুমতীয়ে শকুন্তলাই বৰ্ত্তমান ক'ত কিভাবে অৱস্থান কৰিছে সেই নিৰ্ভৰ-যোগ্য মূল্যবান সংবাদ অৱগত কৰাই দৰ্শক আৰু পাঠকৰ ব্যগ্রতা আৰু উদ্বেগ লাঘৱ কৰিছে। নায়ক-নায়িকাৰ মিলন সাদৰে গ্রহণ কৰিবলৈ দৰ্শক আৰু পাঠকৰ মানসিক প্রস্তুতিৰ নিতান্ত প্রয়োজন। সানুমতীৰ অনুপ্রৱেশে সেই মানসিক প্রস্তুতিৰ প্রস্তাৱনা সৃষ্টি কৰিছে।

আকৌ সানুমতীৰ প্রবৰ্তনে বিচ্ছেদ-বেদনাৰ সুৰ শিথিল কৰিছে। পঞ্চম অঙ্কৰ শোকজনক পৰিণতি হৈছে; আকৌ ষষ্ঠ অঙ্কও বজা দুষ্মন্তৰ কেৱল বিচ্ছেদ-ব্যথিত হৃদয়ৰ দুখ-বেদনাৰ সুৰেৰে অনুৰণিত হৈ উঠিছে। এইদৰে অবিশ্রান্ত শোকবাহী সুৰৰ অপৰিৱৰ্ত্তিত ভাবৰ গধুৰ বোজাই দৰ্শক আৰু পাঠকৰ ধৈৰ্যৰ সীমা চেৰ পেলাই যোৱাৰ উপক্রম হোৱাত সানুমতীৰ অনুপ্রৱেশে তাক উপশমিত কৰিছে আৰু, দুষ্মন্তৰ বিচ্ছেদ যন্ত্রণাৰ তীব্রতা লঘু কৰি নায়ক-নায়িকাৰ পুনৰ্মিলনৰ যোগ-সূত্র ৰচনা কৰিছে। ধৰ্মপত্নী শকুন্তলাৰ চিন্তাই ক্ষৰিত কৰা বিৰহ-বিমৰ্ষ দুষ্মন্তৰ চকুৰ জলে শকুন্তলাৰ প্রতি তেওঁৰ অকৃত্রিম অনুৰাগ সম্বন্ধে সানুমতীৰ পূৰ্ণ বিশ্বাস জন্মালে। সানুমতীৰ জৰিয়তে শকুন্তলাই দুষ্মন্তৰ অকৃত্রিম অনুৰাগৰ অনুসন্ধান পোৱাৰ পিছতো জানো তেওঁ দুষ্মন্ত সম্বন্ধে মত সংশোধন নকৰাকৈ থাকিব পাৰে? যেনোৱা বিশ্বাসৰ পুনৰ উদ্ধাৰে নায়ক-নায়িকাৰ পুনৰ্মিলন যুক্তি-যুক্ত আৰু স্বাভাৱিক কৰি তুলিছে। কোনেও নেদেখা নজনাকৈ সানুমতীয়ে যেনেধৰণে অনুসন্ধান চলাইছে, তাত কালিদাসৰ প্রতিভা ফুটি উঠিছে; কাৰণ, এনে ক্ষেত্রত সদৰিকৈ সংগ্রহ কৰা তথ্যত কৃত্রিমতা থাকে; কিন্তু গোপন সংগ্রহত তেনে আশঙ্কা নাথাকে।

দুৰ্বাসাৰ অভিশাপ আৰু আঙঠিৰ বৃত্তান্তৰ সমাৱেশৰ ক্ষেত্রত আন এটা উল্লেখনীয় কথা হ'ল, শকুন্তলাই নিজৰ কৰ্ত্তব্য পাহৰি গৈ দুৰ্বাসাৰ অভিশাপৰ নিদাৰুণ নিকাৰ ভুগিব লগীয়া হোৱাটো। ইয়াত আচৰিত হ'ব লগীয়া একো নাই; কিন্তু, দুষ্মন্তইতো দুৰ্বাসাৰ কোনো অপৰাধ কৰা নাছিল? তেনেহ'লে দুষ্মন্তই ঋষি-শাপৰ দুৰ্ভোগ ভুগিব লগীয়া হ'ল কিয়? দুষ্মন্তই মৃগয়া কৰিবলৈ গৈ হৰিণ-শিশুটিক খেদি গৈ অজ্ঞাতে মহৰ্ষি কণ্বৰ আশ্রমৰ সন্নিকট ভূমিত উপস্থিত হ'ল। বজাই খেদি যোৱা হৰিণটো আশ্রমৰ মৃগ; ঋষিলকে তাক বধ কৰিবলৈ বাধা দিলে। আশ্রম মুনি জনাৰ পিছত তপোচিত-ভাবে বজা লগে লগে মৃগয়াৰ কাৰণে আন দিনে যোৱা উচিত আছিল।

তেতিয়া নাটকৰ অগ্ৰগতি ব্যাহত হয়। গতিকে নাট্যকাৰে আশ্ৰমৰ ঋষিসকলৰ দ্বাৰা তেওঁলোকৰ আতিথ্য গ্ৰহণ কৰিবলৈ ৰজাক আমন্ত্ৰণ জনালে। মহাৰাজ দুষ্মন্তই ঋষিৰ আশ্ৰমপদত প্ৰবেশ কৰাৰ পূৰ্বেই প্ৰকাশ কৰিলে, পুণ্যাশ্ৰম দৰ্শনৰ দ্বাৰা নিজৰ আত্মা পবিত্ৰ কৰি লওঁ: 'পুণ্যাশ্ৰমদৰ্শনেন তাবদাত্মানং পুনীমহে।' আশ্ৰমত প্ৰবেশ কৰি ৰজাই আশ্ৰমৰ বালিকা তিনিজনীক দেখি তেওঁলোকৰ ৰূপত মুগ্ধ হ'ল আৰু বালিকা তিনিজনীৰ ভিতৰত আটাইতকৈ ৰূপৱতী শকুন্তলাৰ প্ৰেমত পৰিল। আশ্ৰমত প্ৰবেশ কৰাৰ যাই উদ্দেশ্য সম্পৰ্কে ৰজাৰ বিস্মৰণ ঘটিল। মৃৎপিণ্ডবুদ্ধি বিদূষকেও ৰজাৰ আচৰণ দেখি ক'বলৈ বাধ্য হ'ল, তপোবনখনক আপুনি দেখিছোঁ৷ ৰম্যভূমিত পৰিণত কৰিলে: কৃতং ত্বয়োপবনং তপোবনমিতি পশ্যামি।' ভাৰত-সম্ৰাটৰ পক্ষে ই গুৰুতৰ অপৰাধ। ৰজাৰ কৰ্তব্য আশ্ৰমৰ পবিত্ৰতা ৰক্ষা কৰা; ভঙ্গ কৰা নহয়। গতিকে তেওঁৰ অপৰাধ অমাৰ্জনীয়। সেয়েহে দুৰ্বাসাৰ অভিশাপে তেওঁক স্পৰ্শ কৰিলে আৰু দুৰ্ভোগ ভোগাই ৰজাৰ আত্মা পবিত্ৰ কৰি তুলিলে। এই ক্ষেত্ৰতো দেখা যায়, ৰজাৰ বিস্মৃত (বিস্মৰণ) কৰ্তব্যক দুৰ্বাসাৰ অভিশাপে স্মৰণ (অনুবোধন) কৰাই দিলে। 'অভিজ্ঞানশকুন্তল' প্ৰণয়নত কালিদাসৰ অন্তৰত এই বিস্মৰণ আৰু অনুবোধনৰ প্ৰভাৱ অনায়াসে অনুমেয়।

পুনশ্চ নাটকৰ চতুৰ্থ অঙ্কৰ বিষ্কম্ভকত অনসূয়াৰ উক্তিৰপৰা বুজা যায় যে দুষ্মন্তই গান্ধৰ্ব ৰীতিৰে শকুন্তলাক বিয়া কৰালেও আশ্ৰমৰপৰা উভতি গৈ ৰাজ-অন্তঃপুৰত আন ৰমণীৰ সঙ্গ পালে ৰজাই শকুন্তলাৰ কথা স্মৰণ কৰিবনে নকৰে সন্দেহ।[১] অনসূয়াৰ এই স্বাভাৱিক সন্দেহৰ মাজেদি নাট্যকাৰে অতুল প্ৰতিভাৰে ধ্বনিত কৰিছে যে দুষ্মন্তৰ চৰিত্ৰত আন কিছু দোষ আছে যাৰ কাৰণে তেওঁ শকুন্তলাক পাহৰি যাব। সেই দোষ সংশোধনৰ কাৰণে দুৰ্বাসাৰ অভিশাপে তেওঁক স্পৰ্শ কৰিছে। আৰু এইদৰে শকুন্তলাৰ বিস্মৰণ সাব্যস্ত কৰিছে। বিস্মৰণ হ'লে অনুবোধনৰ প্ৰয়োজন আছেই।

**চৰিত্ৰ-চিত্ৰণ:**

আন দুখন নাটকতকৈ 'অভিজ্ঞানশকুন্তল'ৰ চৰিত্ৰ-চিত্ৰণত কালিদাসৰ

---

১. অনসূয়া—হলা প্ৰিয়ংবদে যদ্যপি গান্ধৰ্বেণ বিধিনা নিৰ্বৃত্তকল্যাণা শকুন্তলা··· তথাপ্যেতাবচ্চিন্তনীয়ম্। ······স ৰাজৰ্ষিঃ···আত্মনো নগৰং প্ৰবিষ্টোন্তঃ-পুৰসমাগত ইতোগতং বৃত্তান্তং স্মৰতি ৱা নবেতি। ······

(শকুন্তলা বিষ্কম্ভক ৪ৰ্থ অঙ্ক)

অসাধাৰণ প্ৰতিভাৰ পৰিচয় পোৱা যায়। কবিয়ে এই নাটকৰ চৰিত্ৰসমূহ সমাজৰ বিভিন্ন স্তৰৰপৰা আহৰণ কৰিছে। সমাজৰ নৈতিক আৰু সাংস্কৃতিক পৰিৱেশত গঢ় লৈ উঠা প্ৰত্যেকটো চৰিত্ৰই সামাজিক আচাৰ-ব্যৱহাৰ আৰু কৃষ্টিৰে সৈতে ঘনিষ্ঠভাৱে জড়িত। চৰিত্ৰসমূহৰ প্ৰত্যেকৰে নিজস্ব ব্যক্তিত্ব আছে। তেওঁলোকক ব্যক্তিত্বসম্পন্ন কৰি তোলাত কবিৰ অসীম ক্ষমতা আৰু অন্তৰ্দৃষ্টিৰ পৰিচয় পোৱা যায়। সমাজৰ সাধাৰণ লোকৰ মাজত থকা বিশেষ গুণসমূহক কবিয়ে সুন্দৰৰূপে ৰূপায়িত কৰিছে। কবিৰ চৰিত্ৰসমূহ ভাৱ আৰু অনুভূতিপূৰ্ণ।

কণ্ব আৰু মাৰীচৰ দৰে মহা তপস্বী, শাৰ্ঙ্গৰৱ আৰু শাৰদ্বতৰ দৰে নিষ্ঠাবান শিষ্য, গৌতমীৰ দৰে বিদুষী তপস্বিনী, প্ৰিয়ংবদা আৰু অনসূয়াৰ দৰে স্নেহশীলা বান্ধৱী, দুষ্মন্তৰ দৰে আদৰ্শ ৰজা, শকুন্তলাৰ দৰে গুণশীলা নাৰী, সৰ্বদমনৰ দৰে সৰ্বগুণী বালক, কঞ্চুকীৰ দৰে ৰাজ-অন্তঃপুৰৰ চিন্তাশীল আৰু বিশ্বস্ত তত্ত্বাবধায়ক, মাতলিৰ দৰে সুদক্ষ সাৰথি, সানুমতীৰ দৰে কাৰ্যদক্ষা অপ্সৰা, ভদ্ৰসেনৰ দৰে সুনিপুণ সেনাপতি, বিদূষক, নগৰৰক্ষী আৰু সৰলমতি ধীৱৰ আদি মুখ্য আৰু গৌণ চৰিত্ৰ সমন্বিত এই নাটক।

**দুষ্মন্ত :**

এই নাটকৰ নায়ক পুৰুকুলপ্ৰদীপ ৰজা দুষ্মন্ত। তেওঁ ধীৰোদাত্ত নায়ক। ধীৰোদাত্ত নায়কৰ বিনয়, আত্মসংযম, সাহস, সহনশীলতা, অমায়িকতা আদি বিশেষ গুণ থকাৰ প্ৰয়োজন কালিদাসে দুষ্মন্তক সেই সকলোবোৰ গুণেৰে বিভূষিত কৰিছে আৰু নাটকৰ পঞ্চম অংকত তাৰ স্পষ্ট ৰূপ দাঙি ধৰিছে। কালিদাসে দুষ্মন্তৰ চৰিত্ৰ যে কেৱল এজন প্ৰেমিক-ৰূপেহে অংকিত কৰিছে তেনে নহয়, তেওঁৰ চৰিত্ৰৰ আন আন বৈশিষ্ট্যবোৰো বিশ্লেষণ কৰি দেখুৱাইছে। দুষ্মন্ত একাধাৰে ৰজা, বিচাৰক, মানুহ, প্ৰেমিক, যোদ্ধা, সংগীতজ্ঞ, চিত্ৰকৰ। বিভিন্ন গুণৰ সমাৱেশ ঘটাই কবিয়ে দুষ্মন্তৰ বাস্তৱ জীৱন-চৰিত বিচিত্ৰ কৰি তুলিছে।

বহু ভাৰ্যা-গ্ৰহণ ৰজাসকলৰ পক্ষে এক প্ৰকাৰ ধৰ্মই আছিল। দুষ্মন্তও তাৰ ব্যতিক্ৰম নাছিল; কিন্তু অনীতি আৰু অধৰ্মৰ মাজেদি ভাৰ্যা গ্ৰহণৰ প্ৰবৃত্তি তেওঁৰ নাছিল। নৈতিকতা বিসৰ্জন দি এজন সাধাৰণ লোকৰ দৰে শকুন্তলাক ভাৰ্যা-ৰূপে গ্ৰহণ কৰিবলৈ তেওঁ বিচৰা নাছিল। প্ৰথম দৰ্শনতেই শকুন্তলাৰ

কাপত মুগ্ধ হৈ দুষ্যন্তই তেওঁক বিয়া কৰাবলৈ অভিলাষ কৰিলে। মনৰ অভিলাষৰ ওপৰত নিৰ্ভৰ কৰিয়েই দুষ্যন্তই কুলপতি কণ্বৰ দুহিতা শকুন্তলাক নিঃসন্দেহে ক্ষত্ৰিয়ৰ বিবাহ-যোগ্যা বুলি স্থিৰ কৰিলে; কাৰণ, সন্দেহ স্থলত সাধুসকলৰ অন্তঃকৰণৰ প্ৰবৃত্তিয়েই প্ৰমাণ: 'সতাং হি সংদেহপদেষু বস্তুষু প্ৰমাণমন্তঃকৰণপ্ৰবৃত্তয়ঃ।'[১] অন্তৰৰ পবিত্ৰতা সম্বন্ধে দুষ্যন্তৰ আত্মবিশ্বাস প্ৰবল। ধৰ্মবিৰোধী আচৰণৰ বাবে তেওঁৰ মানসিক প্ৰবৃত্তি ধাৱিত হ'ব নোৱাৰে, এয়ে তেওঁৰ বিশ্বাস। তথাপি শকুন্তলাক গ্ৰহণ কৰাৰ পূৰ্বে তেওঁ জানিবলৈ বিচাৰিলে—শকুন্তলা বিবাহিতা নাইবা বিবাহ সম্বন্ধত জড়িতা হয় নে নহয়, বিয়াৰ প্ৰতি তেওঁ আগ্ৰহী নে আজীৱন ব্ৰহ্মচাৰিণী হৈ থকাই তেওঁৰ ইচ্ছা, তেওঁ ব্ৰাহ্মণ-কন্যা নে ক্ষত্ৰিয়সম্ভৱা ইত্যাদি কথাৰ অনুসন্ধান লৈ নিঃসন্দেহ হোৱাৰ পিছতহে (সংপ্ৰতি সংদেহনিৰ্ণয়ো জাতঃ) তেওঁ শকুন্তলাক ভাৰ্যাৰূপে পাবলৈ ইচ্ছুক হয়। সেয়েহে তেওঁ প্ৰকাশ কৰিলে: 'আশঙ্কসে যদগ্নিং তদিদং স্পৰ্শক্ষমং ৰত্নম্।'[২] যাক অগ্নি বুলি ভৱা গৈছিল সি স্পৰ্শযোগ্য ৰত্নহে।

ব্ৰাহ্মণ, ঋষি-মুনি আৰু আশ্ৰমৰ প্ৰতি শ্ৰদ্ধা, ভক্তি আৰু ভয়েই হ'ল তেওঁৰ চৰিত্ৰৰ দ্বিতীয় বৈশিষ্ট্য। সাধু-সংন্যাসীৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা প্ৰশংসনীয়। ব্ৰাহ্মণ ঋষিয়ে আশ্ৰমৰ হৰিণাটো বধ কৰিবলৈ বাধা দিয়াত ৰজা তেওঁলোকৰ সন্মানাৰ্থে হৰিণাটোলৈ শৰ নিক্ষেপ কৰাৰপৰা বিৰত হ'ল। ইয়াত ৰজাৰ ঋষিসকলৰ প্ৰতি শ্ৰদ্ধাৰ লগে লগে অন্তৰৰ মহানুভৱতাও প্ৰকাশ পালে। সকলোৰে সন্মানভাজন হৈও ৰজাই আনৰ সন্মান লাঘৱ কৰিব নোখোজে। ঋষিৰ আমন্ত্ৰণক্ৰমে দুষ্যন্ত আশ্ৰমত প্ৰৱেশ কৰিবলৈ সন্মত হ'ল; কাৰণ তেওঁৰ উদ্দেশ্য পুণ্যাশ্ৰম দৰ্শনৰ দ্বাৰা নিজকে পবিত্ৰ কৰা[৩] আৰু লগতে মহৰ্ষি কণ্বৰ অবৰ্তমানত তেওঁৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰাৰ ব্যৱস্থা কৰা[৪]। এই-দৰে ৰজাই বিনীত বেশেৰে আশ্ৰমত প্ৰৱেশ কৰিলে: 'বিনীতবেষেণ প্ৰবেষ্টব্যানি তপোবনানি নাম।'[৫] ইয়াত ৰজাৰ আশ্ৰমৰ প্ৰতি শ্ৰদ্ধা, ঋষিৰ প্ৰতি ভক্তি,

---

১. শকুন্তলা ১।২০
২. ঐ ১।২৫
৩. পুণ্যাশ্ৰমদৰ্শনেন তাৱদাত্মানং পুনীমহে।
(শকুন্তলা ১ম অঙ্ক)
৪. ন্যা খলু বিদিতভক্তিং মাং মহৰ্ষেঃ কৰিষ্যতি। (ঐ)
৫. শকুন্তলা ১ম অঙ্ক

মাঁজিত ৰুচি আৰু বিনয়ৰ পৰিচয় পোৱা যায়। তেওঁৰ ৰথে[১] নাইবা সৈন্য-বাহিনীয়ে[২] যাতে আশ্ৰমৰ কোনো ধৰণৰ অশান্তিৰ সৃষ্টি নকৰে তাৰ বাবে তেওঁ সদায় সজাগ দৃষ্টি ৰাখিছিল, কাৰণ তেওঁ কয়, শান্তিপ্ৰধান তপস্বীসকলৰ ভিতৰত দাহিকা শক্তি প্ৰচ্ছন্ন হৈ থাকে : 'শমপ্ৰধানেষু তপোধনেষু গূঢ়ং হি দাহাত্মকমস্তি তেজঃ।'[৩] ৰজাই ঋষিৰ অন্তৰত থকা দাহিকা শক্তিলৈ ভয় কৰে। কণ্বৰ আশ্ৰমৰপৰা ঋষিসকল আহি ৰাজধানীত উপস্থিত হোৱাত আশ্ৰমত কিবা অঘটন ঘটাৰ আশঙ্কাই ৰজাক ব্যাকুল কৰি তুলিছিল।[৪] ৰজাই তৎক্ষণাৎ ৰাজ-পুৰোহিতক বৈদিক বিধিৰে আশ্ৰমবাসীসকলক সৎকাৰ কৰিবলৈ নিৰ্দেশ দি নিজে তেওঁ-লোকক স্বাগত সম্ভাষণ জনাবলৈ উপযুক্ত ঠাইত অপেক্ষা কৰিলে।[৫] আশ্ৰম-বাসীৰ প্ৰতি ৰজাৰ কি অগাধ শ্ৰদ্ধা, তাক ইয়াৰপৰা অনুমান কৰিব পৰা যায়। দুৰ্বাসাৰ অভিশাপৰ অবিহনে জানো সেই শ্ৰদ্ধাশীল দুষ্মন্তৰ পক্ষে ঋষিকন্যাক প্ৰত্যাখ্যান কৰা সম্ভৱ হ'লহেঁতেন ?

প্ৰথম অঙ্কত আকৌ দেখা যায়, ৰথৰপৰা নামি ৰজাই আশ্ৰমত প্ৰৱেশ কৰাৰ সময়ত সাৰথিক পথশ্ৰান্ত ৰথৰ ঘোঁৰাকেইটাক গা ধুৱাই পৰিচৰ্যা কৰিবলৈ নিৰ্দেশ দিলে : 'তাৱদাৰ্দ্ৰপৃষ্ঠাঃ ক্ৰিয়ন্তাং বাজিনঃ।' ইয়াৰ দ্বাৰা তেওঁৰ অন্তৰখন যে ইতৰ প্ৰাণীৰ প্ৰতিও দয়াৰে পৰিপূৰ্ণ আছিল, সেইটো বুজা যায়।

ৰজাৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য হ'ল, তেওঁৰ মাতৃভক্তি : 'কিমম্বাভিঃ প্ৰেষিতঃ।' মাকক তেওঁ গুৰুজ্ঞান কৰে আৰু মাকৰ আজ্ঞা অলঙ্ঘনীয় বুলি ভাবে।[৬] দুষ্মন্তৰ চৰিত্ৰৰ উল্লেখযোগ্য বৈশিষ্ট্য হ'ল, তেওঁৰ সদাচাৰ, নৈতিকতা, সহিষ্ণুতা আৰু ধৰ্মপৰায়ণতা। শকুন্তলা আনৰ পত্নী বুলি প্ৰতিপন্ন হোৱাৰ লগে লগে তেওঁ শকুন্তলাৰ মুখৰ পিনে দৃষ্টিপাতকে নকৰিলে, মাত্ৰ ক'লে :

---

১. তপোবনবাসিনামুপৰোধো মা ভূৎ। এতাৱত্যেৱ ৰথং স্থাপয় যাৱদৱতৰামি। (শকুন্তলা ১ম অঙ্ক)

২. যথা ন মে সৈনিকাস্তপোবনমুপৰুন্ধন্তি তথা নিবেদয়াঃ।' ( শকুন্তলা ২য় অঙ্ক )

৩. শকুন্তলা ২।৭

৪. ঐ ৫।৯

৫. অমূনাশ্ৰমবাসিনঃ শ্ৰৌতেন বিধিনা সৎকৃত্য স্বয়মেৱ প্ৰৱেশয়িতুমৰ্হসীতি। অহমপ্যত্ৰ তপস্বিদৰ্শনোচিতে প্ৰদেশে স্থিতঃ প্ৰতিপালয়ামি। ( শকুন্তলা ৫ম অঙ্ক )

৬. ৰাজা—ইতস্তপস্বিকাৰ্যম্। ইতো গুৰুজনাজ্ঞা। দ্বয়মপ্যনতিক্ৰমণীয়ম্। ( শকুন্তলা ২য় অঙ্ক)

'ভৱতু। অনিৰ্ৰ্বৰ্ণনীয়ং পৰকলত্ৰম্।' আনৰ স্ত্ৰীৰ বৰ্ণনা কৰিব নাপায়। এয়ে ৰজাৰ নৈতিক চৰিত্ৰৰ স্পষ্ট নিদৰ্শন। ৰজাৰ কাৰ্য দেখি প্ৰতিহাৰীয়ে ক'লে: 'অহো ধৰ্মাপেক্ষিতা ভৰ্তুঃ। ঈদৃশং নাম সুখোপনতং ৰূপং দৃষ্ট্বা কোঽন্যো বিচাৰয়তি।'[১] ৰজাৰ কি ধৰ্মনিষ্ঠা। নিজে নিজে আহি উপস্থিত হোৱা এনে ৰূপ দেখি আন কোনে এইবোৰৰ বিচাৰ কৰে! কঞ্চুকীৰ কথাৰপৰাও দুষ্যন্তৰ ধৰ্মনিষ্ঠাৰ পৰিচয় পোৱা যায়: 'কামং ধৰ্মকাৰ্যমনতিপাত্যং দেৱস্য।'[২] ৰজাই ধৰ্ম-কাৰ্য পেলাই ৰখা উচিত নহয়। শকুন্তলাক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰাত শাৰ্ঙ্গৰৱে ৰজাক ভৰ্ৎসনা কৰাৰ উপৰিও 'ঐশ্বৰ্যমত্ত' বুলি বিশেষভাৱে তিৰস্কাৰ কৰিছিল।[৩] কিন্তু ৰজাই তাক অসীম আত্মসংযম আৰু ধৈৰ্যেৰে সহ্য কৰিলে আৰু ক'লে, 'তপোধনসকল, বহু চিন্তা কৰিও মই এওঁক (শকুন্তলাক) গ্ৰহণ কৰা বুলি স্মৰণ কৰিব পৰা নাই': 'ভোস্তপোধনাঃ চিন্তয়ন্নপি ন খলু স্বীকৰণমত্ৰভৱত্যাঃ স্মৰামি।'[৪] ৰজাৰ সহিষ্ণুতাত মুগ্ধ নহৈ নোৱাৰি। যথা ৰীতিৰে বিবাহিতা পত্নীক নিৰ্দয়, নিষ্ঠুৰৰ দৰে অকাতৰে প্ৰত্যাখ্যান কৰা প্ৰমুষ্ট-স্মৃতি দুষ্যন্তৰ স্মৃতিপথত পুনঃ যেতিয়া দৈৱক্ৰমে শকুন্তলাৰ স্মৃতি আবিৰ্ভূত হ'ল, তেতিয়া ৰজাৰ শকুন্তলাৰ কাৰণে অনুশোচনাৰ দৃশ্যই পাঠকৰ সহানুভূতি আকৰ্ষণ নকৰাকৈ নাথাকে; কাৰণ ইয়াত হৃদয়বান দুষ্যন্তৰ শকুন্তলাৰ প্ৰতি অকৃত্ৰিম প্ৰেমানুৰাগ ফুটফুটীয়া হৈ জিলিকি উঠিছে। তদুপৰি শকুন্তলাৰ প্ৰতি কৰা অবিচাৰৰ বাবে দুষ্যন্তই যিদিনা শকুন্তলাৰ ওচৰত ক্ষমা বিচাৰে, সেইদিনা তেওঁৰ অন্তৰৰ সৰলতা আৰু পবিত্ৰতা উজ্জ্বল হৈ উঠিল।

অৰ্থৰ প্ৰতি অনভিলাষেই আছিল দুষ্যন্তৰ চৰিত্ৰৰ আন এটা বিশেষ গুণ। পুত্ৰহীন, ধনশালী বণিক ধনমিত্ৰৰ মৃত্যু হোৱাত ৰাজ-ভাণ্ডাৰলৈ আহিব লগীয়া তেওঁৰ সম্পত্তিৰ প্ৰতি দুষ্যন্তৰ কোনো অভিলাষ নাই। বৰং এই প্ৰসঙ্গতে তেওঁ ঘোষণা কৰিলে, আত্মীয় বিয়োগ হোৱাজনৰ প্ৰতি দুষ্যন্তই হ'ব তেওঁলোকৰ ধৰ্ম-সঙ্গত আত্মীয়।[৬] ইয়াত প্ৰজাবৰ্গৰ প্ৰতি তেওঁৰ পিতৃতুল্য

---

১. শকুন্তলা ৫ম অঙ্ক।
২. ঐ ঐ
৩. মূৰ্চ্ছন্ত্যমী বিকাৰাঃ প্ৰায়েণৈশ্বৰ্যমত্তেষু। (শকুন্তলা ৫।১৮)
৪. শকুন্তলা ৫ম অঙ্ক।
৫. ঐ ৭।২৪
৬. যেন যেন বিযুজ্যন্তে প্ৰজাঃ স্নিগ্ধেন বন্ধুনা।
স স পাপাদৃতে তাসাং দুষ্যন্ত ইতি ঘুষ্যতাম্॥ (শকুন্তলা ৬।২৩)

স্নেহানুশীলতাৰ পৰিচয় পোৱা যায়। স্বৰ্গলৈ গৈ ইন্দ্ৰৰো অজেয় শত্ৰুক নিধন কৰি দুষ্মন্তই অসীম বীৰত্বৰ পৰিচয় দিলে, অথচ সেই বীৰত্ব নিজৰ বুলি গৌৰৱ নকৰি ইন্দ্ৰৰে প্ৰতাপ বুলি স্বীকাৰ কৰিলে। এই স্বীকাৰোক্তিয়ে দুষ্মন্তৰ অন্তৰৰ উদাৰতা আৰু মহানুভৱতাৰ পৰিচয় দিয়ে।[1] দুষ্মন্ত যে কেৱল মৃগয়াত নিপুণ, যুদ্ধত দুৰ্দ্ধৰ্ষ, সঙ্গীতকলাত ৰসজ্ঞ আৰু চিত্ৰবিদ্যাত পাৰদৰ্শী আছিল এনে নহয়। তেওঁ আছিল এজন আদৰ্শ ৰজাও প্ৰজানুৰঞ্জনেই আছিল তেওঁৰ শ্ৰেষ্ঠ ৰাজধৰ্ম। বিপদৰপৰা প্ৰজাবৰ্গক ৰক্ষা কৰাই আছিল তেওঁৰ শ্ৰেষ্ঠ ধৰ্ম। তেওঁ আছিল আপদৰ সহায়-কৰ্তা, বিপদৰ নিৰ্ভৰশীল বন্ধু।[2] প্ৰজাবৰ্গক তেওঁ নিজ পৰিয়ালৰ লোকৰ দৰে জ্ঞান কৰি শাসন কৰিছিল : 'প্ৰজাঃ প্ৰজাঃ স্বা ইব তন্ত্ৰয়িত্বা।'[3] তেওঁৰ শাসন-কাৰ্য চলিছিল অবিশ্ৰান্ত গতিৰে : 'অবিশ্ৰমোঽয়ং লোকতন্ত্ৰাধিকাৰঃ।'[4] দুষ্মন্তই নিজেই প্ৰকাশ কৰিছে, ৰাজ্য-প্ৰতিষ্ঠাৰ সফলতাই কেৱল আকাঙ্ক্ষাৰেই অৱসান ঘটায়, কিন্তু সেই লব্ধ ৰাজ্যৰ ৰক্ষণাবেক্ষণৰ কাৰ্য হয় কষ্টদায়ক। শ্ৰমৰ কাৰণেহে ৰাজদণ্ড ধাৰণ, আঁতৰ কৰাৰ বাবে নহয় : 'নাতি শ্ৰমাপনয়নায় যথা শ্ৰমায় ৰাজ্যং স্বহস্তধৃতদণ্ডমিবাতপত্ৰম্।'[5] এয়ে আছিল তেওঁৰ ৰাজ-আদৰ্শ। দুষ্মন্তৰ কথা-বাৰ্তাৰপৰা এইটো ভালদৰে বুজিব পাৰি যে তেওঁ সূক্ষ্ম মনোবিজ্ঞানবিদ্ আছিল : 'কামী স্বতাং পশ্যতি।' প্ৰেমিকসকলে সকলোকেই নিজৰ অনুকূল হিছাপে কল্পনা কৰে। 'সৰ্বঃ কান্তমাত্মীয়ং পশ্যতি।' প্ৰিয়জনক সকলোৱে সুন্দৰ দেখে। তদুপৰি তেওঁ যে এজন চিন্তাশীল দাৰ্শনিক দৃষ্টিভঙ্গীৰ লোক আছিল তাকো বুজা যায় :

ৰম্যাণি বীক্ষ্য মধুৰাংশ্চ নিশম্য শব্দান্‌পৰ্যুৎসুকো ভৱতি যৎসুখিতোঽপি জন্তুঃ।
তচ্চেতসা স্মৰতি নূনমবোধপূৰ্বং ভাৱস্থিৰাণি জননান্তৰসৌহৃদানি॥[6]

মানুহ সকলো প্ৰকাৰে সুখী হৈও যে মনোমোহা দৃশ্য দেখি নাইবা শ্ৰুতি-মধুৰ শব্দ শুনি ব্যাকুল হয়, তাৰ কাৰণ নিশ্চয় তেওঁ তাৰ অন্তৰত লীন হৈ থকা

---

১. সিধ্যন্তি কৰ্মসু মহৎস্বপি যন্নিয়োজ্যাঃ
সম্ভাবনাগুণমবেহি তমীশ্বৰাণাম্। (শকুন্তলা ৭।৪)
২. আপন্নাভয়সত্ৰেষু দীক্ষিতাঃ খলু পৌৰৱাঃ। (শকুন্তলা ২।১৬)
৩. শকুন্তলা ৫।৫
৪. ঐ পঞ্চম অঙ্ক
৫. ঐ ৫।৬
৬. ঐ ৫।২

জন্মান্তৰীয় সম্বন্ধৰ কথা অজ্ঞাতে স্মৰণ কৰে।

**শকুন্তলা :**

শকুন্তলা এই নাটকৰ নায়িকা। নাটকৰ আন চৰিত্রসমূহতকৈ নায়িকা শকুন্তলাৰ চৰিত্র অধিক আকৰ্ষক আৰু বিশেষ গাম্ভীৰ্যপূৰ্ণ। শকুন্তলা ঋষি বিশ্বামিত্র আৰু স্বৰ্গৰ অপ্সৰা মেনকাৰ কন্যা। জন্মৰ পিছত শকুন্তলাক পিতৃ-মাতৃয়ে অৰণ্যৰ মাজত পেলাই থৈ যায়। তেতিয়া চৰাইবিলাকে তেওঁক আগুৰি থাকে। মহৰ্ষি কণ্বই শকুন্তলাক অৰণ্যৰ মাজত পাই তেওঁৰ আশ্ৰমলৈ লৈ আহে আৰু নিজৰ কন্যাৰ দৰে প্ৰতিপালন কৰে। শকুন্তলাই মাতৃৰপৰা অপাৰ্থিৱ ৰূপ আৰু পিতা, কুলপতি কণ্বৰপৰা আশ্ৰমীয় শিষ্টাচাৰ আৰু বিনয়াদি গুণ লাভ কৰিছিল। ৰূপ আৰু গুণৰ সমাৱেশে শকুন্তলাৰ চৰিত্র মনোজ্ঞ কৰি তুলিছে। আশ্ৰমৰ তৰু-লতা, গছ-গছনি, পশু-পক্ষীৰে সৈতে শকুন্তলাৰ নিবিড় সম্বন্ধ। আশ্ৰমীয় পৰিৱেশত গঢ় লৈ উঠা শকুন্তলাৰ অন্তৰখন হৈছে সৰলতা আৰু পবিত্ৰতাৰে পৰিপূৰ্ণ। শকুন্তলাক দেখিলে অনুমান হয়, তেওঁ যেন প্ৰকৃতিৰেই কন্যা। শকুন্তলাক প্ৰথম দেখিয়েই দুষ্মন্ত তেওঁৰ ৰূপত মুগ্ধ হ'ল। মুগ্ধ হোৱাৰ কথাই, কাৰণ ৰাজ অন্তঃপুৰৰ প্ৰসাধন-মণ্ডিতা নাৰীসমূহৰ মাজত দুষ্মন্তই এনে ৰূপ কেতিয়াও দেখা নাই। শকুন্তলাৰ ৰূপ দেখি তেওঁৰ এনেহে লাগিল যেন বনলতাৰ নৈসৰ্গিক শোভাই সযত্নপালিতা উদ্যান-লতাৰ শোভা পৰাভূত কৰিছে : 'দূৰীকৃতাঃ খলু গুণৈৰুদ্যানলতা বনলতাভিঃ।'[১] শকুন্তলাৰ সৌন্দৰ্য স্বভাৱ-সুন্দৰ; কৃত্ৰিমতাৰ লেশ মাত্ৰও তাত নাই : 'অব্যাজ-মনোহৰং বপুঃ।'[২] আভৰণ, প্ৰসাধন একেবাৰেই নাই; পৰিধান কৰিছে কেৱল গছৰ বাকলি। তথাপিও তেওঁ দেখিবলৈ অপূৰ্ব ৰমণীয় হৈ উঠিছে। যি স্বয়ং সুন্দৰ তাৰ সৌন্দৰ্য কিহে নবঢ়ায় : 'কিমিৱ হি মধুৰাণাং মণ্ডনং নাকৃতীনাম্।'[৩] শকুন্তলাৰ ৰূপ বৰ্ণনে দুষ্মন্তই যেন শেষ মন্তব্য কৰিলে, বিধাতাৰ স্ত্ৰী-ৰত্ন সৃষ্টিত শকুন্তলা অনন্য-সৃষ্টি : 'স্ত্ৰী ৰত্নসৃষ্টিৰপৰা প্ৰতিভাতি সা মে।'[৪]

শকুন্তলা বাল্যকাল অতিক্ৰম কৰি পূৰ্ণ যৌৱন-সম্পন্না হৈ উঠিছে। প্ৰিয়ংবদাৰ কথাই তাৰ ইঙ্গিত দিয়ে : 'অত্ৰ পয়োধৰবিস্তাৰয়িতৃ আত্মনো

১. শকুন্তলা ১।১৬
২. ঐ ১।১৭
৩. ঐ ১।১৮
৪. ঐ ২।৯

যৌৱনমুপাৰূঢ়ম্।'[1] এই সম্পৰ্কে স্তনবিস্তাৰকাৰক যৌৱনকে দোষ দিয়া ভাল। বাহু দুখন কোমল শাখাৰ দৰে; নিতম্ব ভৰত গতি মৃদুমন্দ। প্ৰস্ফুটিত ফুলৰ দৰে লোভনীয় যৌৱন তেওঁৰ অঙ্গে অঙ্গে সুস্পষ্ট: 'কুসুমমিব লোভনীয়ং যৌৱনমঙ্গেষু সংনদ্ধম্।'[2] আশ্ৰমীয় পৰিৱেশত প্ৰতিপালিতা শকুন্তলাৰ মন আৰু চিত্ত ফুলৰ দৰে সুন্দৰ আৰু পৱিত্ৰ। শকুন্তলাৰ পৱিত্ৰ মনত এতিয়াও মদনৰ কোনো প্ৰভাৱ পৰা নাই। সৰল সহজভাৱে জীৱন যাপন কৰি আনন্দৰ মাজেদিয়েই যেন তেওঁ জীৱনটো অতিবাহিত কৰিব। কিন্তু হঠাৎ আশ্ৰমত চতুৰ গম্ভীৰাকৃতি সুপুৰুষ দুষ্যন্তক প্ৰথম দেখিয়েই শকুন্তলাই অতৰ্কিতে আশ্ৰম-বিৰোধী ভাৱ অনুভৱ কৰিলে: 'কিং নু খল্বিমং প্ৰেক্ষ্য তপোবনবিৰোধিনো বিকাৰস্য গমনীয়াস্মি সংবৃত্তা।'[3] আশ্ৰমত শকুন্তলা যি চিন্তাধাৰাৰ মাজেদি পৰিবৰ্ধিতা হৈছে এই অনুভৱ তাৰ সম্পূৰ্ণ বিপৰীত। শকুন্তলাই মাত্ৰ এইখিনিকে জানে; ইয়াৰ প্ৰকৃত স্বৰূপ কি নাজানে। ইয়াৰ বাবে শকুন্তলা আগৰেপৰা প্ৰস্তুতো নাছিল, আৰু ইয়াক কেনেকৈ গোপনে ৰাখিব লাগে তাকো নাজানে। দুষ্যন্তই স্পষ্টভাৱে প্ৰকাশ কৰে, তেওঁৰ প্ৰতি নিক্ষেপ কৰা দৃষ্টিপাতত শকুন্তলাৰ অনুৰাগ ফুটি উঠিছে; কিন্তু সেই অনুৰাগ শিষ্টাচাৰেৰে সংযমিত; সেই কাৰণে তেওঁ তাক প্ৰকাশ কৰিব পৰা নাই, গোপন কৰিও ৰাখিব পৰা নাই: 'বিনয়বাৰিতবৃত্তিৰতস্তয়া ন বিবৃতো মদনো ন চ সংবৃতঃ।'[4] দুষ্যন্তই আৰু কয়, পৰস্পৰৰপৰা বিদায় লোৱা সময়তো শালীনতাৰ মাজেদিয়েই তেওঁৰ মনৰ ভাৱ প্ৰকাশ কৰিছে; কিয়নো অলপ দূৰ গৈয়েই তেওঁ ক্ষন্তেক ৰ'ল, ছল কৰিলে, যেন তৰি দুখন কুশবনৰ অঙ্কুৰেৰে আহত হৈছে; আকৌ গছৰ শাখাত পৰিধেয় বস্ত্ৰ লাগি নধৰা সত্ত্বেও লাগি ধৰা বুলি একওৱাৰ চলেৰে আকৌ এবাৰ মুখ ঘূৰাই তেওঁৰ (ৰজাৰ) পিনে চালে।

এইদৰে শকুন্তলাৰ নবাগত অতিথিৰ প্ৰতি জন্মা অনুৰাগেই সুদৃঢ় প্ৰেমত পৰিণত হ'ল। প্ৰেমমূৰ্তি দুষ্যন্তৰ চিন্তাত শকুন্তলা ব্যাকুল। সেই চিন্তাৰ কাৰণে শকুন্তলাৰ শৰীৰ দিনে দিনে শোচনীয় হৈ যাবলৈ ধৰিলে। দুষ্যন্তৰ

---

১. শকুন্তলা প্ৰথম অঙ্ক।
২. ঐ ১।১৯
৩. ঐ প্ৰথম অঙ্ক।
৪. ঐ ২।১১

প্ৰতি শকুন্তলাৰ প্ৰেম গভীৰ হৈছে যদিও সখী দুজনীৰূপৰা সেই কথা তেওঁ গোপন কৰি ৰাখিছে। শেষত বাধ্য হৈ শকুন্তলাই প্ৰকাশ কৰিলে: 'সখি যতঃ প্ৰভৃতি মম দৰ্শনপথমাগতঃ স তপোবনৰক্ষিতা ৰাজৰ্ষিঃ।'[১] সখী যিদিনা সেই তপোবনৰ ৰক্ষক ৰাজৰ্ষি মোৰ দৃষ্টিপথলৈ আহিছিল সেই দিনৰপৰা তেওঁকেই মনে মনে কামনা কৰি আজি মই এই অৱস্থা পাইছোঁহি। তেতিয়া দুই সখীৰ পৰামৰ্শমতে শকুন্তলাই ৰজালৈ প্ৰেমপত্ৰ লিখি পঢ়ি শুনালে। এনেতে হঠাৎ ৰজা আহি সেই ঠাইত উপস্থিত হ'ল। সখী দুজনীয়ে ৰজাৰে সৈতে শকুন্তলাক অকলে এৰি থৈ যোৱাত তেওঁৰ নাৰীসুলভ উদ্বিগ্নতাই পাঠক আৰু দৰ্শকৰ চিত্ত আকৰ্ষণ কৰে। উদ্বিগ্ন হ'বলৈ মানা কৰি ৰজা শকুন্তলাৰ পৰিচৰ্যা কৰিবলৈ উদ্যত হোৱাত শকুন্তলাই ৰজাক ক'লে, পূজনীয়জনৰ ওচৰত নিজকে অপৰাধিনী কৰিবলৈ নিবিচাৰোঁ: 'ন মাননীয়েষ্বাত্মানমপৰাধয়িষ্যে'।[২] দুষ্যন্ত শকুন্তলাৰ মানত এতিয়াও পূজনীয় ব্যক্তি। এয়া শকুন্তলাৰ ভদ্ৰ আচৰণৰ নিদৰ্শন। এইদৰে কৈ শকুন্তলা প্ৰস্থান কৰিবলৈ উদ্যত হ'ল। তেতিয়া ৰজাই বলপূৰ্বক বাধা দিয়াত শকুন্তলাই ক'লে: 'পৌৰৱ ৰক্ষ বিনয়ম্। মদনসংতপ্তাপি ন খল্বাত্মনঃ প্ৰভৱামি।'[৩] হে পৌৰৱ, শালীনতা ৰক্ষা কৰক। কামসন্তপ্তা হ'লেও মই নিজেই নিজৰ গৰাকী নহওঁ। ভাৰতীয় সংস্কৃতিৰ মূৰ্ত প্ৰতীক কুলপতি কণ্বৰ আশ্ৰমত প্ৰতিপালিতা, প্ৰশিক্ষিতা আৰু সংস্কৃত আচাৰসম্পন্না শকুন্তলাই ভাৰত-সম্ৰাট দুষ্যন্তক ক'লে, 'হে পৌৰৱ, শিষ্টাচাৰৰ সীমা অতিক্ৰম নকৰিব। মদন-পীড়িত হ'লেও যথেচ্ছভাৱে সম্ৰাটেৰে সৈতে হাত মিলাব নোৱাৰোঁ।' হিন্দু নাৰীৰ মূৰ্তিমতী আদৰ্শ শকুন্তলা। নিজৰ আত্ম-মৰ্যাদা ৰক্ষা কৰা আৰু গুৰুজনৰ প্ৰতি শ্ৰদ্ধা দেখুওৱা— এয়ে শকুন্তলাৰ চৰিত্ৰৰ বিশেষ বৈশিষ্ট্য। শকুন্তলাৰ চৰিত্ৰৰ আন বৈশিষ্ট্য দেখা যায় যেতিয়া শকুন্তলা উদ্বিগ্নচিত্তে দুষ্যন্তৰ ৰাজসভাত উপস্থিত হ'ল ৰাজ মহিষীৰূপে প্ৰতিষ্ঠা লাভৰ আশাৰে। ৰজাই শকুন্তলাক চিনিব নোৱাৰিলে, আনৰ স্ত্ৰী বুলি তেওঁক প্ৰত্যাখ্যান কৰিলে। ৰজাৰ এনে অভাৱনীয় আচৰণত শকুন্তলা স্তম্ভিত হ'ল, কিন্তু ৰজাৰ প্ৰতি কোনো বিৰুদ্ধ আচৰণ নকৰিলে, ৰজাৰে সৈতে তৰ্কতো প্ৰবৃত্ত নহ'ল। ইয়াত শকুন্তলাৰ বিনয় আৰু অসীম ধৈৰ্যৰ উপৰিও বিদায় বেজিকা দিয়া পিতৃৰ উপদেশ 'ভৰ্তুৰ্বিপ্ৰকৃতাপি

১. শকুন্তলা তৃতীয় অঙ্ক।
২. ঐ ঐ
৩. ঐ ঐ

ৰোষণতয়া মা স্ম প্ৰতীপং গমঃ',[1] স্বামীয়ে প্ৰতিকূল আচৰণ কৰিলেও ক্ৰোধত বিৰুদ্ধতা নকৰিবা' ৰ প্ৰতি শ্ৰদ্ধাশীলতা পৰিস্ফুট হৈ উঠিল। দ্বিতীয়তে, শকুন্তলা যে দুষ্যন্তৰ বিবাহিতা পত্নী সেই সম্পৰ্কে উত্থাপন কৰা প্ৰকৃত ঘটনাৰ মাজেদি প্ৰকাশিত হ'ল তেওঁৰ সত্যনিষ্ঠা, সৰলতা আৰু হৃদয়ৰ পৱিত্ৰতা। শেষত ৰজাই যেতিয়া সদাচাৰ ভঙ্গ কৰি পৰোক্ষভাৱে শকুন্তলাৰ মাতৃ-নিন্দা আৰু তেওঁৰ জন্ম-বৃত্তান্ত লৈ উপহাস কৰিলে তেতিয়া তেওঁ ৰজাক ক'লে, এয়া আৰ্যৰ আচৰণৰ বহিৰ্ভূত (অনাৰ্য)। শকুন্তলাই ভালদৰে বুজি পায়, নিজৰ সহধৰ্মিণীক তিৰস্কাৰ বা অকাতৰে ত্যাগ কৰাৰ অসীম প্ৰভুত্ব ৰজা দুষ্যন্তৰ আছে; কিন্তু শকুন্তলাৰ মাতৃৰ চৰিত্ৰৰ নিন্দা আৰু বিশেষকৈ তেওঁৰ জন্ম-কাহিনী লৈ উপহাস কৰাৰ অধিকাৰ দুষ্যন্তৰ নাই। জন্ম দৈৱাধীন, চৰিত্ৰ নিজস্ব। এই আত্মসন্মান বোধে শকুন্তলাৰ চৰিত্ৰক বৈশিষ্ট্যমণ্ডিত কৰি তুলিছে।

দুষ্যন্তই তিৰস্কাৰ কৰি শুদ্ধহৃদয়া শকুন্তলাক প্ৰত্যাখ্যান কৰিলে; মুহূৰ্তৰ বাবে শকুন্তলা ৰোষান্বিতা হ'ল যদিও তেওঁ দুষ্যন্তৰ প্ৰতি পূৰ্বৰ অকৃত্ৰিম অনুৰাগ আৰু ভক্তি ত্যাগ কৰা নাই। শকুন্তলাৰ হৃদয়-মন্দিৰত দুষ্যন্তই এতিয়াও এক মাত্ৰ উপাস্য দেৱতা। পতিভক্তা শকুন্তলাই মাৰীচৰ পৱিত্ৰ আশ্ৰমত তপস্বিনী হৈ প্ৰোষিত-ভৰ্তৃকা ব্ৰত পালন কৰি দুষ্যন্তৰ অপেক্ষাতেই জীৱন যাপন কৰিবলৈ ধৰিলে। আজি সেই অপাৰ্থিব ৰূপৱতী শকুন্তলা নাই, আছে মাথোন মলিন-বসানা তপস্বিনী, পতিব্ৰতাৰ প্ৰতিমূৰ্তি শকুন্তলা, প্ৰেমৰ যজ্ঞ-বেদীত নিজকে আহুতিৰূপে উচৰ্গা কৰা শুদ্ধশীলা শকুন্তলা।

শেষত স্বামীৰে সৈতে গুৰুজনৰ ওচৰত উপস্থিত হ'বলৈ লজ্জা বোধ কৰি শকুন্তলাই হিন্দুনাৰীৰ প্ৰচলিত ভদ্ৰ ব্যৱহাৰ আৰু সদাচাৰেৰে নিজৰ চৰিত্ৰ উজ্জ্বলতৰ কৰি তুলিছে: 'জিহ্রেম্যাৰ্যপুত্ৰেণ সহ গুৰুসমীপং গন্তুম্।'[2]

তপোবনৰ পৱিত্ৰ আবেষ্টনিত প্ৰতিপালিতা শকুন্তলাৰ অন্তৰখন যে স্নেহেৰে পৰিপূৰ্ণ আছিল তাক তেওঁৰ আশ্ৰমৰ তৰু-লতা, পশু-পক্ষীৰে সৈতে স্থাপন কৰা আত্মীয়তা আৰু ঘনিষ্ঠ সম্বন্ধপৰা সুন্দৰকৈ বুজা যায়। কেৱল যে পিতাকৰ নিৰ্দেশমতেই শকুন্তলাই গছ-লতাৰ গুৰিত পানী দাইছিল পশু-পক্ষীক আহাৰ খুৱাই প্ৰতিপালন কৰিছিল এনে নহয়, তেওঁৰ আছিল সিহঁতৰ প্ৰতি অকৃত্ৰিম, সোদৰোপম

---

১. শকুন্তলা ৪।১৮
২. ঐ ৭ম অঙ্ক

স্নেহঃ 'ন কেৱলং তাতনিয়োগ এৱ। অস্তি মে সোদৰস্নেহোঽপ্যেতেষু।'[1] বতাহেৰে সঞ্চালিত আঙুলি-সদৃশ পল্লৱেৰে বকুল গছ জোপাই শকুন্তলাক অতি শীঘ্রে তাৰ ওচৰলৈ মাতে: 'এষ বাতেৰিতপল্লৱাঙ্গুলীভিস্ত্বৰয়তীৱ মাং কেসৰবৃক্ষকঃ।'[2] লতা-ভগিনী বনজ্যোৎস্নাক পাহৰিবলৈ হ'লে নিজকে পাহৰি যোৱা যেন বুলি ভাবে: 'আত্মানমপি বিস্মৰিষ্যামি।'[3] পতি-গৃহলৈ যোৱাৰ সময়ত ইটোৰ পিছত সিটোৰপৰা বিদায় লৈ সেই স্নেহৰ বনজ্যোৎস্নাৰ-পৰাও বিদায় লয়: 'তাত লতাভগিনীং বনজ্যোৎস্নাং তাৱদামন্ত্রয়িষ্যে।'[4] হৰিণ-বধূৱে প্রসৱ কৰা শুভ সংবাদটো কাৰোবাক পঠিয়াই শকুন্তলাক দিবলৈ পিতাকক অনুৰোধ কৰে।[5] সেই পিতাকৰ প্রতি শকুন্তলাৰ কি প্রগাঢ় শ্রদ্ধা, ভক্তি আৰু স্নেহ। বিদায় বেলিকা শকুন্তলা পিতৃ কণ্বৰ চৰণত পৰিল 'শকুন্তলা পিতুঃ পাদয়োঃ পতন্তি।' সেই স্নেহশীল পিতা কণ্বক এৰি থৈ শকুন্তলা যেন স্বামীৰ গৃহলৈ যাব নোখোজে। বাৰে বাৰে পিতাক কণ্বক সোধে, আকৌ কেতিয়া সেই আশ্রমলৈ উভতি আহিব পাৰিব: 'তাত কদা নু ভূয়স্তপোৱনং প্রেক্ষিষ্যে।'[6]

শকুন্তলাৰ ভাগ্য-সম্পদ আৰু স্বামীৰে সৈতে মিলন হোৱাত অধিক আনন্দিত হোৱা বাল্য আৰু যৌৱনৰ প্রিয় সখী দুজনীৰপৰা লোৱা বিদায়-বেদনাই শকুন্তলাৰ স্নেহ-সিক্ত অন্তৰ ব্যথিত কৰি তুলিলে। সেই সখীদ্বয়ে বিদায় বেলিকা বহু দিন ধৰি সযত্নে গাঁথি থোৱা বকুল ফুলৰ মালাধাৰি প্রীতি উপহাৰ হিচাপে শকুন্তলাৰ হাতত তুলি দিলে।[7] আশ্রমৰ তৰুৰাজিয়ে দিয়া দুর্মূল্য আভৰণ আৰু অলংকাৰৰ তুলনাত এই সামান্য ফুলৰ মালাধাৰি অতি নগণ্য, তথাপি দুষ্মন্তৰ ৰাজভঁৰালৰ ঐশ্বর্যৰাশিৰ ঔজ্জ্বল্যই জানো সেই মালাধাৰ ম্লান কৰিব পাৰিব? ৰাজ অন্তঃপুৰৰ বিবিধ প্রসাধন সামগ্রীয়ে সেই মালাৰ সুগন্ধ জানো হ্রাস কৰিব পাৰিব?

---

১. শকুন্তলা ১ম অঙ্ক
২. ঐ ঐ
৩. ঐ ঐ
৪. ঐ ৪ৰ্থ অঙ্ক
৫. তাত এষোটজপৰ্যন্তচাৰিণী গৰ্ভমন্থৰা মৃগবধূৰ্যদানঘপ্রসৱা ভৱতি তদা মহ্যং কিমপি প্রিয়নিবেদয়িতৃকং বিসৰ্জয়িষ্যথ। (শকুন্তলা ৪ৰ্থ অঙ্ক)
৬. শকুন্তলা ৪ৰ্থ অঙ্ক
৭. অনসূয়া—তেন হ্যেতস্মিংশ্চূতশাখাৱলম্বিতে নাৰিকেলসমুদ্গকে এতন্নিমিত্তমেৱ কালান্তৰক্ষমা নিক্ষিপ্তা ময়া কেসৰমালিকা।' (শকুন্তলা ৪ৰ্থ অঙ্ক)

প্ৰিয়ংবদা আৰু অনসূয়া :

শকুন্তলাৰ বাল্য আৰু যৌৱনৰ সাথী বান্ধৱী প্ৰিয়ংবদা আৰু অনসূয়া। সকলো ক্ষেত্ৰতে তেওঁলোক উভয়ে শকুন্তলাক অকাতৰে আৰু নিঃস্বাৰ্থভাৱে সহায় কৰে। শকুন্তলাৰ দৰে তেওঁলোকৰো শিক্ষা-দীক্ষা আৰু আচাৰ-ব্যৱহাৰ সুৰুচিসম্পন্ন আৰু সুমাৰ্জিত। তেওঁলোকে দুষ্মন্তৰে সৈতে মিলিত হোৱাৰ ক্ষেত্ৰত শকুন্তলাক স্বাৰ্থহীনভাৱে সহায় কৰি সখীত্বৰ শ্ৰেষ্ঠ আদৰ্শ দেখুৱাইছে। শকুন্তলাৰ প্ৰতি তেওঁলোকৰ স্নেহ, মৰম আৰু ভাল-পোৱা অকৃত্ৰিম আৰু আন্তৰিকতাৰে পৰিপূৰ্ণ। তথাপি যে শকুন্তলাৰ প্ৰতি অনসূয়াৰ স্নেহাধিক্যৰ মাত্ৰা অলপ বেছি, তাক সহজে অনুমান কৰিব পাৰি। পিতৃ-মাতৃ উভয়ে নিজ সন্তানক সমানে মৰম-স্নেহ কৰে, তথাপি সন্তানৰ আপদ-বিপদ হ'লে মাতৃ হয় অধিক উৎকণ্ঠিতা। সেইদৰে শকুন্তলাৰ কিবা আপদ-বিপদ হ'লে উভয়ৰ মাজত অনসূয়াক দেখা যায় অধিক আতুৰা। নাটকৰ তৃতীয় অংকত মদন-পীড়িতা শকুন্তলাক পৰিচৰ্যা কৰাৰ পৰা মনোৰথ পূৰণ কৰাইলৈ অনসূয়াকেই অধিক ব্যগ্ৰ দেখা যায়। ৰজাৰে সৈতে মিলন ঘটোৱাৰ পিছতো শকুন্তলাৰ ভৱিষ্যৎ সুখৰ কথা চিন্তা কৰি অনসূয়াই ৰজাক কয় : 'বয়স্য বহু-বল্লভা ৰাজানঃ শ্ৰূয়ন্তে। যথা নৌ প্ৰিয়সখী বন্ধুজনশোচনীয়া ন ভৱতি তথা নিৰ্বাহয়।'[1] বয়স্য ৰজাধিৰাজৰ বহু ভাৰ্যা থকা বুলি শুনা যায়। আমাৰ প্ৰিয় সখী আত্মীয়-স্বজনৰ যাতে শোকৰ কাৰণ নহয়, তেনে ব্যৱস্থা গ্ৰহণ কৰা হয় যেন।

চতুৰ্থ অংকৰ বিষ্কম্ভকত দেখা যায়, অনসূয়াই শকুন্তলাৰ অপৰাধ মাৰ্জনা কৰিবলৈ প্ৰিয়ংবদাক ঋষি দুৰ্বাসাৰ ওচৰলৈ পঠিয়াইছে। ইয়াৰ দ্বাৰাও শকুন্তলাৰ প্ৰতি অনসূয়াৰ অধিক ব্যগ্ৰতা বুজা যায়। প্ৰিয়ংবদা আৰু অনসূয়াৰ নিজস্ব বৈশিষ্ট্য আছে আৰু নাট্যকাৰে নিপুণভাৱে তেওঁলোকৰ নিজস্ব বৈশিষ্ট্যবোৰ পৰিস্ফুট কৰি তুলিছে। বয়োজ্যেষ্ঠা অনসূয়া স্বভাৱতে গাম্ভীৰ্যশীলা আৰু অনুভূতি-পৰায়ণা। প্ৰিয়ংবদা মধুৰ ভাষণসম্পন্না, বুদ্ধিমতী আৰু আনন্দমুখৰা। অনসূয়াৰ সৰলতা আৰু অনুভূতিশীলতাই আমাক মুগ্ধ কৰে, প্ৰিয়ংবদাৰ বাৰ্তালাপৰ কৌশল আৰু প্ৰত্যুৎপন্নমতীয়ে আমাক বিস্মিত কৰে। অনসূয়া দূৰদৃষ্টিসম্পন্না, প্ৰিয়ংবদা উপস্থিত বুদ্ধিসম্পন্না। প্ৰিয়ংবদাই সকলো কথাকে সহজভাৱে গ্ৰহণ কৰে; অনসূয়াই পৰ্যবেক্ষণ নকৰাকৈ একোকে গ্ৰহণ নকৰে। উভয়ে

১. শকুন্তলা ৩য় অংক।

চৰিত্ৰৰ বিশেষ বৈশিষ্ট্য হ'ল, সুস্থিৰভাৱে নভবা-নিচিন্তাকৈ অনসূয়াই কোনো কাৰ্যত আগ বাঢ়িব নোখোজে, প্ৰিয়ংবদাই কিন্তু কোনো কাৰ্যৰে পলম হোৱাটো নিবিচাৰে : 'নিভৃতমিতি চিন্তনীয়ং ভবেৎ, শীঘ্ৰমিতি সুকৰম্।'[১]

বিদূষক :

কালিদাসে এই নাটকত অপূৰ্ব কৌশলেৰে বিদূষকৰ চৰিত্ৰ নিৰ্মাণ কৰিছে। 'শকুন্তলা'ৰ দৰে এখন গুৰুত্বপূৰ্ণ নাটকত বিদূষকৰ ভূমিকা নাট্যকাৰে অতুল প্ৰতিভাৰে গৌণ কৰি ৰাখিছে। নাটকৰ সাত অঙ্কৰ ভিতৰত মাত্ৰ তিনিটা অঙ্কতহে তেওঁক দেখিবলৈ পোৱা যায়। নায়ক-নায়িকাৰ জীৱনৰ আটাইতকৈ সমস্যাপূৰ্ণ ঘটনা বিবাহ, বিচ্ছেদ আৰু পুনৰ্মিলন সংঘটিত হোৱাৰ সময়ত নাট্যকাৰে বিদূষকক ঘটনা-স্থলীত উপস্থিত থাকিবলৈ দিয়া নাই, অথচ সেই আটাইবোৰ ঘটনা সংঘটিত হ'বলৈ যি পৰিবেশৰ প্ৰয়োজন তাত বিদূষকৰ উপাস্থিতি অপৰিহাৰ্য কৰি তুলিছে আৰু এইদৰে নাটকীয় ঘটনাৰ অগ্ৰগতিৰ পথ সুগম কৰি তুলিছে।

নায়ক-নায়িকাৰ প্ৰণয় ব্যাপাৰত বিদূষকে সহায় নকৰে বৰং তেওঁ ৰজাক এই বিষয়ে নিৰুৎসাহহে কৰিছে; কাৰণ বিদূষকৰ দৰে নৈষ্ঠিক ব্ৰাহ্মণ এজনে ব্ৰাহ্মণ-কন্যা এজনীক ক্ষত্ৰিয়ই বিয়া কৰোৱাটো তেওঁ পছন্দ নকৰে : 'অন্তাৰসবং ন খাজ্ঞে। তো বয়স্য তে তাপসকন্যকাভ্যৰ্থনীয়া দৃশ্যতে।'[২] শকুন্তলাৰ বিষয়ে কথা পাতিবলৈ সুযোগ দিয়া নহ'ব বুলি স্থিৰ কৰি বিদূষকে ৰজাক ক'লে, বন্ধু, আপুনি দেখিছোঁ এজনী ঋষি-কন্যাৰ প্ৰতি আসক্ত। সৌন্দৰ্যমুগ্ধ ৰজা দুষ্মন্ত শকুন্তলাক পাবলৈ একান্ত আগ্ৰহী। ঋষিসকলৰ যজ্ঞ-ক্ৰিয়া ৰক্ষা কৰিবলৈ দুষ্মন্তই আশ্ৰমত থকাৰ সুযোগ পালে যদিও বিদূষক আশ্ৰমতে থাকিলে তেওঁৰ প্ৰণয়-ব্যাপাৰত প্ৰতিবন্ধক হোৱাৰ সম্ভাৱনা সৃষ্টি কৰিব নোৱাৰি। দুষ্মন্তৰ এনে চিন্তাৰ মাজতে ৰাজ-প্ৰাসাদৰপৰা মাকে দুষ্মন্তক মাতি পঠিয়ালে যে তেওঁ মাকৰ অনুষ্ঠিত 'পুত্ৰ-পিণ্ড-পালন' ব্ৰতোপলক্ষে তাত উপস্থিত থাকিব লাগে। নাট্যকাৰে অতি নিপুণভাৱে শকুন্তলাৰ প্ৰতি ৰজাৰ অনুৰাগ আৰু মাতৃৰ প্ৰতি ভক্তি পৰীক্ষা কৰিবলৈ ৰজাৰ সন্মুখত এক উভয়-সংকটৰ সৃষ্টি কৰিছে : 'ইতস্তপস্বিকাৰ্যম্। ইতো গুৰুজনাজ্ঞা। দ্বয়মপ্যনতিক্ৰমণীয়ম্।'[৩]

---

১. শকুন্তলা ৩য় অঙ্ক।
২. ঐ ২য় অঙ্ক।
৩. ঐ ঐ

এপিনে তপস্বীসকলৰ কাৰ্য, আন পিনে গুৰুজনৰ আদেশ, কোনোটোকেই এৰাব নোৱাৰা। ৰজাই স্থিৰ কৰিলে, ব্যক্তিগত কাৰ্যতকৈ সামাজিক দায়িত্ব পালন কৰা নিতান্ত প্ৰয়োজন। সেয়েহে তেওঁ বিদূষকক ক'লে, মাতৃ দেৱীয়ে আপোনাক পুত্ৰবৎ জ্ঞান কৰে : 'ভৱদয়া পুত্ৰ ইতি পৰিগৃহীতঃ।' গতিকে আপুনি মাতৃৰ ওচৰলৈ গৈ মোৰ হকে পুত্ৰৰ কৰণীয় সম্পাদন কৰিব লাগে। ৰজাৰ প্ৰস্তাৱত বিদূষক সন্মত হ'ল আৰু ৰাজভ্ৰাতাৰ মৰ্যাদাৰে ৰাজধানীলৈ উভতি যাবলৈ ওলাল : 'যথা ৰাজানুজেন গন্তব্যং তথা গচ্ছামি'।[1] তপোবনৰ শান্তি ৰক্ষাৰ মানসে ৰজাই সৈন্য-সামন্ত আদি পৰিজনবৰ্গক বিদূষকৰ লগতে ৰাজধানীলৈ পঠিয়াই দিলে। নাট্যকাৰে এইদৰে নিপুণ কৌশলেৰে দুষ্যন্তৰ প্ৰেমৰ নৌকাখনি চিন্তাৰ তৰঙ্গিণীত উটাই দি ভ্ৰাতৃকল্প বিদূষকৰ সহায়েৰে অনুকূল তীৰত উপস্থাপিত কৰিলে। ৰাজধানীলৈ প্ৰস্থান কৰাৰ সময়ত ৰজাই বিদূষকক ক'লে, বন্ধু, ঋষি-কন্যা শকুন্তলা সম্পৰ্কে আপোনাক যিবোৰ কথা কৈছো, সেই আটাইবোৰেই মিছা, গল্প মাত্ৰ, গতিকে এইবোৰ যথাৰ্থ বুলি ধৰি নল'ব : 'পৰিহাসবিজল্পিতং সখে পৰমাৰ্থেন ন গৃহ্যতাং বচঃ।'[2] এইদৰে কালিদাসে বিদূষকক ৰজাৰ অনুজৰ সন্মান, যুৱৰাজৰ মৰ্যাদা আৰু ব্ৰাহ্মণ-কন্যাৰ প্ৰতি ৰজাৰ কোনো ধৰণৰ আসক্তি নাই বুলি সন্দেহমুক্ত কৰিলে। সৰলমতি বিদূষক ৰজাৰ কথাত বিশ্বাস কৰি আশ্ৰমৰপৰা আঁতৰি আহিল। আৰু, ইয়াতেই প্ৰকাশ পালে নাট্যকাৰৰ নাট্য-প্ৰতিভা। প্ৰথম কথা, বিদূষকক আঁতৰ কৰি নাট্যকাৰে নায়ক-নায়িকাৰ বিবাহ অবাধ গতিৰে সম্পাদিত কৰিলে। দ্বিতীয়তে, বিদূষকক বিবাহৰ সাক্ষী হোৱাৰ সুযোগৰপৰা বঞ্চিত কৰিলে। আৰু ৰজাই পঞ্চম অংকত বিবাহিতা শকুন্তলাক নিৰ্বিবাদে প্ৰত্যাখ্যান কৰাৰ পথ মুকলি কৰি ৰাখিলে। দুষ্যন্ত আৰু শকুন্তলাৰ গান্ধৰ্ব-বিবাহৰ গম যদি বিদূষকে পালেহেঁতেন ৰজাৰ পক্ষে শকুন্তলাক প্ৰত্যাখ্যান কৰা সুদূৰ-পৰাহত হ'লহেঁতেন।

পঞ্চম অংকত ৰজাই শকুন্তলাক প্ৰত্যাখ্যান কৰাৰ অলপ আগতেই হংসপদিকাৰ তাৎপৰ্যপূৰ্ণ গীত-ধ্বনি শুনাই নাট্যকাৰে কৌশল কৰি ৰজাৰ ওচৰৰপৰা ৰাণীক সান্ত্বনা দিয়াৰ ছলেৰে বিদূষকক পঠিয়াই দিলে। ৰাণীৰ গীত-ধ্বনি শুনি বিদূষক বৈ গ'ল আৰু ৰজাৰ ওচৰলৈ উভতি যোৱাৰ কথা তেওঁ পাহৰিলে। এইদৰে বিদূষকক আঁতৰ কৰি নাৰাখিলে শকুন্তলাৰ প্ৰত্যাখ্যানৰ নাটকীয়

---

১. শকুন্তলা ২য় অংক।
২. ঐ ২।১৮

সৌষ্ঠৱ নাইকিয়া হ'লহেঁতেন, কাৰণ তেওঁ ৰজাৰ শকুন্তলা-পৰিণয়নৰ প্ৰত্যক্ষ দ্ৰষ্টা নহ'লেও শকুন্তলা সম্বন্ধে তেওঁৰ আগত ব্যক্ত কৰা কথাবোৰ বিদূষকে পাহৰি যোৱা নাই ; কিয়নো দুৰ্বাসাৰ অভিশাপে বিদূষকক স্পৰ্শ কৰা নাই। সেয়েহে নাট্যকাৰে শকুন্তলাৰ প্ৰত্যাখ্যান অব্যাহত কৰিবলৈ বিদূষকক সেই দৃশ্যৰপৰা আগেয়ে আঁতৰ কৰি ৰাখিছে। নায়ক-নায়িকাৰ বিবাহ আৰু বিচ্ছেদৰ সময়ত নাট্যকাৰে বিদূষকক আঁতৰ কৰি ৰাখি নাটকীয় ঘটনাৰ অগ্ৰগতিৰ পথ সুচল কৰিছে।

নাটকৰ ষষ্ঠ অংকত দেখা যায়, ৰজা দুষ্যন্ত শকুন্তলাৰ চিন্তাত ব্যাকুল হৈ নিৰুৎসাহ হৈ পৰিছে। ৰজাৰ সেই নিৰুৎসাহ আঁতৰাই পুনঃ বীৰ-ভাব জগাবলৈ সেই নিৰপৰাধ বিদূষকক নাট্যকাৰে ইন্দ্ৰৰ সাৰথি মাতলিৰ দ্বাৰা উৎপীড়ন কৰালে। এইদৰে উৎপীড়িত বিদূষকে আতঙ্কিত হৈ ৰজাৰ সহায় বিচাৰি চীৎকাৰ কৰি উঠিল। বিপন্নৰ ৰক্ষা-কৰ্তা দুষ্যন্তৰ বীৰ-ভাব জাগ্ৰৎ হ'ল। ধনুৰ্বাণ লৈ তেওঁ সুসজ্জিত হৈ উঠিল। এনেতে মাতলিয়ে ৰজাৰ সন্মুখত উপস্থিত হৈ দেৱৰাজ ইন্দ্ৰৰ আমন্ত্ৰণৰ কথা জনালে, আৰু দুষ্যন্তক লৈ স্বৰ্গলৈ যাত্ৰা কৰিলে। ইন্দ্ৰৰ কাৰ্য সমাধা কৰি উভতি অহাৰ পথত হেমকূট পৰ্বতত অৱস্থিত মাৰীচৰ আশ্ৰমত পুনঃ শকুন্তলাৰে সৈতে দুষ্যন্তৰ মিলন হয়। বিষাদ-বিমৰ্ষ দুষ্যন্তৰ মানসিক অৱস্থাৰ পৰিবৰ্তন ঘটাবলৈকো নাট্যকাৰে বিদূষকৰ প্ৰয়োগ কৰিছে। নাটকীয় ঘটনাৰ মূল কাৰ্য-ক্ষেত্ৰৰপৰা নাট্যকাৰে বিদূষকক আঁতৰাই ৰাখিলেও সেই ঘটনা-সমূহৰ পৃষ্ঠভূমিত বিদূষকৰ ভূমিকা অপৰিহাৰ্য কৰি তুলিছে।

**কণ্ব :**

মহৰ্ষি কণ্ব নায়িকা শকুন্তলাৰ পোষণকৰ্তা পিতা। মালিনী নদীৰ তীৰত অৱস্থিত তেওঁৰ পবিত্ৰ তপোৱন। তেওঁ আছিল চিৰ ব্ৰহ্মচাৰী : 'শাশ্বতে ব্ৰহ্মণি স্থিতঃ।'[1] সংসাৰ-বিৰাগী, ব্ৰহ্মনিষ্ঠ তপস্বী হ'লেও তেওঁৰ অন্তৰখন আছিল দয়া, স্নেহ, মমতা, উদাৰতা আদি মানৱীয় ধৰ্মেৰে পৰিপূৰ্ণ। জন্মৰ পিছ মুহূৰ্ততে পিতৃ-মাতৃয়ে অৰণ্যৰ মাজত পেলাই থৈ যোৱা শকুন্তলাক ঋষিয়ে লৈ আহিল আৰু আশ্ৰমত নিজৰ কন্যাৰ দৰে প্ৰতিপালন কৰিলে। সেই দয়াশীল ঋষিৰ অন্তৰত শকুন্তলাৰ প্ৰতি দিনে দিনে পিতৃসুলভ অপত্য স্নেহ বাঢ়িবলৈ ধৰিলে। ত্ৰিকালদৰ্শী ঋষিয়ে শকুন্তলাৰ প্ৰতিকূল দৈৱৰ সন্ধান পাই

১. শকুন্তলা ১ম অংক।

তাক প্ৰশমিত কৰিবলৈ সুদূৰ সোমতীৰ্থলৈ গৈ বহুদিন ধৰি তপস্যা কৰিলে : 'দৈৱমস্যাঃ প্ৰতিকূলং শময়িতুং সোমতীৰ্থং গতঃ।'[1] কন্যাৰ প্ৰতি ঋষিৰ কি প্ৰগাঢ় স্নেহ। আশ্ৰমলৈ উভতি আহিয়েই ঋষিয়ে অশৰীৰী বাণীৰে জানিব পাৰিলে যে ৰজা দুষ্মন্তই শকুন্তলাক গান্ধৰ্ব ৰীতিৰে বিয়া কৰাইছে আৰু শকুন্তলা বৰ্তমান আপন্নসত্ত্বা। তেওঁৰ বিনা অনুমতিত শকুন্তলাই দুষ্মন্তক বৰণ কৰা বাবে তেওঁ শকুন্তলাৰ প্ৰতি ক্ৰোধ প্ৰদৰ্শন নকৰিলে, বৰং তাৰ প্ৰতি নীৰৱ সমৰ্থন জনাই নিজৰ অন্তৰৰ আদৰ আৰু উদাৰতা প্ৰকাশ কৰিলে।[2] প্ৰবাসৰপৰা উভতি অহাৰ পিছদিনাখনেই শকুন্তলাক পতিগৃহলৈ পঠোৱাৰ যো-জা কৰিবলৈ তেওঁ শিষ্য-সকলক নিৰ্দেশ দিলে : 'অদ্যৈৱ ঋষিৰক্ষিতাং ত্বাং ভৰ্তুঃ সকাশং বিসৰ্জয়ামি।'[3] মহৰ্ষি কণ্বৰ কঠোৰ কৰ্তব্যনিষ্ঠাই আমাক বিস্মিত কৰে, কিয়নো বিবাহিতা বুলি জনাৰ পিছত তেওঁ স্নেহৰ শকুন্তলাক আৰু এটা দিনো আশ্ৰমত থাকিবলৈ নিদিলে। কণ্ব নিষ্ঠুৰ নহয়; কণ্ব কৰ্তব্যনিষ্ঠ পিতা। সেয়েহে পতিগৃহলৈ পঠোৱাৰ সময়ত শকুন্তলাৰ প্ৰতি তেওঁৰ অন্তৰত অন্তৰ্নিহিত হৈ থকা অবিস্মৰণীয় অপত্যস্নেহৰ পৰিচয় পোৱা যায়। 'আজি শকুন্তলা যাব' (এতিয়াও যোৱা নাই বা যাবলৈ ধৰা নাই)—এই ভবিষ্যৎ চিন্তাত তেওঁৰ হৃদয় বিষাদেৰে আচ্ছন্ন হৈছে, চকুলো দমন কৰিবলৈ গৈ তেওঁৰ কণ্ঠৰোধ হোৱাৰ উপক্ৰম হৈছে, ইন্দ্ৰিয়সমূহ বিকল হৈছে। ভগ্ন কণ্ঠস্বৰেৰে তেওঁ কয়, বাসনামুক্ত বনবাসী মোৰেই যদি এনেকুৱা অৱস্থা হয়, তেন্তে বাসনা-লিপ্ত গৃহনিবাসী লোকে যেতিয়া নিজৰ প্ৰথমা কন্যাক পতিগৃহলৈ উলিয়াই দিয়ে, তেতিয়া তেওঁৰ মনত যি বিহ্বলতা উৎপন্ন হয় তাক কোনে বৰ্ণাব পাৰে : 'পীড্যন্তে গৃহিণঃ কথং নু তনয়াবিশ্লেষদুঃখৈৰ্নৱৈঃ।'[4]

কণ্বই আশ্ৰমত শকুন্তলাক প্ৰথমে কেৱল চৰিত্ৰ, সংস্কৃত আচাৰ-ব্যৱহাৰ আৰু কৃষ্টি সম্পৰ্কে শিক্ষা দিছিল। পতিগৃহলৈ যাবৰ সময়ত্তহে বিবাহিতা স্ত্ৰী হিচাপে স্বামী গৃহলৈ গৈ পালন কৰিব লগীয়া আৱশ্যকীয় কৰ্তব্যসমূহৰ বিষয়ে উপদেশ দিছিল : 'বৎসে ত্বমিদানীমনুশাসনীয়াসি।' কণ্ব বনবাসী হ'লেও লৌকিক আচাৰ-ব্যৱহাৰ সম্বন্ধে তেওঁ অনভিজ্ঞ নহয় : 'বনৌকসোঽপি সন্তো লৌকিকজ্ঞা বয়ম্।' শকুন্তলাক দিয়া উপদেশাৱলীৰ মাজেদি কণ্বৰ সাংসাৰিক জীৱন সম্বন্ধে

---

১. শকুন্তলা ১ম অঙ্ক।
২. বৎসে সুশিষ্যপৰিদত্তা বিদ্যেৱাশোচনীয়াসি সংবৃত্তা ৷ ( শকুন্তলা ৪ৰ্থ অঙ্ক )
৩. শকুন্তলা ৪ৰ্থ অঙ্ক।
৪. ঐ ৪।৬

সুচিন্তিত আৰু সুদৃঢ় ধাৰণা স্পষ্ট হৈ উঠে: 'সা যদিতঃ প্ৰতিকূলং প্ৰাপ্য'—

শুশ্ৰূষস্ব গুৰুন্‌কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে
ভৰ্তুৰ্বিপ্ৰকৃতাপি ৰোষণতয়া মা স্ম প্ৰতীপং গমঃ।
ভূয়িষ্ঠং ভৱ দক্ষিণা পৰিজনে ভাগ্যেষ্বনুৎসেকিনী
যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো ৱামাঃ কুলস্যাধয়ঃ॥

পতিগৃহলৈ গৈ তুমি গুৰুজনৰ সেৱা কৰিবা; সপত্নীসকলৰ প্ৰতি প্ৰিয় বান্ধৱীৰ দৰে আচৰণ কৰিবা; স্বামীয়ে প্ৰতিকূল আচৰণ কৰিলেও ক্ৰোধত বিৰুদ্ধ আচৰণ নকৰিবা; দাস-দাসীৰ প্ৰতি অত্যন্ত সদয়া হ'বা; ভাগ্যৰ কাৰণে গৰ্বান্বিতা নহ'বা; এইদৰে যুৱতীসকলে গৃহিণী-পদ লাভ কৰে; যিসকলে ইয়াৰ বিপৰীত আচৰণ কৰে, তেওঁলোক হয় কুলৰ পক্ষে কষ্ট-স্বৰূপ।

কণ্বৰ উপদেশৰ তাৎপৰ্য এয়ে যে শকুন্তলাই স্বামী-গৃহত গুৰুজনক (শহুৰশাহু আদিক) সেৱা-শুশ্ৰূষা আৰু সপত্নীসকলেৰে সৈতে প্ৰিয় বান্ধৱীৰ দৰে ব্যৱহাৰ কৰিলে তেওঁ গৃহিণী-পদত সাব্যস্ত হ'ব পাৰিব। প্ৰতিকূল পৰিৱেশতো স্বামীৰ প্ৰতি সদ্ভাৱ ৰাখিলে আৰু পৰিজনবৰ্গৰ প্ৰতি স্নেহ-পৰায়ণা হ'লে তেওঁ মানসিক শান্তি লাভ কৰিব পাৰিব। আশ্ৰমীয় সাধাৰণ জীৱনৰ পৰা গৈ ভাৰতৰ সাম্ৰাজ্ঞী-পদত প্ৰতিষ্ঠিতা হৈ গৰ্ব অনুভৱ নকৰিলে প্ৰকৃত আনন্দ অনুভৱ কৰিব পাৰিব। এই কৰ্তব্যসমূহ যথাৰ্থভাৱে পালন কৰিলে তেওঁ স্বামীৰ ঘৰখন আনন্দ-নিকেতনত পৰিণত কৰিব পাৰিব। আজিও অৱস্থাৰ লগত সমন্বয় ৰাখি পিতৃসকলে নিজ কন্যাক পতিগৃহলৈ পঠোৱাৰ সময়ত কণ্বৰ এই উপদেশ বাণীকে শ্ৰদ্ধাৰে স্মৰণ কৰে।

কণ্ব আছিল প্ৰজ্ঞাবান। জাগতিক আৰু পাৰমাৰ্থিক সকলো জ্ঞানৰে তেওঁ অধিকাৰী: 'ন খলু ধীমতাং কশ্চিদবিষয়ো নাম।'[২] কিন্তু, তেওঁৰ সেই জ্ঞানৰ অভিমান নাছিল, সেয়েহে তেওঁ শকুন্তলাক উপদেশ দিয়াৰ পিছত সেই সম্পৰ্কে গৌতমীৰ অনুমোদন বিচাৰিলে: 'কথং বা গৌতমী মন্যতে।'[৩]

কণ্বৰ সাংসাৰিক বাস্তৱ অভিজ্ঞতাই আমাক বিস্মিত কৰে। আশ্ৰম এৰি যাব লগীয়া শকুন্তলাক শোকত অভিভূত অভিভূতা দেখি তেওঁ প্ৰবোধ দিয়ে, গৃহিণীসকলে স্বামীগৃহলৈ গৈ স্বামীৰ পদবী অনুসৰি তেওঁৰ সংসাৰ পৰিচালনাৰ বাবে প্ৰতি মুহূৰ্তত কৰ্ম-ব্যস্ততাৰ মাজত থাকিব লগীয়া হয়, তাৰ পিছত সন্তানৰ

---

১. শকুন্তলা ৪ৰ্থ অঙ্ক।
২. ঐ ঐ।
৩. ঐ ঐ।

মাতৃ হয় আৰু মাতৃৰূপে সন্তানৰ প্ৰতিপালন, আহাৰ-বস্ত্ৰ আদিত গুৰুতৰভাৱে ব্যস্ত হ'ব লগীয়া হয়, তেতিয়া পিতৃৰ কথা চিন্তা কৰিবলৈ অৱসৰ নাথাকে ঃ

অভিজনৱতো ভৰ্তুঃ শ্লাঘ্যে স্থিতা গৃহিণীপদে
বিভৱগুৰুভিঃ কৃত্যৈস্তস্য প্ৰতিক্ষণমাকুলা ।
তনয়মচিৰাৎ প্ৰাচীৱাৰ্কং প্ৰসূয় চ পাৱনং
মম বিৰহজাং ন ত্বং বৎসে শুচং গণয়িষ্যসি ॥[1]

সন্তানৰ বাহিৰে আন কোনোৱেই মাতৃৰ চিন্তা আৰু স্নেহৰ কেন্দ্ৰ হ'ব নোৱাৰে। সন্তান জন্ম দিয়াৰ পিছত কণ্বৰ বিষয় চিন্তা কৰিবলৈ শকুন্তলাৰ অৱসৰেই নাথাকিব। এয়ে ঋষিৰ উক্তিৰ তাৎপৰ্য।

মহৰ্ষি কণ্ব আছিল সংযমী পুৰুষ; সংযমেই তেওঁৰ একমাত্ৰ ধন। তেওঁৰ বিনা অনুমতিত, বিশেষকৈ তেওঁৰ অনুপস্থিতিত আশ্ৰমতে পালিতা কন্যা শকুন্তলাক ৰজা দুষ্মন্তই বিয়া কৰোৱা সত্বেও ৰজাৰ অপৰাধ ধৰিবলৈ নাইবা তেওঁৰ সন্মানকো লাঘৱ কৰিবলৈ নিবিচাৰিলে। ঋষিয়ে ৰজাৰ বংশ-মৰ্যাদাক সন্মান কৰে। কণ্বই শকুন্তলাক ৰজাৰ ওচৰলৈ পঠিয়াই শিষ্য শাৰ্ঙ্গৰৱক ৰজাক কবলৈ কলে, 'মোৰ সংযম, তেওঁৰ উচ্চ বংশ-মৰ্যাদা আৰু তেওঁৰ প্ৰতি শকুন্তলাৰ স্বতঃপ্ৰণোদিত অনুৰাগ—এই আটাইবোৰ বিচাৰ কৰি দুষ্মন্তই অন্যান্য পত্নীসমূহৰ লগতে শকুন্তলাকো যেন সমান মৰ্যাদা দিয়ে।' ঋষিৰ কি মহানুভৱতা, কি সংযমিতা—নিজৰ কন্যাৰ বাবে ৰজাৰপৰা অধিক আকাংক্ষা নকৰে: মাত্ৰ বিচাৰে ৰজাৰ আন পত্নীৰে সৈতে সমান মৰ্যাদা। ইয়াৰ অতিৰিক্ত যি হ'ব লগীয়া আছে সেয়া শকুন্তলাৰ নিজৰ ভাগ্যৰ কথা; আত্মীয়ৰ পক্ষে তাক ব্যক্ত কৰা নিষ্প্ৰয়োজন ঃ

'সামান্যপ্ৰতিপত্তিপূৰ্বকমিয়ং দাৰেষু দৃশ্যা ত্বয়া
ভাগ্যায়ত্তমতঃ পৰং ন খলু তদ্বাচ্যং বধূবন্ধুভিঃ ।'[2]

এয়া দুষ্মন্তৰ প্ৰতি ঋষিৰ আদেশ নহয়; অনুৰোধ মাত্ৰ। ঋষিৰ বিনয়সম্পন্ন আচৰণ মন কৰিব লগীয়া।

মহৰ্ষি কণ্ব আছিল মানসী সিদ্ধিসম্পন্ন যোগী। তেওঁৰ যোগ-প্ৰভাৱৰ বলতেই শকুন্তলা পতিগৃহলৈ যোৱাৰ সময়ত আশ্ৰমৰ তৰুশ্ৰেণী দুৰ্মূল্য আভৰণ আৰু বিবিধ প্ৰসাধন প্ৰদান কৰিবলৈ সমৰ্থ হৈছিল: 'কিং মানসী সিদ্ধিঃ ?' মাৰীচৰ আশ্ৰমত দুষ্মন্তৰে সৈতে শকুন্তলাৰ পুনৰ্মিলনৰ সংবাদ কণ্বলৈ পঠোৱাৰ

১. শকুন্তলা ৪।১৯
২. ঐ ৪।১৭

সন্দৰ্ভত মহৰ্ষি মাৰীচে কণ্বৰ যোগ-প্ৰভাৱৰ উল্লেখ কৰি কয়, তপঃ প্ৰভাৱত তেওঁৰ (কণ্বৰ) সমস্তই প্ৰত্যক্ষ: 'তপঃপ্ৰভাৱাৎপ্ৰত্যক্ষং সৰ্বমেৱ তত্ৰভৱতঃ।'[1] কণ্ব আছিল এজন সিদ্ধ পুৰুষ। মঙ্গল তেওঁৰ নিজৰ ইচ্ছাধীন: 'স্বাধীনকুশলাঃ সিদ্ধিমন্তঃ।'[2]

কণ্বপৰা বিদায় লোৱাৰ সময়ত শকুন্তলাৰ শেষ প্ৰশ্ন আছিল, তেওঁ কেতিয়া আকৌ আশ্ৰমলৈ উভতি আহিব পাৰিব? ভাৰতীয় সংস্কৃতিৰ কৰ্ণধাৰ কণ্বই তাৰ প্ৰত্যুত্তৰত ক'লে, 'উপযুক্ত সন্তানৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি স্বামীৰে সৈতে পুনৰ এই পৱিত্ৰ তপোবনলৈ আহিব পাৰিব।' গাৰ্হস্থ্য জীৱনৰ দায়িত্ব সম্পূৰ্ণ কৰাৰ পিছতহে বানপ্ৰস্থাশ্ৰম অৱলম্বন কৰি তেওঁ পুনৰ ঋষিৰ আশ্ৰমলৈ আহিব পাৰিব। এয়ে কণ্বৰ সিদ্ধান্ত: 'ভৰ্ত্ৰা তদৰ্পিতকুটুম্বভৰেণ সাৰ্ধং শান্তে কৰিষ্যসি পদং পুনৰাশ্ৰমেঽস্মিন্।'[3]

শকুন্তলাৰ পতিগৃহ যাত্ৰাৰ সময়ত মহৰ্ষি কণ্বৰ মুখ-নিসৃত শ্লোক চতুষ্টয়ে 'অভিজ্ঞানশকুন্তল'ৰ চতুৰ্থ অঙ্ক নাট্য জগতৰ সৰ্বশ্ৰেষ্ঠ সৃষ্টি বুলি মৰ্যাদা প্ৰদান কৰিছে:

'কাব্যেষু নাটকং ৰম্যং তত্ৰ ৰম্যং শকুন্তলা।
তত্ৰাপি চ চতুৰ্থোঽঙ্কস্তত্ৰ শ্লোকচতুষ্টয়ম্॥'

এই শ্লোক চাৰিটাৰ মাজেদি প্ৰকাশিত ঋষিৰ শাশ্বত বাণীৰ মাধুৰ্য আজিও সংসাৰীলোকে মৰ্মে মৰ্মে উপলব্ধি কৰে।

মহৰ্ষি কণ্বৰ নাম নাটকৰ প্ৰথম তিনি অঙ্কত সময়ে সময়ে শুনিবলৈ পোৱা যায়; কিন্তু, তেওঁ প্ৰশিক্ষণ দিয়া আশ্ৰমৰ বালিকাসমূহৰ সংস্কৃত আচাৰ-ব্যৱহাৰ, বিনয় আৰু নিয়মানুবৰ্তিতাৰ মাজেদি তেওঁ যে ভাৰতীয় সংস্কৃতি আৰু সভ্যতাৰ অন্যতম আচাৰ্য আছিল তাক নিঃসন্দেহে বুজা যায়। নাটকৰ চতুৰ্থ অঙ্কত মহৰ্ষি কণ্ব প্ৰথম আৰু শেষ বাৰৰ বাবে দৰ্শকৰ সন্মুখলৈ আহে। শেষৰ তিনি অঙ্কতো প্ৰয়োজন বিশেষেহে মহৰ্ষিৰ উল্লেখ পোৱা যায়।

কণ্বৰ প্ৰথম কৰ্তব্য হ'ল শকুন্তলাক এজন উপযুক্ত পাত্ৰত অৰ্পণ কৰা: 'গুণৱতে কন্যকা প্ৰতিপাদনীয়েত্যয়ং তাৱৎপ্ৰথমঃ সংকল্পঃ।'[4] উপযুক্ত পাত্ৰত কন্যাদান কৰিব লাগিব—এয়ে হ'ল গুৰুজনৰ প্ৰথম সংকল্প। কিন্তু তেওঁৰ

---

১. শকুন্তলা ৭ম অঙ্ক।
২. ঐ ৪ৰ্থ অঙ্ক।
৩. ঐ ৪।২০
৪. ঐ ৪ৰ্থ অঙ্ক।

অনুপস্থিতিত পুৰুকুলপ্ৰদীপ দুষ্মন্তৰে সৈতে শকুন্তলাৰ বিবাহ সম্পন্ন হৈছে। প্ৰবাসৰপৰা আহি মহৰ্ষিয়ে শকুন্তলাৰ নিৰ্বাচন সমৰ্থন কৰিলে, কিয়নো ভাৰত-সম্ৰাট দুষ্মন্তকৈ শকুন্তলাৰ কাৰণে আন কোন অধিক উপযুক্ত পাত্ৰ হ'ব পাৰে? মহৰ্ষিয়ে তেওঁৰ বিনা প্ৰযত্নতে সৎ পাত্ৰ লাভ কৰা বাবে শকুন্তলাক অভিনন্দন জনালে: 'বৎসে সুশিষ্যপৰিদত্তা বিদ্যেৱাশোচনীয়াসি সংবৃত্তা।' উপযুক্ত শিষ্যত প্ৰদান কৰা বিদ্যা যিদৰে দুখৰ কাৰণ নহয় সেইদৰে যোগ্য-পাত্ৰত প্ৰদান কৰা তোমাৰ কাৰণেও দুখ কৰিব লগীয়া একো নাই। কণ্বই নিজ মুখে প্ৰকাশ কৰিছে:

সংকল্পিতং প্ৰথমমেৱ ময়া তৱাৰ্থে ভৰ্তাৰমাত্মসদৃশং সুকৃতৈৰ্গতা ত্বম্।
চূতেন সংশ্ৰিতৱতী নৱমালিকেয়মস্যামহং ত্বয়ি চ সংপ্ৰতি বীতচিন্তঃ ॥[১]

মই প্ৰথমেই তোমাৰ কাৰণে উপযুক্ত স্বামীৰ কথা চিন্তা কৰিছিলোঁ। তোমাৰ পুণ্য ফলতেই তুমি তাক লাভ কৰিছা। এই নৱমালিকাইও আম গছকে লাভ কৰিছে। এই লতা আৰু তোমাৰ কাৰণে এতিয়া মোৰ কোনো চিন্তা নাই।

কণ্বৰ দ্বিতীয় কৰ্তব্য হ'ল শকুন্তলাক উপযুক্ত গৃহিণী হ'বলৈ প্ৰশিক্ষণ দিয়া। আগতেই কৈ অহা হৈছে, আচাৰ-ব্যৱহাৰ আদিৰ বিষয়ে ইতিপূৰ্বে শকুন্তলাক শিক্ষা দিয়া হৈছিল যদিও উপযুক্ত গৃহিণী হোৱাৰ প্ৰশিক্ষণ দিয়া হোৱা নাছিল। গতিকে পতিগৃহলৈ যোৱাৰ সময়তহে শকুন্তলাক সেই উপদেশসমূহ প্ৰদান কৰিলে (বৎসে ত্বমিদানীমনুশাসনীয়াসি) এইদৰে উপযুক্ত প্ৰশিক্ষণ দি শকুন্তলাক পতিগৃহলৈ পঠিয়াই কণ্বই বিমৰ্শ চিত্তে প্ৰকাশ কৰিলে: 'শকুন্তলাং পতিকুলং বিসৃজ্য লব্ধমিদানীং স্বাস্থ্যম্।' শকুন্তলাক পতিগৃহলৈ পঠিয়াই মই নিশ্চিন্ত হলোঁ।' কাৰণ যথা সময়ত স্বামীক প্ৰত্যৰ্পণ কৰিব লগীয়া কন্যা পিতৃৰ বাবে গচ্ছিত ধন মাথোন। কণ্বই ব্যক্ত কৰিলে:

অৰ্থো হি কন্যা পৰকীয় এৱ তামদ্য সংপ্ৰেষ্য পৰিগ্ৰহীতুঃ।
জাতো মমায়ং বিশদঃ প্ৰকামং প্ৰত্যৰ্পিতন্যাস ইৱান্তৰাত্মা ॥[২]

কন্যা আনৰ ধন। শকুন্তলাক আজি পতি-গৃহলৈ পঠিয়াই দিয়াত মোৰ অন্তৰৰ ভাৰ লাঘৱ হৈছে আৰু এনেহে লাগিছে যেন গচ্ছিত ধন অধিকাৰীৰ হাতত সমৰ্পণ কৰা হ'ল।

কণ্বৰ কৰ্তব্য আৰু দায়িত্ব ইয়াতেই সমাপ্ত হ'ল। গতিকে নাট্যশিল্পীয়ে তেওঁক দ্বিতীয় বাৰ দৰ্শকৰ আগলৈ নানিলে।

---

১. শকুন্তলা ৪।১৩
২. ঐ ৪।২২

# কালিদাসৰ প্ৰতিভা

সংস্কৃত সাহিত্য-কাননত যিসকল কবিৰ উদ্ভৱ হৈছিল সেই সকলোৰে ভিতৰত কালিদাস অদ্বিতীয়। 'ধ্বন্যালোক'ৰ টীকাকাৰ আনন্দৱৰ্ধনাচাৰ্যই[1] কালিদাসক মহাকবি বুলি অভিহিত কৰিছে। 'কাব্যপ্ৰকাশ'ৰ গ্ৰন্থকৰ্তা মম্মটভট্টই[2] কাব্যনিৰ্মাণৰ যি ছটা প্ৰয়োজনৰ উল্লেখ কৰিছে তাৰ ভিতৰত যশস্যা লাভ কবিসকলৰ পক্ষে অন্যতম। এই ক্ষেত্ৰত, উদাহৰণ স্বৰূপে, তেওঁ কবি কালিদাসৰ নামোল্লেখ কৰিছে। ইয়াৰ দ্বাৰা এইটো প্ৰতীয়মান হয় যে, মম্মটভট্টৰ মতে কাব্য-জগতত যশস্যা-লাভৰ অধিকাৰী কবিসকলৰ ভিতৰত কবি কালিদাস শ্ৰেষ্ঠ। 'প্ৰসন্নৰাঘৱ'ৰ ৰচয়িতা জয়দেৱে[3] কালিদাসক কবিকুলগুৰু বুলি শ্ৰেষ্ঠ মৰ্যাদা দিছে। পাশ্চাত্য পণ্ডিত কিছুমানে কালিদাসক ভাৰতৰ শ্বেক্সপিয়াৰ বুলি অভিহিত কৰিছে। সংস্কৃত সাহিত্য নভোমণ্ডলত কালিদাসৰ চাৰিখন শ্ৰব্য-কাব্য আৰু তিনিখন দৃশ্য-কাব্য সপ্তৰ্ষি-মণ্ডলৰ দৰে স্বকীয় দীপ্তিৰে প্ৰকাশমান হৈ আছে। কাব্যৰ কথাবস্তু চয়ন, লোকোত্তৰ চৰিত্ৰ চিত্ৰণ, প্ৰকৃতিৰ সূক্ষ্ম নিৰীক্ষণ, সৌন্দৰ্যৰ অনুপম বৰ্ণন, বিবিধ অলংকাৰ আৰু ৰসৰ সৃষ্টি-কৌশলে কালিদাসক মহত্তো মহীয়ান কাব্যকাৰ হিচাপে প্ৰতিষ্ঠিত কৰিছে।

কবিৰ কৃতি বা কৰ্মই কাব্য। কবি ক্ৰান্তদৰ্শী। কবিয়ে

---

১. এতস্মিন্নতিবিচিত্ৰকবিপৰম্পৰাবাহিনি সংসাৰে কালিদাসপ্ৰভৃতয়ো দ্বিত্ৰিপঞ্চৈষা বা মহাকবয় ইতি গণ্যন্তে। আনন্দবৰ্ধনাচাৰ্য।

২. 'কালিদাসাদীনামিৱ যশঃ' মম্মটভট্ট।

৩. কবিকুলগুৰুঃ কালিদাসো বিলাসঃ-' জয়দেৱ

কেৱল পাৰিপাৰ্শ্বিক ঘটনাৰে সৈতে সম্বন্ধ থকা সুখ-দুখকে অনুভৱ নকৰে, নাইবা সজাতীয় মানুহৰ অনুভূতিকেই উপলব্ধি নকৰে, কবি দেশকালৰ সংকুচিত সীমাৰেখাতে আবদ্ধ হৈ নাথাকে; কিন্তু সৰ্বদেশ, সৰ্বকালিক আৰু সাৰ্বজনীন চিন্তাধাৰাক নিজস্ব কৰি তোলে। কবিয়ে স্বকীয় সূক্ষ্ম দৃষ্টিসম্পন্ন নেত্ৰেৰে দৃষ্ট পদাৰ্থসমূহৰ সৌন্দৰ্য অনুভৱ কৰে আৰু সেই অনুভূতিয়ে কবিৰ ভাবপ্ৰৱণ হৃদয়ত নতুন নতুন ভাবৰ উন্মেষ কৰে। কবি সেই ভাবৰাশিক শব্দাৰ্থ যুগলৰূপ দ্বাৰৰ সহায়েৰে সহৃদয় পাঠকৰ অন্তঃৰাজ্যত প্ৰৱেশ কৰে আৰু কবি-লব্ধ অনিৰ্বচনীয় আনন্দৰ অংশীদাৰ কৰি তোলে। অনিৰ্বচনীয় আনন্দানুভৱেই কাব্যপাঠৰ ঘাই উদ্দেশ্য। তেনেহলে এই অনিৰ্বচীয় আনন্দ বিধায়ক গুণৰ প্ৰকৃত স্বৰূপ কি? নাইবা কাব্যৰ স্বৰূপ বা লক্ষণ কি? সকলো দেশতে সকলো যুগতে এই সমস্যা সমাধানৰ কাৰণে বিস্তৰ আলোচনা হৈছে। ভাৰতবৰ্ষতো অলংকাৰ-শাস্ত্ৰৰ জন্মলগ্নাবধি কাব্যৰ প্ৰকৃত স্বৰূপ বিশ্লেষণ কৰিবলৈ চেষ্টা কৰি অহা হৈছে; কিন্তু শেষ সিদ্ধান্তত উপনীত হ'ব পৰা হৈছে নে নাই তাক সন্দেহ নোহোৱাকৈ কব নোৱাৰি। ইয়াৰ পৰা বিষয়-বস্তুৰ গুৰুত্ব সহজে অনুমান কৰিব পাৰি। যুগ যুগ ধৰি বিভিন্ন আলংকাৰিকে বিভিন্ন মতবাদৰ সৃষ্টি কৰিছে আৰু এই বিভিন্ন মতবাদৰ মূল কাৰণ অনুসন্ধান কৰিলে দেখা যাব যে ইয়াৰ গুৰিতে হ'ল শব্দ আৰু অৰ্থ। ইয়াৰ ওপৰতে কাব্যৰ ভেটি প্ৰতিষ্ঠিত। অৰ্থযুক্ত পদ সমুচ্চয়কে বাক্য বোলে। শব্দাৰ্থ সংযুক্ত বাক্যৰ বাহিৰে কাব্যৰ স্বতন্ত্ৰ জীৱন নাই। 'শব্দাৰ্থৌ সহিতৌ কাব্যম্' ভামহৰ এই উক্তিৰ পৰা বুজা যায় যে শব্দ আৰু অৰ্থৰ বাহিৰে কাব্যৰ স্বতন্ত্ৰ আত্মা নাই। অৱশ্যে এইটো মনত ৰাখিব লাগিব যে, যি শব্দ আৰু অৰ্থৰ মাজেদি কাব্যত্বৰ প্ৰকাশ হয়, সেই শব্দ আৰু অৰ্থ আমি দৈনন্দিন ব্যৱহাৰ কৰা শব্দ আৰু অৰ্থৰ দৰে

নহয়। কিয়নো, ৰাম ঘৰলৈ গৈছে, গছজোপা শুকাইছে ইত্যাদি গদ্যাত্মক বাক্য; কিন্তু, 'পুত্ৰ হেৰুওৱা জননীৰ আকুল বিননি', 'কল কল ৰবে বৈ আছে খৰস্ৰোতা স্ৰোতস্বিনী' সুশ্ৰাব্য শব্দ যোজনাৰে এই বাক্যদ্বয় চমক লগা আৰু শ্ৰুতিমধুৰ, অৰ্থ ৰমণীয়; গতিকে এনে বাক্যক কাব্যগুণ-বিশিষ্ট বুলিব পাৰি। আলংকাৰিক জগন্নাথৰ মতে ৰমণীয় অৰ্থ-প্ৰকাশক বাক্যই কাব্য। 'ৰমণীয়াৰ্থ—প্ৰতিপাদক: শব্দ: কাব্যম্'। তেনেহলে দেখা যায়, কাব্যত চমৎকাৰিত্ব আৰু মনোহাৰিত্ব গুণ থাকিব লাগে। সুললিত শব্দেৰে সুমধুৰ ভাবৰ প্ৰকাশেই কাব্য।

আন কিছুমান আলংকাৰিকে ভাবৰ সৌন্দৰ্যৰ ওপৰত গুৰুত্ব আৰোপ কৰে। তেওঁলোকে কয়, ৰসেই কাব্যৰ আত্মা। গুণ আৰু অলংকাৰ ৰসৰ সহকাৰী বা পৰিপোষক মাথোন। সুন্দৰ ভাবৰ বাহক ৰস। ইয়াতেই সৃষ্টি হ'ল ৰসবাদৰ। ৰসবাদীসকলে কবলৈ ধৰিলে ৰসৰ বাহিৰে কাব্যৰ আন একো আত্মা হ'ব নোৱাৰে। সেই ৰসবাদৰ প্ৰতিষ্ঠাপক নাট্য-শাস্ত্ৰ-প্ৰণেতা মুনিপ্ৰৱৰ ভৰত। তেওঁ ৰসকেই কাব্যৰ শ্ৰেষ্ঠ বস্তু বুলি কৈছে আৰু লগতে ৰসৰ আঠ প্ৰকাৰ ভেদো দেখুৱাইছে। 'সাহিত্য-দৰ্পণ'কাৰ বিশ্বনাথ ৰস-সম্প্ৰদায়ৰ এজন প্ৰধান সমৰ্থক। কাব্যৰ প্ৰসিদ্ধ লক্ষণ, 'ৰসবাহী বাক্যই কাব্য' (ৱাক্যং ৰসাত্মকং কাব্যম্) তেওঁৰেই ৰচিত।

তাৰ পিছত আন এদল সমালোচকে ৰসবাদৰ সমৰ্থন কৰে যদিও তেওঁলোকে কয়, ৰস কাব্যৰ আত্মা সঁচা; কিন্তু সেই ৰস বাচ্য অৰ্থৰ মাজেদি প্ৰকাশ হোৱা বিধৰ হ'ব নোৱাৰে। সেই ৰসৰ আস্বাদন হ'ব লাগিব ব্যঞ্জনা বা ধ্বনিৰ মাজেদি, অৰ্থাৎ কাব্যৰ আত্মা বাচ্য নহয় ব্যঞ্জনাহে। যি ঠাইত বাক্যৰ অৰ্থ আৰু শব্দই নিজৰ প্ৰাধান্য অৰ্থাৎ সাধাৰণতে বুজোৱা অৰ্থক চেৰ পেলাই বা পৰিহাৰ কৰি আন এটি ব্যঞ্জিত অৰ্থ প্ৰকাশ কৰে পণ্ডিত-

সকলে তাকেই ধ্বনি বোলে। সেই ব্যঞ্জিত অৰ্থৰেই আলংকাৰিক সংজ্ঞা ব্যঙ্গ্য বা ব্যঙ্গ্যাৰ্থ। এই ব্যঙ্গ্যাৰ্থ বা ধ্বনিয়েই কাব্যৰ আত্মা, কিয়নো ধ্বনিৰ মাজেদিয়েই যদি ৰসৰ সৃষ্টি হয় আৰু সেই ৰসেই যদি কাব্যৰ আত্মা হয়, তেন্তে সহজভাৱে ধ্বনিকেই কাব্যৰ আত্মা বোলা উচিত। ইয়াতেই ধ্বনি-সম্প্ৰদায়ৰ সৃষ্টি। ধ্বনিবাদ সংস্কৃত অলংকাৰ-শাস্ত্ৰত এক অভিনৱ পদক্ষেপ। ইয়াৰ প্ৰধান আচাৰ্য 'ধ্বন্যালোক' প্ৰণেতা আনন্দৱৰ্ধন। এওঁৰ মতে ব্যঙ্গ্যাৰ্থ বা ধ্বনিয়েই কাব্যৰ আত্মা (কাব্যস্যাত্মা ধ্বনিঃ) কাব্যৰ ৰস ব্যঙ্গ্যাৰ্থেৰে প্ৰকাশ হয়, বাচ্যাৰ্থেৰে নহয়। ৰসবাদীয়ে ৰসৰ প্ৰাধান্য আৰু ধ্বনিবাদীয়ে বাচ্যাৰ্থতকৈ ব্যঙ্গ্যাৰ্থৰ প্ৰাধান্য স্বীকাৰ কৰে আৰু ধ্বনিক কাব্যৰ আত্মা বা সাৰবস্তু বুলি মৰ্যাদা দিয়ে। গতিকে ধ্বনিবাদক ৰস-বাদৰ বিশ্লেষিত সংস্কৰণ বুলি অভিহিত কৰিব পাৰি। এওঁলোকৰ মতে গুণ আৰু অলংকাৰৰ মূল্যাঙ্কন ধ্বনিৰ পৰিপোষক হিছাপেহে হয়, নিজস্ব ভিত্তিত নহয়। ধ্বনিবাদ, ধ্বনিকাৰৰ কাৰিকা, আনন্দৱৰ্ধনৰ বৃত্তি (ধ্বন্যালোক) আৰু অভিনৱগুপ্তৰ টীকাৰ (লোচনৰ) ওপৰত প্ৰতিষ্ঠিত। ধ্বনিবাদৰ পূৰ্বে ব্যঞ্জনাক এটা বৃত্তি বুলি স্বীকাৰ কৰা হোৱা নাছিল। ব্যাকৰণৰ স্ফোট-বাদৰ আলমত ইয়াৰ প্ৰাণ-প্ৰতিষ্ঠা। মম্মট আৰু নাগেশভট্টৰ দৰে শক্তিশালী সমালোচকৰ সমৰ্থনতই আন সকলো সম্প্ৰদায়তকৈ অধিক জনপ্ৰিয় হৈ উঠে। ধ্বনিবাদীৰ মতে অকল ৰসেই যে ব্যঞ্জিত হয় এনে নহয়, বস্তু আৰু অলংকাৰো ব্যঞ্জিত হয়। এই আটাই-বোৰৰ ব্যঞ্জিতাৰ্থই কাব্যৰ আত্মা। অৱশ্যে এইটো মন কৰিব লগীয়া যে আনন্দৱৰ্ধনৰ দৰে শ্ৰেষ্ঠ ধ্বনিবাদীয়েও ৰসকেই সক-লোতকৈ শ্ৰেষ্ঠ বুলি স্বীকাৰ কৰিছে। ধ্বনিবাদৰ আন এজন প্ৰধান সমৰ্থক ৰুয্যক। তেওঁৰ ৰচিত গ্ৰন্থ—'অলংকাৰসৰ্বস্ব'।

এই ৰস বা ধ্বনিৰ বিপৰীতে অৰ্থাৎ সুন্দৰ ভাৱৰাশিৰ বিপৰীতে আন এদল আলংকাৰিকে কৰলৈ ধৰিলে যে ভাৱৰ

সৌন্দৰ্যই কাব্যৰ সৃষ্টি নকৰে, প্ৰকাশ-ভঙ্গীৰ সৌন্দৰ্যইহে কাব্যৰ মূল উপাদান। প্ৰকাশ-ভঙ্গীৰ সৌন্দৰ্যক বিবিধ অলংকাৰেৰে অলংকৃত কৰি সুন্দৰতম কৰি তুলিব পাৰি। ইয়াতেই সূচনা হ'ল অলংকাৰবাদৰ। অলংকাৰ-সম্প্ৰদায়ৰ আদি আচাৰ্য ভামহ। এওঁৰ ৰচিত গ্ৰন্থ—'কাব্যালংকাৰসূত্ৰ'। এওঁলোকে কয়, সৌন্দৰ্যই অলংকাৰ (সৌন্দৰ্যমলংকাৰঃ)। বাক্যৰ শব্দ আৰু অৰ্থক আভৰণ শূন্যকৈ নাৰাখি সাজ-সজ্জাৰ দ্বাৰা ভূষিত কৰিলেই সি কাব্য হৈ উঠে। এই সাজ-সজ্জাৰেই নাম অলংকাৰ। শব্দ আৰু অৰ্থৰ অলংকাৰেই জীৱনী-শক্তি। অৱশ্যে ৰস সম্বন্ধে তেওঁলোক অনভিজ্ঞ নহয়; কিন্তু তেওঁলোকৰ মতে কাব্যত ৰসৰ প্ৰাধান্য নাই। এই প্ৰাধান্য আছে অলংকাৰত। এওঁলোকৰ মতে কাব্য যে মানুহৰ গ্ৰহণীয় হয়, সি কেৱল অলংকাৰৰ কাৰণেহে: 'কাব্যং গ্ৰাহ্যমলংকাৰাৎ'। এওঁলোকে অলংকাৰৰ বাহ্য বৈচিত্ৰ্যত কাব্যৰ সাৰ-বস্তুক অৱহেলা কৰিছে আৰু ৰসবাদক তৰঙুৱা বুলি সমালোচনা কৰিছে।

আকৌ আন এদল আলংকাৰিকে কয়, অলংকৃত বাক্য মাত্ৰেই কাব্য হ'ব নোৱাৰে, আন হাতে অলংকাৰশূন্য বাক্যও কাব্য হ'ব পাৰে; কাৰণ কাব্যৰ আত্মা হৈছে ৰীতি-'ৰীতিৰাত্মা কাব্যস্য'। ৰীতি পদ ৰচনাৰ এটা বিশিষ্ট ভঙ্গী-'বিশিষ্টা পদৰচনা ৰীতিঃ'। অলংকাৰ ৰীতিৰ আনুষঙ্গিক বস্তু। অলংকাৰ পৰিধান কৰিলেই শৰীৰৰ শোভা বৃদ্ধি নাপায়, তাৰ যথাযথ অৱয়ব-সংস্থানৰ আৱশ্যক। ৰীতি কাব্যৰ সেই অৱয়ব-সংস্থান।

ৰীতি-সম্প্ৰদায়ৰ প্ৰথম আচাৰ্য বামন। এওঁৰ মতে ৰীতি বা বিশিষ্ট পদ ৰচনাই কাব্যৰ আত্মা। বামনৰ পূৰ্বে দণ্ডীয়ে এই ৰীতিবাদৰ বীজ ৰোপণ কৰিছিল। বামনৰ হাতত সেই বীজ বৃক্ষত পৰিণত হয়। বামনে গুণ আৰু অলংকাৰৰ পাৰ্থক্য দেখুৱাই গুণৰ প্ৰাধান্য স্বীকাৰ কৰিছে আৰু অলংকাৰৰ এখোজ ওপৰলৈ গৈ ধ্বনিবাদৰ ভেটি স্থাপনত সহায় কৰিছে, অলংকাৰৰ বাহ্য-

বৈচিত্ৰ্যত আবদ্ধ নাথাকি কাব্যৰ অন্তৰ্নিহিত জীৱনী-শক্তিৰ আৱিস্কাৰত মনোনিৱেশ কৰিছে।

পুনৰ আন এদল আলংকাৰিকে কয়, যে ৰীতি বা অলংকাৰ কাব্যৰ মূল বস্তু নহয়। বক্ৰোক্তি বা বৈদগ্ধ্যভঙ্গীভণিতিয়েই অৰ্থাৎ কৌশলিক উক্তিয়েই কাব্যৰ প্ৰাণ। বক্ৰোক্তি-সম্প্ৰদায়ৰ প্ৰধান আচাৰ্য কুন্তক।

এওঁৰ ৰচিত গ্ৰন্থ 'ৱক্ৰোক্তিজীৱিত'। এওঁৰ মতে ৰস কাব্যৰ আত্মা হ'ব নোৱাৰে, বক্ৰোক্তিহে কাব্যৰ আত্মা। অলংকাৰ মাত্ৰেই বক্ৰোক্তিৰে বিভিন্ন দিশ। এই কৌশলিক ৰচনা-ভঙ্গীক অলংকাৰে অধিকতৰ ৰমণীয় কৰি তোলে। সৰহ ক্ষেত্ৰতে বক্ৰোক্তি শ্লেষ অৰ্থাৎ অনেক অৰ্থ বুজোৱা শব্দৰ বিন্যাসত প্ৰতিষ্ঠিত।

সাহিত্য-বিদ্যাৰ প্ৰধান পাঁচটা সম্প্ৰদায়ৰ উল্লেখ কৰা হ'ল। কবিৰ কাব্য ৰস, ধ্বনি, অলংকাৰ আদিৰ উৎকৃষ্ট উদাহৰণেৰে ভৰপূৰ। ইয়াৰ প্ৰত্যেকটো বিষয় লৈ সহজে একোখন সুকীয়া গ্ৰন্থ ৰচনা কৰিব পাৰি। ইয়াৰ দ্বাৰা কবি যে সাহিত্য-বিদ্যাত বিশেষ পাৰদৰ্শী আছিল তাক বহলাই কোৱাৰ প্ৰয়োজন নাই। অলংকাৰ-শাস্ত্ৰৰ প্ৰায়বোৰ সমালোচকে কালিদাসৰ গ্ৰন্থৰপৰা যথোপযুক্ত উদাহৰণৰ উদ্ধৃতিৰে নিজস্ব মত সাব্যস্ত কৰিছে। ইয়াৰ দ্বাৰা এইটোও প্ৰতীয়মান হয় যে তেওঁৰ পূৰ্বে সাহিত্য-বিদ্যাৰ বিস্তৰ আলোচনা হোৱা নাছিল।

কবিয়ে 'ৱিক্ৰমোৰ্ৱশীয়' নাটকত নাট্য-শাস্ত্ৰ-প্ৰণেতা ভৰতক মুনি বুলি সম্মান প্ৰদৰ্শন কৰিছে আৰু ভৰতক কেৱল নাট্যকাৰ হিচাপেই উল্লেখ কৰা নাই; কিন্তু অভিনয়ৰ সঞ্চালক হিচাপেও সম্মানিত কৰিছে। নৃত্য কলাতো যে কবিৰ অসাধাৰণ জ্ঞান আছিল তাক তেওঁৰ 'মালৱিকাগ্নিমিত্ৰ' নাটকত উল্লেখ কৰা 'চলিত' আৰু 'পঞ্চাঙ্গাভিনয়' আদি বিশেষ সংজ্ঞা ব্যৱহাৰৰ পৰা অনায়াসে অনুমান কৰিব পাৰি।

ৰস, ধ্বনি, অলংকাৰ আদিৰ পৰিপ্ৰেক্ষিতত কালিদাসৰ প্ৰতিভা কি ভাৱে প্ৰকাশ পাইছে, তাক আলোচনা কৰাই এই প্ৰবন্ধৰ উদ্দেশ্য।

কালিদাসৰ প্ৰতিভা সম্পৰ্কে আলোচনা কৰাৰ পূৰ্বে প্ৰতিভা কি সেই বিষয়ে উল্লেখ কৰাৰ প্ৰয়োজন। সংস্কৃত সাহিত্যৰ সমালোচকসকলে প্ৰতিভাৰ বিষয়ে যথেষ্ট আলোচনা কৰিছে আৰু এই সম্বন্ধে তিনিটা বিভিন্ন মতবাদৰ সৃষ্টি হৈছে। সাধাৰণতে তেওঁলোকে ভাবে, প্ৰতিভা ( poetic genius ) বৰ্ণনাৰ অতীত—দৈৱিক বস্তু। দৈৱ-শক্তিৰ প্ৰভাৱত কবিয়ে কাব্য ৰচনা কৰে। 'সম্প্ৰদায়-প্ৰকাশিনী'ত প্ৰতিভাৰ লক্ষণ দিছে: 'প্ৰজ্ঞাং-নৱনৱোন্মেষশালিনীং প্ৰতিভাং বিদুঃ', নতুন নতুন চিন্তা জগাই তোলা প্ৰজ্ঞাকে প্ৰতিভা বোলে। অভিনৱগুপ্তই তেওঁৰ 'ধ্বন্যালোক'ৰ টীকা লোচনত অপূৰ্ব নিৰ্মাণ-ক্ষমতাকে প্ৰজ্ঞা বুলি অভিহিত কৰিছে। বামনে কয়, প্ৰতিভা 'জন্মান্তৰগত-সংস্কাৰ-বিশেষঃ'। প্ৰতিভাক জন্মান্তৰীয় সংস্কাৰ বুলি স্বীকাৰ কৰিলে এইটো স্পষ্ট হৈ উঠে যে কবিৰ জন্ম হয়, তেওঁ গঢ়ি উঠে বা তৈয়াৰী নহয়।

বামন আৰু মম্মটভট্টই কাব্য-নিৰ্মাণত প্ৰতিভাৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰে; কিন্তু ইয়াক কাব্য-ৰচনাৰ একমাত্ৰ কাৰণ বুলি নাভাবে। এই প্ৰতিভাৰ লগত ব্যুৎপত্তি ( wisdom—নানা শাস্ত্ৰৰ গভীৰ অধ্যয়নৰপৰা জন্মা জ্ঞান) আৰু অভ্যাস (repeated effort-পৌনঃপুনিক প্ৰবৃত্তি) এই তিনিৰ অবিচ্ছিন্ন সংযোগতহে কাব্যৰ সৃষ্টি হয়। বামন আৰু মম্মট উভয়ৰে মতে কবিৰ কেৱল জন্মই নহয়, কবি গঢ়ি উঠিবও পাৰে। এয়া প্ৰথম মত। দণ্ডী, ৰুদ্ৰট আদি আন কিছুমান আলংকাৰিকে কবিৰ কাৰণে প্ৰতিভা অপৰিহাৰ্য বুলি নধৰে। ৰুদ্ৰটে কয়, এই প্ৰতিভা সহজাত আৰু উৎপাদশালিনী—উভয়ে হ'ব পাৰে। দণ্ডীয়ে কিন্তু নৈসৰ্গিকী প্ৰতিভাৰ উল্লেখ কৰিছে। মূলতঃ এওঁলোকৰ মতে কবিৰ জন্মও হয় আৰু কোনো কোনো ক্ষেত্ৰত কবি তৈয়াৰীও হ'ব পাৰে অৰ্থাৎ কবিত্ব শক্তি আহৰণাধীনো ই জন্ম-

গতই যে হ'ব লাগিব, এনে নহয়। এয়া হ'ল দ্বিতীয় মত। বাগ্‌ভট, জগন্নাথ আদি আন এদল আলোচকে প্ৰতিভাক বুৎপত্তি আৰু অভ্যাসৰ ওপৰত স্থান দিয়ে আৰু কয়, ব্যুৎপত্তি আৰু অভ্যাস প্ৰতিভাৰ সহায়ক মাথোন, ইহঁতে প্ৰতিভাক সংস্কৃত কৰি তোলে। বাগ্‌ভটে কয় 'ব্যুৎপত্ত্যভ্যাসসংস্কৃতা প্ৰতিভা কাব্যস্য হেতুঃ।' এই দলৰ মতে কবিৰ কেৱল জন্ম হয়, তৈয়াৰী হ'ব নোৱাৰে। এয়া তৃতীয় মত। এই তিনিটা মতৰ পৰ্যালোচনা কৰি চালে সন্দেহ নোহোৱাকৈ ক'ব পাৰি যে কাব্য-প্ৰণয়নৰ বাবে প্ৰতিভাৰ একান্ত প্ৰয়োজন। কাব্য-সৃষ্টিৰ মূল কাৰণ প্ৰতিভা। কবিৰ যদি সহজাত প্ৰতিভা নাথাকে, তেন্তে তেওঁ শ্ৰেষ্ঠ কাব্য ৰচনা কৰিব নোৱাৰে। মম্মটভট্টই এই প্ৰতিভাক শক্তি বুলি আখ্যা দিছে আৰু সেই শক্তিক কবিত্ব বীজৰূপ সংস্কাৰ-বিশেষ বুলি অভিহিত কৰিছে। প্ৰতিভা ভাবৰ উদ্‌বোধক। ই কবি-কল্পনাক উচ্চ স্তৰলৈ লৈ যায়। এই শক্তি নাথাকিলে কাব্য-প্ৰণয়ন হ'ব নোৱাৰে; যদি হয়ো, সেয়া মাথোন উপহাসৰ যোগ্যহে হয় ( যাং নিৰ্মাণশক্তিং বিনা কাব্যং ন প্ৰসৰেৎ, প্ৰসৃতং বা উপহসনীয়ং স্যাৎ )। 'কাব্যকৌতুক'ত উল্লেখ কৰিছে:

প্ৰজ্ঞা নৱনৱোন্মেষশালিনী প্ৰতিভা মতা।
তদনুপ্ৰাণনাজ্জীৱদ্বৰ্ণনানিপুণঃ কৱিঃ ॥

কালিদাসৰ প্ৰতিভা নৈসৰ্গিক। ইয়াক জন্মান্তৰীয় সংস্কাৰ-বিশেষ বুলিব পাৰি। তেওঁৰ নিৰ্মাণ-ক্ষমতা অপূৰ্ব। নিপুণভাৱে চয়ন কৰা কবিৰ বিষয়বস্তুৰ অনুপম বৰ্ণনাই সহৃদয় পাঠকৰ অন্তৰত চিৰদিন বিমল আনন্দৰ সঞ্চাৰ কৰি আহিছে। কল্পনা-বৈভৱ-লোকোত্তৰ বৰ্ণনাই কবিৰ নৈসৰ্গিক প্ৰতিভাৰ স্বাক্ষৰ বহন কৰি আছে। শ্ৰুতি-স্মৃতি, গীতা-উপনিষদ আদি বিবিধ শাস্ত্ৰৰ গভীৰ অধ্যয়নৰ ফলত ওপজা বিশেষ ব্যুৎপত্তিয়ে ( wisdom ) সেই প্ৰতিভাক ভাবৰ দীপ্তিৰে দেদীপ্যমান কৰি তুলিছে।

গোলাপ ফুল কবিয়েও দেখে আৰু আনেও দেখে ; কিন্তু সকলোৱে দেখা সেই গোলাপৰ মাজত প্ৰচ্ছন্ন হৈ থকা সৌন্দৰ্যখিনি অকল সুক্ষ্মদৃষ্টি-সম্পন্ন কবিৰ চকুতহে কট্‌ফটীয়াকৈ জিলিকি উঠে। কবিয়ে তেওঁৰ দৃষ্টিত প্ৰতিভাত হোৱা গোলাপৰ বিশিষ্ট ভঙ্গীৰে আৰু সাৱলীল ভাষাৰে কল্পনাৰ মাধুৰ্য সানি বৰ্ণনা কৰে। সেই বৰ্ণনা হয় চমৎকৃতি-জনক ( marvellous )। আনৰ পক্ষে সেই দৰ্শন আৰু সেই বৰ্ণনা সম্ভৱপৰ নহয়। পৰ্যালোচনা কৰি চালে কিন্তু কবিৰ সৌন্দৰ্যমণ্ডিত গোলাপ আৰু প্ৰকৃত গোলাপৰ মাজত কোনো প্ৰভেদ নাই। তথাপি অভিন্ন বস্তুৰ ভিতৰত ভিন্নৰূপ দৰ্শনেই কবিৰ সৃষ্টি। সেয়েহে কবি-দৃষ্ট গোলাপৰ বৰ্ণনা হয় বৈচিত্ৰ্যযুক্ত (striking)। এই বৈচিত্ৰ্যযুক্ত বৰ্ণনাকে বোলা হয় লোকোত্তৰ বৰ্ণনা (extra-ordinary description )। কবিৰ অনুভূতিৰ সুক্ষ্মতাই, কল্পনাৰ প্ৰখৰতাই আৰু ভাষাৰ মধুৰিমাই সেই বৰ্ণনাক চমৎকাৰ (চিত্তাকৰ্ষক) কৰি তোলে। এই সকলোৱে মূলত কবিৰ নৈসৰ্গিক প্ৰতিভা। সেই নৈসৰ্গিক প্ৰতিভাই কালিদাসক শ্ৰেষ্ঠ কবি হিচাপে বিশ্ব-বৰেণ্য কৰি তুলিছে। তেওঁৰ কাব্য মৌলিক প্ৰতিভাৰ নিদৰ্শনেৰে পৰিপূৰ্ণ।

## ৰস :

সৌন্দৰ্য-সৃষ্টিৰ দ্বাৰা পাঠকৰ হৃদয়ত চৰম আনন্দ উৎপাদন কৰাই কাব্যৰ ঘাই উদ্দেশ্য। কাব্যত শব্দ আৰু অৰ্থ বাচ্যাৰ্থত পৰিসমাপ্ত হৈ নাথাকে, ই বাচ্যাতিৰিক্ত এক অনিৰ্বচনীয় অনুভূতিৰ ব্যঞ্জনা কৰে। বাচ্যাতিৰিক্ত এই অনুভূতিৰ নামেই ৰস। কবিৰ অন্তৰৰ ভাব ৰসত পৰিণত হয়। ৰসিক পাঠকৰ অন্তৰত কবিৰ ৰচনা-মাধুৰ্যৰ মাজেদি সেই ৰস সঞ্চাৰিত হয় আৰু তাৰ আস্বাদনৰ যোগেদি অপূৰ্ব আনন্দানুভৱ হয়।

ৰস-সৃষ্টিৰ উপাদান দুটা। এটা বাহ্য আৰু আনটো মানসিক।

কবিৰ ৰচনা বা কবি-সৃষ্ট জগৎ বাহ্য উপাদান; মনৰ ভাব নামৰ চিত্তবৃত্তি হৈছে মানসিক উপাদান। বাহ্য উপাদান অৰ্থাৎ কবি-সৃষ্ট কাব্য জগতৰ প্ৰভাৱত কবিৰ মনৰ ভাব ৰূপান্তৰিত হৈ সি ৰসত পৰিণত হয়। ৰসৰ আধাৰ পাঠকৰ হৃদয়। এই ভাব বা চিত্তবৃত্তি ৰস নহয় আৰু যি মানুহৰ মনত এই ভাব জগাই তোলে সিও কাব্য নহয়। পুত্ৰ হেৰুওৱা জননীৰ শোকৰ বিননি মাতৃৰ ক্ষেত্ৰত ৰস নহয়। আৰু, ৰসৰ যি কাৰণ সিও কাব্য নহয়। কিন্তু কবিয়ে যেতিয়া নিজস্ব প্ৰতিভাৰে, বিশিষ্ট পদ ৰচনাৰ সুষমাৰে সেই লৌকিক শোক আৰু তাৰ লৌকিক কাৰণৰ এটা অলৌকিক চিত্ৰ পাঠকৰ সন্মুখত উপস্থাপিত কৰে তেতিয়াই পাঠকৰ মনত ৰসৰ সঞ্চাৰ হয়। সেই ৰসেই করুণ ৰস।

মনৰ ভাবক কাব্যৰ মানসিক উপাদান বুলি কোৱা হৈছে। কোনো বস্তুৰ দৰ্শনৰপৰা উৎপন্ন হোৱা হৰ্ষ বা বিষাদৰ যি অনুভূতিয়ে মানুহৰ অন্তঃকৰণ বা চিত্তবৃত্তিক সম্পূৰ্ণভাৱে অভিভূত কৰি তোলে তাক ভাব বোলে। এই ভাব অনন্ত। আলংকাৰিকসকলে বিশ্লেষণ কৰি ৰতি, হাস্য, শোক, ক্ৰোধ, উৎসাহ, ভয়, জুগুপ্সা, বিস্ময় আৰু শম—এই নটাক মনৰ প্ৰধান ভাব বুলি স্বীকাৰ কৰিছে। এই ভাব-সমূহ মানুহৰ হৃদয়ত জন্মৰ পৰাই বাসনা বা সংস্কাৰৰূপে সন্নিবিষ্ট হৈ থাকে। আলংকাৰিকৰ ভাষাত মনৰ এই ভাবসমূহ যেতিয়া অক্ষুণ্ণ বা বদ্ধমূল হৈ উঠে তেতিয়া সিহঁতক স্থায়ীভাব বোলা হয়। কবিয়ে কোনো ৰসৰ সৃষ্টি কৰিবলৈ হ'লে সেই ৰসৰ স্থায়ীভাবৰ অনুগত বিভাব, অনুভাব আৰু সঞ্চাৰীভাবৰ সৃষ্টি কৰে। কাব্যত বিভাব, অনুভাব, আৰু সঞ্চাৰীভাবৰ সংযোগত ৰতি প্ৰভৃতি স্থায়ী-ভাবেই প্ৰকাশমান হৈ সহৃদয় পাঠকৰ অন্তৰত ৰসত পৰিণত হয়। যিভাবে ৰতি প্ৰভৃতি স্থায়ীভাবসমূহক উদ্বুদ্ধ কৰি প্ৰধান ৰসৰ পৰি-পুষ্টি সাধন কৰে তাক বিভাব বোলে। আলম্বন বিভাব আৰু উদ্দীপন বিভাব ভেদে এই বিভাব দুই প্ৰকাৰৰ। যি ব্যক্তি বা বিষয় ৰসৰ

আশ্ৰয় বা আধাৰ-স্বৰূপ, অৰ্থাৎ, যাক অশ্ৰয় কৰি ৰসৰ উৎপত্তি হয় তাক আলম্বন বিভাৱ বোলে ; যেনে, নাটকত নায়ক বা নায়িকা। এই নায়ক বা নায়িকাই স্থায়ীভাব ৰতিৰ আশ্ৰয়। যিভাৱে ৰসক উদ্দীপ্ত অৰ্থাৎ, ৰসৰ পৰিপোষণত সহায় কৰে, সিইঁতক উদ্দীপন বিভাৱ বোলে। যেনে, চন্দ্ৰোদয়, বসন্ত কাল, শৃঙ্গাৰ ৰসৰ কাৰণে নায়ক-নায়িকাৰ সৌন্দৰ্য, আকৰ্ষক বেশ-ভূষা আদি। এইবোৰ ৰতি ভাৱৰ পৰিপোষক। যিভাৱে অন্তৰৰ ভাবসমূহৰ বহিঃপ্ৰকাশত সহায় কৰে তাক অনুভাৱ বোলে। যেনে কটাক্ষ পাত, মুখৰ অঙ্গি-ভঙ্গী, ইত্যাদি। অৰ্থাৎ, জ্ঞানেন্দ্ৰিয়ৰ, সহায়েৰে আন্তৰিক ভাবৰ বহিঃপ্ৰকাশেই অনুভাৱ। অনুভাৱৰ অন্তৰ্গত আঠ প্ৰকাৰ সাত্বিক ভাব আছে। যেনে, স্তম্ভ, স্বেদ, ৰোমাঞ্চ, স্বৰভঙ্গ, বেপথু, বৈবৰ্ণ্য, অশ্ৰু, প্ৰলয়। যি ভাব কোনো এটা বিশেষ ৰসৰ লগত আবদ্ধ হৈ নাথাকি সাগৰৰ ঢৌৰ দৰে এবাৰ দেখা দি এবাৰ নাইকিয়া হৈ প্ৰধান ৰসৰ পৰিপোষণ আৰু তাক সুদৃঢ় কৰি তোলাত বিভিন্ন ধৰণে সহায় কৰে তাক ব্যভিচাৰী বা সঞ্চাৰীভাব বোলে। ব্যভিচাৰীভাবে স্থায়ীভাৱ বা স্থায়ীভাবৰ ফলক উপলব্ধি কৰাত সহায় কৰে। নিৰ্বেদ, লজ্জা, অসূয়া, বিষাদ, হৰ্ষ প্ৰভৃতি—তেত্ৰিশটা ব্যভিচাৰীভাবৰ উল্লেখ আছে।

উপৰি-উক্ত বিভাৱ আৰু বিশেষকৈ অনুভাৱৰ জ্ঞান জন্মিলে কাব্যৰ নায়ক-নায়িকাৰে সৈতে পাঠকৰ হৃদয়-সংবাদ অৰ্থাৎ, নায়ক-নায়িকা আৰু পাঠক সমধৰ্মভাবাপন্ন হয়, হৃদয়েৰে সৈতে হৃদয়ৰ ৰাসায়নিক মিলন ঘটে। এই মিলনৰ মূলত নায়ক-নায়িকাগত স্থায়ীভাবেৰে পাঠকৰ অন্তৰত থকা স্থায়ীভাবৰ অভিব্যক্তি। পাঠকৰ অন্তৰত অভিব্যক্ত হোৱা তেওঁৰ নিজস্ব স্থায়ীভাৱৰ প্ৰতীতিয়েই ৰস।

পূৰ্বে উল্লেখ কৰা ৰতি, হাস্য প্ৰভৃতি নটা ভাবৰপৰা ক্ৰমাগয়ে শৃঙ্গাৰ, হাস্য, করুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস, অদ্ভুত আৰু শান্ত—এই নটা ৰসৰ সৃষ্টি হয়।

ৰস-সৃষ্টিয়েই কাব্যৰ প্ৰথম উদ্দেশ্য। চৰম উদ্দেশ্য কিন্তু, ৰসাস্বাদক

মাজেদি পোৱা এক অনিৰ্বচনীয় আনন্দ। এই আনন্দ অতীন্দ্ৰিয়। ইয়াক অনুভূতিৰেহে উপলব্ধি কৰিব পাৰি, অনুসন্ধানেৰে ইয়াক বিচাৰি পোৱা নাযায়। আলংকাৰিকসকলে সেই ৰসৰ আখ্যা দিছে সহৃদয়-হৃদয়-সংবাদী। ৰসৰ আস্বাদন নহয়, আস্বাদনেই ৰস। ৰসাস্বাদেই অনিৰ্বচনীয় আনন্দৰ হেতু। মম্মটভট্টই ৰসাস্বাদৰ আনন্দক 'বিগলিতবেদ্যান্তৰম্': বিগলিতং—( অন্তৰ্দ্ধান হৈছে ) বেদ্যান্তৰম্ (আন কোনো জানিব লগীয়া বস্তু) বুলি কৈছে। অৰ্থাৎ ৰসাস্বাদ হ'লে বহিৰ্জগতৰ আন কিবা জানিব লগীয়া বিষয়ৰ ধাৰণা সমূলি নাইকিয়া হয় আৰু কেৱল আনন্দতে নিমগ্ন হয়। বিশ্বনাথে এই ৰসাস্বাদৰ আখ্যা দিছে—'বেদ্যান্তৰস্পৰ্শশূন্যো ব্ৰহ্মস্বাদসহোদৰঃ।' তেওঁৰ মতে ৰসাস্বাদ আৰু ব্ৰহ্মস্বাদ সগোত্ৰীয়। ব্ৰহ্মৰ সাক্ষাৎ হ'লে সাধক ব্ৰহ্মানন্দত নিমগ্ন হয়, তেতিয়া জ্ঞাতা আৰু জ্ঞেয়ৰ কোনো প্ৰভেদ নাথাকে, উভয়ে এক, অভিন্ন হৈ অৱস্থান কৰে। বৃহদাৰণ্যক উপনিষদত আছে—'যত্ৰ ত্বা অস্য সৰ্বমাত্মৈৱাভূৎ তৎ কেন কং পশ্যেৎ' [১]। ব্ৰহ্মজ্ঞানীৰ ওচৰত যেতিয়া সকলোৱেই আত্মাৰ স্বৰূপ হয়, তেতিয়া কোনে কাক দেখা পায়। জীৱ আৰু ব্ৰহ্মৰ ঐক্যানুভূতি হ'লে ভেদজ্ঞানৰ অৱকাশ নাথাকে। তৈত্তিৰীয় উপনিষদত কৈছে "ৰসো বৈ সঃ। ৰসং হ্যেৱায়ং লব্ধা আনন্দীভৱতি"। যি স্বয়ং কৰ্তা ( ব্ৰহ্ম ) তেওঁ ৰসৰ স্বৰূপ। এই ৰস লাভ কৰি জীৱ আনন্দিত হয়। সেই আনন্দই অনিৰ্বচনীয় আনন্দ। ৰসাস্বাদ আৰু ব্ৰহ্মস্বাদ এক, অভিন্ন। ৰসানন্দই ব্ৰহ্মানন্দ। ব্ৰহ্মানন্দ স্বৰূপ ৰসানন্দ লাভেই কাব্যৰ চৰম আৰু পৰম উদ্দেশ্য।

অলংকাৰ-শাস্ত্ৰত শৃঙ্গাৰ, বীৰ, কৰুণ আদি যি নটা ৰসৰ উল্লেখ কৰা হৈছে তাৰ ভিতৰত শৃঙ্গাৰ ৰস সবাতোকৈ শ্ৰেষ্ঠ। শৃঙ্গাৰ পদৰ নিৰ্বচনেও তাকেই সূচায়—'শৃঙ্গং প্ৰাধান্যমৃচ্ছতি প্ৰাপ্নোতীতি

১. বৃঃ উঃ ২।৪।১৪

২. তৈঃ উঃ ২।৭

শৃঙ্গাৰঃ' ৰসৰ ভিতৰত প্ৰাধান্য লাভ কৰা হেতু শৃঙ্গাৰ। মুনিপ্ৰৱৰ ভৰতৰ মতে পৃথিৱীত যি সুন্দৰ, পৱিত্ৰ, উজ্জ্বল আৰু দৰ্শনীয় বস্তু আছে সেই সবাকো শৃঙ্গাৰ ৰসৰ মাজেদি পোৱা যায় (যৎ কিঞ্চি-ল্লোকে শুচিমেধ্যমুজ্জ্বলং দৰ্শনীয়ং বা তৎ সৰ্বং শৃঙ্গাৰেণোপমীয়তে উপযুজ্যতে) এই ৰস সম্বন্ধে আকৌ কোৱা হৈছে—কবি শৃঙ্গাৰ ৰসিক হ'লে তেওঁৰ সৃষ্ট-জগৎ ৰসময় হয় আৰু সেই ৰসৰ প্ৰতি বীতস্পৃহ হ'লে সেই সকলোবোৰেই নীৰস হৈ পৰে।

শৃঙ্গাৰী চেৎকবিঃ কাব্যে জাতং ৰসময়ং জগৎ।
স এব বীতৰাগশ্চেন্নীৰসং সৰ্বমেৱ তৎ॥

আন আন ৰসতকৈ শৃঙ্গাৰ ৰস-পৰিবেশনত কালিদাসৰ প্ৰতিভা অধিক উজ্জ্বল। কবিৰ ৰস পৰিবেশনৰ নিপুণতাক লক্ষ্য কৰি জয়দেৱে তেওঁক 'কবিতা কামিনীৰ বিলাস' আৰু সোড্‌ঢলে 'উভয়সুন্দৰীকথাত' 'ৰসেশ্বৰ' বুলি অভিহিত কৰিছে। অকল শৃঙ্গাৰ ৰসেই নহয়, করুণ ৰস-নিৰ্বাহতো কবিৰ প্ৰতিভা সমধিক সমুজ্জ্বল হৈ আছে।

কালিদাসৰ 'অভিজ্ঞান-শকুন্তলা', 'বিক্ৰমোৰ্বশীয়' আৰু 'মালৱিকাগ্নিমিত্ৰ'-এই তিনিওখন নাটকৰে অঙ্গী (প্ৰধান) ৰস শৃঙ্গাৰ। তাৰ উপৰিও খণ্ডকাব্য 'মেঘদূত' আৰু মহাকাব্য 'কুমাৰ-সম্ভৱ'ত আন ৰসতকৈ শৃঙ্গাৰ ৰসেই প্ৰাধান্য লাভ কৰিছে। অৱশ্যে কবিৰ মহাকাব্য 'ৰঘুবংশত' শৃঙ্গাৰ ৰসকে ধৰি কম-বেছি পৰিমাণে আন ৰসো স্পষ্টভাৱে জিলিকি আছে। যথাস্থানত যথোপযোগী ৰস নিৰ্বাহেৰে কবিয়ে অনুপম প্ৰতিভাৰ পৰিচয় দিছে। এই মহাকাব্যৰ ষষ্ঠ-সৰ্গত ইন্দুমতীৰ স্বয়ংবৰ-বৰ্ণনা, নৱম-সৰ্গত বসন্ত-বৰ্ণনা, ষোড়শ-সৰ্গত জলকেলি-বৰ্ণনা আৰু অন্তিম সৰ্গত অগ্নিবৰ্ণৰ বিলাস-বৰ্ণনাত শৃঙ্গাৰ ৰস; চতুৰ্থ-সৰ্গত ৰঘুৰ দিগ্‌বিজয়, সপ্তম-সৰ্গত বিপক্ষ দলেৰে সৈতে অজৰ যুদ্ধ আৰু দ্বাদশ-সৰ্গত ৰামৰ দ্বাৰা ৰাৱণৰ পৰাজয় বৰ্ণনাত বীৰ ৰস, অষ্টম-সৰ্গত প্ৰিয়পত্নী ইন্দুমতীৰ

মৃত্যুত অজৰ বিলাপ-প্ৰসঙ্গত করুণ ৰস; একাদশ-সৰ্গত ৰামৰ সম্মুখত পৰশুৰামৰ আবিৰ্ভাৱ আৰু ক্ৰুদ্ধ ভাষণ-প্ৰয়োগত ৰৌদ্ৰ ৰস; অষ্টম-সৰ্গত পত্নী-বিয়োগত মৰ্মাহত অজৰ প্ৰতি কুলগুৰু বসিষ্ঠৰ উপদেশ বাণী—প্ৰেৰণত, প্ৰথম আৰু চতুৰ্দশ-সৰ্গত ক্ৰমান্বয়ে বসিষ্ঠ আৰু বাল্মীকিৰ আশ্ৰম-পদ আৰু পঞ্চম-সৰ্গত সৰ্বত্যাগী ৰঘুৰ অৱস্থা বৰ্ণনা-প্ৰসঙ্গত শান্ত ৰস; একাদশ-সৰ্গত তাড়কা-বধৰ বেলিকা বীভৎস আৰু পঞ্চদশ-সৰ্গত লৱণ-দস্যুৰ চিতাগ্নি-দহন—প্ৰসঙ্গত ভয়ানক আৰু বীভৎস ৰসৰ সৃষ্টি কৰিছে। 'কুমাৰ-সম্ভৱ'ৰ পঞ্চম-সৰ্গত ব্ৰহ্মচাৰী আৰু পাৰ্বতীৰ কথোপকথনৰ মাজেদি প্ৰকাশিত হাস্যৰসে পাঠকৰ মনত আনন্দৰ সৃষ্টি নকৰাকৈ নাথাকে। বিভিন্ন ৰসৰ পৰিবেশনৰ প্ৰতিভাই কালিদাসক যথাৰ্থতে ৰসেশ্বৰ কৰি তুলিছে।

অকল শৃঙ্গাৰ ৰসেই নহয়, করুণ ৰস পৰিৱেশনতো কালিদাসৰ প্ৰতিভা পৰিস্ফুট হৈ আছে। কবিৰ কাব্যত শৃঙ্গাৰ আৰু করুণ এই উভয় ৰসেই ৰসিক, সহৃদয় পাঠকৰ অন্তৰ বিশেষভাৱে আকৰ্ষণ কৰি আছে। 'ৰঘুৱংশ'ত অকালতে পত্নী হেৰুওৱা স্বামী আৰু 'কুমাৰসম্ভৱ'ত পতি হেৰুওৱা নাৰীৰ যি করুণ ক্ৰন্দনৰ ধ্বনি শুনিবলৈ পোৱা যায় সেয়া আজিও হৃদয়বান পাঠকৰ হৃদয়তন্ত্ৰীত নিনাদিত হৈ উঠে।

'ৰঘুৱংশ'ত দেখিবলৈ পোৱা যায় মহাৰাজ অজই ৰাণী ইন্দুমতীৰে সৈতে উপবনত আমোদ-প্ৰমোদৰ মাজেদি বিহাৰ কৰি আছে। এনেতে হঠাৎ আকাশৰপৰা এধাৰি দিব্য মালা আহি ৰাণীৰ শৰীৰত পৰিল। মালাৰ পৰশ লাগি ইন্দুমতী অচেতন হৈ মাটিত পৰি গ'ল। মুহূৰ্তৰ ভিতৰতে শৰীৰৰপৰা প্ৰাণবায়ু উৰি গ'ল। শৰীৰ বিবৰ্ণ হৈ পৰিল। অজই মৃত-পত্নীৰ দেহ নিজ কোলাত তুলি লৈ শোকবিহ্বল চিত্তেৰে দীঘল হুমুনিয়াহ পেলাবলৈ ধৰিলে। প্ৰাণতকৈও অধিক স্নেহৰ ভাৰ্যাৰ অবিহনে তেওঁ জীয়াই থাকে

কাক লৈ? আজিৰপৰা যেন তেওঁৰ সকলো সুখ-সম্ভোগৰ অন্ত পৰিল, সঙ্গীত-কলাৰ অৱসান ঘটিল, বসন্তোৎসৱৰ আৱশ্যকতা নাইকিয়া হ'ল, অঙ্গ-ভূষণবেই বা প্ৰয়োজন ক'ত!

ৰজাৰ মৰ্মন্তুদ আকুল ক্ৰন্দন শুনি ওচৰত থকা অনুচৰবৰ্গ স্থিৰে থাকিব নোৱাৰিলে, সকলোৱে আকুল কণ্ঠে ক্ৰন্দনৰ ধ্বনি তুলিলে। সৰোবৰত থকা জলচৰ পক্ষীসমূহেও[১] সেই ৰোদনৰ ধ্বনি শুনি ৰোদন কৰিবলৈ ধৰিলে। অকল পক্ষীসমূহেই নহয়, তাত থকা তৰুৰাজিও[২] অশ্ৰু-বিমোচনৰ চলেৰে মধুবিন্দু নিঃসৰণ কৰি সেই শোক-সন্তপ্ত অজৰ দুখ-বেদনাৰ সমভাগী হৈ উঠিল।

কবিয়ে 'কুমাৰসম্ভৱ'ত পতি হেৰুওৱা নাৰীৰ হৃদয়-বিদাৰক আৰ্ত-নাদেৰে পাঠকৰ হৃদয় চিৰদিনৰ বাবে আৰ্দ্ৰ কৰি ৰাখিছে। ৰতিৰ স্বামী মদনে দুৰ্জ্জয় সাহসেৰে ধূৰ্জটিৰ ধ্যান ভঙ্গ কৰিবলৈ চেষ্টা কৰিছিল; কিন্তু মহাদেৱৰ ধ্যান ভঙ্গ নহ'ল, বৰং নিজৰ শৰীৰ তেওঁৰ ক্ৰোধ-বহ্নিয়ে ভস্মীভূত কৰি পেলালে। পতিৰ মৃত্যু-মোহাচ্ছন্না, বিবশা ৰতিৰ শৰীৰলৈ কিছু সময়ৰ পিছত চৈতন্য আহিল। নৱ-বৈধব্যৰ অসহ্য যাতনা উপলব্ধিৰ কাৰণেহে যেন বিধাতাই তেওঁৰ সেই চৈতন্য সঞ্চাৰ কৰিছিল।[৩] আকুল চিত্তেৰে ৰতিয়ে স্বামীৰ মৃত কলেবৰৰ প্ৰতি দৃষ্টিপাত কৰিলে, ৰতিয়ে ভাবিব পৰা নাছিল যে তেওঁৰ চকুযুৰি পতিৰ শৱদৰ্শনৰ পৰাও বঞ্চিত। ৰতিয়ে মাথোন দেখিবলৈ পালে হৰৰ কোপানল ভস্ম পুৰুষৰ আকৃতি ধাৰণ কৰি পৃথিৱীৰ বুকুত পৰি আছে।[৪] এই দৃশ্যই ৰতিৰ শান্তিহীন

১. উভয়োৰপি পাৰ্শ্বৱৰ্তিনাং তমুলেনাৰ্তৰৱেণ ৰোদিতাঃ।
বিহগাঃ কমলাকৰালয়াঃ সমদুঃখা ইৱ তত্ৰ চুক্ৰুশুঃ॥ (ৰঘু ৮।৩৯)

২. বিলপন্নিতি কোসলাধিপঃ কৰুণাৰ্থগ্ৰথিতং প্ৰিয়াং প্ৰতি।
অকৰোৎপৃথিৱীৰুহানপি স্ৰুতশাখাৰসবাষ্পদূষিতান্॥ (ৰঘু ৮।৭০)

৩. অথ মোহপৰায়ণা সতী বিৱশা কামবধূৰ্বিবোধিতা।
বিধিনা প্ৰতিপাদয়িষ্যতা নৱবৈধব্যমসহ্যবেদনম্॥ (কুমাৰ ৪।১)

৪. অয়ি জীৱিতনাথ জীৱসীত্যভিধায়োত্থিতয়া তয়া পুৰঃ।
দদৃশে পুৰুষাকৃতি ক্ষিতৌ হৰকোপানলভস্ম কেৱলম্॥ (কুমাৰ ৪।৩)

অন্তৰত অশান্তিৰ সোঁত প্ৰবল বেগে বোৱাবলৈ ধৰিলে। সেই ভস্ম দেখি পুনৰায় ৰতিয়ে বিহ্বলা হৈ সেই বনস্থলীক সম দুখভাগিনী কৰি বিলাপ কৰিবলৈ ধৰিলে, বিক্ষিপ্ত হৈ পৰিল তেওঁৰ কেশপাশ, বাৰে বাৰে পৃথিৱীৰ বুকুত লুটি খাই খাই পৰাৰ কাৰণে ধূলি-ধূসৰিত হৈ গ'ল তেওঁৰ স্তনযুগল।[১] মদনে তেওঁক অকলে এৰি থৈ গ'ল কিয়? ইয়াৰ কোনো কাৰণ বিচাৰি নাপাই ৰতিয়ে চকুলো টুকি টুকি কবলৈ ধৰিলে, তেওঁতো কোনো দিনে মদনৰ ইচ্ছাৰ বিৰুদ্ধে কোনো কাম কৰা নাই, নাইবা মদনেওতো তেওঁক কোনো দিনে কোনো অশান্তি দিয়া নাই। এনে স্থলত কোনেও কাকো এৰি যোৱাৰ কাৰণ থাকিব নোৱাৰে। তেনেহলে, ৰতি শোকাকুল বুলি জানিও, অকাৰণে আজি তোমাৰ প্ৰিয় দৰ্শনৰপৰা এই নয়ন বঞ্চিত কৰিলা কিয়?[২] তুমি কৈছিলা 'তুমি মোৰ হৃদয়ত সদায় বাস কৰা'। সেয়া আজি মিছা বুলি প্ৰমাণিত হৈছে, নহ'লে তুমি আজি শৰীৰহীন হোৱা সত্বেও মই অক্ষত হৈ ৰলোঁ কেনেকৈ?'[৩] ৰতিৰ এনে কৰুণ ক্ৰন্দনৰ ধ্বনিয়ে সেই বনভূমিত বাস কৰা পশু-পক্ষীৰ অন্তৰতো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। মদনবধূ ৰতিৰ মৰ্মস্পৰ্শী বেদনাৰ ধ্বনি শুনি সকলোৱে কৰুণভাৱে অনুমোদন কৰিবলৈ ধৰিলে।

এয়া কালিদাসৰ ইষ্টনাশৰপৰা (Loss of something desired) ওপজা কৰুণ ৰসৰ অপূৰ্ব সৃষ্টি। 'দশৰূপক'ৰ মতে অভিলষিত বস্তুৰ নাশ আৰু অনভিলষিত বস্তুৰ প্ৰাপ্তিয়ে কৰুণ-ৰসৰ সৃষ্টি কৰে (ইষ্টনাশাদনিষ্টাপ্তৌ শোকাত্মা কৰুণঃ)। ইয়াৰ স্থায়ীভাব দুখ।

---

১. অথ সা পুনৰেব বিহ্বলা বসুধালিঙ্গনধূসৰস্তনী।
বিললাপ বিকীৰ্ণমূৰ্দ্ধজা সমদুঃখামিব কুৰ্বতী স্থলীম্॥ (কুমাৰ ৪।৪)

২. কৃতবানসি বিপ্ৰিয়ং ন মে প্ৰতিকূলং ন চ তে ময়া কৃতম্।
কিমকাৰণমেব দৰ্শনং বিলপন্ত্যৈ ৰতয়ে ন দীয়তে॥ (কুমাৰ ৪।৭)

৩. হৃদয়ে বসসীতি মৎপ্ৰিয়ং যদবোচস্তদবৈমি কৈতৱম্।
উপচাৰপদং ন চেদিদং ত্বমনঙ্গঃ কথমক্ষতা ৰতিঃ॥ (কুমাৰ ৪।৯)

কালিদাসে 'ৰঘুবংশ'ত জানকী-পৰিত্যাগৰ বেলিকা যি করুণ চিত্ৰ অঙ্কিত কৰিছে সি সহৃদয় পাঠকৰ অন্তৰত আজিও শোকৰ উদ্ৰেক নকৰাকৈ নাথাকে। জ্যেষ্ঠ ভ্ৰাতা ৰামৰ আজ্ঞা অনুসৰি লক্ষ্মণে সীতাৰ মনোৰথ পূৰ্ণ কৰাৰ কপট ছলেৰে সীতাক ত্যাগ কৰিবলৈ অৰণ্যলৈ লৈ যায়। সীতাই সপোনতো ভৱা নাছিল যে ৰামচন্দ্ৰ আজি তেওঁৰ প্ৰতি কল্পবৃক্ষ নহয়, খড়্গাবৃক্ষহে। সেই গভীৰ অৰণ্যৰ মাজত ৰামানুজে ৰামৰ সেই নিদাৰুণ অভিপ্ৰায় জানকীক জনালেগৈ। বৃক্ষৰ অভাৱত আশ্ৰিতা লতাৰ পতন হোৱাৰ দৰে নিৰাশ্ৰয়া সীতা মূৰ্চ্ছিতা হৈ পৃথিৱীৰ বুকুত ঢলি পৰিল। ক্ষন্তেক পিছত সংজ্ঞা লাভ কৰি করুণ স্বৰেৰে ভয়াতুৰা কুৰৰী পক্ষীৰ দৰে আৰ্তনাদ কৰিবলৈ ধৰিলে। সীতাৰ করুণ ক্ৰন্দনৰ ধ্বনি শুনি ময়ূৰবিলাকে নৃত্য ত্যাগ কৰিলে, বৃক্ষসমূহে পুষ্পভাৰ পৰিহাৰ কৰিলে, হৰিণবিলাকে মুখত লোৱা কুশগাঁহবোৰ বিসৰ্জন কৰিলে।[১] এইদৰে সেই অৰণ্য সীতাৰ দুখেৰে পৰিপূৰ্ণ হৈ উঠিল। অৰণ্যবাসী তপস্বিনীসকলে কোনো বিপৰ্যয়ৰ সন্মুখীন হ'লেই সীতাৰ কাষ চাপিছিল। তেওঁলোকে বঢ়িয়াকৈ বুজিছিল যে সীতাৰ জৰিয়তে তেওঁলোকে ৰামচন্দ্ৰৰ অনুগ্ৰহ লাভ কৰিব। তাকেই সীতাই কৈছে, 'ৰাক্ষসৰ দ্বাৰা উপক্ৰত হ'লে তপস্বিনীবোৰ মোৰ ওচৰ চাপিছিল আৰু মই তেওঁলোকক নিৰ্ভয়ৰ প্ৰতিশ্ৰুতি দিছিলোঁ, অকল আপোনাৰ প্ৰসাদৰ ওপৰত নিৰ্ভৰ কৰি। আজি মই কেনেকৈ সেই তপস্বীসকলৰ শৰণাৰ্থী হওঁ, বিশেষকৈ আপুনি যি পৰ্যন্ত নিজ গৌৰৱ আৰু প্ৰতিভাৰে দীপ্তিমান হৈ আছে।' স্বামী পৰিত্যক্তা, সহায়-সাৰথিহীনা সীতাৰ মৰ্মস্পৰ্শী করুণ উক্তিয়ে আজিও সহৃদয় পাঠকৰ অন্তৰ করুণ ৰসেৰে প্লাৱিত কৰি তোলে।

---

১. নৃত্যং ময়ূৰাঃ কুসুমানি বৃক্ষা দৰ্ভানুপাত্তান্ বিজহুৰ্হৰিণ্যঃ।
তস্যাঃ প্ৰপন্নে সমদুঃখভাৱমত্যন্তমাসীদ্ৰুদিতং বনেঽপি॥ (ৰঘু ১৪।৬৯)

*নিশাচৰোপপ্লুতভৰ্তৃকাণাং তপস্বিনীনাং ভৱতঃ প্ৰসাদাৎ।*
*ভূত্বা শৰণ্যা শৰণাৰ্থমন্তং কথং প্ৰপৎস্যে ত্বয়ি দীপ্যমানে॥*[১]

মই আপোনাৰ অনুগ্ৰহতে নিশাচৰ ৰাক্ষসবিলাকৰ দ্বাৰা উৎপীড়িত হোৱা তপস্বিনীসকলৰ পতিসমূহৰ ৰক্ষক আছিলোঁ। আপুনি প্ৰকাশমান হৈ থকা অৱস্থাত মই এতিয়া কেনেকৈ আন তপস্বীজনৰ শৰণাৰ্থী হওঁ।

কালিদাসৰ 'অভিজ্ঞান-শকুন্তলা' শৃঙ্গাৰ আৰু করুণ ৰসৰ অপূৰ্ব মিলন-মোহনা। এই নাটকৰ চতুৰ্থ অঙ্কত শকুন্তলাৰ পতিগৃহ গমনৰ বেলিকা কবিয়ে এটি আদৰ্শ করুণ ৰসৰ চিত্ৰ আঁকিছে। স্বামী দৰ্শনৰ কাৰণে ব্যাকুল হ'লেও চিৰদিনৰ বাবে চিৰচেনেহৰ আশ্ৰম এৰি যাব লগীয়া হোৱাত শকুন্তলাক তপোবনৰ বিৰহে কাতৰ কৰি তুলিছে। শকুন্তলা-বিৰহে তপোবনকো সমভাৱে কাতৰ কৰি তুলিছে। মৃগীবিলাকে পাগুলি থকা কুশবনবোৰ পেলাই দিছে, ময়ূৰবিলাকে নাচিবলৈ এৰিছে, লতাবিলাকে শুকান পাতবোৰ সৰাই চকুৰ পানী টুকিবলৈ ধৰিছে।[২] ইয়াত যুৱতীসকলে পতিগৃহলৈ যোৱাৰ সময়ত পিতৃকুলত যি শোকৰ পৰিৱেশ হয়, কবি কালিদাসে তাৰ নিখুঁত চিত্ৰেৰে সহৃদয় পাঠকৰ অন্তৰত করুণ ৰসৰ স্ৰোত প্ৰৱাহিত কৰিছে।

কবিৰ সেই একেখন নাটকৰ শেষ অঙ্কত মহৰ্ষি মাৰীচৰ আশ্ৰমপদত দুষ্মন্তৰ সন্মুখত আহি উপস্থিত হোৱা পতি-বিৰহ ব্ৰতচাৰিণী, একবেণীধৰা, শুষ্কমুখী, শুদ্ধচৰিত্ৰা শকুন্তলাৰ যি চিত্ৰ উপস্থাপিত কৰিছে সেই চিত্ৰই আজিও সহৃদয় পাঠকৰ অন্তৰ করুণ ৰসেৰে প্লাৱিত নকৰাকৈ নাথাকে। শকুন্তলাক দেখি দুষ্মন্তই প্ৰকাশ কৰিলে :

---

১. ৰঘুবংশ ১৪।৬৪

২. উদ্গলিতদৰ্ভকৱলা মৃগ্যঃ পৰিত্যক্তনৰ্তনা ময়ূৰাঃ।
অপসৃতপাণ্ডুপত্ৰা মুঞ্চন্ত্যশ্ৰূণীৱ লতাঃ॥ (শকুন্তলা—৪।১২)

ৱসনে পৰিধূসৰে ৱসানা নিয়মক্ষামমুখী ধৃতৈকৱেণিঃ।

অতিনিষ্করুণস্য শুদ্ধশীলা মম দীৰ্ঘং বিৰহব্ৰতং বিভৰ্তি ॥[১]

এয়া সেই মলিন বসন পৰিহিতা শকুন্তলা, যাৰ মুখমণ্ডল ব্ৰতনিয়মাদি পালন কৰা হেতু শুষ্ক হৈ গৈছে, যি শিৰত মাথোন এক বেণী ধাৰণ কৰি আছে; এই শুদ্ধশীলাই মোৰ নিচিনা অতি নিৰ্দয়জনলৈ অপেক্ষা কৰি বহু দিন ধৰি বিৰহ-ব্ৰত উদ্‌যাপন কৰি আছে।

কবি বৰ্ণিত বিৰহ-ব্যথিতা শকুন্তলাৰ চিত্ৰটিয়ে ভৱভূতি বৰ্ণিত কৰুণাৰ প্ৰতিমূৰ্তি জানকীৰ কথা সোঁৱৰাই দিয়ে। ইয়াত কালিদাসৰ শকুন্তলাক দেখি সহৃদয় পাঠকৰ হৃদয়-মন্দিৰত উদ্ভাসিত হৈ উঠে ভৱভূতিৰ সেই 'কৰুণস্য মূৰ্তিঃ' অথবা 'শৰীৰিণী-বিৰহব্যথা'।[২] মূৰ্তিমান কৰুণৰস অথবা বিগ্ৰহৱতী বিৰহ-ব্যথা।

সংস্কৃত সাহিত্যত শৃঙ্গাৰ আৰু কৰুণ ৰসে এটা বিশেষ স্থান অধিকাৰ কৰি আছে। এই সাহিত্যৰ শ্ৰেষ্ঠ নাট্যকাৰ কালিদাস আৰু ভৱভূতিৰ হাতত ক্ৰমান্বয়ে শৃঙ্গাৰ আৰু কৰুণ ৰসে প্ৰাধান্য লাভ কৰিছে। আন কথাত শৃঙ্গাৰ ৰস পৰিৱেশনত কালিদাসৰ যি স্থান, কৰুণ ৰস পৰিৱেশনত ভৱভূতিৰ সেই স্থান। কিছুমান পণ্ডিতে অৱশ্যে কৰুণ ৰসৰ প্ৰসঙ্গত কালিদাসতকৈ ভৱভূতিৰ মাহাত্ম্য প্ৰকাশ কৰিবলৈ কয়, 'কাৰুণ্যং ভৱভূতিৰেৱ তনুতে।'

তথাপি কৰুণ ৰসত কালিদাসৰ নাইবা শৃঙ্গাৰ ৰসত ভৱভূতিৰ প্ৰতিভা প্ৰকাশ নোহোৱাকৈ আছে বুলি ক'ব নোৱাৰি। এই দুজন শ্ৰেষ্ঠ নাট্যকাৰৰ ভিতৰত কালিদাসৰ বিশেষত্ব এই যে তেওঁৰ ৰস ব্যঙ্গ্যাৰ্থেৰে আৰু ভৱভূতিৰ ৰস বাচ্যাৰ্থেৰে

১. শকুন্তলা—৭।২১

২. পৰিপাণ্ডুদুৰ্বলকপোলসুন্দৰং দধতী বিলোলকবৰীকমাননম্।
কৰুণস্য মূৰ্তিৰথৱা শৰীৰিণী বিৰহব্যথেৱ ৱনমেতি জানকী ॥
(উঃ ৰামচৰিত ৩।৪)

অভিব্যক্ত। কাব্য-জগতত বাচ্যাৰ্থতকৈ ব্যঙ্গ্যাৰ্থৰ আদৰ অধিক। ব্যঙ্গ্যাৰ্থৰ মাজেদি অনুভূত ৰসেই পাঠকৰ উৎকৃষ্ট আনন্দানুভৱৰ কাৰণ। আকৌ কালিদাসৰ পদ্ধতি সংশ্লেষণাত্মক; কিন্তু অনুভূতিৰ বিশ্লেষণাত্মক। দ্বিতীয় পদ্ধতিতকৈ প্ৰথম পদ্ধতি অধিক আকৰ্ষক আৰু মনোগ্ৰাহী। কালিদাসৰ প্ৰতিভাৰ বিশেষত্ব এইখিনিতে। সেয়েহে কালিদাসৰ প্ৰতিভা আজিও বিশ্ববৰেণ্য হৈ আছে।

## ধ্বনি :

কাব্যত ধ্বনিৰ প্ৰয়োগত কালিদাসৰ প্ৰতিভা বিশেষভাৱে আকৰ্ষক হৈ আছে। কাব্যত ব্যৱহাৰ কৰা শব্দৰাশিৰ মাজেদি যি অৰ্থ প্ৰকাশ হয় তাক বাচ্যাৰ্থ বোলে। বাচ্যাৰ্থৰ মাজেদি যেতিয়া অভিপ্ৰেত অৰ্থ পৰিস্ফুট নহয় তেতিয়া মনলৈ অহা লক্ষ্যাৰ্থৰ আৱশ্যক হয়। বাচ্য আৰু লক্ষ্য এই দুয়োৰে অতিৰিক্ত, সহৃদয়ৰ আনন্দদায়ক আন এটি অৰ্থ ব্যঙ্গ্যাৰ্থৰ মাজেদি পোৱা যায়। এই ব্যঙ্গ্যাৰ্থৰে নামান্তৰ ধ্বনি। সেই ধ্বনিয়ে কাব্যৰ ৰমণীয়তা বঢ়ায়। যি কাব্যত বাচ্যাৰ্থতকৈ ব্যঙ্গ্যাৰ্থ বিশেষভাৱে মনোগ্ৰাহী হৈ উঠে তাক উৎকৃষ্ট কাব্য বোলা হয়। যি কাব্যত বাচ্যাৰ্থতকৈ ব্যঙ্গ্যাৰ্থ কম পৰ্যায়ৰ তাক মধ্যম আৰু যি কাব্যত ব্যঙ্গ্যাৰ্থৰ অভাৱ বা ব্যঙ্গ্যাৰ্থ অস্পষ্ট নাইবা দুৰ্বোধ্য সি অলংকাৰাদিৰে পুষ্ট হ'লেও তাক অধম কাব্য বোলা হয়। আনন্দবৰ্ধনে কাব্যক এই তিনি ভাগত বিভক্ত কৰিছে। এই দৃষ্টি-কোণৰপৰা চালে এইটো সন্দেহ নোহোৱাকৈ ক'ব পাৰি যে কালিদাসৰ কাব্য উৎকৃষ্ট। ইয়াত ধ্বনিৰ প্ৰয়োগ প্ৰচুৰ পৰিমাণে পৰিদৃষ্ট। কালিদাসে কোনো ভাবক স্পষ্ট শব্দাৰ্থেৰে প্ৰকাশ নকৰি ব্যঙ্গ্যাৰ্থেৰে সূচিত কৰি নিজৰ প্ৰতিভাৰ পৰিচয় দিছে। উদাহৰণ স্বৰূপে—

পাৰ্বতীয়ে কঠোৰ তপস্যাৰে শিৱৰ মন জয় কৰিলে। শিৱৰো পাৰ্বতীক ভাৰ্যাৰূপে গ্ৰহণ কৰাৰ আগ্ৰহ জন্মিল। শিৱৰ কথামতে অঙ্গিৰা প্ৰভৃতি দেৱৰ্ষিসকল বিবাহৰ প্ৰস্তাৱ লৈ পাৰ্বতীৰ পিতা গিৰিৰাজ হিমালয়ৰ ওচৰত উপস্থিত হ'ল। হিমালয়ে ঋষিসকলক আতিথ্য সংকাৰ কৰি আগমনৰ কাৰণ জনাবলৈ ক'লে। ঋষিসকলৰ অগ্ৰণী অঙ্গিৰাই জনালে যে জগতৰ পিতা শম্ভুৱে আপোনাৰ দুহিতা কামনা কৰে। পিতাকৰ ওচৰত থিয় হৈ থকা পাৰ্বতীয়ে দেৱৰ্ষিৰ প্ৰস্তাৱ শুনি তলমূৰ কৰিলে আৰু হাতত থকা পদুমৰ পাহিবোৰ এটা এটাকৈ গণিবলৈ ধৰিলে :

এৱংবাদিনি দেৱৰ্ষৌ পাৰ্শ্বে পিতুৰধোমুখী।
লীলাকমলপত্ৰাণি গণয়ামাস পাৰ্ৱতী॥[1]

দেৱৰ্ষি অঙ্গিৰসে এইদৰে কোৱাত পাৰ্বতীয়ে পিতাকৰ সন্মুখত তলমূৰ কৰি লীলা-কমলৰ[2] (শৰীৰৰ শোভাবৰ্ধক পদুমৰ) পাহিবোৰ লেখিবলৈ ধৰিলে। পাৰ্বতীয়ে তলমূৰকৈ পদুমৰ পাহিবোৰ লেখিবলৈ ধৰিলে এয়া বাচ্যাৰ্থ। ইয়াত কোনো অলংকাৰ নাই; কিন্তু এই বাচ্যাৰ্থৰ অতিৰিক্ত আন এটা অৰ্থ ইয়াত নিহিত আছে। সেই অৰ্থই ৰসপিপাসু মনৰ সমল যোগাইছে। শিৱৰ প্ৰতি পাৰ্বতীৰ পূৰ্বৰাগৰ উদ্ৰেক ফুটি উঠিছে। লাজত পাৰ্বতীয়ে তলমূৰ কৰিছে। বিবাহযোগ্যা কন্যাৰ বিয়াৰ প্ৰস্তাৱত লাজৰ

---

১. কুমাৰসম্ভৱ—৬।৮৪

২. লীলাকমল—লীলায়াঃ লীলাৰ্থং ৱা কমলম্ (Sportive lotus)। ধুনীয়া পুৰুষ বা নাৰীয়ে শৰীৰৰ সৌন্দৰ্য অধিক মনোগ্ৰাহী কৰিবলৈ হাতত লোৱা পদুমক লীলাকমল বোলা হয়। কবিয়ে 'ৰঘুবংশ'ত (৬।১৩) লীলাকমলক 'লীলাৰৱিন্দ' বুলি উল্লেখ কৰিছে। 'মেঘদূত' (২।২) আৰু 'কুমাৰ-সম্ভৱ' (৩।৫৬) কাব্যতো ইয়াৰ প্ৰয়োগ দেখা যায়।

আৱিৰ্ভাৱ হোৱা স্বাভাৱিক। শ্লোকৰ বাচ্যাৰ্থেৰে সেই অৰ্থ পোৱা নাযায়, অথচ সেই বাচ্যাৰ্থৰ মাজত অন্তৰ্নিহিত হৈ থকা অতিৰিক্ত অৰ্থধ্বনিয়েহে পাঠকৰ মনত আনন্দৰ উন্মেষ কৰিছে। এইদৰে বাচ্যাৰ্থৰ অতিৰিক্ত অৰ্থকেই ধ্বনি সংজ্ঞাৰে অভিহিত কৰা হয়। এই ধ্বনি-কাব্যৰ সৃষ্টিতে কালিদাসৰ প্ৰতিভা প্ৰতিষ্ঠিত।

মহাদেৱৰ তপস্যাস্থলীত পাৰ্বতী সখীদ্বয়েৰে সৈতে উপস্থিত হ'ল। মহাদেৱ ধ্যানৰপৰা নিবৃত্ত হৈ পাৰ্বতীক ওচৰলৈ আহিবলৈ আদেশ দিলে। পাৰ্বতীৰ সখীদ্বয়ে মহাদেৱৰ চৰণত বসন্তৰ পুষ্পাভৰণ নিবেদন কৰিলে। পাৰ্বতীয়েও মহাদেৱক পদ্মবীজৰ মালা প্ৰদান কৰিলে। ত্ৰিলোচনে সেই মালা গ্ৰহণ কৰিবলৈ মানস কৰিলে আৰু

হৰস্তু কিঞ্চিৎপৰিলুপ্তধৈৰ্যশ্চন্দ্ৰোদয়াৰম্ভ ইবাম্বুৰাশিঃ।

উমামুখে বিম্বফলাধৰোষ্ঠে ব্যাপাৰয়ামাস বিলোচনানি ॥[1]

তেতিয়া চন্দ্ৰৰ উদয়ৰ লগে লগে সাগৰৰ দৰে, মহাদেৱৰো ধৈৰ্য কিঞ্চিৎ-চঞ্চল হ'ল। তেওঁ বিম্বফলৰ নিচিনা অধৰোষ্ঠবিশিষ্ট উমাৰ মুখমণ্ডলৰ পিনে একেবাৰে তিনিওটা নয়ন পৰম অভিলাষেৰে নিক্ষেপ কৰিলে।

শ্লোকৰ এই বাচ্যাৰ্থৰ অতিৰিক্ত আন এটি অৰ্থ হ'ল, ইয়াত নৱ-যৌৱন-সম্পন্না পাৰ্বতীৰ মনোমোহা মুখমণ্ডলৰ পিনে ত্ৰিলোচনৰ তিনিওটা নয়নৰ সতৃষ্ণ নিক্ষেপে উৎকণ্ঠাৰ আতিশয্য ধ্বনিত কৰিছে। ধ্বনিৰ উদাহৰণেৰে কবিৰ কাব্য সুসমৃদ্ধ হৈ আছে।

## ৰীতি :

পূৰ্বে উল্লেখ কৰা হৈছে, ৰীতিবাদীসকলৰ ৰীতি হৈছে কাব্যৰ আত্মা। বামন এই ৰীতিবাদৰ প্ৰধান আচাৰ্য। সাহিত্য সমালোচনাৰ ক্ষেত্ৰত ৰীতিবাদে প্ৰাধান্য বিস্তাৰ কৰিব নোৱাৰিলে; কাৰণ, আনন্দ-

১. কুমাৰসম্ভৱ ৩।৬৭

বৰ্দ্ধনৰ ধ্বনিবাদৰ প্ৰভাৱত ৰীতিবাদ ম্লান হৈ পৰিল। তথাপি ৰীতি বা ৰচনাভঙ্গীৰ স্বকীয় গৌৰৱক একেবাৰে মৰিমূৰ কৰিব নোৱাৰিলে। সাহিত্য সৃষ্টিত ৰচনাভঙ্গীৰ মাধুৰ্য কোনো দিনে নাইকিয়া হ'ব নোৱাৰে। বামনে তিনি প্ৰকাৰৰ ৰীতিৰ উল্লেখ কৰিছে, যেনে—বৈদৰ্ভী, গৌড়ী আৰু পাঞ্চালী। ইয়াৰ ভিতৰত বৈদৰ্ভী ৰীতিকে তেওঁ শ্ৰেষ্ঠ আসন দিছে, কাৰণ এই ৰীতিত সকলো গুণৰে সমাৱেশ ঘটিছে। বামন আৰু দণ্ডী উভয়ে শ্লেষ, প্ৰসাদ, সমতা, মাধুৰ্য আদি দহ প্ৰকাৰ গুণকে বৈদৰ্ভী ৰীতিৰ প্ৰাণ বুলি স্বীকাৰ কৰিছে। বিশিষ্ট পদ ৰচনাকে ৰীতি বোলা হৈছে। এই ৰচনাৰ বৈশিষ্ট্য হ'ল গুণগত বৈশিষ্ট্য। গতিকে দেখা যায়, কাব্যৰ আত্মা ৰীতি আৰু ৰীতিৰ আত্মা গুণ। সেই দেখি সহজভাৱে গুণকেই কাব্যৰ আত্মা বুলি ক'লে অত্যুক্তি কৰা নহয়। মম্মটভট্ট আদি আলংকাৰিকে বামন আৰু দণ্ডীৰ আন সাতটা গুণক বাদ দি কেৱল মাধুৰ্য, ওজস আৰু প্ৰসাদ এই গুণ ত্ৰয়কে গ্ৰহণ কৰিছে। এই বিষয়ে ইমানকে আলোচনা কৰিলোঁ।

মহাকবি কালিদাস বৈদৰ্ভী ৰীতিৰ শ্ৰেষ্ঠ পূজাৰী। তেওঁৰ কাব্য বৈদৰ্ভী ৰীতিৰে ৰচিত। অৰ্থ-বৈমল্যই বৈদৰ্ভী ৰীতিৰ প্ৰধান আকৰ্ষক সামগ্ৰী। এনে গুণবিশিষ্ট হোৱা হেতু কালিদাসৰ সাহিত্যাই পাঠকমাত্ৰৰে মন অনায়াসে আকৰ্ষণ কৰে। তেওঁৰ ভাষাৰ শ্ৰুতিমধুৰ স্ৰোত গঙ্গা-প্ৰৱাহৰ দৰে অবাধিত গতিৰে প্ৰৱহমান। তেওঁৰ কল্পনা যেনে অনুপম, ভাষাও তেনে অপৰূপ। নিত্য ব্যৱহাৰ্য সাধাৰণ শব্দৰাশিৰে অদ্ভুতম কল্পনাক অদ্ভুতভাৱে ভূষিত কৰি তোলাই কালিদাসৰ প্ৰতিভাৰ বৈশিষ্ট্য। তেওঁৰ ভাবৰ গাম্ভীৰ্য আৰু ভাষাৰ সৌষ্ঠৱ অনন্যলভ্য। তেওঁৰ ভাষাত দীঘল সমাসীয় পদ নাই— ই সহজ, সৰল আৰু আড়ম্বৰশূন্য; কিন্তু মাধুৰ্য-মণ্ডিত। তেওঁৰ সৰ্ব প্ৰধান গুণ হ'ল, যি পৰিমাণে ব্যক্ত কৰাৰ প্ৰয়োজন মাত্ৰ সেইখিনিহে ব্যক্ত কৰে—তাৰ কোনো অতিৰিক্ত

নহয়। সংযম আৰু পৰিমিত ভাষাৰ প্ৰয়োগ কালিদাসৰ দৰে শ্ৰেষ্ঠ কবিৰ পক্ষেই সম্ভৱ।

## অলংকাৰ :

আগেয়ে উল্লেখ কৰি অহা হৈছে যে শব্দ আৰু অৰ্থৰ ওপৰতে কাব্যৰ ভেটি প্ৰতিষ্ঠিত। সেই শব্দ আৰু অৰ্থক নিৰাভৰণ কৰি নাৰাখি অলংকাৰেৰে ভূষিত কৰিলে সি কাব্যত পৰিণত হয়। অলংকাৰবাদীসকলৰ মতে কাব্য যে মানুহৰ আনন্দানুভৱৰ কাৰণ হয়, সেয়া কেৱল অলংকাৰৰ কাৰণে; কিয়নো অলংকাৰৰ সমুচিত প্ৰয়োগেই ৰসৰ উৎকৰ্ষ সাধনত সহায় কৰে।

শব্দালংকাৰ আৰু অৰ্থালংকাৰ ভেদে অলংকাৰ দুভাগত বিভক্ত। শব্দৰ দুটা অংশ থাকে—তাৰ এটা ধ্বনি (Sound) আৰু আনটো অৰ্থ (Sense)। প্ৰথমটো শ্ৰৱণ-গোচৰ অৰ্থাৎ কাণেৰে শুনি, দ্বিতীয়তো মনোগোচৰ অৰ্থাৎ মনেৰে অনুধাৱন কৰা হয়। শব্দৰ ধ্বনিক আশ্ৰয় কৰি যিবোৰ অলংকাৰ ব্যৱহৃত হয় তাক শব্দালংকাৰ বোলে। শব্দৰ প্ৰয়োগ-বৈচিত্ৰ্যই শব্দালংকাৰৰ ভেটি নিৰ্মাণ কৰে। বাক্যৰ ধ্বনিৰ দ্বাৰা অৰ্থৰ আভাস প্ৰকাশেই শব্দালংকাৰৰ বিশেষ ধৰ্ম। ধ্বনিৰ সাদৃশ্যত শব্দৰ বৈচিত্ৰ্য ফুটি উঠে। সেই বৈচিত্ৰ্যই ভাষাক শ্ৰুতিমধুৰ কৰি তোলে। ভাষাক মাধুৰ্য-মণ্ডিত কৰাই অলংকাৰৰ কাৰ্য।

অৰ্থক আশ্ৰয় কৰি যি অলংকাৰ ব্যৱহৃত হয় তাক অৰ্থালংকাৰ বোলে। ভাৱৰ বৈচিত্ৰ্য আৰু সৌষ্ঠৱ সম্পাদন কৰাই অৰ্থালংকাৰৰ প্ৰধান গুণ। ভাৱৰ বিচিত্ৰতা আৰু সূক্ষ্মতা বিভিন্ন গতিকে অৰ্থালংকাৰো বিভিন্ন। অলংকাৰৰ বিশদ আলোচনা কৰা এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। ইয়াত কেৱল অলংকাৰৰ মাজেদি কালিদাসৰ প্ৰতিভা কিভাৱে প্ৰকট হৈ উঠিছে তাৰেই কেইটিমান

উদাহৰণ দিবলৈ চেষ্টা কৰা হৈছে। কালিদাসে প্ৰয়োগ কৰা অলংকাৰসমূহৰ কথা বাদ দি কেৱল তেওঁৰ উপমা অলংকাৰক লৈয়ে এখন স্বতন্ত্ৰ গ্ৰন্থ ৰচনা কৰিব পাৰি। ইয়াৰ দ্বাৰা বিষয়ৰ বিশালতা অনায়াসে অনুমেয়। শব্দালংকাৰ আৰু অৰ্থালংকাৰ— উভয়ৰ দ্বাৰা কবিৰ কাব্য শ্ৰীমণ্ডিত হৈ আছে। শব্দালংকাৰতকৈ অৰ্থালংকাৰৰ প্ৰতি কবিৰ অধিক আগ্ৰহ, কাৰণ ই ভাবৰ ওপৰত প্ৰতিষ্ঠিত। ভাব কল্পনা-প্ৰসূত। কবিৰ কল্পনা শক্তিয়ে ভাবৰ সৌষ্ঠৱ বঢ়ায়। কল্পনা-ৰঞ্জিত ভাবৰ সৌষ্ঠৱ যেতিয়া যথোপযোগী অলংকাৰেৰে ভূষিত হয় তেতিয়া সেই ভাবে সহৃদয় পাঠকৰ চিত্ত আকৰ্ষণ কৰে আৰু লগে লগে তেওঁলোকক অলৌকিক আনন্দানুভূতিৰে আপ্লুত কৰি তোলে। গতিকে শব্দালংকাৰৰ উল্লেখ নকৰি অৰ্থালংকাৰতেই প্ৰবেশ কৰা হ'ল। পূৰ্বেই উল্লেখ কৰা হৈছে অৰ্থালংকাৰ বিভিন্ন। তাৰ ভিতৰত সাদৃশ্যমূলক অলংকাৰসমূহেই প্ৰধান, আৰু তাৰ ভিতৰত উপমা সৰ্ব প্ৰধান। এই উপমা অলংকাৰৰ মাজেদিয়েই প্ৰতিভা বিশেষ-ভাৱে প্ৰকটিত। সেয়েহে 'উপমা কালিদাসস্য' কথাষাৰে সংস্কৃত সাহিত্যত এটা বিশিষ্ট স্থান অধিকাৰ কৰি আছে। কবিৰ উপমাই উৎপ্ৰেক্ষা আৰু দৃষ্টান্তকো সামৰি লৈছে। কবিৰ আন এবিধ উল্লেখযোগ্য অলংকাৰ অৰ্থান্তৰন্যাস। সুললিত ছন্দ, সুমধুৰ ভাষা, সমুচিত শব্দ বিন্যাসেৰে কবিয়ে অলংকাৰসমূহক শ্ৰুতিমধুৰ, মনোগ্ৰাহী আৰু হৃদয়স্পৰ্শী কৰি তুলিছে।

বেদ, ব্যাকৰণ, জ্যোতিষ, ধৰ্মশাস্ত্ৰ, অৰ্থশাস্ত্ৰ, ৰাজনীতি, সমাজনীতি, প্ৰাকৃতিক জগৎ, সৌৰজগৎ সকলোৰেপৰা উপমা আহৰণ কৰি কবিয়ে তেওঁৰ অনন্যসাধাৰণ প্ৰতিভাৰ পৰিচয় দিছে।

সাগৰৰ দৰে গভীৰ তেওঁৰ জ্ঞান, আকাশৰ দৰে বহল তেওঁৰ বিদ্যাৰ পৰিধি। বিবিধ শাস্ত্ৰৰ গভীৰ অধ্যয়ন-লব্ধ অভিজ্ঞতাৰ গাম্ভীৰ্যই তেওঁৰ প্ৰতিভাক কৰি তুলিছে বহুমুখী।

মুনিপ্ৰৱৰ বশিষ্ঠৰ আশ্ৰম। সেই আশ্ৰমতে সন্তানকামী ভাৰত সম্ৰাট দিলীপ ধৰ্মপত্নী সুদক্ষিণাৰে সৈতে সুৰধেনু সুৰভীৰ কন্যা নন্দিনীৰ পৰিচৰ্যাত ব্ৰতী। সূৰ্য উদয়ৰ লগে লগে ৰজাই নন্দিনীক পৰিচৰ্যাৰ কাৰণে বননিৰ নানা প্ৰান্তলৈ লৈ যায় আৰু সূৰ্য অস্তাভিমুখী হোৱাৰ লগে লগে পুনঃ আশ্ৰমলৈ লৈ আহে। নন্দিনীৰে সৈতে ৰজাৰ প্ৰত্যাগমনৰ চিত্ৰটো কবিয়ে উপমাৰে বৰ্ণনা কৰিছে।

তেনে সময়ত ৰজা দিলীপে নন্দিনীক লৈ আশ্ৰমাভিমুখে আহিবলৈ ধৰিছে। ৰাণী সুদক্ষিণাই নন্দিনীক সাদৰেৰে আনিবলৈ আশ্ৰমৰপৰা অলপ দূৰ আগ বাঢ়ি আহিছে; সেই সময়ত তেজস্বী ৰজা আৰু দীপ্তিমতী ৰাণীৰ মধ্যৱৰ্তী নন্দিনীক অস্তাভিমুখী সূৰ্য আৰু সমাগতা ৰজনীৰ মধ্যবৰ্ত্তী সুন্দৰ সন্ধ্যাৰ সদৃশ দেখা গৈছে;

পুৰস্কৃতা বৰ্ত্মনি পাৰ্থিৱেন প্ৰত্যুদ্‌গতা পাৰ্থিৱধৰ্মপত্ন্যা।
তদন্তৰে সা বিৰৰাজ ধেনুৰ্দিনক্ষপামধ্যগতেৱ সন্ধ্যা॥[১]

কবিয়ে ইয়াত সূৰ্যবংশীয় ঐশ্বৰ্য-মণ্ডিত ৰজা দিলীপক দিনৰ উজ্জ্বলতাৰ লগত, পূতচৰিত্ৰা, শান্তি আৰু বিশ্ৰামৰ প্ৰতিমূৰ্তি সুদক্ষিণাক শুভ্ৰজ্যোৎস্না-মণ্ডিত ৰাতিৰ প্ৰভাৰ লগত আৰু নন্দিনীৰ কপিল বৰণক সন্ধ্যাৰ ঈষৎৰক্ত গোলাপী আভাৰ লগত তুলনা কৰিছে। এয়া কবিৰ অপূৰ্ব কল্পনা। দৃষ্ট পদাৰ্থক বাস্তৱ আৰু স্বাভাৱিক বৰ্ণনাৰে ৰমণীয় কৰি তোলাই কালিদাসৰ প্ৰতিভাৰ বৈশিষ্ট্য। বৰ্ণনীয় বিষয়ৰ সময়ে উপমাটোক অতি মধুৰ কৰি তুলিছে। ৰাজমহিষী সুদক্ষিণা সম্প্ৰতি সন্তান-সম্ভৱা; শৰীৰ প্ৰায় অৱসন্ন। দুৰ্বল আৰু ক্ষীণ শৰীৰ লৈ সমস্ত অলংকাৰ পৰিধান কৰা অসম্ভৱ হ'ল। সেয়েহে শৰীৰত মাত্ৰ পৰিমিত অলংকাৰ। মুখমণ্ডলে লোধ্ৰফুলৰ নিচিনা পাণ্ডু বৰণ ধাৰণ কৰিছে। এনে

১. ৰঘুবংশ ২।২০

অৱহাত ৰাণীক বিৰল নক্ষত্ৰ আৰু ক্ষীণকান্তি চন্দ্ৰেৰে শোভিত প্ৰায় পোহৰ হ'বলৈ ধৰা নিশাৰ নিচিনা দেখা গৈছে।

ৰজনী অৱসানপ্ৰায়। মলিন চন্দ্ৰৰ আভা। আকাশৰপৰা তৰাবিলাকে এটি-দুটিকৈ বিদায় ল'বলৈ ধৰিছে। তৰুণ ৰবিৰ শুভাগমন আসন্ন। আসন্ন-প্ৰসৱা অৱসন্না ৰাণী সুদক্ষিণা। মাত্ৰ এবিধ-দুবিধ অলংকাৰেৰে পৰিশোভিতা। লোধ্ৰফুলৰ দৰে মুখৰ ৰৰণ পাণ্ডুবৰণীয়া হৈ পৰিছে।

প্ৰভাতকল্পা ৰাতিৰে সৈতে আসন্ন-প্ৰসন্না ৰাণীৰ কি অনুপম তুলনা। এপিনে নিকজ্জল ৰাতিয়ে উজ্জল আৰু তেজস্বী সূৰ্যৰ আৰু আন পিনে ম্লানকান্তি ৰাণীয়ে প্ৰভাৱশালী আৰু পৃথিৱীৰ অধিপতি ৰঘুৰ আবিৰ্ভাৱৰ কাল যেন ক্ষিপ্ৰভাৱে অহাৰ সূচনা কৰিছে :

শৰীৰসাদাদসমগ্ৰভূষণা মুখেন সালক্ষ্যত লোধ্ৰপাণ্ডুনা।
তনুপ্ৰকাশেন বিচেয়তাৰকা প্ৰভাতকল্পা শশিনেৱ শৰ্ৱৰী ॥[১]

'কুমাৰ-সম্ভৱতো'[২] কবিৰ এনেকুৱা ৰম্য কল্পনা কেইবা ঠাইতো দেখিবলৈ পোৱা যায়।

কলমধান প্ৰথমে এঠাইত ৰোপণ কৰি এটা পৰিমিত উচ্চতালৈ বাঢ়িবলৈ দিয়া হয়। পিছত সেইবোৰক তুলি নি পুনৰ আন এঠাইত প্ৰতিৰোপণ কৰা হয় আৰু নিৰ্দিষ্ট সময়ত সেই ধানবোৰ ফলেৰে উপচি পৰে। কিছুদিনৰ পিছতেই সেই ধানবোৰ ফলৰ ভৰত হালি পৰে আৰু অৱশেষত প্ৰচুৰ শস্য দান কৰি ৰোপণ-কৰ্তাৰ অভিলাষ পূৰণ কৰে।

দিগ্‌বিজেতা মহাৰাজ ৰঘুৱে বঙ্গদেশৰ ৰজাসমূহক যুদ্ধত পৰাভূত কৰি প্ৰথমে সিংহাসনচ্যুত কৰে ; পিছত পুনৰ সিংহাসনত সংস্থাপিত

১. ৰঘুবংশ— ৩।২
২. কুমাৰসম্ভৱ— ৪।৪৬; ৫।৪৪ দ্ৰষ্টব্য

কৰে। সিংহাসন-ভ্ৰষ্ট সেই ৰাজন্যবৰ্গ পুনঃ ৰাজপদত প্ৰতিষ্ঠিত হ'বলৈ পাই ৰঘুৰ মহানুভৱতাত মুগ্ধ হ'ল আৰু অৱনত-মস্তক হৈ প্ৰচুৰ ধন আৰু উপহাৰৰ দ্বাৰা সম্ৰাট ৰঘুক সংবৰ্ধনা কৰিবলৈ ধৰিলে :

আপাদপদ্মপ্ৰণতাঃ কমলা ইৱ তে ৰঘুম্।[১]
ফলৈঃ সংৱৰ্ধয়ামাসুরুৎখাতপ্ৰতিৰোপিতাঃ॥

প্ৰথমে উৎখাত, পিছত নিখাত কলমধানে নতশিৰে প্ৰচুৰ ধান দান কৰাৰে সৈতে প্ৰথমে সিংহাসনচ্যুত ৰজাই পুনঃ ৰাজপদত প্ৰতিষ্ঠিত হৈ প্ৰচুৰ ধন দান কৰা তুলনা স্বাভাৱিক আৰু অতুলনীয়। অপূৰ্ব নিৰ্মাণ-ক্ষমতাশালী কালিদাসৰ প্ৰতিভাৰ এয়ে বিশেষত্ব।

মহাৰাজ ৰঘুৱে বিশ্বজিৎ যজ্ঞ সমাপ্ত কৰি সমস্ত সঞ্চিত ধন দান কৰিলে। ভাৰত সম্ৰাট আজি বিত্ত-হস্ত। এনেতে মহৰ্ষি ৱৰতন্তুৰ শিষ্য বিদ্যাপাৰদৰ্শী কৌৎস গুৰুদক্ষিণাৰ কাৰণে ধনপ্ৰাৰ্থী হৈ ৰঘুৰ ওচৰত উপস্থিত। ৰজাৰ হাতত মৃন্ময় পাত্ৰ দেখি কৌৎসই ৰঢ়িয়াকৈ বুজিলে, ৰঘু সৰ্বস্ব দান কৰি বিত্ত-হস্ত হৈছে। অৱস্থা দেখি কৌৎসই ক'লে, "অৰণ্যবাসী মুনিসকলে ধানবোৰ সংগ্ৰহ কৰি লৈ যোৱাৰ পিছত নিৱাৰ ধানৰ নৰাবোৰৰ দৰে সৎপাত্ৰত সমস্ত দান কৰি আপুনিও কেৱল শৰীৰটো লৈয়ে আছে"। অৰ্থাৎ ধানেৰে উপচি থকা নিৱাৰ ধানগছবোৰৰপৰা ফলস্বৰূপ ধানসমূহ লৈ গ'লে যিদৰে কেৱল নৰাবোৰেই অৱশিষ্ট থাকে মহাৰাজ ৰঘুৱেও যজ্ঞানুষ্ঠানত সমস্ত ধন ব্যয় কৰি সেইদৰে মাত্ৰ শৰীৰটো লৈয়ে জীয়াই আছে। ফলহীন নিৱাৰ ধানৰ নৰাৰে সৈতে ধনহীন ৰজাৰ তুলনা অপূৰ্ব।

---

১. ৰঘুবংশ— ৪।৩৭

শৰীৰমাত্ৰেণ নৰেন্দ্ৰ তিষ্ঠন্নাভাসি তীৰ্থপ্ৰতিপাদিতৰ্দ্ধিঃ।
আৰণ্যকোপাত্তফলপ্ৰসূতিঃ স্তম্বেন নীৱাৰ ইৱাৱশিষ্টঃ ॥[১]

কৌৎসই ভাবিলে, অসৎ কাৰ্য কৰি ধনী হোৱাতকৈ সৎ কাৰ্য কৰি দৰিদ্ৰ হোৱাও শ্ৰেয়ঃ। ব্ৰহ্মচাৰী সেই ৰঘুৰ ওচৰৰপৰা আন কোনো বদান্য পুৰুষৰ ওচৰলৈ যোৱাটো স্থিৰ কৰিলে আৰু ৰজাক ক'লে, "আপোনাৰ মঙ্গল হওক। চাতক পক্ষীয়েও জলবিন্দুৰহিত শৰৎ কালৰ মেঘৰ ওচৰত জল প্ৰাৰ্থনা নকৰে। নিৰ্ধন মানুহৰ ওচৰত ধনৰ প্ৰাৰ্থনা জলশূন্য মেঘৰ ওচৰত জলৰ প্ৰাৰ্থনাৰ দৰে নিষ্ফল।" ব্ৰহ্মচাৰী কৌৎসক চাতক পক্ষী আৰু ৰজাক জলহীন মেঘৰ লগত তুলনা অতি মনোৰম।

তদন্যতস্তাৱদনন্যকাৰ্যো গুৰ্ৱৰ্থমাহৰ্তুমহং যতিষ্যে।
স্বস্ত্যস্তু তে নিৰ্গলিতাম্বুগৰ্ভং শৰদ্ঘনং নাৰ্দতি চাতকোঽপি ॥[২]

কালিদাসৰ উপমা-দুন্দুভি এবাৰ পৃথিৱীৰ ফলশূন্য নিবাৰৰ নবাৰ মাজত এবাৰ আকাশৰ সাৰশূন্য মেঘৰ অন্তৰালত নিনাদিত হৈ উঠিছে।

বিদৰ্ভৰ ৰজা ভোজে ইন্দুমতীৰ স্বয়ংবৰৰ আয়োজন কৰিলে। আৰু মহাৰাজ ৰঘুলৈ তেওঁৰ পুত্ৰ অজক পঠাবলৈ অনুৰোধ জনালে। যথা সময়ত যুৱৰাজ অজ বিদৰ্ভ নগৰীৰ উপকণ্ঠত উপস্থিত হোৱাৰ বাতৰি পাই ৰজা ভোজ আহ্লাদ সহকাৰে তেওঁক আগ বঢ়াই আনিবলৈ গ'ল, যেন মহাসাগৰৰ ঊৰ্মিমালাই বিস্তৃত হৈ চন্দ্ৰমাক আগ বঢ়াই আনিবলৈহে গৈছে।

---

১. ৰঘুবংশ ৫।১৫
২. ৰঘুবংশ ৫।১৭

তং তস্থিৱাংসং নগৰোপকণ্ঠে তদাগমাৰূঢ়গুৰুপ্ৰহৰ্ষঃ।
প্ৰত্যুজ্জগাম ক্ৰথকৈশিকেন্দ্ৰশ্চন্দ্ৰং প্ৰবৃদ্ধোৰ্মিৰিবোৰ্মিমালী ॥[১]

কবিৰ প্ৰাতিভ দৃষ্টিত ভাহি উঠিল এক অপূৰ্ব সাদৃশ্য। মহাসাগৰৰ উৰ্মিমালা উদীয়মান চন্দ্ৰৰ দৰ্শনত ক্ষণে ক্ষণে স্ফীত হোৱাৰ লগত ৰাজকুমাৰ অজক আগ বঢ়াই আনিবলৈ যোৱা ৰজাৰ খোজে খোজে মনৰ আনন্দ উদ্বেলিত হৈ উঠাৰ কি অপূৰ্ব তুলনা তাক ৰসিক পাঠক মাত্ৰেই অনুভৱ কৰিব পাৰিব।

ৰাজকুমাৰ অজ থকাৰ কাৰণে বিদৰ্ভ ৰজাই এটা নতুন ৰমণীয় ৰাজভৱন নিৰ্মাণ কৰিছিল। কুমাৰ অজই সেই নৱ-নিৰ্মিত সুসজ্জিত ৰাজভৱনত অধিষ্ঠান কৰিলে। ৰাজকুমাৰৰ অধিষ্ঠিতিক কবিয়ে উপমাৰে বৰ্ণনা কৰিলে—মানুহৰ বাল্যাৱস্থাৰ পিছত অভিনৱ যৌৱন-দশাত কন্দৰ্পই যিদৰে বাস কৰে অজও সেইদৰে অভিনৱ ৰাজভৱনত বাস কৰিবলৈ ধৰিলে—'স নৱোপকাৰ্যাং বাল্যাৎপৰামিৱ দশাং মদনোঽধ্যুৱাস' [১]

নৱ-নিৰ্মিত ৰাজভৱন আৰু ইন্দুমতীৰ আসন্ন স্বয়ংবৰ—এই দুটা মনলৈ আনিলে কবিৰ এই উপমা হৈ উঠে অনুপম। অভিনৱ ৰাজভৱনৰ মনোৰম পৰিৱেশ আৰু ইন্দুমতীৰ ৰূপ-লাৱণ্যৰ চিন্তাসক্ত অজৰ গাত মদনৰ পৰশ নলগাকৈ থাকে কেনেকৈ? মদনে যেন নিজে নৱ-যৌৱন-সম্পন্ন কলেৱৰ ধাৰণ কৰি সেই ৰাজভৱনত বাস কৰিবলৈ ধৰিলে। সময় আৰু স্থানৰ সমতা ৰক্ষা কৰি যথাৰ্থ উপমাৰ প্ৰয়োগেই কালিদাসৰ প্ৰতিভাৰ বিশেষত্ব।

দিনৰ অৱসান ঘটিল। লাহে লাহে বাঢ়ি আহিল ৰাতিৰ গভীৰতা। সকলোসকল নিদ্ৰাভ অভিভূত। জাগি আছে

---

১. ৰঘুৱংশ—৫।৬১
[ কবিৰ এনে ধৰণৰ উপমাৰ কাৰণে ৰঘুৱংশৰ ৩।১৭ ; ৭।১৯ ; ১০।৮২ ; ১২।৩৬ ; ১৬।২৭ আৰু কুমাৰসম্ভৱ ৩।৬৭ দ্ৰষ্টব্য ]

১. ৰঘুৱংশ ৫।৬৩

মাত্ৰ এটি প্ৰাণী—ৰঘুপুত্ৰ ৰাজকুমাৰ অজ। ৰাজকুমাৰী ইন্দুমতীৰ স্বয়ংবৰত দেশ-বিদেশৰ ৰাজকুমাৰসকল আছি উপস্থিত। সেই অপৰূপা ৰাজকুমাৰীৰ স্পৃহনীয় মালাধাৰি অজৰ কণ্ঠত শোভিত হ'ব জানো! এই চিন্তাই অজক অভিভূত কৰি পেলাইছে, তেওঁৰ চকুত নিদ্ৰাই প্ৰৱেশেই বা কৰে কেনেকৈ? কবিয়ে এটি অনুপম উপমাৰে তাৰ বৰ্ণনা কৰিছে—পতিৰ মনৰ ভাৱ বুজিবলৈ অসমৰ্থা নাৰীয়ে যিদৰে ৰাতি পতিৰ ওচৰত পলমকৈ আহি উপস্থিত হয়, সেইদৰে নিদ্ৰাও বহু পলমকৈ অজৰ নয়নৰ ওচৰ চাপিল। 'ভাৱাৱবোধকলুষা দয়িতেৱ ৰাত্ৰৌ নিদ্ৰা চিৰেণ নয়নাভিমুখী বভূৱ।'[২]

ইয়াত কবিয়ে নিদ্ৰাক প্ৰেমাভিভূতা যুৱতীৰ লগত তুলনা কৰিছে। প্ৰেম-কাতৰা যুৱতীয়ে নিজৰ অভিলষিত জনক পোৱাৰ আশাত আতুৰ আৰু উৎকণ্ঠিত; কিন্তু প্ৰিয়জনে তেওঁক সাগ্ৰহে গ্ৰহণ কৰে নে নকৰে এই সন্দেহত উচ্‌পিচাই থাকে আৰু অকাৰণ চিন্তা কৰি ব্যাকুল হয়, তথাপি জানো কাল অতিপাত নকৰাকৈ আওৰাই আছে?

চিন্তাযুক্ত অজৰ ৰাতি বহু সময়লৈকে টোপনি অহা নাছিল। এই সাধাৰণ কথাটোক এটা বাস্তৱ উপমাৰে উপস্থাপিত কৰি কবিয়ে তাক মনোৰম কৰি তুলিছে। কবিসকলে প্ৰায়ে পদুম, চন্দ্ৰ আৰু ধুনীয়া মুখ-মণ্ডল সৌন্দৰ্যৰ বাণী লক্ষ্মীৰ (বিশেষকৈ ৰাজকুমাৰ বা ৰাজকুমাৰীৰ) প্ৰধান আশ্ৰয় বুলি কল্পনা কৰা চিৰন্তন প্ৰথা। এইবিলাকৰ সাদৃশ্য প্ৰদৰ্শন কৰিও কবিসকলে বিশেষ আনন্দানুভৱ কৰে। কালিদাসৰ এনে ধৰণৰ এটি উল্লেখ যোগ্য উপমা পোৱা যায় নিদ্ৰাভিভূত ৰাজকুমাৰ অজক যথা সময়ত শয্যা ত্যাগ কৰিবলৈ চাৰণবিলাকে কৰা সুললিত ছন্দৰ স্তুতিধ্বনিত।

২. ৰঘুবংশ ৫।৬৪

'ৰাতিটো নিদ্ৰাৰ অধীন হোৱা হেতু সৌন্দৰ্যলক্ষ্মী আপোনাৰ একান্ত অনুৰক্তা হ'লেও অৱহেলিতা হৈ অভিমানিনী নাৰীৰ দৰে (আপোনালৈ আশা এৰি) চন্দ্ৰেৰে সৈতে (ৰাতিৰ) আনন্দ উপভোগ কৰিছে। চন্দ্ৰই এতিয়া পশ্চিম দিশত মাৰ যাবলৈ উন্মত হৈ আপোনাৰ মুখৰ সাদৃশ্য পৰিত্যাগ কৰিছে।'[১]

কবিয়ে ইয়াত লক্ষ্মীক অৰ্থাৎ সৌন্দৰ্য-ৰাণীক অজৰ ভাৰ্যাৰূপে কল্পনা কৰিছে। লক্ষ্মী অজৰ প্ৰতি চিৰ অনুৰক্তা, চিৰ আকাঙ্ক্ষিতা— তেওঁৰ মুখ-মণ্ডলৰ কাৰণে। লক্ষ্মীয়ে অজৰ কাষ চাপিবলৈ বিচাৰিছে ; কিন্তু তেওঁক নিদ্ৰাত তন্ময় হৈ থকা দেখিলে। কবিয়ে নিদ্ৰাকো নাৰীৰূপে কল্পনা কৰিছে; গতিকে অভিমানিনী লক্ষ্মীৰ পক্ষে এনে দৃশ্য অসহনীয়। কিয়নো নিদ্ৰাভিভূত অজৰ দ্বাৰা তেওঁ দুখ লগাকৈ অৱহেলিতা। প্ৰিয়জনৰ আন ৰমণীৰে সৈতে সহবাস সহ্য কৰিব নোৱৰা অভিমানিনী অবলাৰ দৰে অস্থিৰ অধীৰ হৈ সান্ত্বনা পাবলৈ অজৰ মুখৰ যথেষ্ট সাদৃশ্য থকা চন্দ্ৰেৰে সৈতে ৰাতিৰ আনন্দ উপভোগ কৰিলে; কিন্তু হায়, অৱসান হ'ল ৰজনীৰ, অস্তমিত হ'ল চন্দ্ৰমা। অজৰ মুখমণ্ডলৰ সাদৃশ্য হ'ল অন্তৰ্ধান। সেয়েহে সোনকালে নিদ্ৰা ত্যাগ কৰি আশ্ৰয়হীনা, শোচনীয়া সৌন্দৰ্যলক্ষ্মীক আশ্ৰয় দি আনন্দ প্ৰদান কৰিবলৈ চাৰণসকলে ৰাজকুমাৰ অজক সানুনয়ে স্তুতি কৰিছে। এয়া যেন লক্ষ্মীৰেই প্ৰাণৰ আকূতি।

ভ্ৰমৰযুক্ত পদুমৰ লগত মনোহৰ চকুৰ তুলনা কৰি কবিয়ে বিশেষ আনন্দানুভৱ কৰে। কবিয়ে পদ্মস্থ ভ্ৰমৰক চঞ্চল চকুৰ কৃষ্ণমণি আৰু বাকী শুভ্ৰ অংশক শুভ্ৰ পদুম ফুলৰ লগত

১. নিদ্ৰাবশেন ভৱতাপ্যনবেক্ষমাণা পৰ্য্যুৎসুকত্বমবলা নিশি খণ্ডিতেৱ।
লক্ষ্মীৰ্বিনোদয়তি যেন দিগন্তলম্বী সোঽপি ত্বদাননৰুচিং বিজহাতি চন্দ্ৰঃ॥
(ৰঘু ৫।৬৭)

বিজাইছে। ভ্ৰমৰবোৰ মধুপান কৰিবলৈ পদুমৰ ওপৰত পৰে আৰু মধুপানত মত্ত হয়। মধুমত্ত ভ্ৰমৰৰ জানো সূৰ্যাস্তৰ জ্ঞান থাকে? ৰাতি হোৱাৰ লগে লগে পদুমৰ পাহিবোৰ মুচ্‌-কিচ্‌ যায় আৰু বেচেৰা ভ্ৰমৰ গোটেই নিশা পদুমৰ ভিতৰতে আৱদ্ধ হৈ থাকে। ৰাতিপুৱা সূৰ্যৰ কিৰণৰ পৰশত পদুমৰ পাহিবোৰ পুনৰ মেল খায়। সেই ভ্ৰমৰযুক্ত পদুমবোৰৰ দৰ্শনীয় দৃশ্যৰ প্ৰতি লক্ষ্য কৰি কবিয়ে কৈছে, 'হে মহাৰাজ, ভিতৰত চঞ্চল কৃষ্ণ মণি-যুক্ত আপোনাৰ নয়ন আৰু অভ্যন্তৰত অৱস্থিত চঞ্চল কৃষ্ণ ভ্ৰমৰযুক্ত পদুম—উভয়ে একেলগে উন্মেষিত হৈ অতিশীঘ্ৰে পৰস্পৰে পৰস্পৰৰ সৌন্দৰ্যপূৰ্ণ সাদৃশ্য লাভ কৰক।[১]

ইয়াৰ তাৎপৰ্য এয়ে যে, নিশাৰ কান্তিমতী চন্দ্ৰমা অস্তমিত-প্ৰায়। অৰুণৰ আগমনত পদুমবোৰ প্ৰস্ফুটিত হ'বলৈ প্ৰস্তুত। গতিকে, হে যুৱৰাজ, অনতিপলমে শয্যা ত্যাগ কৰক, যাতে পদুমবোৰ সৌন্দৰ্য আহৰণ কৰি অপ্ৰতিদ্বন্দ্বীভাৱে গৌৰৱৰ অধিকাৰী হ'ব নোৱাৰে। তৰুণ ৰবিৰ অৰুণ আভাৰ পৰশত উন্মেষিত শুভ্ৰ পদুমৰ মধ্যৱৰ্তী কৃষ্ণ ভ্ৰমৰ আৰু সূৰ্যোদয়ৰ লগে লগে মেল খোৱা যুৱৰাজৰ চকুৰ শুভ্ৰতাৰ মধ্যবৰ্তী কৃষ্ণ মণিৰ কি নিৰুপম বৰ্ণনা।

নিজৰ অত্যাধিক আগ্ৰহৰ বস্তু লাভ কৰিব নোৱাৰিলে মানুহ স্বভাৱতে হতাশ হয়। কিন্তু হতাশ হ'লেও মানুহজনে সেই অভিপ্ৰেত বস্তুৰ কিছু সাদৃশ্য থকা আন বস্তুক লৈয়ে শান্তি লাভ কৰিবলৈ অভিলাষ কৰে। এয়া প্ৰাকৃতিক নিয়ম। এই ধাৰণাটো কবিৰ সাহিত্যত প্ৰায়ে দেখা যায়।

প্ৰসঙ্গক্ৰমে ৰাতিপুৱাৰ সমীৰণে নিদ্ৰা পৰৱশ অজৰ মুখৰ

১. তদ্বল্গুনা যুগপদুন্মিষিতেন তাবৎ সদ্যঃ পৰস্পৰতুলামধিৰোহতাং দ্বে।
প্ৰস্পন্দমানপৰুষেতৰতাৰমন্তশ্চক্ষুস্তৱ প্ৰচলিতভ্ৰমৰং চ পদ্মম্॥
(ৰঘুবংশ ৫.৬৮)

অননুকৰণীয় সুগন্ধ উপভোগ কৰিব নোৱাৰি বৃন্তচ্যুত ফুলৰ আৰু সূৰ্যৰ কিৰণৰ স্পৰ্শত বিকশিত পদুমৰ নিগ্ন খাপৰ গন্ধকে লৈ শান্তি অনুভৱ কৰিবলৈ ধৰিলে :

বৃন্তাচ্ছ্লথং হৰতি পুষ্পমনোকহানাং সংসৃজ্যতে সৰসিজৈৰৰুণাংশুভিন্নৈঃ
স্বাভাৱিকং পৰগুণেন ৱিভাতৱায়ুঃ সৌৰভ্যমীপ্সুৰিৱ তে মুখমাৰুতস্য ॥[১]

স্বয়ংবৰ সভাত ইন্দুমতীক লৈ যি বাস্তৱ আৰু মনোগ্ৰাহী উপমাৰ অৱতাৰণা কৰা হৈছে তাত কালিদাসৰ অলৌকিক প্ৰতিভা সুন্দৰকৈ পৰিস্ফুট হৈ উঠিছে।

ৰাজপথৰ দুয়ো কাষে সুৰম্য অট্টালিকাসমূহ শ্ৰেণীবদ্ধভাৱে সন্নিবেশিত হৈ থাকে। ঘোৰ অন্ধকাৰ ৰাতি এটি উজ্জ্বল প্ৰদীপ লৈ যদি সেই ৰাজপথেদি আগ বাঢ়ি যোৱা হয়, তেতিয়া সেই প্ৰদীপৰ সম্মুখস্থ অট্টালিকাবোৰ ক্ৰমে উদ্ভাসিত আৰু উজ্জ্বল হৈ উঠে; কিন্তু প্ৰদীপ অতিক্ৰম কৰাৰ লগে লগে সিবোৰ আকস্মিকভাৱে তিমিৰাবৃত আৰু নিকজ্জ্বল হৈ পৰে।

সেইদৰে স্বয়ংবৰা ইন্দুমতীয়ে স্বয়ংবৰ সভাত শ্ৰেণীবদ্ধ হৈ আসনত উপবিষ্ট হৈ থকা যিজন ৰাজকুমাৰৰ সম্মুখতেই উপস্থিত হয়, সেইজনৰে মুখখন আনন্দত পুলকিত হৈ উঠে; কিন্তু ৰাজকুমাৰী গহীন আৰু গম্ভীৰভাৱে তেওঁক অতিক্ৰম কৰি আগ বাঢ়ি যোৱাৰ লগে লগে তেওঁৰ মুখখন বিষাদ আৰু বিমৰ্ষতাই বিবৰ্ণ কৰি তোলে :

সংচাৰিণী দীপশিখেৱ ৰাত্ৰৌ যং যং ব্যতীয়ায় পতিংৱৰা সা।
নৰেন্দ্ৰমাৰ্গাট্ট ইৱ প্ৰপেদে ৱিবৰ্ণভাৱং স স ভূমিপালঃ ॥[২]

ইয়াত দীপৰ উজ্জ্বল শিখাৰে সৈতে ইন্দুমতীৰ ৰূপ-লাৱণ্যৰ দীপ্তিৰ কি অনুপম উপমা! পণ্ডিতসকলে এইটোকে কালিদাসৰ শ্ৰেষ্ঠ উপমা বুলি স্বীকাৰ কৰিছে। আৰু এই উপমাৰ চমৎকাৰিত্বত মুগ্ধ হৈ কবিক 'দীপকাৰ' কালিদাস বুলি সম্মানিত কৰিছে।

---

১. ৰঘুৱংশ ৫।৬৯

২. ৰঘুৱংশ ৬।৬৭

ইন্দুমতীৰ স্বয়ংবৰ সভাত নানা দেশৰ ৰাজকুমাৰসকল উপস্থিত। কিন্তু ইন্দুমতীৰ স্পৃহণীয় পুষ্পমাল্যেৰে শোভিত হ'ল ৰাজকুমাৰ অজৰ কণ্ঠ। ইয়াকে দেখি আন সকলো ৰাজকুমাৰ সৌভাগ্যৱান অজৰ প্ৰতি ক্ৰোধান্বিত হৈ উঠিল; কিন্তু তেওঁলোক আটায়ে ৰাজকুমাৰীৰ পিতাকৰ নিৰ্মন্ত্ৰিত অতিথি। গতিকে স্বয়ংবৰ-কক্ষত ক্ৰোধ প্ৰদৰ্শনৰ অৱকাশ নাই। তেওঁলোকে অজৰ প্ৰতি কোনো কপটতা নেদেখুৱাই মৌখিকভাৱে বন্ধুত্ব আৰু সদ্ভাবকে দেখুৱালে যাতে অজৰ মনলৈ কদাপি তেওঁলোকৰ ঘৃণনীয় ষড়যন্ত্ৰৰ কল্পনা আহিব নোৱাৰে। মহাৰাজ ৰঘুৰ হাতত ইতিপূৰ্বে পৰাজয় বৰণ কৰাৰ অপমান তেওঁলোকে পাহৰি যোৱা নাই। বৰ্তমান অজৰ এই সাফল্যত পুনঃ অপমানিত হোৱাত তেওঁলোকৰ ক্ৰোধৰ বহ্নি দ্বিগুণে জ্বলি উঠিল। তেওঁলোকে ষড়যন্ত্ৰ কৰিলে, অযোধ্যালৈ প্ৰত্যাবৰ্তনৰ পথত গোপনে অজক আক্ৰমণ কৰি ৰাজকুমাৰী ইন্দুমতীক অপহৰণ কৰিব। কবিয়ে বৰ্ণনা দিলে, তেওঁলোকক অগাধ জলহ্ৰদৰ উপৰিভাগৰ দৰে শান্ত আৰু মনোৰম দেখা গ'ল; কিন্তু বুজা নগ'ল যে সেই জলৰ নিচেই তলতে ভয়ঙ্কৰ আৰু ক্ষুধাৰ্ত্ত ঘৰিয়ালে ষড়যন্ত্ৰৰ উমান নোপোৱা সাঁতোৰা জনক খণ্ড-বিখণ্ড কৰিবলৈ ৰৈ আছে 'লিঙ্গৈৰ্মুদঃ সংবৃতবিক্ৰিয়াস্তে হ্ৰদাঃ প্ৰসন্না ইব গূঢ়নক্ৰাঃ।'[১] শেলৰ তীব্ৰতাৰে গতি কৰা ভয়াবহ দুৰন্ত নমাজনক আক্ৰমণ কৰা উপমা অতি মনোৰম। অৱস্থা বিশেষৰ লগত খাপ খুৱাই প্ৰয়োগ কৰা উৎকৃষ্ট উপমাই কালিদাসৰ প্ৰতিভাৰ পৰিচায়ক।

থকা ঘৰৰ দাঁতিত বটবৃক্ষ হ'বলৈ দিয়া বিপদজনক, কাৰণ সেই গছৰ শিপাই ঘৰৰ বেৰ আৰু দৃঢ় ভেটিকো ভেদ কৰি ভিতৰলৈ সোমাই লাহে লাহে ঘৰৰ ভেটি দুৰ্বল কৰি পেলায় আৰু অৱশেষত ঘৰটো মাটিত বাগৰি পৰে।

প্ৰিয় পত্নী ইন্দুমতীৰ আকস্মিক আৰু শোকাবহ মৃত্যুৱে মহাৰাজ

১. ৰঘুবংশ—৭।৩০

অজক ম্ৰিয়মাণ কৰি তুলিলে। শোকৰ শেলে লাহে লাহে ৰজাৰ শৰীৰ জীৰ্ণ-শীৰ্ণ কৰি পেলালে আৰু শেষত বটবৃক্ষৰ শিপাই লাহে লাহে ঘৰৰ ভিতৰত প্ৰৱেশ কৰি ঘৰ বগৰাই পেলোৱাৰ দৰে শোক-শেলেও লাহে লাহে ৰজাৰ শৰীৰৰ অন্তৰতম প্ৰদেশত প্ৰৱেশ কৰি ৰজাক মৃত্যুৰ মুখত পেলালে :

তস্য প্ৰসহ্য হৃদয়ং কিল শোকশঙ্কুঃ
প্লক্ষপ্ৰৰোহ ইৱ সৌধতলং বিভেদ।[১]

লাহে লাহে বাঢ়ি যোৱা শোকৰ ভয়াবহ কাৰ্য সূচাবলৈ, লাহে লাহে সোমাই যোৱা বটবৃক্ষৰ শিপাৰে সৈতে দিয়া উপমা কেনে বাস্তৱ আৰু স্বাভাৱিক তাক পাঠকমাত্ৰেই অনুভৱ কৰিব পাৰে।

জনকৰ ৰাজসভাত ৰামচন্দ্ৰই হৰধনু ভঙ্গ কৰিলে। এই বাৰ্তা শুনি পৰশুৰামৰ ক্ৰোধানল পুনৰ উদ্দীপ্ত হৈ উঠিল। পৰশুৰামে ৰামচন্দ্ৰৰ বীৰত্বক স্বীকাৰ নকৰিলে, বৰং ৰামচন্দ্ৰৰ শক্তিক তুচ্ছ কৰিলে এটা বাস্তৱ উপমাৰে।

নদীৰ দাঁতিত গছ গজে আৰু সময়ত সেই গছ বৃহৎ হৈ উঠে; কিন্তু নদীৰ প্ৰবল সোঁতে সেই গছৰ গুৰিৰ মাটিবোৰ স্থানান্তৰিত কৰি পেলায়। ফলত গছজোপা হয় শক্তিহীন। হঠাৎ সাধাৰণ বতাহেও যদি সেই গছজোপা উভালি পেলায় তাত বতাহৰ গৌৰৱ নাই, গৌৰৱ যদি কাৰবাৰ আছে সেয়া নদীৰ।

ৰামচন্দ্ৰই যে হৰধনু ভঙ্গ কৰিলে তাত ৰামৰ বীৰত্ব নাই, কাৰণ সেই ধনুৰ শক্তি পূৰ্বেই বিষ্ণুৱে হৰণ কৰি নিছে। হৰধনু ভঙ্গৰ গৌৰৱ বিষ্ণুৰেই প্ৰাপ্য, ৰামচন্দ্ৰৰ নহয় :

বিদ্ধি চাত্তবলমোজসা হৰেৰৈশ্বৰং ধনুৰভাজি যত্ত্বয়া।
খাতমূলমনিলো নদীৰয়ৈঃ পাতয়ত্যপি মৃদুস্তটদ্ৰুমম্॥[২]

---

১. ৰঘুবংশ—৮।৯৩

২. ৰঘুবংশ—১১।৭৬

শক্তিহীন বৃক্ষৰ লগত সাৰশূন্য হৰধনু আৰু সাধাৰণ বতাহৰ লগত ৰামচন্দ্ৰৰ তুলনা—এই অদ্ভুত কল্পনা।

কাৰ্ত্তবীৰ্যাৰ্জুনৰ পুত্ৰসকলে ঋষিপ্ৰবৰ জমদগ্নিক হত্যা কৰে। জমদগ্নিৰ পুত্ৰ পৰশুৰামে পিতৃ-বধৰ পোটক তুলিবলৈ বহু বাৰ ক্ষত্ৰিয়-সকলক নিধন কৰি ক্ৰোধানল প্ৰশমিত কৰিলে। কিন্তু ৰামচন্দ্ৰৰ বীৰত্বৰ কথা শুনি তেওঁৰ ক্ৰোধানল পুনঃ উদ্দীপ্ত হ'ল। সেই উদ্দীপ্ত ক্ৰোধানলক কবিয়ে উপমাৰে বৰ্ণনা কৰিলে: শুই থকা সাপক লাখুটিৰে আঘাত কৰিলে সাপ যিদৰে খঙত জ্বলি উঠে, পৰশুৰামো শ্ৰীৰামচন্দ্ৰৰ বিক্ৰমৰ কথা শুনি ৰোষান্বিত হৈ উঠিল। কিয়নো, পৰশুৰামৰ অন্তৰত ক্ষত্ৰিয়-প্ৰতিশোধৰ জুই এতিয়াও নিৰ্বাপিত হৈ যোৱা নাই।

'সুপ্তসৰ্প ইব দণ্ডঘট্টনাদ্ৰোষিতোঽস্মি তব বিক্ৰমশ্ৰবাৎ।'[১]

ইয়াত কবিয়ে পৰশুৰামক সাপেৰে সৈতে, লাখুটিক বিক্ৰমেৰে সৈতে আৰু আঘাতক শ্ৰৱণেৰে ( শুনা ) সৈতে তুলনা কৰিছে।

'ৰঘুবংশ'ত কবিয়ে মহাৰাজ দশৰথৰ শেষ অৱস্থা যি শব্দ চমৎকৃতিৰ উপমাৰ মাজেদি উপস্থাপিত কৰিছে সি পাঠকক মুগ্ধ নকৰাকৈ নাথাকে।

আধাৰত থকা সমস্ত স্নেহ ( তেল ) শোষণ কৰি বাতিপুৱা দীপশিখা, যিদৰে বৰ্তিকাৰ শেষভাগত উপস্থিত হ'লে তাৰ নিৰ্বাণৰ সময় সন্নিহিত হয়, সেইদৰে মহাৰাজ দশৰথে ইন্দ্ৰিয়ভোগ্য বিষয় ৰূপ স্নেহ সম্ভোগ কৰি জীৱনৰ চৰম দশাত উপনীত হোৱাত, তেওঁৰ নিৰ্বাণৰ ( মোক্ষৰ ) সময় ওচৰ চাপি আহিল।

নিৰ্ব্বিষ্টবিষয়স্নেহঃ স দশান্তমুপেয়িবান্।
আসীদাসন্ননিৰ্বাণঃ প্ৰদীপাৰ্চিৰিৱোষসি॥[২]

কবিয়ে ইয়াত বাতিপুৱা নিৰ্বাপিত হৈ যোৱা শক্তিসম্পন্ন প্ৰদীপৰ

১. ৰঘুবংশ—১১।৭১

২. ৰঘুবংশ ১২।১

উজ্জ্বল শিখাৰে সৈতে প্ৰাপ্তবয়স্ক মহাৰাজ দশৰথক তুলনা কৰিছে। সেই তুলনাক শ্লেষযুক্ত শব্দেৰে চমৎকৃত কৰি তোলা হৈছে। উপমাটিয়ে দশৰথৰ গৌৰৱময় জীৱনৰ সংকেত দিয়ে।

| দশৰথৰ পক্ষে | প্ৰদীপৰ পক্ষে |
|---|---|
| ১. স্নেহ—ইন্দ্ৰিয়ভোগ্য বিষয় স্নেহ | ১. প্ৰদীপত দিয়া সমস্ত তেল |
| ২. নিৰ্বিষ্ট—সেই ভোগৰ সমাপ্তি | ২. সেই তেলৰ শেষ |
| ৩. দশান্ত—জীৱনৰ শেষ | ৩. বৰ্তিকাৰ প্ৰান্ত ভাগ |

দশৰথৰ দৰে ধৰ্মপ্ৰাণ আত্মাৰ মৃত্যুৰ পিছত নিৰ্বাণ বা মুক্তি অৱশ্যম্ভাৱী। সেয়ে তেওঁৰ নিৰ্বাণ আসন্ন। বাতিৰ ভিতৰত প্ৰদীপত আৱশ্যকীয় তেল দানৰ পিছত বাতিপুৱা নিৰ্বাপণ নহ'বনে বাৰু? কবিৰ এই উপমা অতি বাস্তৱ।

কোনো এক সময়ত ৰজা দশৰথ দেৱতাৰ পক্ষলৈ অসুৰবিলাকেৰে সৈতে যুদ্ধ কৰি আহত হয়, আৰু ৰাণী কৈকেয়ীৰ শুশ্ৰূষাত তেওঁ আৰোগ্য লাভ কৰে। সন্তুষ্ট হৈ ৰজাই কৈকেয়ীক নিজৰ অভিৰুচি অনুসৰি দুটা বৰ দিম বুলি প্ৰতিশ্ৰুতি দিয়ে। ৰাণীয়ে বৰ দুটা লগে লগে নল'লে। মনৰ ভিতৰত ৰাখি থ'লে। কৈকেয়ীৰ অভিপ্ৰায়— প্ৰথম বৰেৰে নিজ পুত্ৰ ভৰতক অযোধ্যাৰ ৰাজ-সিংহাসনত প্ৰতিষ্ঠা কৰা আৰু দ্বিতীয় বৰেৰে ৰজাৰ প্ৰিয় জ্যেষ্ঠ পুত্ৰ ৰামচন্দ্ৰক চৈধ্য বছৰ বনবাস দিওৱা। ৰামৰ ৰাজ্যাভিষেকৰ দিন উপস্থিত নোহোৱালৈকে ৰাণীয়ে বৰ দুটাক হৃদয়-কুহৰত গোপনে সাঁচি ৰাখিলে। দিন বাগৰি গ'ল। ৰামচন্দ্ৰৰ অভিষেকৰ দিন উপস্থিত হ'ল। কালিদাসে তাক এটি অতুলনীয় উপমাৰে বৰ্ণনা কৰিলে:

'এইদৰে কোপনস্বভাৱা, ক্ৰুদ্ধা কৈকেয়ীয়ে নিজৰ অভিলাষ ফলৱতী হোৱা দেখি স্বামীৰ দ্বাৰা নানাভাৱে অনুনীত হৈও বাৰিধাৰ জলসিক্ত ভূবিবৰৰপৰা নিৰ্গত ভুজঙ্গদ্বয়ৰ দৰে ৰজা দশৰথৰ পূৰ্ব প্ৰতিশ্ৰুত বৰদ্বয় উদ্গীৰণ কৰিলে।'[2]

সা কিলাশ্বাসিতা চণ্ডী ভৰ্ত্ৰা তৎসংশ্ৰুতৌ ৱৰৌ।
উদ্বৱামেন্দ্ৰসিক্তা ভূৰিলমগ্নাৱিৱোৰগৌ ॥[১]

কবিয়ে ইয়াত মন্থৰাৰ দ্বাৰা প্ৰণোদিত কৈকেয়ীক জলসিক্ত ভূমিৰে সৈতে, তেওঁৰ বক্ষস্থলক গাঁতেৰে সৈতে আৰু বৰ দুটাক সাপেৰে সৈতে তুলনা কৰিছে। সাপৰ লগত তুলনা কৰি বৰ দুটাৰ বিষময় প্ৰতিক্ৰিয়াৰেই সূচনা কৰিছে। গাঁতৰ ভিতৰত সাপে বহুদিনলৈ জিৰণি লৈ থাকে, বৰষুণৰ পানীৰে উপচি পৰিলে গাঁতৰপৰা সেই সাপ বাহিৰ হৈ ওলাই আহে। যথা সময়ত বৰ্ষণ কৰা বাৰিধাৰ জলৰ দৰে মন্থৰাৰ কুমন্ত্ৰণাই কৈকেয়ীৰ বক্ষস্থল পৰিপূৰ্ণ কৰিলে। এনে স্থলত তাত থকা সাপ বাহিৰ নোহোৱাকৈ থাকে কেনেকৈ ?

মহাৰাজ দশৰথ সসৈন্যে আহি জনকৰ ৰাজধানী মিথিলাৰ উপকণ্ঠত উপস্থিত হ'ল। তেওঁৰ সৈন্যবাহিনীয়ে নগৰীৰ চতুৰ্দিশ বেষ্টন কৰি উপদ্ৰৱ কৰিবলৈ ধৰিলে। উপবনৰ গছ-গছনি ক্ষত-বিক্ষত কৰি পেলালে। মিথিলাবাসীয়ে সেই উপদ্ৰৱ সহ্যতো কৰিলেই, তদুপৰি উপভোগো কৰিলে। আৰম্ভে এইটো ঠিক যে আন কোনো ৰজাই সেইদৰে ক্ষতি সাধন কৰা হলে তাক সহ্য কৰাৰ কথা দূৰতে থাওক, সেই অপমানৰ যথোচিতভাৱে পোটক তুলিবলৈহে উদ্যত হ'লহেঁতেন; কিন্তু মহাৰাজ দশৰথ যে তেওঁলোকৰ ৰাজকুমাৰীৰ শহুৰেক। কবিয়ে এই ঘটনাক এটা বাস্তৱ উপমাৰে সমৰ্থন কৰি নিজৰ অলৌকিক প্ৰতিভাৰ পৰিচয় দিছে। 'প্ৰীতিবিৰোধসহিষ্ট সা পুৰী স্ত্ৰীৱ কান্তপৰিভোগমায়তম্।'[২]

এজনী যুৱতী নাৰীক যদি কোনো অবাঞ্ছিত, অপৰিচিত লোকে স্পৰ্শ কৰে, তেন্তে তাই বাঘিনীৰ দৰে খঙতে গৰ্জন কৰি উঠে আৰু সেই অপমানৰ যথোচিত পোটক তুলিবলৈ চেষ্টা কৰে; কিন্তু যদি

১. ৰঘুবংশ—১২।৫
২. ৰঘুবংশ—১১।৫২

নিজৰ অভিপ্ৰেতজনে স্পৰ্শ কৰে, তাক নীৰৱে সহ্য কৰে আন নালাগে ; অসহনীয় গূঢ়তৰ কান্ত সম্ভোগ সহ্য কৰিব লগীয়া হ'লেও তালৈ ভ্ৰূক্ষেপ নকৰে, বৰং তাক উপভোগ হে কৰে। এনে উপদ্ৰৱ নিৰ্ভৰ কৰে সেই উপদ্ৰৱকাৰীজন কোন তাৰ ওপৰত। যুৱতী নাৰীৰে সৈতে মিথিলা নগৰীৰ এই অপূৰ্ব তুলনাই ৰসিক পাঠকৰ অন্তৰ স্পৰ্শ নকৰিব নে ?

গিৰিৰাজ হিমালয়ৰ ভাৰ্যা মেনকা। তেওঁলোকৰ কন্যাৰূপে পাৰ্বতীয়ে জন্ম গ্ৰহণ কৰিলে। সেই নৱজাত কন্যা মাতৃ মেনকাৰ ওচৰত শুই আছে। প্ৰফুল্ল-প্ৰভামণ্ডলেৰে জ্যোতিৰ্ময়ী পাৰ্বতীৰ সান্নিধ্যত প্ৰসূতি মেনকা দেৱী অতুল দীপ্তিৰে শোভিত হৈ উঠিল। কবিয়ে উপমাৰে তাৰ বৰ্ণনা কৰিছে—বৰ্ষাৰম্ভৰ নৱমেঘৰ বজ্ৰধ্বনিৰে উদ্ভিন্ন হোৱা ৰত্নাঙ্কুৰৰ উজ্জ্বল দীপ্তিৰে যেন বিদূৰ পৰ্বতৰ প্ৰান্ত-ভূমি উদ্ভাসিত হৈ উঠিছে।[১]

জন্ম গ্ৰহণ কৰি উদয়শালিনী চন্দ্ৰলেখাৰ দৰে তেওঁ ( পাৰ্বতী ) দিনে দিনে পৰিবৰ্ধিত হ'বলৈ ধৰিলে। চন্দ্ৰলেখা যিদৰে দিনৰ পিছত দিন অধিকতৰ জ্যোৎস্নাযুক্ত নতুন নতুন কলাৰ সংযোগত দেখিবলৈ অধিক সুন্দৰ হৈ উঠে, সেইদৰে অধিক বিকশিত হৈ উঠিল লাৱণ্যময় অঙ্গপৰম্পৰাৰে দিনে দিনে উপচি পৰিবলৈ ধৰা পাৰ্বতীৰ দেহ-লাৱণ্য।[২]

কবিৰ অভিপ্ৰায় এয়ে যে, শশীকলা শুক্লপক্ষত যিদৰে প্ৰতিদিনে নৱ নৱ কলাৰ সংযোগত বৰ্ধিত হৈ চন্দ্ৰমণ্ডলৰ শোভা বৰ্ধন কৰে সেইদৰে পাৰ্বতীৰ অঙ্গ-প্ৰত্যঙ্গবোৰ দিনে দিনে বৰ্ধিত হৈ তেওঁৰ সৌন্দৰ্যৰ বৃদ্ধি সাধন কৰিলে। ইয়াত কবিয়ে পাৰ্বতীক চন্দ্ৰমণ্ডলৰ

---

১. তয়া দুহিত্ৰা সুতৰাং সবিত্ৰী স্ফুৰৎপ্ৰভামণ্ডলয়া চকাসে।
বিদূৰভূমিৰ্নৱমেঘশব্দাদুদ্ভিন্নয়া ৰত্নশলাকয়েৱ॥ (কুমাৰ—১।২৪)

২. দিনে দিনে সা পৰিৱৰ্ধমানা লব্ধোদয়া চান্দ্ৰমসীৱ লেখা।
পুপোষ লাৱণ্যময়ান্‌ৱিশেষান্ জ্যোৎস্নান্তৰাণীৱ কলান্তৰানি॥ (কুমাৰ—১।২৫)

লগত, তেওঁৰ সৌন্দৰ্যক চন্দ্ৰৰ প্ৰভাৰ লগত আৰু তেওঁৰ অঙ্গ-প্ৰত্যঙ্গৰ বৃদ্ধিক চন্দ্ৰকলাৰ বৃদ্ধিৰ লগত তুলনা কৰিছে। দেৱতা-সকলৰ দ্বাৰা প্ৰণোদিত হৈ কামদেৱ হিমালয়স্থ আশ্ৰমলৈ প্ৰৱেশ কৰিলে। ৰতাহে জুইক অনুসৰণ কৰাৰ দৰে কামদেৱক অনুসৰণ কৰিলে বসন্তই। প্ৰতিফলিত হ'ল প্ৰকৃতিৰ বুকুত অকাল বসন্তৰ প্ৰতিক্ৰিয়া। সেই অকাল বা অনুপযুক্ত সময়ত আবিৰ্ভূত বসন্তৰ এক অপূৰ্ব বৰ্ণনাৰে কবিয়ে তেওঁৰ কাব্যিক প্ৰতিভাৰ পৰিচয় দিছে :

কুবেৰগুপ্তাং দিশমুষ্ণৰশ্মৌ গন্তুং প্ৰবৃত্তে সময়ং বিলঙ্ঘ্য।
দিগ্দক্ষিণা গন্ধবহং মুখেন ব্যলীকনিঃশ্বাসমিৱোৎসসৰ্জ ॥[১]

সূৰ্য দক্ষিণায়ন কাল অতিক্ৰম কৰি হঠাৎ উত্তৰ দিশলৈ গমন কৰিবলৈ প্ৰবৃত্ত হ'ল। (পৰিত্যক্ত) দক্ষিণ দিশে তাৰ মুখৰ দ্বাৰা দুখময় নিশ্বাসৰ দৰে দক্ষিণ সমীৰণ প্ৰৱাহিত কৰিবলৈ ধৰিলে।

হঠাৎ উত্তৰায়ণ মুখে প্ৰৱাহিত দক্ষিণ মলয়ানিলক সূৰ্য-বিৰহৰ নিদাৰুণ বেদনাৰ দুখময় নিশ্বাসৰ ৰূপ দি কবিয়ে কি অসামান্য কল্পনা কৰিছে।

কবিয়ে ইয়াত সূৰ্যক এজন সাহসিক নায়ক, দক্ষিণ আৰু উত্তৰ দিশক যথাক্ৰমে নায়িকা আৰু প্ৰতিনায়িকা হিচাপে কল্পনা কৰিছে। সেই নায়কে বিশ্বাসঘাতকৰ দৰে অকালতে দাক্ষিণ্যৱতী দক্ষিণাক পৰিত্যাগ কৰি বিকলাঙ্গ পুৰুষাশ্ৰিতা উত্তৰালৈ গমন কৰা দেখি খণ্ডিতা নায়িকাৰ দৰে দক্ষিণাই মুখেৰে দুখৰ নিশ্বাস পেলাবলৈ ধৰিলে; ইয়াৰ অভিপ্ৰায় এয়ে যে, সতী স্ত্ৰীয়ে নিজৰ স্বামীক পৰকীয়া সংসৰ্গত ৰত দেখিলে মুখেৰে কোনো কথা উচ্চাৰণ নকৰি কেৱল দুখৰ নিশ্বাসকে ত্যাগ কৰে।

কালিদাসৰ প্ৰতিভাৰ আন এটি উল্লেখযোগ্য দিশ হ'ল, তেওঁ কোনো স্মৰণীয় অৱস্থা আৰু ঘটনা বিশেষক এনে গাম্ভীৰ্যপূৰ্ণ আৰু মনোগ্ৰাহী বৰ্ণনাৰে উপস্থাপিত কৰে যে সি চিৰদিনেই পাঠকৰ মন

১. কুমাৰসম্ভৱ—৩।২৫

চমৎকৃত কৰি ৰাখে। উদাহৰণ-স্বৰূপে 'কুমাৰসম্ভৱ'ৰ নিম্নোদ্ধৃত শ্লোকটি উল্লেখ কৰিব পাৰি :

সপদি মুকুলিতাক্ষীং রুদ্রসংৰম্ভভীত্যা
দুহিতৰমনুকম্পামদ্ৰিৰাদায় দোৰ্ভ্যাম্।
সুৰগজ ইব বিভ্ৰৎপদ্মিনীং দন্তলগ্নাং
প্ৰতিপথগতিৰাসীদ্বেগদীৰ্ঘীকৃতাঙ্গঃ ॥[১]

তৎক্ষণাৎ অদ্ৰিৰাজ হিমালয়ে ৰুদ্ৰৰ ৰোষৰ ভয়ত নিমীলিত-নয়না, অনুকম্পাৰ পাত্ৰী তেওঁৰ ছোৱালীজনীক বাহু যুগলেৰে সাবটি ধৰি বেগাতিশয়েৰে নিজৰ শৰীৰ দীঘল কৰি পথৰ পিনে গতি কৰিবলৈ ধৰিলে; মনত এনে ভাব হ'ল, সুৰহস্তী ঐৰাৱতে যেন পদ্মিনীক দাঁতেৰে কঢ়িয়াই গমন কৰিবলৈ ধৰিছে।

দুৰ্জয় সাহসেৰে কামদেৱে মহাদেৱৰ সমাধি ভঙ্গ কৰিবলৈ চেষ্টা কৰিলে। মদনৰ একমাত্ৰ উদ্দেশ্য পাৰ্বতীৰ প্ৰতি মহাদেৱৰ অনুৰাগ জন্মোৱা। মদনৰ অপচেষ্টাত মহাদেৱ ক্ৰুদ্ধ হ'ল আৰু মুহূৰ্তৰ ভিতৰতে নিজ নয়নৰপৰা নিৰ্গত উদ্দীপ্ত বহ্নিৰে মদনক ভস্মীভূত কৰি পেলালে। মদনৰ ভস্মাৱশেষৰ দৃশ্য দেখি পাৰ্বতী ভয়ত কম্পিতা, নিৰাশাৰ মৰ্মন্তুদ বেদনাৰে জৰ্জৰিতা আৰু অপমানত ম্ৰিয়মাণা হ'ল। স্নেহশীল দুহিতাৰ অৱস্থা বৃহৎকায় হিমালয়ে সহ্য কৰিব নোৱাৰিলে। নিজ বাহু যুগলেৰে জীয়েক পাৰ্বতীক সৰু ছোৱালীৰ দৰে সাবটি লৈ সেই ভয়াবহ আৰু শোচনীয় স্থানৰপৰা তুৰন্তে আঁতৰ হ'বলৈ দীঘল দীঘলকৈ খোজ দিলে। দীঘল দীঘল খোজৰ বেগত হিমালয়ৰ কলেৱৰো যেন দীঘল হৈ পৰিল। এই হৃদয়স্পৰ্শী দৃশ্যক কবিয়ে এক অতুলনীয় উপমাৰে অনুপম কৰি তুলিছে। কবিয়ে হিমালয়ক দৈত্যকায় হস্তীৰে সৈতে তুলনা কৰিছে আৰু সেই হস্তী যেন এটি পদুম-কলি দাঁতেৰে দাঙি ধৰি অত্যন্ত তীব্ৰ গতিৰে নিজৰ শৰীৰৰ

১. কুমাৰসম্ভৱ—৩।৭৬

আয়তন দীঘল কৰি ধাবিত হ'বলৈ ধৰিছে। আলম্বুৱাতম্নু পাৰ্বতীক আলম্বুৱাকৈ দাঙি ধৰা পদ্মিনীৰে সৈতে কৰা ৰিজনি কি অপ্ৰতিম।

প্ৰিয় স্বামী মদনৰ ভস্মাৱশেষ দেখি ৰতিৰ হৃদয় বিদীৰ্ণ হৈ গ'ল। ৰতিৰ মৰ্মভেদী শোকৰ চিত্ৰটো কবিৰ অমৰ তুলিকাৰ স্পৰ্শত অতুলনীয় হৈ উঠিছে।

ক নু মাং ত্বদধীনজীৱিতাং বিনিকীৰ্য ক্ষণভিন্নসৌহৃদঃ।
নলিনীং ক্ষতসেতুবন্ধনো জলসংঘাত ইৱাসি বিদ্ৰুতঃ।[১]

মোৰ এই জীৱন তোমাৰ ওপৰতে নিৰ্ভৰশীল ; জলৰাশি যেতিয়া সেতুৰ বান্ধ ভাঙি নিঃশেষ হৈ ওলাই যায় তেতিয়া তাৰ মাজত থকা মৃণালিনীৰ যি অৱস্থা হয়, তুমি (মদনে) দীৰ্ঘকালৰ বন্ধুত্বৰ বন্ধন মুহূৰ্ততে ছিঙি মোকো সেই একে অৱস্থাত পেলাই থৈ ক'লৈ পলাই গ'লা। এবাৰ ভাবি চোৱাঁ।

জলাশয়ৰ সেতু ক্ষত হ'লে সঞ্চিত জলৰাশি নিঃশেষ হৈ ওলাই যায় আৰু তাত নিঃসঙ্গ হৈ পৰি থাকে কেৱল নলিনী। সেইদৰে মদনেও প্ৰেমৰ বন্ধন ছিন্ন কৰি ৰতিক অকলশৰীয়াকৈ পেলাই থৈ কোনোবা অজান ঠাইলৈ পলাই গ'ল। মদনৰ ওপৰতে নিৰ্ভৰশীল ৰতিৰ জীৱন, যিদৰে নিৰ্ভৰশীল নলিনীৰ জীৱন জলাশয়ৰ জলৰ ওপৰত। জলপূৰ্ণ জলাশয়ৰ মধ্যস্থিতা মৃণালিনীৰ আনন্দৰ সীমা নাই, জীৱন-সৰ্বস্ব মদনৰ বৰ্তমানত ৰতিৰ আনন্দৰ পাৰ নাই ; কিন্তু জলশূন্য সৰোবৰৰ নলিনী লেৰেলি যোৱাৰ দৰে মদনহীন ৰতিৰ জীৱন মৰহি নোযোৱাকৈ থাকিব পাৰে জানো ?

কবিয়ে বন্ধুত্বক (সৌহৃদং) সেতুৰে সৈতে, মদনক সঞ্চিত জলৰাশিৰে সৈতে আৰু ৰতিক নলিনীৰে সৈতে কৰা তুলনা অতি স্বাভাৱিক আৰু হৃদয়গ্ৰাহী।

দুখভাৰাক্ৰান্ত হৃদয়েৰে মদনবধূ ৰতিয়ে মদনবন্ধু বসন্তক উদ্দেশ্য কৰি বিনাই বিনাই কৰলৈ ধৰিলে :

১. কুমাৰসম্ভৱ—৪।৬

গত এৱ ন তে নিৱৰ্ত্ততে স সখা দীপ ইৱানিলাহতঃ।
অহমস্য দশেৱ পশ্য মামৱিষহ্যব্যসনেন ধূমিতাম্॥[১]

তোমাৰ সেই বন্ধু কাম চিৰকালৰ বাবে আঁতৰি গৈছে; বায়ু-তাড়িত প্ৰদীপৰ দৰে তেওঁ আৰু উভতি নাহে। নিৰ্বাপিত প্ৰদীপৰ ধূমাচ্ছন্ন শলিতাৰ দৰে অসহ্য বিৰহধূমেৰে আচ্ছন্ন মোৰ পিনে চোৱাঁ।

বসন্তৰ দৰে পৰম আত্মীয় আৰু বন্ধুৰ বিননিতো যেতিয়া মদন উভতি নাহিল, তেওঁ আৰু কোনো দিনেই নাহিব। ৰুদ্ৰৰ ৰোষানলে নিৰ্বাপিত কৰিলে চিৰ দিনৰ বাবে ৰতিৰ জীৱন-প্ৰদীপ। এয়া ৰতিৰ অনুতাপ।

কবিয়ে ইয়াত মদনক বায়ুতাড়িত প্ৰদীপেৰে সৈতে আৰু ৰতিক সেই প্ৰদীপৰ শলিতাৰে সৈতে তুলনা কৰি বিৰহধূমাচ্ছন্ন যি চিত্ৰ আঁকিছে সেয়া অতি হৃদয়স্পৰ্শী। প্ৰদীপ নিৰ্বাপিত হয়, শলিতা থাকে; কিন্তু তাৰপৰা কিছু সময় ধোঁৱা ওলাবলৈ ধৰে, খন্তেক পিছতেই সেই ধোঁৱাও নাইকিয়া হয়। ৰতিয়েও জীৱনৰ এই দুৰ্বিষহ অৱস্থা কিছু সময়লৈ সহ্য কৰিব, কিয়নো খন্তেক পিছতেই তেওঁ নিজেই আত্মবলিদান দিবলৈ দৃঢ় প্ৰতিজ্ঞ।

বিশ্বমূৰ্তি-মহাদেৱৰ প্ৰতি পাৰ্বতী অতিশয় অনুৰক্তা। কিন্তু নিজৰ ইচ্ছানুসাৰে তেওঁ মহাদেৱক পতিৰূপে বৰণ কৰিব নোৱাৰে। পিতা হিমালয়ে দান কৰিলেহে মহাদেৱে তেওঁক গ্ৰহণ কৰা বিধেয়, এনেকৈ ভাবি পাৰ্বতীয়ে সখীসকলৰ মুখেৰে পিতা হিমালয়ক কন্যা দানৰ কাৰণে অনুৰোধ কৰিবলৈ মহাদেৱক জনালে আৰু নিজে আমগছে কোকিলৰ কুহুধ্বনিৰে ঋতুৰাজ বসন্তক নিবেদন কৰি স্থিৰভাৱে বিৰাজ কৰাৰ দৰে, গহীন ভাৱেৰে অপেক্ষা কৰিবলৈ ধৰিলে।[২]

---

১. কুমাৰসম্ভৱ—৪।৩০

২. তয়া ব্যাহৃতসংদেশা সা বভৌ নিভৃতা প্ৰিয়ে।
চূতযষ্টিৰিৱাভ্যাসে মধৌ পৰভৃতোন্মুখী॥ (কুমাৰ ৬.২)

কবিৰ অভিপ্ৰায় এয়ে যে, শিৱই যি ধৰণে কাম হাতত লোৱা উচিত সেই সম্বন্ধে সখীমুখেৰে বাৰ্তা পঠাই নিজে শুভ পৰিণয়ৰ বাবে আনন্দ মনেৰে অপেক্ষা কৰিবলৈ ধৰিলে। বিবাহৰ কাৰণে আকুল আবেগেৰে অপেক্ষিতা পাৰ্বতীক কবিয়ে উপমাৰে বৰ্ণনা কৰিলে যেন কোকিল-ৰৱেৰে বাৰ্তা পঠাই নতুন আম গছজোপা ঋতুৰাজ বসন্তৰ শুভাগমনৰ কাৰণে স্থিৰ হৈ অপেক্ষা কৰি আছে। কোকিলৰ ধ্বনিয়ে বসন্তাগমনৰ আগ-জাননী।

মহাদেৱে পাৰ্বতীক গ্ৰহণ কৰিবলৈ ইচ্ছা কৰি দেৱতাসকলক স্মৰণ কৰিলে। স্মৰণ কৰাৰ লগে লগে দেৱতাসকল আহি তেওঁৰ ওচৰত উপস্থিত হ'ল, আৰু মহাদেৱৰ সন্তানৰ কাৰণে সানুনয়ে প্ৰাৰ্থনা কৰিলে। কবিয়ে মহাদেৱৰ মুখেৰে দেৱতাসকলৰ সেই প্ৰাৰ্থনাৰ বৰ্ণনা কৰিলে :

সোঽহং তৃষ্ণাতুৰৈৰ্বৃষ্টিং বিদ্যুত্বানিব চাতকৈঃ।
অবিৰিপ্ৰকৃতৈৰ্দৈৱৈঃ প্ৰসূতিং প্ৰতি যাচিতঃ॥[১]

তৃষ্ণাতুৰ চাতক পক্ষীয়ে ব্ৰহ্মাণ্ডৰ আন সকলোকে ত্যাগ কৰি নিজৰ প্ৰাণ ৰক্ষাৰ কাৰণে কেৱল মেঘকেই জল-দানৰ বাবে প্ৰাৰ্থনা কৰে। শত্ৰুপীড়িত দেৱতাসকলেও শত্ৰুৰ হাতৰপৰা নিজৰ প্ৰাণ ৰক্ষা কৰিবলৈ মোৰ (মহাদেৱৰ) সন্তান কামনা কৰিছে। তৃষ্ণাৰ্ত চাতক পক্ষীৰ দৰে ভয়াৰ্ত দেৱতাসকল উপায়হীন। জগদ্গুৰু ভৱদেৱৰ অন্তৰ গলিল, আৰু পত্নী গ্ৰহণৰ সন্মতি প্ৰকাশ কৰিলে।

জায়া-গ্ৰহণত আগ্ৰহী স্মৰশাসন শঙ্কৰৰ সম্বন্ধে কবিয়ে অৱস্থা বিশেষৰ জগত খাপ খুৱাই এটা বিশেষ তাৎপৰ্যপূৰ্ণ উপমাৰে বৰ্ণনা কৰি মনোগ্ৰাহী কৰি তুলিছে :

---

১. কুমাৰসম্ভৱ—৬।২৭

অত আহৰ্তুমিচ্ছামি পাৰ্বতীমাত্মজন্মনে।
উৎপত্তয়ে হৱির্ভোক্তুৰ্যজমান ইৱাৰণিম্ ॥[১]

যজমানে জগতৰ কল্যাণৰ কাৰণে যজ্ঞৰ অনুষ্ঠান কৰে আৰু যজ্ঞীয় হোমৰ অগ্নিৰ উৎপাদনৰ কাৰণে 'অৰণি' (অগ্নিমন্থন) কাষ্ঠ আহৰণ কৰিবলৈ ইচ্ছা কৰে—ময়ো সেইদৰে পুত্ৰ-জন্মৰ কামনা কৰি পাৰ্বতীক গ্ৰহণ কৰিবলৈ অভিলাষী হৈছো। হোমাগ্নিৰ কাৰণে যজ্ঞকাষ্ঠৰ আহৰণ আৰু পুত্ৰ-কামনাৰে ভাৰ্যা পৰিগ্ৰহৰ তুলনা অনুপম, কাৰণ উভয় কাৰ্যই পৱিত্ৰতাৰ সাধন আৰু জগৎ কল্যাণৰ নিদান।

মানুহৰ মন অতিশয় চঞ্চল। ই কেতিয়াও স্থিৰ হৈ থাকিব নোখোজে। বিষয় উপভোগৰ কাৰণে লালায়িত মনক অভিলষিত বস্তুৰপৰা আঁতৰাই অনা কঠিন। আকাঙ্ক্ষিত বস্তু লাভ কৰিব নোৱাৰিলে মন হৈ উঠে বিদ্ৰোহী, আঁতৰি যায় সংযমৰ বাহিৰলৈ। মৃগয়া-বিহাৰী ৰজা দুষ্মন্তই মহৰ্ষি কণ্বৰ আশ্ৰমত শকুন্তলাক দেখা পালে। শকুন্তলাৰ ৰূপ-লাৱণ্য দেখি ৰজাৰ মন চঞ্চল হৈ উঠিল। ৰাজধানীলৈ প্ৰত্যাবৰ্তন কৰাৰ সময় উকলি গলতো ৰজাৰ মনে আশ্ৰম এৰিব নোখোজে, ইয়াৰ আশে-পাশে বিচৰণ কৰি কেৱল শকুন্তলাৰ ৰূপ দৰ্শনৰ অভিলাষ কৰে। যাব খুজিলেও যেন ৰজাৰ মনটো কিহবাই পিছৰপৰা টানি ধৰে। কবিয়ে এটি অতি বাস্তৱ উপমাৰে ৰজাৰ এই মানসিক অৱস্থাৰ বৰ্ণনা দিছে :

গচ্ছতি পুৰঃ শৰীৰং ধাৱতি পশ্চাদসংস্তুতং চেতঃ।
চীনাংশুকমিৱ কেতোঃ প্ৰতিৱাতং নীয়মানস্য ॥[২]

শৰীৰ আগৰ পিনে গৈছে; অস্থিৰ মন পিছৰ পিনে ধাৱিত হৈছে : এয়া যেন চীনদেশীয় পাটৰ পতাকা, বতাহৰ বিৰুদ্ধে অগ্ৰসৰ

১. কুমাৰসম্ভৱ—৬।২৮
২. শকুন্তলা—১ম অঙ্ক। ৩১

হ'বলৈ ধৰিছে—যি পতাকাৰ ধ্বজদণ্ড সম্মুখলৈ যাব খুজিছে, কিন্তু বায়ুতাড়িত পতাকাবস্ত্ৰ পিছৰ পিনে ঢাল খাইছে।

ইয়াত শৰীৰক ধ্বজদণ্ডেৰে সৈতে আৰু চঞ্চল মনক চীনদেশীয় পাটৰ পাতল পতাকাৰে সৈতে কৰা তুলনা অতি বাস্তৱ। কবিয়ে নিপুণভাৱে প্ৰকাশ কৰিছে, শৰীৰে যেন আত্মীয়-স্বজনক পাবলৈ লাহে লাহে গতি কৰিছে ( গচ্ছতি ) ; মনে কিন্তু শকুন্তলাক পাবলৈ ঢাপলি মেলিছে ( ধাৱতি )। মনটো দুষ্মন্তৰে সৈতে একে লগে যোৱা উচিত ; কিন্তু মন তেওঁক বাদ দি শকুন্তলাৰ কাষলৈ চাপি গৈছে। দুষ্মন্তৰ লগত মনৰ যেন কোনো পৰিচয়েই নাই।

ৰজা দুষ্মন্তই অনুসন্ধান কৰি জানিলে, শকুন্তলা সুৰযুৱতী মেনকাৰ গৰ্ভজাত সন্ততি। জন্মৰ লগে লগে শকুন্তলাক ত্যাগ কৰি তেওঁ স্বস্থানলৈ প্ৰত্যাবৰ্তন কৰিছে। জননী পৰিত্যক্তা, অনাশ্ৰিতা সেই সন্তানটিক মহৰ্ষি কণ্বই পাই লৈ আহিল আৰু প্ৰতিপালন কৰি নিজ আশ্ৰমতে আশ্ৰয় দিলে। শকুন্তলাৰ এই জন্ম-কাহিনীৰ ৰজাই বৰ্ণনা কৰিলে 'অৰ্কস্যোপৰি শিথিলং চ্যুতমিব নৱমালিকাকুসুমম্।'[১] নৱ-মালিকাৰ সুকোমল কুসুম যেন বৃন্তচ্যুত হৈ কৰ্কশ অৰ্ক তৰুত আশ্ৰয় লৈছে।

ৰজাৰ মনত শকুন্তলা এতিয়াও নৱমালিকা কুসুম, অতিশয় কোমল। তপঃক্লিষ্ট জটাধাৰী মুনি অৰ্কবৃক্ষৰ দৰে নীৰস। এই দুয়োৰ সংযোগ অভাৱনীয়। নীৰস অৰ্কবৃক্ষৰে সৈতে জটাধাৰী ঋষিৰ তুলনা অৱমাননাৰ কাৰণে নহয়, এয়া ৰজা দুষ্মন্তৰ প্ৰেমাসিক্ত অন্তৰৰ স্বতঃস্ফূৰ্ত আৱেগৰ স্বভাৱসিদ্ধ উপমা। নৱমালিকাৰে সৈতে সুৰযুৱতী, অৰ্কৰে সৈতে মুনি আৰু কুসুমেৰে সৈতে অপত্যৰ কি মনোৰম তুলনা।

ৰজা দুষ্মন্তই এটি অনুপম উপমাৰে শকুন্তলাৰ সৌন্দৰ্যৰ প্ৰশংসা কৰা দেখা যায়।

---

১. শকুন্তলা—২য় অঙ্ক।৮

নতুনকৈ মেলা ৰঙা কুঁহিপাত, কোমল ঠেঙুলি আৰু এটি ধুনীয়া ফুলেৰে সৈতে লতা এডাল সুন্দৰ হৈ উঠে। ই সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। সেই লতাৰ কুঁহিপ্ৰাতৰ দৰে ৰঙা তলৰ ওঁঠ, সুকোমল বাহু আৰু প্ৰস্ফুটিত যৌৱনে শকুন্তলাক অপৰূপা কৰি তুলিছে। নৱ-বিকশিত ফুলপাহে সমগ্ৰ লতাডালক সৌন্দৰ্যসমৃদ্ধ কৰি তোলাৰ দৰে সকলো অঙ্গতে স্পষ্ট হৈ উঠা নৱযৌৱনে শকুন্তলাৰ অঙ্গসমূহক লোভনীয় কৰি তুলিছে।

অৰ্থাৎ, লতাৰ কুঁহিপাতৰ দৰে তাম্ৰ ৰক্তাভ অধৰোষ্ঠ, কোমল ঠেঙুলিৰ দৰে সুকোমল বাহু আৰু নৱবিকশিত ফুলৰ দৰে উদ্ভিন্ন নৱযৌৱনে শকুন্তলাৰ প্ৰতি অঙ্গকে দৰ্শকমাত্ৰৰে লোভৰ সামগ্ৰী কৰি তুলিছে। কুসুমৰ দৰে লোভনীয় যৌৱনেই চিত্তাকৰ্ষণৰ কাৰণ :

অধৰঃ কিসলয়ৰাগঃ কোমলৱিটপানুকাৰিনৌ বাহূ।
কুসুমমিৱ লোভনীয়ং যৌৱনমঙ্গেষু সংনদ্ধম্ ॥[১]

দুৰ্বাসাৰ অভিশাপে দুষ্মন্তৰ অন্তৰৰপৰা শকুন্তলাৰ স্মৃতি বহিৰ্ভূত কৰি পেলাইছে। শকুন্তলা-সম্বন্ধীয় সকলো কথাই দুষ্মন্তৰ স্মৃতি-পথৰপৰা প্ৰমৃষ্ট হৈ গৈছে। সেয়েহে সন্মুখত উপস্থিতা শকুন্তলাক দেখিও ৰজাই চিনিব পৰা নাই। কেৱল প্ৰশ্ন কৰিছে 'এওঁক জানো মই আগেয়ে বিয়া কৰাইছিলো 'কিমত্ৰভৱতীঃ ময়া পৰিণীতপূৰ্বা ?' অৱস্থা বিষম দেখি গৌতমীয়ে অৱগুণ্ঠন আঁতৰ কৰি শকুন্তলাৰ মুখমণ্ডল ৰজাৰ দৃষ্টিগোচৰ কৰালে। ৰজা শকুন্তলাৰ ৰূপ দেখি মুগ্ধ হ'ল ; কিন্তু সেই অযত্নপ্ৰাপ্ত সৌন্দৰ্যমণ্ডিত ৰূপ প্ৰথমে গ্ৰহণ কৰা হয় নে নহয় সন্দেহ কৰি ৰজা অস্থিৰ হ'ল, গ্ৰহণ নে ত্যাগ। সংশয়-দোলায়িত ৰজাৰ এই মানসিক অস্থিৰতাক কৱিয়ে এটা অনুপম উপমাৰে পৰিস্ফুট কৰি তুলিলে।

নিচেই ৰাতিপুৱা গোটেই ৰাতিৰ নিয়ৰেৰে কুন্দকুসুমৰ অভ্যন্তৰ আবৃত হৈ আছে। লুভীয়া ভ্ৰমৰ ইয়াৰ ভিতৰত প্ৰৱেশ কৰি

১. শকুন্তলা —১ম অঙ্ক।১৯

সুবাসিত মধুপান কৰিবলৈ বিভ্ৰান্ত হৈ পৰিছে; কিন্তু ফুলক আচ্ছাদন কৰি ৰখা অসহনীয় হিম তাৰ প্ৰতিবন্ধক হৈছে। আপন্নসত্ত্বা শকুন্তলাৰ অপ্ৰতিদ্বন্দ্বী ৰূপে ৰজাক আকৰ্ষণ কৰিছে সঁচা; কিন্তু ৰজা অগ্ৰসৰ হ'ব পৰা নাই, কি জানিবা শকুন্তলা আনৰ বিবাহিতা পত্নী।

ভ্ৰমৰ ইৱ বিভাতে কুন্দমন্তস্তুষাৰং
ন চ খলু পৰিভোক্তুং নাপি শক্লোমি হাতুম্।[১]

হিমৰ আচ্ছাদনেই কুন্দপুষ্পৰ মকৰন্দ লোলুপ মধুকৰৰ প্ৰতিবন্ধক হোৱাৰ দৰে শকুন্তলাৰ ৰূপাকৃষ্ট প্ৰণয়-মধুকৰ দুষ্মন্তৰো পৰকলত্ৰসংশয়ৰ আচ্ছাদনেই অন্তৰায় হ'ল। মধুপান কৰিবলৈ অসমৰ্থ হৈও ভ্ৰমৰে সহজে ফুল ত্যাগ কৰিব পৰা নাই, কাৰণ ফুলৰ মধু তাৰ অতি লোভৰ বস্তু। শকুন্তলাক গ্ৰহণ কৰিবলৈ অসমৰ্থ হ'লেও তেওঁৰ ৰূপ-লাৱণ্যত মুগ্ধ ৰজা দুষ্মন্তই হঠাতে জানো তেওঁক ত্যাগ কৰিব পাৰে?

দুষ্মন্তৰ স্মৃতি-পথৰপৰা বহিৰ্ভূতা শকুন্তলাই বিভিন্ন প্ৰমাণেৰে নিজক দুষ্মন্তৰ বিবাহিতা পত্নী বুলি প্ৰতিপন্ন কৰিবলৈ বিচাৰিলে। প্ৰমুষ্টস্মৃতি দুষ্মন্ত শকুন্তলাৰ কোনো কথাতে পতিয়ন নগ'ল, বৰং নিজৰ চৰিত্ৰৰ ওপৰত দোষাৰোপ কৰা বুলি প্ৰতিবাদ কৰি ক'লে, চৰিত্ৰহীনা শকুন্তলাই গৰ্ভস্থ সন্তানক দুষ্মন্তৰে সন্তান বুলি নিৰ্লজ্জ-ভাৱে যি অভিযোগ আনিছে তাৰ দ্বাৰা শকুন্তলাই কেৱল নিজৰ কুলকে যে কলুষিত কৰিছে এনে নহয়, দুষ্মন্তৰ পৱিত্ৰতা আৰু নীতিপৰায়ণতাৰ ওপৰতো ই কুঠাৰঘাত কৰি তেওঁক পতিত কৰিবলৈ বিচাৰিছে। ৰজাই নিজৰ উক্তিৰ যথাৰ্থতা এটি অতি বাস্তৱ উপমাৰে সাব্যস্ত কৰিছে।

প্ৰৱল বানপানীত পাৰ ভঙা নদী কেৱল নিজৰ পৱিত্ৰ জলৰাশিক কলুষিত কৰিয়েই ক্ষান্ত নাথাকে, দাঁতিত থকা নিৰ-

১. শকুন্তলা ৫ম অঙ্ক।১৯

পৰাধ বৃক্ষকো উভালি বিপন্ন কৰে। অৰ্থাৎ কুলংকষা নদীয়ে নিৰপৰাধ বৃক্ষক বিপন্ন কৰাৰ দৰে কুল-কলংকিনী শকুন্তলাই নিৰীহ দুষ্মন্তক পতিত কৰিব খুজিছে।[১]

ৰজনী সমাগতপ্ৰায়। ৰজা পুৰুৰৱাই ৰাজ-অট্টালিকাৰ ওপৰত পৰিভ্ৰমণ কৰি আছে। হাতত প্ৰজ্বলিত বন্তি লৈ পৰিচাৰিকা-বিলাকে ৰজাক আবৰি ধৰিছে। ইয়াত কবিয়ে পৰিভ্ৰমণশীল স্থূলকায় ৰজাক গতিশীল পৰ্বতৰ লগত তুলনা কৰিছে। ইন্দ্ৰই পাখি কাটি দিয়াৰ পূৰ্বে পৰ্বতবোৰ উৰি ফুৰিছিল। ইয়াত পৰ্বতৰ পক্ষছেদৰ পূৰ্বাৱস্থাৰ উল্লেখ কৰা হৈছে। সেই পৰ্বতৰ হেলনীয়া ভূমিত থকা দীঘল, ক্ষীণকায় কৰ্ণিকাৰ স্তম্ভৰ লগত পৰিচাৰিকাবোৰক ৰিজোৱা হৈছে। কৰ্ণিকাৰ ফুলেৰে সৈতে পৰিচাৰিকাৰ হাতত জ্বলি থকা বন্তিৰ তুলনাই কবিৰ কল্পনা মনোগ্ৰাহী কৰি তুলিছে।[২]

'মালৱিকাগ্নিমিত্ৰ' নাটকৰ এটি সুন্দৰ উপমাই কবিৰ কল্পনা মধুৰ কৰি তুলিছে। ৰাণী ইৰাৱতীয়ে আকস্মিকভাৱে জানিব পাৰিলে যে ৰজা অগ্নিমিত্ৰ আন এজনী নতুন যুৱতীৰ প্ৰণয় পাশত আবদ্ধ। ৰজাৰ এনে অবৈধ প্ৰণয়ৰ কথা জানি ৰাণীয়ে অপমান বোধ কৰিলে আৰু তেওঁ ক্ৰোধত জ্বলি উঠিল। অৱহেলিতা ইৰাৱতীয়ে দুখেৰে অতিশয় অশ্ৰুপাত কৰিবলৈ ধৰিলে। অপমান আৰু অৱহেলাত অস্থিৰ হোৱা ৰাণীৰ অসাৱধানতাৰ কাৰণে নিতোল নিতম্বৰপৰা সুবৰ্ণ মেখলা খহি পৰিল। সেই চকমকীয়া সোণৰ মেখলাৰেই অপৰাধী ৰজাক আঘাত কৰিবলৈ ৰাণী উদ্যত হ'ল। ইৰাৱতীৰ কাৰ্যক ৰজাই এটি উপমাৰে বৰ্ণনা কৰিছে :

---

১. ব্যপদেশমাবিলয়িতুং কিমীহসে জনমিমং চ পাতয়িতুম্।
কূলংকষেৱ সিন্ধুঃ প্ৰসন্নমম্ভস্তটতৰুং চ॥ (শকুন্তলা ৫মঅঙ্ক।২১)

২. পৰিজনৱনিতাকৰাৰ্পিতাভিঃ পৰিবৃত এষ বিভাতি দীপিকাভিঃ।
গিৰিৰিৱ গতিমানপক্ষলোপাদনুতটপুষ্পিতকৰ্ণিকাৰৱষ্টিঃ॥
(বিক্ৰমোৰ্বশীয় ৩য় অঙ্ক।৩)

এচাম মেঘৰাজি যেন ধাৰাসাৰে বৃষ্টিপাত কৰি বিজুলী-সঞ্চাৰেৰে বিন্ধ্যপৰ্বতক আঘাত কৰিবলৈ উদ্যত হৈছে।[১]

কবিয়ে ইয়াত ৰাজশক্তি-সম্পন্ন স্থূলকায় ৰজাক বিন্ধ্যপৰ্বতৰ লগত, অতিশয় অশ্ৰুপাত কৰা ইৰাৱতীক ধাৰাসাৰে বৰ্ষণ কৰা ডাৱৰৰ লগত আৰু মেখলাৰ চক্‌মকীয়া সোণালী বৰণক বিজুলীৰ দীপ্তিৰ লগত বিজনি দি বৰ্ণনাটো অতুলনীয় কৰি তুলিছে, কিয়নো মেঘৰাজিয়ে বৃষ্টিপাত কৰিছে, ৰাণীয়ে চকুলো টুকিছে। সোণ-খচিত মেখলাক তড়িৎ-গতিৰে ৰজাৰ গালৈ মৰাত বিজুলী সঞ্চাৰৰ সদৃশ দেখা গৈছে।

কালিদাসৰ প্ৰতিভা কেৱল উপমা অলংকাৰৰ বৈচিত্ৰ্যতে আৱদ্ধ হৈ থকা নাই। উপমাৰ বাহিৰে আন আন অলংকাৰৰ প্ৰয়োগতো তেওঁৰ প্ৰতিভা পূৰ্ণভাৱে বিকশিত হৈছে। কবিৰ আন আন উল্লেখযোগ্য অলংকাৰবোৰ হ'ল—নিদৰ্শনা, দৃষ্টান্ত, অৰ্থান্তৰন্যাস, ৰূপক, উৎপ্ৰেক্ষা, স্বভাৱোক্তি, পৰিবৃত্তি বিৰোধাভাস, ব্যতিৰেক আদি। কালিদাসে প্ৰয়োগ কৰা আটাইবোৰ অলংকাৰৰ বিষয়ে আলোচনা কৰিবলৈ ল'লে কিতাপৰ কলেৱৰহে বৃদ্ধি হ'ব। উপমাৰ উপৰি আন যিবোৰ প্ৰসিদ্ধ আৰু প্ৰিয় অলংকাৰৰ মাজেদি কবিয়ে প্ৰতিভা প্ৰদৰ্শন কৰিছে তাৰে মাত্ৰ কেইটিমান উল্লেখ কৰা হ'ল। প্ৰথমে নিদৰ্শনা অলংকাৰত কবিৰ প্ৰতিভা কিভাৱে প্ৰকাশ পাইছে তাক চোৱা যাওঁক।

## নিদৰ্শনা :

সাদৃশ্য থকা কাৰণে কোনো বস্তুৰ ওপৰত আন কোনো অবাস্তৱিক অথবা অসম্ভৱ কাৰ্য আৰোপ কৰিলে নিদৰ্শনা[২]

১. বাষ্পাসাৰা হেমকাঞ্চীগুণেন শ্ৰোণীবিম্বাধৰ্যাপেক্ষাচ্যুতেন।
চণ্ডী চণ্ডং হন্তুমভ্যুদ্যতা মাং বিদ্যুদ্দাম্না মেঘৰাজীৱ বিন্ধ্যম্॥
মালৱিকাগ্নিমিত্ৰ ( ৩য় অঙ্ক:১ )

২. 'অন্তৰবস্তুসম্বন্ধ উপমাপৰিকল্পকঃ। নিদৰ্শনা।'

অলংকাৰ হয়। ইয়াত দুটা বস্তুৰ সম্বন্ধ অসম্ভৱ হৈও উপমান-উপমেয়ৰ ভাব প্ৰকাশিত হয়। নিদৰ্শনৰ অৰ্থ দৃষ্টান্ত বা উদাহৰণ আৰু নিদৰ্শনাৰ অৰ্থ নিশ্চয়পূৰ্বক দৰ্শন অৰ্থাৎ সাদৃশ্য আবিষ্কাৰ।

মৃগয়াশীল ৰজা দুষ্মন্তই মহৰ্ষি কণ্বৰ আশ্ৰমত প্ৰৱেশ কৰি সখীদ্বয়েৰে সৈতে গছৰ গুৰিত পানী দি থকা অৱস্থাত শকুন্তলাক দেখিলে। দুষ্মন্তৰ মানসপটত এয়া যেন এটি অবৰ্ণনীয় চিত্ৰ। ৰাজ-অন্তঃপুৰৰ লাহ-বিলাহৰ মাজত জীৱন যাপন কৰা, বিবিধ প্ৰসাধনেৰে নিজক মণ্ডিত কৰা বহু ৰমণীৰ লগত ৰজাৰ পৰিচয়। অৰণ্যৰ মাজতো যে বিশ্ব-বিমোহিনী সৌন্দৰ্যমণ্ডিত ৰমণী থাকিব পাৰে সেয়া ৰজাৰ কল্পনাৰ অগোচৰ। সেয়েহে ৰজাই এটি দৃষ্টান্তেৰে নিজৰ মনৰ ভাব প্ৰকাশ কৰিলে। উপবনত সযত্নে প্ৰতিপালন কৰা লতাৰ ৰূপক বনৰ অযত্নপালিতা লতাৰ স্বাভাৱিক গুণ আৰু সৌন্দৰ্যই পৰাভূত কৰিছে। 'দূৰীকৃতাঃ খলু গুণৈৰুদ্যানলতা বনলতাভিঃ।'[১] অৰ্থাৎ ৰাজ-অন্তঃপুৰৰ সুদুৰ্লভ সৌন্দৰ্য যদি আশ্ৰমবাসীৰো হয়, তেন্তে নিশ্চয় বনলতাই সৌন্দৰ্যেৰে উদ্যানলতাক তিৰস্কৃত কৰিছে।

ইয়াত আশ্ৰমৰ ৰমণী আৰু বনলতা, অথবা ৰাজ-অন্তঃপুৰৰ ৰমণী আৰু উদ্যানলতাৰ সম্বন্ধ, অসম্ভৱ সম্বন্ধ ; কিয়নো আশ্ৰমৰ ৰমণী-দেহত অবিকল বনলতাৰ গুণ (সৌন্দৰ্যাদি) আৰু ৰাজ-অন্তঃপুৰৰ ৰমণী-দেহত অবিকল উদ্যানলতাৰ গুণ থাকিব নোৱাৰে। এটা বস্তুৰ বিশিষ্ট গুণ আনে ধাৰণ কৰিব নোৱাৰে। গতিকে আশ্ৰমৰ ৰমণী-দেহত বনলতাৰ দৰে শোভা বা সৌন্দৰ্য্যৰ আবিৰ্ভাৱ, ৰাজঅন্তঃপুৰৰ ৰমণী-দেহত উদ্যানলতাৰ দৰে শোভা বা সৌন্দৰ্যৰ আবিৰ্ভাৱ হৈছে। গতিকে অসম্ভৱ বস্তু-সম্বন্ধ হৈও উপমান-উপমেয় ভাৱ প্ৰকাশিত হৈছে। সেই কাৰণে নিদৰ্শনা অলংকাৰ।

---

১. শুদ্ধান্তদুৰ্লভমিদং বপুৰাশ্ৰমবাসিনো যদি জনস্য।
দূৰীকৃতাঃ খলু গুণৈৰুদ্যানলতা বনলতাভিঃ॥ (শকুন্তলা ১ম অঙ্ক।১৭)

প্ৰথমে দেখা পোৱাৰ লগে লগে আশ্ৰমৰ তিনিওজনী ছোৱালীৰ সৌন্দৰ্যই দুষ্যন্তক আকৰ্ষণ কৰিছিল (মধুৰমাসাং দৰ্শনম্); কিন্তু ভালদৰে নিৰীক্ষণ কৰি দেখিলে, বাকী দুজনীতকৈ শকুন্তলা অধিক সুন্দৰী। সেই স্বভাৱ-সুন্দৰ, সুকোমল ছোৱালী-জনীক মুনিবৰ কণ্বই গছৰ গুৰিত পানী দিয়া আদি আশ্ৰমৰ কাৰ্যত নিযুক্ত কৰা দেখি ৰজাই অসন্তুষ্ট হৈ ক'লে—ঋষিৰ সাধাৰণ কাণ্ডজ্ঞান বা হিতাহিত বিবেচনা থকা যেন নালাগে, ৰুচিবোধৰতো কথাই নাই; কিয়নো, এই কাৰ্যৰপৰা অনুমান হয় যেন তেওঁ নিশ্চিতৰূপে নীলপদ্মৰ পাতৰ পাৰ্শ্বভাগেৰে (ধাৰেৰে) সুকঠিন শমীবৃক্ষক কাটিবলৈ প্ৰযত্ন কৰিছে :

ইদং কিলাব্যাজমনোহৰং ৱপু—
স্তপঃক্ষমং সাধয়িতুং য ইচ্ছতি।
ধ্ৰুৱং স নীলোৎপলপত্ৰধাৰয়া
শমীলতাং ছেত্তুমৃষিৰ্ৱ্যৱস্যতি ॥[১]

ইয়াত অনুপম মনোহৰ দেহক তপস্যাৰ উপযুক্ত কৰাৰ চেষ্টা নীল-পদ্মৰ পাতৰ প্ৰান্তেৰে শমীবৃক্ষৰ ছেদনৰ নিচিনা। বস্তু-সম্বন্ধ উপমাৰ পৰিকল্পক হৈছে। কিন্তু, বস্তু-সম্বন্ধ অসম্ভৱ; কাৰণ, পদুম-পাতৰ প্ৰান্তেৰে শমীবৃক্ষ-ছেদনৰ প্ৰশ্নই নুঠে। গতিকে অলংকাৰ হ'ল—নিদৰ্শনা।

কবিৰ 'শকুন্তলা' নাটকৰপৰা নিদৰ্শনা অলংকাৰৰ আৰু দুটা উৎকৃষ্ট উদাহৰণ উদ্ধৃত কৰা হ'ল।

দুৰ্বাসাৰ অভিশাপৰ কথা ৰজা দুষ্যন্তৰ অবিদিত। তথাপি প্ৰিয়তমা শকুন্তলাৰ কোনো কথাই তেওঁৰ মনত নাই; সকলো পাহৰি গৈছে। শকুন্তলাৰ স্মৃতি ঘূৰাই পোৱাৰ দিনা সেই নিষ্ঠুৰ প্ৰত্যাখ্যানৰ কথা ভাবি ৰজাই নিদাৰুণ অনুশোচনা অনুভৱ কৰিবলৈ ধৰিলে। শকুন্তলাৰ চিন্তাত ৰজাৰ চিত্ত উদ্বিগ্ন।

১. শকুন্তলা—১ম অঙ্ক। ১৭

অনুতাপানলদগ্ধ ৰজাই ক'বলৈ ধৰিলে—নিজেই অনায়াসে আহি শকুন্তলা এদিন তেওঁৰ সন্মুখত উপস্থিত হৈছিল। পাহৰণিৰ বুকুত কোনো দিনে মাৰ যাব নোৱৰা তেওঁলোকৰ জীৱনৰ ক্ষণিক প্ৰেমৰ নানা গুপুত কাহিনী তেওঁ উপস্থাপিত কৰিছিল। ক্ষন্তেকৰ বাবেও ৰজাৰ স্মৃতি-পথত উদ্ভাসিত নহ'ল তাৰ কোনো এটি চিহ্নও। শকুন্তলাক পত্নী বুলি স্বীকাৰ কৰি নল'লে। প্ৰত্যাখ্যাতা শকুন্তলা অন্তৰ্হিতা হ'ল। কিন্তু, কি আচৰিত, ক্ষণিক মিলনৰ বিদায় বেলিকা দিয়া এটা আঙঠিৰ দৰ্শনে ৰজাৰ স্মৃতি-মন্দিৰৰ দুৱাৰ উন্মুক্ত কৰি দিলে। উদ্ভাসিত হৈ উঠিল গুপ্ত প্ৰেমৰ সুপ্ত কাহিনী স্মৃতিৰ ৰূপালী পৰ্দাত নাটকীয়ভাৱে ইটোৰ পিছত সিটোকৈ। তথাপি ৰজা ইয়াৰ ৰহস্য কি তাক উদ্‌ঘাটন কৰিবলৈ অসমৰ্থ। সেয়েহে তেওঁৰ উৎকণ্ঠিত আবেগৰ এটি চমৎকলাগোৱা উদাহৰণেৰে কবিয়ে বৰ্ণনা কৰিছে।

পথেৰে পৰিভ্ৰমণ কৰা পিপাসাৰ্ত লোকে স্ৰোতবহা নদীৰ প্ৰচুৰ জল অৱহেলা কৰি যেন মৰু-মৰীচিকাৰ জলেৰে কাতৰ কণ্ঠ তিয়াবলৈ বিচাৰিছে।[১]

ৰজাৰ মানসিক শান্তিৰ কাৰণে শকুন্তলাৰ চিত্ৰাঙ্কন প্ৰস্তুত কৰা হ'ল। চিত্ৰাঙ্কিতা শকুন্তলাক দেখি ৰজাই অতি আদৰেৰে, সতৃষ্ণ নয়নে অৱলোকন কৰিবলৈ ধৰিলে—অথচ এদিন সমাগতা সাক্ষাৎ প্ৰিয়তমা শকুন্তলাকে নিজৰ পত্নী নহয় বুলি প্ৰতীতি হৈছিল। শকুন্তলা অন্তৰ্হিতা হ'লত ৰজাৰ মনত সংশয় উপস্থিত হ'ল— এয়া পত্নী শকুন্তলা হয় নে নহয়। আঙঠিটো দেখাৰ পিছত ৰজা নিশ্চিত হ'ল, তেৱেঁই শকুন্তলা। ৰজাৰ এই মানসিক অৱস্থাটোক এটা দৃষ্টান্তেৰে অতি মনোৰম কৰি তোলা হৈছে:

---

১. সাক্ষাৎপ্ৰিয়ামুপগতামপহায় পূৰ্বং চিত্ৰাৰ্পিতাং পুনৰিমাং বহুমন্যমানঃ।
স্ৰোতোবহাং পথি নিকামজলামতীত্য জাতঃ সখে প্ৰণয়বান্ মৃগতৃষ্ণিকায়াম্॥
(শকুন্তলা ৬:১৬)

বৃহৎকলেৱৰ হাতীটোক সন্মুখত সাক্ষাৎ দেখি সেইটো কি জন্তু ঠিৰাং কৰিব নোৱাৰিলে; কিন্তু কিছু দূৰ গৈ পথৰ কোমল মাটিত চিহ্নিত হৈ থকা হাতীৰ ভৰিৰ খোজ দেখি নিশ্চিত হ'ল— সেই জন্তুটো সঁচাকৈ হাতীয়েই। ৰজাৰ মনৰ বিকাৰো আছিল সেই একে ধৰণৰে—তথাৱিধো মে মনসো ৱিকাৰঃ।[১]

দৃষ্টান্তঃ

পৰস্পৰ সন্নিহিত দুটা বাক্যৰ গুণ-ক্রিয়া আদি ধৰ্ম প্ৰকৃততে একে নোহোৱাকৈও যদি সদৃশ হয় আৰু সিইতৰ সাদৃশ্য যদি উদাহৰণেৰে দৰ্শাই নিশ্চিত কৰা হয় তেনেহ'লে সি দৃষ্টান্ত অলংকাৰ হয়। ইয়াত উভয়ৰ সাধাৰণ গুণ বা ক্রিয়াৰ উল্লেখ নাথাকে।

মহাদেৱে কামদেৱক ভস্ম কৰা দেখি পাৰ্বতীৰ মনোৰথ বিফল হ'ল। ভগ্ন-মনোৰথা পাৰ্বতীয়ে মহেশ্বৰক পতি-ৰূপে পাবলৈ তপস্যাৰ সংকল্প ল'লে। পাৰ্বতীৰ কঠোৰ সংকল্পৰ কথা জানিব পাৰি মাতৃ মেনকাই বাধা দিলে। আলসুৱা ছোৱালীৰ কষ্ট মাতৃ-হৃদয়ে সহে কেনেকৈ। মেনকাই ক'লে, তোমাৰ পিতৃ হিমালয়ৰ ঘৰতে অনেক দেৱতা আছে, ৱিশেষকৈ শচী আৰু আন—যাক আৰাধনা কৰিলে বৈবাহিক সম্বন্ধ অনায়াসে ঘটে। তোমাৰ এনে সুকোমল শৰীৰ এনে কঠোৰ তপস্যাৰ কাৰণে যোগ্য নহয়। পাৰ্বতীৰ শৰীৰ অতি কোমল, তপস্যা অত্যন্ত কঠিন। তেওঁৰ এই সুকুমাৰ দেহ দেৱতাৰ উপভোগৰহে যোগ্য, দাৰুণ তপস্যাৰ বাবে কদাপি ই সমৰ্থ হ'ব নোৱাৰে। মেনকাৰ মনৰ ভাব কবিয়ে এটা বাস্তৱ উদাহৰণেৰে দৃঢ় কৰিলে। মৃদু শিৰীষ ফুলে অকল ভ্ৰমৰৰে পদ-ভৰ সহিব পাৰে, পক্ষীৰ পদক্ষেপ সহ্য কৰিব নোৱাৰে:

---

১. যথা গজো নেতি সমক্ষৰূপে তস্মিন্নপক্রামতি সংশয়ঃ স্যাৎ।
পদানি দৃষ্ট্বা তু ভৱেৎপ্ৰতীতিস্তথাৱিধো মে মনসো ৱিকাৰঃ॥
(শকুন্তলা ৭।৩১)

'পদং সহেত ভ্ৰমৰস্য পেলৱং শিৰীষপুষ্পং ন পুনঃ পতত্ৰিণঃ'।[১]

কবিৰ 'মালৱিকাগ্নিমিত্ৰ' নাটকত দৃষ্টান্ত অলংকাৰৰ আন এটি উৎকৃষ্ট উদাহৰণ দেখা যায়।

ৰজা অগ্নিমিত্ৰৰ আচৰণত ৰাণী ইৰাৱতী অতিশয় ক্ৰোধান্বিতা হ'ল। কোপাবিষ্টা ৰাণীৰ সুবিবেচনাৰ কাৰণে ৰজাই শঠতাৰে ক'লে—উপযুক্ত কাৰণ নোহোৱাকৈ আজি পৰ্যন্ত কোনো দিনেই তুমি মোৰ প্ৰতি অসন্তুষ্ট হোৱা নাই; তেনেহ'লে বিনা কাৰণে আজি এই ক্ৰোধ প্ৰদৰ্শন কৰিলে? উপযুক্ত সময় উপস্থিত নহ'লে (পূৰ্ণিমা-ভিন্ন কালত) ৰাহুৱে জানো কেতিয়াবা চন্দ্ৰক গ্ৰাস কৰে? তেন্তে কিয় আজি অকাৰণে তোমাৰ চন্দ্ৰতুল্য মুখমণ্ডল ক্ৰোধৰূপী ৰাহুৱে আবৰি ধৰিছে ক'বা নে? চন্দ্ৰ ৰাতিৰ মুখতুল্য:

কদা মুখং ৱৰতনু কাৰণাদৃতে তৱাগতং ক্ষণমপি কোপপাত্ৰতাম্।[২]
অপৰ্ৱণি গ্ৰহকলুষেন্দুমণ্ডলা ৱিভাৱৰী কথয় কথং ভৱিষ্যতি॥

'কুমাৰসম্ভৱ'ৰপৰা দৃষ্টান্তৰ আন এটা উৎকৃষ্ট উদাহৰণ উল্লেখ কৰা হ'ল।

গিৰিৰাজ হিমালয়ৰ ল'ৰা-ছোৱালী অনেক; কিন্তু পাৰ্বতীৰ জন্ম হোৱাত তেওঁ সেই ছোৱালীজনীৰ প্ৰতি একান্তমনে চাবলৈ ধৰিলে, তথাপি নয়নৰ যেন তৃপ্তিৰ অৱসান নঘটে। হিমালয়ৰ এই মানসিক অৱস্থা এটা বাস্তৱ দৃষ্টান্তেৰে স্পষ্ট কৰি তোলা হৈছে। বসন্ত কালত বিবিধ ৰঙৰ বিবিধ ফুল ফুলিলেও ভ্ৰমৰশ্ৰেণী কেৱল আমফুলৰ কাৰণেহে আকৃষ্ট হয়। আন ফুল যেন সিহঁতৰ হেপাহ পলুৱাবলৈ অসমৰ্থ।

মহীভৃতঃ পুত্ৰৱতোঽপি দৃষ্টিস্তস্মিন্নপত্যে ন জগাম তৃপ্তিম্।[৩]
অনন্তপুষ্পস্য মধোৰ্হি চূতে দ্বিৰেফমালা সৱিশেষসঙ্গা॥

---

১. কুমাৰসম্ভৱ ৫।৪

২. মালৱিকাগ্নিমিত্ৰ ৪।১৬

৩. কুমাৰসম্ভৱ ১।২৭

**স্বভাৱোক্তি :**

যেতিয়া কোনো বস্তু বা বিষয়ৰ নিজস্ব ক্ৰিয়া আৰু স্বৰূপৰ স্বাভাৱিক বৰ্ণনাৰে বৰ্ণনীয় বিষয়ৰ প্ৰকৃত সৌন্দৰ্য প্ৰকাশ কৰা হয়, তেতিয়া সি স্বভাৱোক্তি অলংকাৰ হয়।

বস্তুৰ গতানুগতিক বৰ্ণনা দিলেই স্বভাৱোক্তি অলংকাৰ নহয়। বৰ্ণনীয় বিষয়ৰ যথাৰ্থ ৰূপ কেৱল কবিৰ দৃষ্টিতহে প্ৰতিভাত হয়, ই আনৰ দুৰ্লক্ষ্য। ইয়াত কবিৰ কল্পনা-শক্তিতকৈ দৃষ্টি-শক্তিৰ সূক্ষ্মতা আৰু প্ৰকাশ-ভংগীৰ নিপুণতাৰ বিশেষ প্ৰয়োজন। কবিয়ে দৃষ্ট বস্তুৰ স্বভাৱনিষ্ঠ ধৰ্মক যথাৰ্থ ৰূপত মনোৰম প্ৰকাশ-ভংগীৰে উপস্থাপিত কৰিব পাৰিলে কবিৰ প্ৰতিভা অনায়াসে প্ৰকাশিত হয়। স্বভাৱোক্তি অলংকাৰ প্ৰয়োগত কালিদাসৰ প্ৰতিভা বিশেষভাৱে পৰিলক্ষিত হয়। কবিয়ে তেওঁৰ 'অভিজ্ঞান-শকুন্তলা' নাটকৰ প্ৰথম অঙ্কৰ আদিতে এটি এটিকৈ ক্ৰমান্বয়ে তিনিটা স্বভাৱোক্তিৰ উৎকৃষ্ট নিদৰ্শন দেখুৱাইছে।

মৃগয়াশীল ৰজা দুষ্মন্তক ইতিমধ্যে হৰিণাটোৱে বহু দূৰলৈ অনুধাৱন কৰালে; এতিয়াও সি ক্ষিপ্ৰ গতিৰে লৰি আছে। ৰজা হৰিণৰ কাৰ্য দেখি মুগ্ধ। তেওঁ তাৰ শাৰীৰিক শক্তিক প্ৰশংসা কৰি সাৰথিক ক'লে—চোৱাঁ, এই হৰিণাটোৱে এতিয়াও আগৰ পিনে ওখ জঁাপ দি আকাশ-মণ্ডলেদি অধিক আৰু ভূমণ্ডলক কিঞ্চিৎমাত্ৰ স্পৰ্শ কৰি তীব্ৰ গতিৰে চেকুৰ মেলিছে। ডিঙিটো বেঁকা কৰা হেতু দেখিবলৈ ধুনীয়া হৈ উঠা হৰিণটোৱে খেদি যোৱা ৰথখনৰ প্ৰতি বাৰে বাৰে দৃষ্টিপাত কৰিছে। কাৰণ, ৰজাৰপৰা বিপদ-সীমাৰ দূৰত্ব ৰক্ষা কৰিবলৈ হৰিণৰ আপ্ৰাণ চেষ্টা। শৰ-নিক্ষেপৰ ভয়ত শৰীৰৰ পিছৰ অংশটোৰ অধিক ভাগ সন্মুখৰ অংশটোত সুমুৱাই লৈছে, কিয়নো শৰ পৰিলে পিছৰ অংশতেই পৰাৰ সম্ভাৱনা বেছি। এনে অৱস্থাত হৰিণাটোক বৰ্তুলাকাৰ ধাৱণ কৰা যেন লাগে। আকৌ সেই পৰিশ্ৰান্ত

হৰিণাটোৰ মুখৰপৰা আধা পাগুলা কুশবনবোৰ ওলাই এবেটো বাট সিঁচৰতি হৈ পৰি গৈছে।

গ্ৰীৱাভঙ্গাভিৰামং মুহুৰনুপতভি স্যন্দনে দত্তদৃষ্টিঃ
পশ্চাৰ্ধেন প্ৰৱিষ্টঃ শৰপতনভয়াদ্ভূয়সা পূৰ্বকায়ম্।
দৰ্ভৈৰৰ্ধাৱলীঢ়ৈঃ শ্ৰমৱিবৃতমুখভ্ৰংশিভিঃ কীৰ্ণৱৰ্ত্মা
পশ্যোদগ্ৰপ্লুতত্বাদ্বিয়তি বহুতৰং স্তোকমুৰ্ব্যাং প্ৰযাতি।[১]

এইদৰে দুষ্মন্তৰ দ্বাৰা অনুসৃত হৰিণাটোৱে তীব্ৰতৰ গতিৰে ধাবিত হৈ ৰজাৰ লক্ষ্য-পথক চেব পেলাবলৈ চেষ্টা কৰিলে। অৱস্থা দেখি ৰজাই সাৰথিক ৰথৰ বেগ দ্ৰুত কৰিবলৈ নিৰ্দেশ দিলে। সাৰথিয়ে ৰথৰ গতি দুগুণে বঢ়াবলৈ ধৰিলে। আৰু ৰথৰ গতি যে দ্ৰুততৰ হৈছে তাৰ প্ৰমাণ স্বৰূপে সাৰথিয়ে ৰজাক ক'লে—চাওক মহাৰাজ, লেকামবোৰ শিথিল কৰি দিয়াত ঘোঁৰা কেইটা যেন হৰিণৰ বেগৰ প্ৰতি ঈৰ্ষাপৰায়ণ হৈ শৰীৰৰ পূৰ্বভাগ প্ৰসাৰিত কৰিছে, চামৰ-ৰূপ শিৰোভূষণৰ শিখাসমূহ নিষ্কম্পিত হৈছে, কাণবোৰ ওপৰৰ পিনে স্থিৰ হৈ উঠিছে আৰু অইন কি নিজৰ ভৰিৰ খুৰাৰপৰা উৎপন্ন হোৱা ধূলিবোৰকো অতিক্ৰম কৰি লৰিবলৈ ধৰিছে।

মুক্তেষু ৰশ্মিষু নিৰায়তপূৰ্বকায়া
নিষ্কম্পচামৰশিখা নিভৃতোৰ্ধকৰ্ণাঃ।
আত্মোদ্ধতৈৰপি ৰজোভিৰলঙ্ঘনীয়া
ধাৱন্ত্যমী মৃগজৱাক্ষময়েৱ ৰথ্যাঃ॥[২]

বেগাই লৰি যোৱাৰ সময়ত শৰীৰৰ আগ ভাগ দীঘল কৰি লোৱা ঘোঁৰাবিলাকৰ স্বভাৱ। ঘোঁৰাৰ বেগৰ গতিৰ কাৰণে চামৰৰ চঞ্চল শিখাবোৰ বতাহৰ বিৰুদ্ধে ধাবিত হোৱা হেতু পতাকাৰ দৰে নিশ্চল যেন দেখা গৈছে। দ্ৰুতগতিত গমন কৰা ৰথৰ

১. শকুন্তলা ১।৭

২. শকুন্তলা ১।৮

চকাৰপৰা উত্থিত ধূলিৰ কথাই নাই, নিজৰ খুৰাৰপৰা উৎপন্ন ধূলিকো সিহঁতে অতিক্ৰম কৰিছে; বতাহৰ বেগকো চেৰ পেলাবলৈ যেন ঘোঁৰাবিলাক বদ্ধপৰ হৈছে।

অতি দ্ৰুতগতিত চলা ৰেলেৰে ভ্ৰমণ কৰা যাত্ৰীয়ে গাড়ীৰ ভিতৰৰপৰা বাহিৰলৈ চালে দৃশ্যমান গছ-গছনি আদি গাড়ীৰ গতিৰ বিপৰীতে লৰি লৰি গৈ থকা যেন দেখে। মুহূৰ্তৰ ভিতৰতে দূৰৰ বস্তু ওচৰলৈ অহা আৰু ওচৰৰ বস্তু দূৰলৈ আঁতৰি যোৱা যেন পায়। ৰেল-লাইনৰ কাষেদি যোৱা টেলিগ্ৰাফৰ খুটাবোৰ দূৰৈৰ-পৰা লগ লাগি থকা যেন দেখি; কিন্তু ওচৰ পালে সিহঁতৰ দূৰত্ব ওলাই পৰে, সেইদৰে টেলিগ্ৰাফৰ তাঁৰসমূহকো দূৰৈৰপৰা এটা সমৰেখাত অৱস্থিত হৈ থকা যেন দেখি; কিন্তু ওচৰ পালে সিহঁতৰ মাজৰ ব্যৱধান চকুত পৰে। এই দৃশ্য অতি বাস্তৱ।

কালিদাসে তেনে ধৰণৰ এটি বাস্তৱ বৰ্ণনা উপস্থাপিত কৰিছে মৃগানুসাৰী ৰজা দুষ্মন্তৰ মুখেদি সেই একে প্ৰসঙ্গতে।

ৰথৰ অতিশয় দ্ৰুত গতিৰ কাৰণে দূৰৈৰ বস্তুবিলাক সূক্ষ্ম আৰু ক্ষীণাকাৰ দেখা যায়; কিন্তু ক্ষন্তেক পিছতেই ৰথ ওচৰ চপাৰ লগে লগে সেই বস্তুৱেই স্থূল আৰু বৃহদাকাৰত প্ৰকটিত হয়। ওচৰৰপৰা যিবোৰ বস্তুক বিভক্ত যেন দেখা যায় দূৰলৈ গ'লে পুনঃ সেই বস্তুবোৰক সংলগ্ন হৈ থকা যেন লাগে। যিবোৰ বস্তু প্ৰকৃততে বেঁকাভাৱে অৱস্থিত, সেইবোৰক দূৰৈৰপৰা সমৰেখাত অৱস্থিত যেন লাগে। আকৌ ৰথৰ বেগৰ কাৰণেই মুহূৰ্তৰ বাবেও কোনো বস্তুৱেই বেছি আঁতৰত নাইবা নিচেই ওচৰত অৱস্থিত হৈ নাথাকে। অৰ্থাৎ দূৰবৰ্তীসমূহ তৎক্ষণাৎ সমীপৱৰ্তী হয় আৰু সমীপবৰ্তীসমূহ দূৰবৰ্তী হোৱা যেন অনুভূত হয়।

ৰজাই সেই সূক্ষ্ম অনুভূতি প্ৰকাশ কৰিছে:

যদালোকে সূক্ষ্মং ব্ৰজতি সহসা তদ্বিপুলতাং
যদৰ্থে বিচ্ছিন্নং ভৱতি কৃতসংধানমিৱ তৎ।

প্ৰকৃত্যা যদ্বক্রং তদপি সমৰেখং নয়নয়ো-
ৰ্ন মে দূৰে কিংচিৎক্ষণমপি ন পাৰ্শ্বে ৰথজৱাৎ ॥

কবিৰ সূক্ষ্ম দৃষ্টিত প্ৰতিভাত বাস্তৱ দৃশ্যৰ হুবহু বৰ্ণন ক্ষমতাই তেওঁক অলৌকিক প্ৰতিভামণ্ডিত কৰি তুলিছে।

কবিৰ 'কুমাৰসম্ভৱ'ত স্বভাৱোক্তিৰ আন এটি সুন্দৰ উদাহৰণ উল্লেখ কৰিব পাৰি।

মহাদেৱৰ বৃষভে নিজৰ ভৰিৰ খুৰাৰ আগভাগেৰে শিলাকাৰ বৰফৰ স্তূপসমূহ চূৰ্ণিত কৰিলে আৰু সদৰ্পে মধুৰ ধ্বনি কৰা বৃষভে সিংহৰ ধ্বনি সহ্য কৰিব নোৱাৰি উচ্চস্বৰে গৰ্জন কৰিবলৈ ধৰিলে। গো-সদৃশ পশুবিলাকে উদ্বিগ্ন হৈ অতিকষ্টে সেইপিনে দৃষ্টিপাত কৰিবলৈ ধৰিলে।[১]

শঙ্কৰৰ বৃষভে নিজৰ শক্তিৰ অহঙ্কাৰ কৰে। সিংহৰ ধ্বনিক সহ্য কৰিলে নিজে অপমানিত হোৱা যেন বোধ কৰে। সেইদেখি নিজৰ উচ্চ ধ্বনিৰে সিংহৰ ধ্বনিক অভিভূত কৰি নিজকে অধিক শক্তিশালী বুলি প্ৰতিপন্ন কৰিব খোজে। শক্তিশালীয়ে আনক অধিক শক্তিশালী হোৱাটো নিবিচাৰে।

## অৰ্থান্তৰন্যাস ঃ

কবিৰ আন এটা প্ৰসিদ্ধ অলংকাৰ হ'ল অৰ্থান্তৰন্যাস।

যি ঠাইত সামান্য বিষয়ৰ দ্বাৰা বিশেষ বিষয়ৰ নাইবা বিশেষ বিষয়ৰ দ্বাৰা সামান্য বিষয়ৰ সমৰ্থন হয়, সেই ঠাইত অৰ্থান্তৰন্যাস অলংকাৰ হয়। কাৰ্যৰ দ্বাৰা কাৰণৰ অথবা কাৰণৰ দ্বাৰা কাৰ্যৰ সমৰ্থন হ'লেও অৰ্থান্তৰন্যাস অলংকাৰ হয়।

---

১. তুষাৰসংঘাতশিলাঃ খুৰাগ্ৰৈঃ সমুল্লিখন্দৰ্পকলঃ ককুদ্মান্।
দৃষ্টঃ কথংচিদ্গৱয়ৈৰ্বিবিগ্নৈৰসোঢ়সিংহধ্বনিৰুন্ননাদ ॥
(কুমাৰ ১।৫৬)

সামান্য বিষয়ৰ অৰ্থ সাধাৰণ বিষয় (general statement) বিশেষ-বিষয় (particular statement)-সমূহ সামান্য বিষয়ৰ অন্তৰ্গত। 'সমৰ্থন'সমূহ মানুহৰ বৈচিত্ৰ্যময় জীৱনৰপৰা সংগ্ৰহ কৰা হয় আৰু তাক, কিয়নো, যিহেতু, কাৰণ আদি শব্দেৰে দেখুওৱা হয়। সেই কাৰণে সমৰ্থনটো বাচ্য (expressed) নহয়, প্ৰতীয়মানহে (implied); এইখিনিতেই ইয়াৰ অলংকাৰত্বৰ কবিগত প্ৰতিভা সুন্দৰকৈ প্ৰকাশিত হৈ উঠে।

দেৱৰাজ ইন্দ্ৰই দেৱতাসকলৰ কাৰ্যসিদ্ধিৰ কাৰণে কামদেৱক উপযুক্ত পাত্ৰ বুলি স্থিৰ কৰিলে আৰু লগে লগে কামদেৱক স্মৰণ কৰিলে। ইন্দ্ৰৰ স্মৰণমাত্ৰেই কামদেৱ আহি সকলোৰে সম্মুখত উপস্থিত হ'ল।

মুহূৰ্ত্ততে আন সকলো দেৱতাক পৰিত্যাগ কৰি ইন্দ্ৰৰ সহস্ৰ চক্ষু একেলগে কেৱল কামদেৱৰ ওপৰত পৰিল।

দুটা চকুৰে চালেই যথেষ্ট। তেনে স্থলত কন্দৰ্পৰ প্ৰতি দেৱৰাজৰ সহস্ৰ নয়নৰ সস্নেহ নিৰীক্ষণ দেখি সকলো স্তম্ভিত। সুপৰিচিত সমস্ত দেৱতাবৰ্গক পৰিত্যাগ কৰি অকল কন্দৰ্পৰ প্ৰতি আদৰৰ আতিশয্য দেখুওৱাত দেৱৰাজে পক্ষপাতিত্ব কৰা বুলি শঙ্কা হয়। কবিয়ে সেই আশঙ্কা নিৰাশ কৰিলে অৰ্থান্তৰন্যাসেৰে, 'কিয়নো প্ৰয়োজন অনুসৰি সেৱকৰ প্ৰতি প্ৰভুসকলৰ আদৰ সদায় পৰিবৰ্তিত হয়।'[১] প্ৰভুমাত্ৰেই ভৃত্য-লভ্য ফলৰ আগ্ৰহী, গুণৰ নহয়। এয়া মানৱ-চৰিত্ৰৰ এক বিশেষ বৈচিত্ৰ্য।

মদন-ভস্মৰ বাৰ্ত্তাত ৰতি মূৰ্চ্ছিতা হ'ল। অলপ পিছত জ্ঞান আহিল। মদনৰ ভস্মাৱশেষ দেখি ৰতিয়ে বিলাপ কৰিবলৈ ধৰিলে। ৰতিৰ বিলাপে বসন্তক বিষলিপ্ত বাণৰ দৰে আঘাত

---

১. তস্মিন্মঘোনস্ত্ৰিদশান্বিহায় সহস্ৰমক্ষ্ণাং যুগপৎপপাত।
প্ৰয়োজনাপেক্ষিতয়া প্ৰভূণাং প্ৰায়শ্চলং গৌৰৱমাশ্ৰিতেষু॥
(কুমাৰ ৩।১)

কৰিলে। শোকাতুৰা ৰতিক আশ্বস্ত কৰিবলৈ বসন্ত আহি ৰতিৰ সন্মুখত উপস্থিত হ'ল। বসন্তক দেখি ৰতিৰ শোকানল দুগুণে জ্বলি উঠিল, তেওঁ পুনঃ উচ্চস্বৰে বিলাপ কৰিবলৈ ধৰিলে। সজোৰে স্তন-যুগলত আঘাত কৰি বুকুত ভুকুৱাবলৈ ধৰিলে। দুখৰ কি তীব্ৰ জ্বালা! হৃদয়-ভৰা শোকৰ কি দুৰ্বহ বেদনা! বসন্তৰ সন্মুখত ৰতিৰ বৰ্ধিত শোক কবিয়ে অৰ্থান্তৰন্যাসেৰে সমৰ্থন কৰিলেঃ 'কাৰণ স্বজনৰ সন্মুখত দুখীৰ দুখভৰা হৃদয়ৰ দুৱাৰ সম্পূৰ্ণ মুকলি হয়ঃ' স্বজনস্য হি দুঃখমগ্ৰতো বিবৃতদ্বাৰমিৱোপজায়তে।[1]

আৱদ্ধ হৈ থকা জুলীয়া পদাৰ্থমাত্ৰই বাট পালে পূৰ্ণ শক্তিৰে ওলাই যায়, শোক সন্তপ্তজনৰ সন্মুখত আত্মীয়জন উপস্থিত হ'লে দুখ-ভৰা হৃদয়ৰ দুৱাৰ মেল খায়, প্ৰলাপ আৰু অশ্ৰুধাৰাৰ মাজেদি ওলাই যায় দুখভাৰাক্ৰান্ত হৃদয়ৰ শোকৰ তীব্ৰ যন্ত্ৰণা। মনো-বিজ্ঞানবিদ্ কালিদাসৰ কি অসামান্য অনুভূতি!

## ব্যতিৰেক ঃ

উপমানতকৈ উপমেয়ৰ উৎকৰ্ষ বা অপকৰ্ষ বৰ্ণনা কৰিলে ব্যতিৰেক অলংকাৰ হয়।[2]

সাধাৰণতে উপমেয়তকৈ অধিক উৎকৃষ্ট পৰ্যায়ৰ বস্তুকে উপমান হিচাপে গ্ৰহণ কৰা হয় আৰু অধিক সংখ্যক বস্তুৰে সৌন্দৰ্যমূলক তুলনাৰ ক্ষেত্ৰত কবিসকলে সাধাৰণতে কিছুমান নিৰ্দিষ্ট আহি গ্ৰহণ কৰা দেখা যায়, যেনে—সুন্দৰী নাৰীৰ মুখৰ সৌন্দৰ্যৰ তুলনাৰ বাবে পূৰ্ণ চন্দ্ৰৰ, কণ্ঠস্বৰৰ কাৰণে কোকিলৰ ধ্বনিৰ, ফুলেৰে

---

১. তমৱেক্ষ্য ৰুৰোদ সা ভৃশং স্তনসংবাধমুৰো জঘান চ।
স্বজনস্য হি দুঃখমগ্ৰতো বিবৃতদ্বাৰমিৱোপজায়তে॥

(কুমাৰ ৪।২৬)

২. ভেদপ্ৰাধান্যেনোপমানাদুপমেয়স্যাধিক্যে বিপৰ্যয়ে বা ব্যতিৰেকঃ।

অলংকৃত চুলিকোছাৰ বাবে মৰা-চৰাইৰ পাখিৰ আশ্ৰয়, ইত্যাদি। যদি কোনো ক্ষেত্ৰত কবিয়ে উপমানতকৈ উপমেয়ক অধিক উৎকৃষ্ট পৰ্যায়ৰ বুলি প্ৰতিপন্ন কৰে অৰ্থাৎ উপমেয়ৰ গুণৰ আধিক্য আৰু উপমানৰ গুণৰ ন্যূনতা প্ৰদৰ্শন কৰে, তেতিয়া ব্যতিৰেক অলংকাৰ হয়। বিশেষভাৱে অতিৰেক বা উৎকৃষ্ট হোৱা হেতু ব্যতিৰেক।

নৱ-যৌৱনসম্পন্না পাৰ্বতীৰ অতুলনীয় সৌন্দৰ্য বৰ্ণনা প্ৰসঙ্গত কবিয়ে মন্তব্য কৰিছে যে তিৰোতাৰ উৰু-প্ৰদেশৰ বৰ্ণনা কৰা ক্ষেত্ৰত হাতীৰ শুঁৰ আৰু কলৰ গা-গছক প্ৰসিদ্ধ উপমান হিচাপে গ্ৰহণ কৰা হয়; কিন্তু পাৰ্বতীৰ ক্ষেত্ৰত তাৰ বৈলক্ষণ্য ঘটিছে, কাৰণ, হাতীৰ শুঁৰৰ গঠন অতিশয় কঠিন আৰু কৰ্কশ, আৰু কলৰ গা-গছ স্বভাৱতে অপ্ৰীতিকৰভাৱে শীতল। দেৱবালাৰ উৰু-প্ৰদেশৰ লগত তুলনাৰ বাবে দুয়োটাই নিঃকিন বা অযোগ্য হৈ পৰিছে। ইয়াত উপমেয় পাৰ্বতীৰ উৰু-প্ৰদেশত হাতীৰ শুঁৰৰ কৰ্কশতা বা কলগছৰ শীতলতা নাই বৰং আন কিছু বিশেষ গুণ হে আছে, গতিকে উপমান হাতীৰ শুঁৰ বা কলগছ নিঃকিন হৈ পৰিছে।

নাগেন্দ্ৰহস্তাস্ত্বচি কৰ্কশত্বাদেকান্তশৈত্যাৎকদলীবিশেষাঃ।
লব্ধ্বাপি লোকে পৰিণাহি ৰূপং জাতাস্তদূৰ্বোৰুপমানবাহ্যাঃ ॥[১]

কবিয়ে আকৌ পাৰ্বতীৰ মুখমণ্ডল বৰ্ণনা প্ৰসঙ্গত ব্যতিৰেক অলংকাৰৰ আন এটি উৎকৃষ্ট উদাহৰণৰ মাজেদি নিজৰ প্ৰতিভা প্ৰকাশ কৰিছে।

পাৰ্বতীৰ মুখমণ্ডল আছিল চন্দ্ৰ আৰু পদুম সদৃশ। কবিয়ে বিশেষ প্ৰকাশ-ভঙ্গীৰে তাৰ বৰ্ণনা দিছে। চঞ্চলা লক্ষ্মীয়ে সৌন্দৰ্যাভিমানিনী দেৱতা চন্দ্ৰক আশ্ৰয় কৰিলে পদুমৰ সৌগন্ধ্যাদি গুণ অনুভৱ নকৰে আকৌ পদুমক আশ্ৰয় কৰিলে চন্দ্ৰৰ শোভা হেৰুৱায়। সেয়েহে তেওঁ উমাৰ মুখমণ্ডলক লাভ কৰি চন্দ্ৰ আৰু

---

১. কুমাৰসম্ভৱ ১।৩৬

পদুমৰ উভয়নিষ্ঠ আনন্দ অনুভৱ কৰিলে, কাৰণ উভয়ৰ গুণ উমাৰ মুখত সন্নিবিষ্ট।

ইয়াত উপমানভূত চন্দ্ৰ আৰু পদুমতকৈ উপমেয় উমামুখ অধিক গুণশালী হোৱা হেতু ই ব্যতিৰেক অলংকাৰ হৈছে। লক্ষ্মীয়ে চন্দ্ৰ আৰু পদুমৰ যি কোনো এটাক আশ্ৰয় কৰিলে তেওঁ আনটোৰ অনন্দ অনুভৱৰপৰা বঞ্চিত হয়; কিন্তু উমামুখক আশ্ৰয় কৰি উভয়ৰে আনন্দ উপভোগ কৰে। কাৰণ মুখখন মুখ-পদ্ম আৰু মুখ-চন্দ্ৰ উভয়েই। পদুমৰ সুগন্ধ চন্দ্ৰত দুৰ্লভ আকৌ চন্দ্ৰ দিনত নিষ্প্ৰভ, পদুম ৰাতি সঙ্কুচিত। এই দুয়োৰে মাজত জানো লক্ষ্মীয়ে অহৰ্নিশে আনন্দ পাব পাৰে? গতিকে দিনে-ৰাতিয়ে আনন্দদায়ক উমাৰ মুখকে আশ্ৰয় কৰা শ্ৰেয়ঃ

চন্দ্ৰং গতা পদ্মগুণান্ন ভুঙ্‌ক্তে পদ্মাশ্ৰিতা চান্দ্ৰমসীমভিখ্যাম্।
উমামুখং তু প্ৰতিপদ্য লোলা দ্বিসংশ্ৰয়াং প্ৰীতিমৱাপ লক্ষ্মীঃ॥[১]

চন্দ্ৰ আৰু পদুম উভয়ৰে গুণক নিঃকিন কৰি পাৰ্বতীৰ মুখখন অধিক উৎকৰ্ষিত হৈ উঠিছে।

## বিভাৱনা ঃ

কাৰণ বিনা কাৰ্যৰ উৎপত্তি হ'লে বিভাৱনা অলংকাৰ হয়। কাৰ্য আছে কাৰণ নাই, অথবা কাৰণ নোহোৱাকৈ কাৰ্যৰ উৎপত্তি অসম্ভৱ। গতিকে ইয়াত 'কাৰণ বিনা'ৰ অৰ্থ প্ৰসিদ্ধ কাৰণ বিনা। গতিকে কাৰ্যোৎপত্তিৰ কাৰণে প্ৰসিদ্ধ কাৰণৰ অভাৱত আন বিশেষ কাৰণৰ অনুমান কৰিলে বিভাৱনা অলংকাৰ হয়।[২]

যৌৱনে পাৰ্বতীৰ শৰীৰত নিহিত হৈ থকা সৌন্দৰ্যৰাশিক আৱিষ্কাৰ কৰি দৰ্শকৰ কেৱল দৃষ্টি-পথলৈ আনিলে। পাৰ্বতীৰ

---

১. কুমাৰসম্ভৱ ১।৪৩

২. 'কাৰণাভাৱে কাৰ্যোৎপত্তিৰ্বিভাৱনা'॥ বিভাব্যতে অনুমীয়তে কাৰণান্তৰং প্ৰসিদ্ধাৎ কাৰণাদন্তৎ কাৰণং যস্যাম্।

সেই উন্মেষিত যৌৱনৰ বৰ্ণনা কবি কৰিয়ে ক'লে—পাৰ্বতীৰ বাল্য কাল উকলিল। ভৰ যৌৱনত ভৰি দিলে। অকৃত্ৰিম সৌন্দৰ্যই সমস্ত শৰীৰ প্ৰস্ফুটিত কৰি তুলিলে। এই যৌৱন নাৰী-দেহৰ অনায়াসলব্ধ অলংকাৰ। এই বয়সে মানুহক মতলীয়া কৰে; কিন্তু ইয়াত মদিৰাৰ লেশ নাই, ইয়াত মদনৰ পুষ্প-বাণৰ কোনো পুষ্প নাই; কিন্তু ই সংসাৰ সম্মোহনৰ অমোঘ অস্ত্ৰ। যৌৱনেই যুৱতীৰ প্ৰসাধন. ই মদ নহ'লেও, লোকৰ মত্ততা সাধন কৰে। ইয়াত মত্ততা আছে, কিন্তু মদিৰা নাই; মদনৰ পঞ্চ-বাণ অস্ত্ৰ নোলোৱাকৈয়ে একমাত্ৰ যৌৱনৰ দ্বাৰা সংসাৰ জয় কৰিব পাৰি।

অসংভৃতং মণ্ডনমঙ্গযষ্টেৰনাসৱাখ্যং কৰণং মদস্য।
কামস্য পুষ্পব্যতিৰিক্তমস্ত্ৰং বাল্যাৎপৰং সাথ বয়ঃ প্ৰপেদে॥[১]

এই শ্লোকৰ দ্বিতীয়-পাদত উল্লেখ কৰা হৈছে, এই বয়সত মত্ততা আছে; কিন্তু মদ নাই। মদ মত্ততাৰ কাৰণ আৰু কাৰ্য মাত্ৰৰে কাৰণ থকা প্ৰাকৃতিক নিয়ম; কিন্তু কাৰণ নোহোৱাকৈয়ে কাৰ্যৰ আবিৰ্ভাৱ হোৱা হেতু বিভাৱনা অলংকাৰ হৈছে।

পাৰ্বতীৰ কৃশাঙ্গৰ মাজেদি পৰিস্ফুট যৌৱনশ্ৰীয়েই মদহীন মাদকতাৰ কাৰণ। মদ্য পান নকৰিলেও, পঞ্চ-বাণৰ পৰশ নালাগিলেও যৌৱন-মদে মত্ততাৰ সৃষ্টি কৰে।

'ৰঘুবংশ'ত মহাৰাজ দিলীপৰ চৰিত্ৰ-বৰ্ণনা প্ৰসঙ্গত বিভাৱনা অলংকাৰৰ আন এটি সুন্দৰ উদাহৰণ দেখিবলৈ পোৱা যায়।

ভয়ৰ কাৰণ উপস্থিত হ'লে আত্মৰক্ষা কৰিবলৈ মানুহ যত্নপৰ হয়; ৰোগৰ দ্বাৰা আক্ৰান্ত হ'লে ধৰ্ম আচৰণ কৰিবলৈ মনোযোগী হয়, নীৰোগ মানুহৰ মনলৈ ধৰ্মৰ ভাব নাহে। লোভৰ বশৱৰ্তী হৈ মানুহে অৰ্থ সংগ্ৰহ আৰু সঞ্চয় কৰে; আকৌ দেখা যায়, মানুহে সুখদায়ক ভোগ্য বস্তুৰ প্ৰতি মনোনিৱেশ কৰে আৰু বিষয়-সুখৰ আনন্দ অনুভৱ কৰে। এয়া মানুহৰ স্বাভাৱিক ধৰ্ম।

১. কুমাৰসম্ভৱ ১।৩১

কিন্তু মহাৰাজ দিলীপৰ ভয় নাই, অথচ তেওঁ আত্মৰক্ষা কৰে ; ৰোগাতুৰ নহয়, অথচ ধৰ্মৰ অনুষ্ঠান কৰে ; লোভ নাই, অথচ অৰ্থ গ্ৰহণ কৰে ; আসক্তি নাই, অথচ বিষয়-সুখ অনুভৱ কৰে ।

জুগোপাত্মানমত্ৰস্তো ভেজে ধৰ্মমনাতুৰঃ ।
অগৃধ্নুৰাদদে সোঽৰ্থমসক্তঃ সুখমন্বভূৎ ॥[১]

ইয়াত আত্ম-সংযম, শুদ্ধ স্বভাৱ আৰু ৰাজোচিত ধৰ্মৰূপ প্ৰকৃত কাৰণ অনুক্ত হৈও কাৰ্যৰ উৎপত্তি হোৱাত বিভাৱনা অলংকাৰ হৈছে । অনুক্ত প্ৰসিদ্ধ কাৰণৰ বাবে কাৰণান্তৰৰ অনুমান কৰা হৈছে । 'কুমাৰসম্ভৱ'ত অকাল বসন্ত-বৰ্ণনাত কবিয়ে প্ৰকাশ কৰিছে :

'ক্ৰমেকতে অশোক গছে স্কন্ধৰপৰাই পল্লৱ আৰু কুসুম প্ৰসৱ কৰিলে, সুন্দৰী নাৰীৰ মনোহৰ নূপুৰ ধ্বনি-বিশিষ্ট চৰণৰ আঘাতলৈ অপেক্ষা নকৰিলে ।'[২]

সুন্দৰী নাৰীৰ সনূপুৰ চৰণাঘাত নোপোৱালৈকে অশোক ফুল নুফুলে, এয়া কবিসকলৰ সংকেত (poetic convention) ; ইয়াত বসন্তৰ বলবত্তৰ-ভাৱ-ৰূপ কাৰণ অনুক্ত ; কিন্তু অনুমানলভ্য ।

## বিশেষোক্তি :

কাৰণ বিদ্যমান থকা সত্ত্বেও কাৰ্যোৎপত্তি নহ'লে বিশেষোক্তি অলংকাৰ হয়। কাৰ্যোৎপত্তিৰ অৰ্থ—স্বাভাৱিক কাৰ্যোৎপত্তি। কাৰণৰ অৰ্থ—সাধাৰণ বা প্ৰসিদ্ধ কাৰণ । কাৰ্যোৎপত্তি নোহোৱাৰ প্ৰকৃত কাৰণ কোনো ঠাইত উক্ত আৰু কোনো ঠাইত অনুক্ত হৈ থাকে । এনে স্থলত কেতিয়াবা স্বাভাৱিক কাৰ্যোৎপত্তিৰ ঠাইত বিৰুদ্ধ কাৰ্যোৎপত্তি হোৱাও দেখা যায় ।

---

১. ৰঘুবংশ ১।২১

২. অসূত সদ্যঃ কুসুমান্যশোকঃ স্কন্ধাৎপ্ৰভৃত্যেৱ সপল্লৱানি ।
পাদেন নাপৈক্ষত সুন্দৰীণাং সংপৰ্কমাশিঞ্জিতনূপুৰেণ ॥

(কুমাৰ ৩।২৬)

'কুমাৰসম্ভৱ'ত মহাদেৱৰ সমাধি-বৰ্ণনা প্ৰসঙ্গত পোৱা যায়: 'বসন্তৰ আবিৰ্ভাৱ হোৱাৰ সময়তে মহাদেৱে অপ্সৰাসকলৰ মধুৰ গীত শুনিবলৈ পালে; কিন্তু তেওঁ আত্মাৰ অনুসন্ধানত সচেষ্ট হৈ উঠিল। চিত্ত বশীভূত কৰা লোকৰ সমাধি কেতিয়াও কোনেও ভঙ্গ কৰিব নোৱাৰে।'[১]

বসন্ত কালত অপ্সৰাৰ গীত শ্ৰৱণ-ৰূপ কাৰণৰ স্বাভাৱিক কাৰ্য সমাধিভঙ্গ; কিন্তু সেই কাৰ্যোৎপত্তি নোহোৱাৰ প্ৰকৃত কাৰণ 'আত্ম-সংযম'। সেই কাৰণ ইয়াত উক্ত হৈছে। কবিৰ 'ৰঘুৱংশ'ত দিলীপৰ চৰিত্ৰ-বৰ্ণনাত পোৱা যায়:

'তেওঁ (দিলীপে) জ্ঞান থকা সত্ত্বেও মৌনভাৱে থাকে, শক্তি থকা সত্ত্বেও ক্ষমা কৰে, আৰু দান কৰা সত্ত্বেও আত্ম-প্ৰশংসা নকৰে; গতিকে, তেওঁৰ গুণসমূহ মৌন প্ৰভৃতি বিৰুদ্ধ গুণেৰে সৈতে সামঞ্জস্য ৰাখি পৰস্পৰে সহোদৰৰ দৰে বাস কৰিছে।'[২]

ইয়াত জ্ঞান, শক্তি আৰু দান-ৰূপ কাৰণৰ স্বাভাৱিক কাৰ্য যথাক্ৰমে প্ৰকাশ, প্ৰদৰ্শন আৰু প্ৰশংসা; কিন্তু স্বাভাৱিক কাৰ্যৰ উৎপত্তি নহৈ বিৰুদ্ধ কাৰ্য মৌন, ক্ষমা আৰু শ্লাঘা বা দৰ্পহীনতাহে উৎপত্তি হোৱা দেখা যায়। ইয়াত প্ৰকৃত কাৰণ 'আত্মসংযম'। এই কাৰণ অনুক্ত।

## সমাসোক্তি:

সমান কাৰ্য আৰু সমান বিশেষণৰ দ্বাৰা প্ৰস্তুত অৰ্থাৎ বৰ্ণনীয় বিষয়ত অপ্ৰস্তুত বিষয়ৰ ব্যৱহাৰ সমাৰোপ কৰিলে সমাসোক্তি অলংকাৰ হয়। অৰ্থাৎ প্ৰস্তাৱিত বিষয়ত অপ্ৰস্তাৱিত বিষয়ৰ

---

১. শ্ৰুতাপ্সৰোগীতিৰপি ক্ষণেঽস্মিন্ হৰঃ প্ৰসংখ্যানপৰো বভূৱ।
আত্মেশ্বৰাণাং ন হি জাতু বিঘ্নাঃ সমাধিভেদপ্ৰভৱো ভৱন্তি॥
(কুমাৰ ৩।৪০)

২. জ্ঞানে মৌনং ক্ষমা শক্তৌ ত্যাগে শ্লাঘাবিপৰ্যয়ঃ।
গুণা গুণানুবন্ধিত্বাত্তস্য সপ্ৰসৱা ইৱ॥ (ৰঘু ১।২২)

ব্যৱহাৰ ( যেনে—কাৰ্য, বৈশিষ্ট্য, বিশেষণ ) আৰোপিত হ'লে সমাসোক্তি অলংকাৰ হয়।

সমান কাৰ্য, সমান বৈশিষ্ট্য বা সমান বিশেষণ নাথাকিলে এই অলংকাৰ নহয়। ইয়াত অপ্ৰস্তাৱিত বস্তুৰ স্বতন্ত্ৰভাৱে উল্লেখ নাথাকে ; বৰ্ণনীয় বিষয়ৰ কাৰ্য বা বিশেষণে তাৰ সংকেত দিয়ে। সমাসৰ অৰ্থ সংক্ষেপ ; প্ৰস্তুত আৰু অপ্ৰস্তুত—এই দুই বিষয়ৰ উক্তিক সংক্ষিপ্ত কৰাৰ কাৰণে এই অলংকাৰৰ নাম সমাসোক্তি। ইয়াত অপ্ৰস্তুত বস্তু সাধাৰণ মানৱ-ধৰ্ম-বিশিষ্ট হয়।

'কুমাৰসম্ভৱ'ত বসন্ত-বৰ্ণনা প্ৰসঙ্গত কবিয়ে উল্লেখ কৰিছে :

বালেন্দুৱক্ৰাণ্যৱিকাশভাৱাদ্বভুঃ পলাশান্যতিলোহিতানি।
সদ্যো ৱসন্তেন সমাগতানাং নখক্ষতানীৱ ৱনস্থলীনাম্ ॥[১]

পূৰ্ণভাৱে বিকশিত নোহোৱা হেতু নতুনকৈ দেখা দিয়া চন্দ্ৰৰ দৰে অতি ৰঙীন, বক্ৰাকৃতিৰ পলাশৰ কলিসমূহে বসন্তৰে সৈতে সমাগতা বনস্থলীৰ অঙ্গত নতুনকৈ কৰা নখাঘাতৰ শোভা ধাৰণ কৰিছে।

ইয়াত বনস্থলীৰ ওপৰত নখাঘাত কৰা বসন্তক প্ৰণয়ী-ৰূপে অঙ্কিত কৰা হৈছে আৰু অপ্ৰস্তুত (উল্লেখ নোহোৱা) নায়কৰ ব্যৱহাৰ প্ৰস্তুত বসন্তৰ আৰোপ কৰা হৈছে। নখাঘাত-ৰূপে সমান কাৰ্যৰ উল্লেখৰ দ্বাৰা এই আৰোপ সিদ্ধ হোৱাত সমাসোক্তি অলংকাৰ হৈছে। অৰ্ধবিকশিত ৰঙীন পলাশৰ কলিৰ বক্ৰাকাৰৰ লগত যুৱতীৰ অঙ্গত নায়কৰ নখাঘাতৰ ৰঙীন বক্ৰাকৃতিৰ কি অনুভৱ কল্পনা !

## অপ্ৰস্তুত-প্ৰশংসা :

যি ঠাইত অপ্ৰস্তুত বা অপ্ৰস্তাৱিত বিষয়ৰ বৰ্ণনাৰ দ্বাৰা প্ৰস্তুত বা বৰ্ণনীয় বিষয়ৰ উপলব্ধি হয়, সেই ঠাইত অপ্ৰস্তুত-প্ৰশংসা অলংকাৰ হয়। অৰ্থাৎ যি ঠাইত বৰ্ণনীয় বিষয় নিগূঢ় হৈ থাকে

১. কুমাৰসম্ভৱ ৩।২৯

আক তাৰ উপলব্ধিৰ কাৰণে অপ্ৰস্তাৱিত বিষয়ৰ বৰ্ণনা কৰা হয় তাত অপ্ৰস্তুত-প্ৰশংসা অলংকাৰ হয়।

প্ৰশংসাৰ অৰ্থ বৰ্ণনা, গুণ-কীৰ্তন নহয়। অপ্ৰস্তুতৰ বৰ্ণনাই অপ্ৰস্তুত-প্ৰশংসা।

'কুমাৰসম্ভৱ'ত পোৱা যায়, মহাদেৱক পতি-ৰূপে পাবলৈ পাৰ্বতী কঠোৰ তপস্যাত ব্ৰতী। এনেতে ব্ৰহ্মচাৰীৰ ছদ্মবেশত মহাদেৱ পাৰ্বতীৰ সম্মুখত উপস্থিত হ'ল, আক যথা সম্ভৱ মহাদেৱৰ নিন্দা কৰিবলৈ ধৰিলে আক তেওঁৰ নিৰ্বাচন যে ঠিক হোৱা নাই তাৰ যুক্তি দৰ্শালে।

ব্ৰহ্মচাৰীয়ে ক'লে, চোৱাঁ, কন্যামাত্ৰেই পতি-ৰূপ পৰায়ণা ; কিন্তু মহাদেৱ বিৰূপাক্ষ। সৰ্বাঙ্গ প্ৰধান চকুৰ ওপৰতে মানুহৰ সৌন্দৰ্য, বিকৃত লোচনৰ আন অঙ্গ বৰ্ণনা কৰি কি লাভ? দ্বিতীয়তে, আঢ্যৱন্ত পতিয়েই নাৰীৰ সৰ্বতোভাৱে কাম্য; কিন্তু মহাদেৱ দিগম্বৰ, গতিকে আৰ্থিক অৱস্থাৰ বিষয়ে নোকোৱাই ভাল। তেওঁৰ কুলৰ কোনো পৰিচয় নাই। আক বিশেষকৈ, আচৰিত কথা, মহাদেৱ বৃষভৰ ওপৰত উঠি ঘূৰি ফুৰে। তেওঁক পতি-ৰূপে গ্ৰহণ কৰি তুমি বৃষভৰ ওপৰত উঠি ঘূৰি ফুৰা দেখিলে তোমাক জানো মানুহে নাহাঁহিব?

> বপুৰ্বিৰূপাক্ষমলক্ষ্যজন্মতা দিগম্বৰত্বেন নিৱেদিতং বসু।
>
> বৰেষু যদ্বালমৃগাক্ষি মৃগ্যতে তদস্তি কিং ব্যস্তমপি ত্ৰিলোচনে।[১]

উত্তৰত পাৰ্বতীয়ে ক'লে :

> অসংপদস্তস্য বৃষেণ গচ্ছতঃ প্ৰভিন্নদিগ্বাৰণবাহনো বৃষা।
>
> কৰোতি পাদাবুপগম্য মৌলিনা বিনিদ্ৰমন্দাৰৰজোকণাঙ্গুলী॥[২]

তেওঁৰ (মহাদেৱৰ) ধন-সম্পত্তি নাই, দৰিদ্ৰ, কিন্তু মদস্ৰাৱী ঐৰাৱত-বাহনেৰে বিচৰণ কৰা স্বয়ং ইন্দ্ৰই তেওঁৰ ওচৰ চাপি শিৱৰ

---

১. কুমাৰসম্ভৱ ৫।৭২

২. কুমাৰসম্ভৱ ৫।৮০

মুকুটেৰে সেই বৃষ-বাহনেৰে গমন কৰিব ধৰা সম্পদহীন দৰিদ্ৰৰ চৰণ-যুগলত নতশিৰে নমস্কাৰ কৰে; সেই সময়ত তেওঁৰ শিৰৰ বিকশিত মন্দাৰ কুসুমৰ পৰাগেৰে শিৱৰ চৰণৰ আঙুলিবোৰ ৰঙীন হৈ উঠে।

দিগ্‌গজাৰোহী দেৱৰাজ ইন্দ্ৰ যাৰ চৰণ-যুগলত অৱনতমস্তক হয়, সেই ত্ৰিলোচনৰ মহিমা যথাৰ্থৰূপে কোনে বৰ্ণাব পাৰে। বৃষাৰোহীৰ চৰণ দিগ্‌গজাৰোহীৰো বন্দনীয়, তেনে ক্ষেত্ৰত শিৱৰ সম্পদৰেই বা প্ৰয়োজন কি? বৃষ-বাহনেই বা উপহাসৰ বস্তু হয় কেনেকৈ? ইয়াত ইন্দ্ৰৰ কাৰ্যেৰে মহাদেৱৰ মহত্ত্ব প্ৰকাশ হোৱাত অপ্ৰস্তুত-প্ৰশংসা অলংকাৰ হৈছে। [প্ৰাসঙ্গিক বিষয়ত অপ্ৰাসঙ্গিক বিষয়ৰ আৰোপ কৰিলে সমাসোক্তি আৰু অপ্ৰাসঙ্গিক বিষয়ত প্ৰাসঙ্গিক বিষয়ৰ আৰোপ কৰিলে অপ্ৰস্তুত-প্ৰশংসা হয়।]

## বিৰোধাভাস:

যি ঠাইত প্ৰকৃত বিৰোধ নাই, অথচ আপাতদৃষ্টিত বিৰোধ বুলি প্ৰতীয়মান হয় সেই ঠাইত বিৰোধাভাস অলংকাৰ হয়।

বিৰোধাভাসক কেৱল বিৰোধ অলংকাৰ বুলিও কোৱা হয়। এই বিৰোধ থাইকৈ বচন-ভঙ্গীত নিহিত, পৰ্যাৱসানত সেই বিৰোধ তিৰোহিত হয় আৰু পৰ্যালোচনাৰ মাজেদি সেই বিৰোধৰ অৱসান ঘটাব নোৱাৰিলে তাত অলংকাৰ নহয়, দোষ হে হয়।

'ৰঘুবংশ'ত বিষ্ণুস্তুতি প্ৰসঙ্গত কবিয়ে উল্লেখ কৰিছে:

অজস্য গৃহ্ণতো জন্ম নিৰীহস্য হতদ্বিষঃ।
স্বপতো জাগৰূকস্য যাথাৰ্থ্যং বেদ কস্তৱ॥[১]

তুমি (বিষ্ণু) অজ অৰ্থাৎ জন্মহীন হ'লেও জন্ম পৰিগ্ৰহ কৰিছা, নিৰীহ অৰ্থাৎ চেষ্টা ৰহিত হৈও শত্ৰু বিনাশ কৰি থাকা; নিত্য

১. ৰঘুবংশ ১০।২৪

জাগৰণশীল হৈও যোগনিদ্ৰা অৱলম্বন কৰি আছা—তোমাৰ মহিমা কোনে বুজিব পাৰে।

ইয়াত জন্মৰহিত (অজ) গুণ আৰু জন্ম-গ্ৰহণ—এই কাৰ্যৰ মাজত বিৰোধ প্ৰতীতি হ'লেও ভগৱানৰ অলৌকিক মহিমা পৰ্যালোচনা কৰিলে সেই বিৰোধৰ অৱসান ঘটে।

## পৰিবৃত্তি :

যি ঠাইত দুটা বস্তুৰ বিনিময় (exchange) বা আদান-প্ৰদান দেখুওৱা হয় সেই ঠাইত পৰিবৃত্তি (barter) অলংকাৰ হয়। এই বিনিময় তিনি প্ৰকাৰে হ'ব পাৰে, যেনে (১) সমানেৰে সৈতে সমানৰ, (২) উত্তমেৰে সৈতে নিঃকিনৰ, নাইবা (৩) নিঃকিনেৰে সৈতে উত্তমৰ।

প্ৰকৃততে এই বিনিময় বাস্তৱ নহয়, এয়া কবিৰ কল্পনা মথোন। এই কল্পনাৰ মাজেদিয়েই কবিয়ে সৃষ্টি কৰে এক অনিৰ্বচনীয় চমৎকাৰিত্বৰ।

'কুমাৰসম্ভৱ'ত ছদ্মবেশী ব্ৰহ্মচাৰী শঙ্কৰে তপস্যাব্ৰতী পাৰ্বতীক প্ৰশ্ন কৰিলে :

কিমিত্যপাস্যাভৰণানি যৌৱনে ধৃতং ত্বয়া বাৰ্ধকশোভি বল্কলম্।
বদ প্ৰদোষে স্ফুটচন্দ্ৰতাৰকা বিভাৱৰী যদ্যৰুণায় কল্পতে ॥[১]

কিহৰ বাবে তুমি এই নৱ-প্ৰস্ফুটিত যৌৱনৰ শোভা-বৰ্ধক আভৰণৰ সলনি বৃদ্ধ-কালত শোভা পোৱা গছৰ বাকলি পৰিধান-ৰূপে গ্ৰহণ কৰিছা? চন্দ্ৰ আৰু তাৰকাৰাজিৰে সমুদ্ভাসিতা গভীৰ ৰজনীয়ে জানো অৰুণৰ আভা কামনা কৰে?

ইয়াত যৌৱনৰ অলংকাৰৰ সলনি বাৰ্ধক্যৰ বল্কল গ্ৰহণ নিঃকিনেৰে সৈতে উত্তমৰ বিনিময় ঘটিছে।

---

১. কুমাৰসম্ভৱ ৫।৪৪

কবিৰ অভিপ্ৰায়—চন্দ্ৰতাৰকাদি অলংকাৰেৰে শোভিতা নৱ-যৌৱনসম্পন্না ৰজনীৰ বুকুত যদি অৰুণৰ উদয় সম্ভৱ হয়, তেনেহ'লে পাৰ্বতীৰ পক্ষে নৱ-যৌৱনৰ অলংকাৰ ত্যাগ কৰি 'ৰাৰ্ধকশোভি বল্কল' ধাৰণ সমুচিত হ'ব। কবিৰ কি অদ্ভুত কল্পনা !

## পৰ্যায় :

একেটা বস্তুৱে যেতিয়া কেইবা ঠাইতো ক্ৰমান্বয়ে অৱস্থান কৰা বা কাৰ্য কৰা বুজায় তেতিয়া পৰ্যায় (succession) অলংকাৰ হয়। পৰ্যায়ৰ অৰ্থ হ'ল, ক্ৰম (order of sequence)।

পাৰ্বতীৰ তপস্যা-বৰ্ণনা প্ৰসঙ্গত কোৱা হৈছে :

বৰ্ষাৰ প্ৰথম জলবিন্দুসমূহে পাৰ্বতীৰ চেলাউৰিত খন্তেক থকাৰ পিছতে গৈ ওঠত আঘাত কৰিলে। তাৰ পিছত সেই বিন্দুসমূহ তেওঁৰ স্তনৰ ওপৰত পৰি একেবাৰে চূৰ্ণিত হ'ল, তাৰ পিছত সেই চূৰ্ণ বিন্দুসমূহ গৈ উদৰৰ ৰেখাৱলীত কম্পিত হ'বলৈ ধৰিলে। এইদৰে গৈ তেওঁৰ নাভিৰন্ধ্ৰত প্ৰৱেশ কৰিবলৈ জলবিন্দুৰ বহু সময় লাগিল।

ইয়াত একেটা বস্তু অৰ্থাৎ বৰ্ষাৰ প্ৰথম জলবিন্দু ক্ৰমান্বয়ে পাৰ্বতীৰ চেলাউৰি, ওঠ, স্তন, উদৰৰ ৰেখাৱলী আৰু নাভিত অৱস্থিতিৰ বৰ্ণনা কৰা হৈছে।

আকৌ,

যি হাতেৰে তেওঁ (পাৰ্বতীয়ে) বিভিন্ন ৰঙেৰে ওঠ ৰঞ্জিত কৰিছিল আৰু ৰাগৰঞ্জিত স্তনৰ ওপৰত পৰা কন্দুক ৰঙীন হৈ উঠিলে যি হাতেৰে তাকে লৈ খেলা কৰিছিল, সেই হাত এতিয়া

---

১. স্থিতাঃ ক্ষণং পক্ষ্মসু তাড়িতাধৰাঃ পয়োধৰোৎসেধনিপাতচূৰ্ণিতাঃ।
ৱলীষু তস্যাঃ স্খলিতাঃ প্ৰপেদিৰে চিৰেণ নাভিং প্ৰথমোদবিন্দৱঃ॥
(কুমাৰ ৫।২৪)

কুশাঙ্কুৰ সংগ্ৰহত ক্ষত-বিক্ষত আৰু সকলো সময়তে অক্ষমালা গণনাত ব্যাপৃত।[১]

ইয়াত পাৰ্বতীয়ে একেখন হাতকে ওঠত ৰঙৰ প্ৰলেপ, কন্দুকৰ খেলা, কুশবনৰ আহৰণ আৰু অক্ষমালাৰ গণনাত নিযুক্ত কৰিছে।

**সমুচ্চয় ঃ**

যি ঠাইত কোনো এটা কাৰ্য সাধন কৰিব পৰা এটা কাৰণ থকা সত্ত্বেও সেই কাৰ্যৰ একে ফলকে দিব পৰা আন কিছুমান কাৰণবো উল্লেখ কৰা হয়, তেতিয়া সেই ঠাইত সমুচ্চয় অলংকাৰ হয়।

উদাহৰণস্বৰূপে 'কুমাৰসম্ভৱ'ৰ নিম্নোদ্ধৃত শ্লোকটো উল্লেখ কৰিব পাৰি ঃ

উমা ৱধূৰ্ভৱান্দাতা যাচিতাৰ ইমে ৱয়ম্।
ৱৰঃ শম্ভুৰলং হ্যেষ ত্বৎকুলোদ্ভূতয়ে ৱিধিঃ॥[২]

আপোনাৰ ( হিমালয়ৰ ) কন্যা উমা হ'ব বধূ, আপুনি হ'ব সম্প্ৰদানকৰ্তা, আমি ( অঙ্গিৰাপ্ৰভৃতি মুনি ) যাচক আৰু স্বয়ং শম্ভু হ'ব বৰ ; গতিকে এই শুভকাৰ্য আপোনাৰ কুলৰ সকলো প্ৰকাৰে মঙ্গলদায়ক হ'ব।

কবিয়ে ইয়াত হিমালয়ৰ পক্ষে কন্যা সম্প্ৰদানৰূপ কাৰ্যৰ ফল যে তেওঁৰ কুলৰ কাৰণে অতি মঙ্গলদায়ক হ'ব তাৰ একাধিক কাৰণ প্ৰয়োগ কৰিছে। এই কাৰণসমূহৰ যি কোনো এটাই হিমালয়ৰ কুল সমৃদ্ধি আৰু মঙ্গল বিধান কৰিবলৈ স্বতন্ত্ৰভাৱে সমৰ্থ; কিয়নো পুণ্যৱতী পাৰ্বতী কন্যা, হিমালয় নিজে সম্প্ৰদান কৰ্তা, বন্দনীয় মহৰ্ষিসকল সেই বিৱাহ সংযোগৰ ঘটক আৰু সবাতোকৈ শ্ৰেষ্ঠ কথা, জগৎ কল্যাণকাৰী শিৱ সেই কন্যাৰ প্ৰাৰ্থী। ইয়াৰ

---

১. ৱিসৃষ্টৰাগাদধৰান্নিৱৰ্তিতঃ স্তনাঙ্গৰাগাৰুণিতাচ্চ কন্দুকাৎ।
কুশাঙ্কুৰাদানপৰিক্ষতাঙ্গুলিঃ কৃতোঽক্ষসূত্ৰপ্ৰণয়ী তয়া কৰঃ॥ ( কুমাৰ ৫।১১ )

২. কুমাৰসম্ভৱ ৬।৮২

যি কোনো এটা কাৰণেই জানো হিমালয়ৰ কুলৰ মঙ্গল বিধান কৰিবলৈ সমৰ্থ নহ'ব ?

ইয়াত এক অভিপ্ৰেত ফলৰ কাৰণে একে লগে একাধিক কাৰণৰ উল্লেখ কৰা হৈছে ; কিন্তু তাৰ প্ৰতিটি কাৰণেই স্বকীয়ভাৱে সেই একে ফলকে দিবলৈ সমৰ্থ। গতিকে সি সমুচ্চয় অলংকাৰ হৈছে।

**উদাত্ত :**

যি ঠাইত বিষয়-বস্তুৰ লোকাতিশয় সমৃদ্ধিৰ নাইবা মহৎ ব্যক্তিৰ কাৰ্য বা আচৰণক প্ৰস্তাৱিত বিষয়ৰ অঙ্গ হিছাপে বৰ্ণনা কৰা হয়, তাত উদাত্ত অলংকাৰ হয়।

'বিক্ৰমোৰ্বশীয়' নাটকত পোৱা যায়, দুৰ্দান্ত দানৱ কেশীৰ হাতৰপৰা উৰ্বশীক উদ্ধাৰ কৰা হেতু ৰজা পুৰুৰৱাক চিত্ৰৰথে প্ৰশংসা কৰিলে। চিত্ৰৰথৰ প্ৰশংসা-বাণী শুনি ৰজাই বিনম্ৰভাৱে উত্তৰ দিলে, ইন্দ্ৰৰ সপক্ষ অনুষঙ্গী হিছাপেহে শত্ৰুক জয় কৰিছোঁ, এয়া নিঃসন্দেহে সেই বজ্ৰপাণিৰে পৰাক্ৰম মাথোন, ইয়াত আমাৰ প্ৰশংসা বা গুণৰ কথা নাই ; এই প্ৰশংসা কেৱল পৰাক্ৰমী ইন্দ্ৰৰে প্ৰাপ্য, আমাৰ নহয়। ৰজাই নিজৰ বক্তব্যক এটি উদাহৰণেৰে দৃঢ় কৰি তুলিলে :

'ৱসুধাধৰকন্দৰাভিসৰ্পী প্ৰতিশব্দোঽপি হৰেৰ্ভিনত্তি নাগান্।'[1]

পৰ্বত-কন্দৰৰপৰা নিৰ্গত হোৱা সিংহ-গৰ্জনৰ কেৱল প্ৰতিধ্বনিয়েই হস্তীসমূহৰ সাহস ভঙ্গ কৰিবলৈ যথেষ্ট।

ইয়াৰ বাবে প্ৰশংসাৰ পাত্ৰ কেৱল সিংহই ; প্ৰতিধ্বনিও নহয়, পৰ্বত-কন্দৰো নহয়। ইয়াৰ দ্বাৰা ৰজাই ব্যক্ত কৰিবলৈ বিচাৰিছে যে, প্ৰতিপক্ষক পৰাভূত কৰা এই বীৰত্বপূৰ্ণ কাৰ্য ইন্দ্ৰৰ পৰাক্ৰমৰ প্ৰতিফলন মাথোন ; অনুযায়ীবৰ্গৰ কোনো গুণ নাই। ৰজাই নিজে ইন্দ্ৰৰ অনুযায়ী বুলি প্ৰকাশ কৰাত বিনয়ৰ আতিশয্য

১. বিক্ৰমোৰ্বশীয় ১।১৫

প্ৰদৰ্শিত হৈছে। বজাৰ বীৰত্বক ইন্দ্ৰৰ পৰাক্ৰমৰ অঙ্গ হিচাপে বৰ্ণনা কৰা হৈছে।

## সহোক্তি :

যি ঠাইত এটা উক্তিৰে সৈতে সহ-বাচক শব্দৰ প্ৰয়োগ কৰি দুটা ভাবৰ সাহিত্যিক বা সহভাবক মনোৰঞ্জনকৈ প্ৰকাশ কৰা হয় সেই ঠাইত সহোক্তি অলংকাৰ হয়। চমৎকাৰকাৰী সহ-ভাবৰ প্ৰকাশেই সহোক্তি।

মহাৰাজ অজই ৰাণী ইন্দুমতীৰে সৈতে উপবনত বিহাৰ কৰি আছে। এনেতে দেৱৰ্ষি নাৰদ আকাশ-পথেৰে গোকৰ্ণ তীৰ্থলৈ যায়। দেৱৰ্ষিৰ হাতত বীণা; বীণাৰ আগভাগত আছে দিব্য কুসুমেৰে গঁথা এধাৰি মালা। বতাহৰ বেগত হঠাৎ সেই মালাধাৰি বীণাৰপৰা খহি ইন্দুমতীৰ স্তন-যুগলৰ ওপৰত পৰিল। দিব্য-মালা নিৰীক্ষণ কৰি ৰাজবধূ ইন্দুমতী মূৰ্চ্ছিতা হ'ল। হতচেতন দেহটিৰে ইন্দুমতী লুটি খাই পৰিল পৃথিৱীৰ বুকুত আৰু লগতে প্ৰিয়পতি অজকো কৰিলে ধৰাশায়ী।[১] এইটো লোক প্ৰসিদ্ধ কথা যে, প্ৰদীপৰ শিখা যেতিয়া মাটিত পৰে তাৰ লগতে তৈল-বিন্দুও থাকে। কবিৰ অভিপ্ৰায় এয়ে, দীপশিখা আৰু তৈলবিন্দুৱে একেলগে অভিন্নভাৱে গতি কৰে; সেই দৰে অভিন্নভাৱে আকৃষ্ট ৰাণী আৰু ৰজাৰো একে গতি হ'ল। এনে ক্ষেত্ৰত প্ৰদীপৰ শিখাৰে সৈতে ইন্দুমতীৰ আৰু তৈলবিন্দুৰে সৈতে অজৰ তুলনা কবিৰ কি অনুপমেয় কল্পনা। দীপশিখাৰ জীৱন সমাপ্তি হ'লে তৈলবিন্দুৰ জানো জীৱনৰ অৱসান নহব? ইয়াত ইন্দুমতীৰ ভূতল-শয়নে মহাৰাজ অজৰ সম্মোহনৰ কাৰণ। আৰু কবিয়ে সহোক্তিৰ মাজেদি কাৰ্য-কাৰণ

১. ৱপুষা কৰণোজ্ঝিতেন সা নিপতন্তী পতিমপ্যপাতয়ৎ।
নম্ন তৈলনিষেকবিন্দুনা সহ দীপাৰ্চিৰুপৈতি মেদিনীম্॥
(ৰঘু ৮।৩৮)

ভাৱৰ সাহিত্যিক প্ৰকাশ কৰিলে। ইয়াকেই সহৃদয়-হৃদয়াহ্লাদী সাহিত্য-বৰ্ণন বোলা হয়।

## প্ৰতিবস্তূপমা ঃ

পৰস্পৰ-সন্নিহিত দুটা সম্পূৰ্ণ পৃথক বাক্যৰ সাদৃশ্য প্ৰতীয়মান হলে আৰু সিহঁতৰ সাধাৰণ ধৰ্ম ভিন্ন শব্দেৰে প্ৰকাশিত হ'লে প্ৰতিবস্তূপমা অলংকাৰ হয়।

প্ৰতিবস্তূপমা প্ৰকৃততে উপমাৰ প্ৰতিবস্তু বা ছায়া। প্ৰতি-বস্তূপমাত প্ৰতি বাক্যৰ সামান্য ধৰ্ম শব্দান্তৰেৰে সূচিত হয় আৰু ইয়াত ইব, যথা প্ৰভৃতি সাদৃশ্য-বাচক শব্দৰ প্ৰয়োগ কৰা নহয়।

ৰজা দুষ্মন্তই অনসূয়াৰপৰা শকুন্তলাৰ জন্ম-বৃত্তান্ত জানিলে। শকুন্তলাৰ পিতৃ মহৰ্ষি কণ্ব আৰু মাতৃ অপ্সৰা মেনকা। তেতিয়া দুষ্মন্তই মন্তব্য কৰিলে, এৰা, অপ্সৰা-জাত নহলে এনে উন্মাদকাৰিণী ৰূপ হ'ব পাৰে জানো ?

ভাস্বৰ দীপ্তি সদায় আকাশতে উৎপন্ন হয়, শুদ্ধ পৃথিৱীৰপৰা তাৰ উদ্ভৱ কদাপি সম্ভৱ নহয়ঃ সেইদৰে পাৰ্থিৱ নাৰীৰপৰা অপাৰ্থিৱ প্ৰভাসম্পন্ন শকুন্তলাৰ জন্ম হোৱা সম্ভৱ নহয়, স্বৰ্গৰ অপ্সৰাৰপৰা জন্মলাভ কৰা অৱশ্যে স্বাভাৱিক।

মানুষীষু কথং ৱা সাদস্য ৰূপস্য সম্ভৱঃ।
ন প্ৰভাতৰলং জ্যোতিকদেতি ৱসুধাতলাৎ ॥[১]

ইয়াত পৃথিৱীৰপৰা প্ৰভা-চঞ্চল জ্যোতিৰ কদাপি উদ্ভৱ নহয় (ন প্ৰভাতৰলং···তলাৎ) এইটো উপমান বাক্য আৰু মানৱীয় নাৰীৰ-পৰা এনে ৰূপৰ অৱিৰ্ভাৱ অসম্ভৱ (মানুষীষু···সম্ভৱঃ) উপমেয় বাক্য। আকাশোৎপন্ন জ্যোতি-প্ৰভাৰে সৈতে শকুন্তলাৰ অপাৰ্থিৱ ৰূপ-দীপ্তিৰ তুলনা কৰা হৈছে। বাক্যদ্বয়ৰ স্বতন্ত্ৰ সামান্য ধৰ্ম 'কথং ৱা সাৎ' (কেনেকৈ বা) আৰু 'ন উদেতি' (উদ্ভৱ নহয়)

১. শকুন্তলা ১।২৩

শব্দান্তৰেৰে প্ৰতীয়মান হৈছে। ইয়াত সাদৃশ্যবাচক ইৱ, যথা আদিৰ প্ৰয়োগ কৰা হোৱা নাই। এইদৰে শকুন্তলাৰ ৰূপ বৰ্ণনাত কালিদাসৰ অতুলনীয় প্ৰতিভা প্ৰকাশিত হৈছে।

## অতিশয়োক্তি ঃ

উপমান আৰু উপমেয়ৰ অভেদ-সিদ্ধান্তৰ কাৰণে উপমেয়ৰ উল্লেখ নকৰি উপমানকেই উপমেয়ৰূপে নিৰ্দেশ কৰিলে অতিশয়োক্তি অলংকাৰ হয়।

ইয়াত উপমেয় আৰু উপমানৰ অতিশয় সাদৃশ্য থকা কাৰণে অভেদ-সিদ্ধান্ত হয় আৰু উপমানে উপমেয়ক একেবাৰে গ্ৰাস কৰি পেলায়।

ৰাৱণে সীতাক হৰণ কৰি নিয়াৰ সময়ত ঠায়ে ঠায়ে সীতাই নিজৰ আভৰণ এপদ দুপদকৈ পেলাই গৈছিল, মনতে ভাবিছিল এয়া ৰামচন্দ্ৰৰ চকুত পৰিলে জানোবা তেওঁ বুজি পায়—এই পথেদিয়ে সীতাক কোনোবাই লৈ গৈছে।

ৰাৱণ-বিজেতা ৰামচন্দ্ৰই সীতাৰে সৈতে লঙ্কাৰপৰা উভতি অহাৰ পথত কোনো এখন ঠাই দেখাৰ লগে লগে ৰামচন্দ্ৰৰ স্মৃতি-পথত উদ্ভাসিত হৈ উঠিল এক মৰ্মন্তুদ স্মৃতি আৰু সীতাক ক'লে ঃ

সৈষা স্থলী যত্ৰ বিচিন্বতা ত্বাং ভ্ৰষ্টং ময়া নূপুৰমেকমুৰ্ব্যাম্।
অদৃশ্যত ত্বচ্চৰণাৰবিন্দবিশ্লেষদুঃখাদিৱ বদ্ধমৌনম্॥[১]

চোৱাঁ, এইখনেই সেই ঠাই, তোমাক অন্বেষণ কৰোঁতে কৰোঁতে হঠাতে য'ত দেখা পাইছিলোঁ তোমাৰ গাৰপৰা এৰাই পৰা এটি নূপুৰ। তাক দেখি মনত এনে লাগিছিল যেন সেই নূপুৰ তোমাৰ চৰণ-কমলৰপৰা বিচ্যুত হৈ দুখত মৌন অৱলম্বন কৰি মাটিত পৰি আছে।

বিৰহ-যন্ত্ৰণাত অচেতন নূপুৰ চেতন বিৰহী লোকৰ দৰে মৌন

১. ৰঘুবংশ ১৩।২৩

অৱলম্বন কৰি মাটিত পৰি থকাৰ কি অনুপম কল্পনা ; কিন্তু চেতনৰ মৌন (silence) আৰু অচেতনৰ মৌনৰ (Stillness) ভিতৰত প্ৰভেদ স্বভাৱসিদ্ধ, তথাপি কবিৰ সমান অৰ্থবোধক 'বদ্ধমৌনম্' শব্দৰ প্ৰয়োগে প্ৰভেদৰ সীমা ৰেখা নাইকিয়া কৰি অভেদৰ দৰে প্ৰতীয়মান কৰি তুলিছে। ভেদ থকা সত্ত্বেও অভেদৰ প্ৰতীতিয়েই অতিশয়োক্তিৰ কাৰণ।

'অভিজ্ঞানশকুন্তলা'ত কবিয়ে শকুন্তলাৰ সৌন্দৰ্য বৰ্ণনা কৰিছে :

চিত্ৰে নিৱেশ্য পৰিকল্পিতসত্ত্বযোগা
ৰূপোচ্চয়েন মনসা বিধিনা কৃতা নু।
স্ত্ৰীৰত্নসৃষ্টিৰপৰা প্ৰতিভাতি সা মে
ধাতুৰ্বিভূত্বমনুচিন্ত্য বপুশ্চ তস্যাঃ ॥[১]

তেওঁৰ (শকুন্তলাৰ) শৰীৰলৈ লক্ষ্য কৰিলে, মনত এনে ভাব উদয় হয় যেন বিধাতাই প্ৰথমে চিত্ৰপটত তেওঁৰ আকৃতি চিত্ৰিত কৰি পিছতহে তাত প্ৰাণ দান কৰিছে ; অথবা মনে মনে মনোমত উপকৰণ সামগ্ৰী সংগ্ৰহ কৰি, মনে মনে অঙ্গ-প্ৰত্যঙ্গসমূহক যথা স্থানত বিন্যাস কৰি, মনে মনেই ভাব-ৰাজ্যত তেওঁৰ শৰীৰ নিৰ্মাণ কৰিছে। বিধাতাৰ সৃষ্টি-নৈপুণ্য আৰু তেওঁৰ দৈহিক সৌন্দৰ্য, এই দুটাৰ প্ৰতি লক্ষ্য কৰিলে মনত এনে ভাব জাগে, তেওঁ যেন নাৰী-সমাজৰ অদ্বিতীয়া অভূতপূৰ্বা স্ত্ৰীৰত্ন-সৃষ্টি।

কবিয়ে ইয়াত শকুন্তলাৰ অঙ্গ-প্ৰত্যঙ্গ সমূহৰ পৃথক্ পৃথক্ বৰ্ণনা কৰিবলৈ চেষ্টা কৰা নাই, সৌন্দৰ্যৰ সামগ্ৰিক ৰূপটো একেটা শ্লোকৰ মাজেদি প্ৰকাশ কৰি নিজৰ অতুলনীয় কবিত্ব-শক্তি আৰু ৰম্য বৰ্ণনা ক্ষমতাৰ প্ৰদৰ্শন কৰিছে।

সৌন্দৰ্য এক অবিভাজ্য বস্তু ; তথাপি শকুন্তলাৰ সৌন্দৰ্যক আন সকলো স্ত্ৰী-সৌন্দৰ্যতকৈ পৃথক কৰি (অপৰা) বৰ্ণনা কৰি কবিয়ে

---

১. শকুন্তলা ২।৯

অভেদৰ মাজত ভেদৰ সৃষ্টি কৰিছে। অভেদ থকা সত্ত্বেও ভেদৰ প্ৰতীতি জন্মোৱাত সি অতিশয়োক্তি অলংকাৰ হৈছে।

এইদৰে সম্বন্ধ থকা সত্ত্বেও অসম্বন্ধ, অসম্বন্ধথকা সত্ত্বেও সম্বন্ধৰ প্ৰতীতি নাইবা কাৰ্য-কাৰণৰ ভিতৰত পৌৰ্বাপৰ্যৰ তাৰতম্য ঘটিলেও অতিশয়োক্তি অলংকাৰ হয়।

## উৎপ্ৰেক্ষা :

যি ঠাইত উপমান পদাৰ্থত উপমেয়ৰ সম্ভাৱনা কল্পনা কৰা হয়, সেই ঠাইত উৎপ্ৰেক্ষা অলংকাৰ হয়। উৎপ্ৰেক্ষা দুবিধ, বাচ্যা (expressed) আৰু প্ৰতীয়মানা (implied).

উপমান আৰু উপমেয়ৰ অভেদ কল্পনা কৰিবলৈ যোৱাত যি সংশয় বা সন্দেহ উপস্থিত হয়, সেই সংশয় বা সন্দেহক যেতিয়া যেনে, যথা, বোধ হয় প্ৰভৃতি শব্দৰ দ্বাৰা প্ৰকাশ কৰা হয়, তেতিয়া সেই উৎপেক্ষাক বাচ্যা উৎপ্ৰেক্ষা বোলে আৰু যেতিয়া উৎপ্ৰেক্ষাৰ প্ৰতীতি জন্মে, অথচ যেনে, যথা বোধ হয় প্ৰভৃতি শব্দৰ প্ৰয়োগ নাথাকে তেতিয়া প্ৰতীয়মানা উৎপ্ৰেক্ষা হয়।

'কুমাৰসম্ভৱ'ত কঠোৰ তপস্যাত আত্মনিয়োগ কৰা পাৰ্বতীৰ প্ৰতি লক্ষ্য কৰি কবিয়ে উল্লেখ কৰিছে :

ক্লমং যযৌ কন্দুকলীলয়াপি যা তয়া মুনীনাং চৰিতং ব্যগাহ্যত।
ধ্ৰুবং বপুঃ কাঞ্চনপদ্মনিৰ্মিতং মৃদু প্ৰকৃত্যা চ সসাৰমেৱ চ॥[1]

পূৰ্বে তেওঁ (পাৰ্বতীয়ে) সামান্য কন্দুকৰ খেলা কৰিয়েই ভাগৰি পৰিছিল। কিন্তু আজি মুনিসকলৰ আচৰণীয় কঠোৰ সাধনাতো তেওঁ নিজকে গাঢ়ভাৱে সন্নিবিষ্ট কৰিছে। নিশ্চয় তেওঁৰ শৰীৰ সুৱৰ্ণ-কমলেৰে নিৰ্মিত, সেয়েহে তেওঁৰ শৰীৰ একে লগে মৃদু আৰু কঠিন ভাৱাপন্ন।

সুকুমাৰ পদুম আৰু কঠিন কাঞ্চনেৰে গঠিত তেওঁৰ শৰীৰ ;

১. কুমাৰসম্ভৱ ৫।১৯

প্ৰকৃতিৰ পিনৰপৰা পদুমৰ দৰে মৃদু, সাৰাংশৰ পিনৰপৰা সোণৰ দৰে কঠিন। এই উভয় উপাদানেৰে নিৰ্মিত হোৱাত তেওঁৰ শৰীৰ সুকুমাৰ হলেও যেন কঠিন তপস্যাক্ষম। এয়ে কবিৰ সম্ভাৱিত কল্পনা।

লঙ্কাধিপতি ৰাৱণে পাতালত বাস কৰা নাগ-স্ত্ৰী আৰু নাগ-কন্যাসমূহক যথেষ্ট অত্যাচাৰ কৰিছিল আৰু তেওঁলোকক লঙ্কালৈ আনি তেওঁৰ বিলাসৰ দাসী কৰিছিল; সেই কাৰণে পাতালবাসী নাগকুল ৰাৱণৰ প্ৰতি অতিশয় অসন্তুষ্ট। এই প্ৰসঙ্গত 'ৰঘুবংশ'ত কবিয়ে উল্লেখ কৰিছে:

ৰামৰ দ্বাৰা নিক্ষিপ্ত শৰ ৰাৱণৰ হৃদয় ভেদ কৰি ভুজঙ্গসমূহক এই শুভ-সংবাদ দিবলৈকে যেন পৃথিৱীৰ গৰ্ভত প্ৰৱেশ কৰিলে।[১]

ত্বৰিৎগামী বাণ ৰাৱণ-বধৰ শুভ তাঁৰ-বাৰ্তা লৈ যেন পাতালত উপস্থিত হ'ল। কবিৰ কি আলৌকিক কল্পনা!

## ভাৱিক:

কোনো অতীত, ভৱিষ্যৎ বা পৰোক্ষ ঘটনাক বৰ্ণনাৰ কৌশলেৰে যেতিয়া চাক্ষুষ প্ৰত্যক্ষ কৰাৰ দৰে প্ৰতিপাদন কৰা হয় তেতিয়া ভাৱিক অলংকাৰ হয়।

'কুমাৰসম্ভৱ'ত পোৱা যায়, 'নিশ্বাসৰ সুগন্ধত অতিশয় তৃষ্ণাৰ্ত হৈ এটি মধুকৰে তেওঁৰ (পাৰ্বতীৰ) বিম্বফলৰ দৰে ৰঙীম ওঁঠৰ সম্মুখত বিচৰণ কৰিছে; ভয় আৰু চঞ্চল দৃষ্টিৰে পাৰ্বতীয়ে লীলা-কমলৰ দ্বাৰা তাক বাৰে বাৰে নিবাৰণ কৰিছে।'[২]

ইয়াত পৰ্বতীয়ে হাতত থকা লীলাকমলেৰে ভ্ৰমৰক প্ৰতি মুহূৰ্তে নিবাৰণ কৰা দেখা নাই যদিও ইয়াক পঢ়িলে চকুৰ আগতে এই ঘটনা ঘটা যেন লাগে।

---

১. ৰাৱণস্যাপি ৰামাস্তো ভিত্বা হৃদয়মাশুগঃ।
বিৱেশ ভুৱমাখ্যাতুমুৰগেভ্য ইব প্ৰিয়ম্॥ (ৰঘু ১২।৯১)

২. সুগন্ধিনিঃশ্বাসৱিবৃদ্ধতৃষ্ণং বিম্বাধৰাসন্নচৰং দ্বিৰেফম্।
প্ৰতিক্ষণং সংভ্ৰমলোলদৃষ্টিৰ্লীলাৰবিন্দেন নিবাৰয়ন্তী। (কুমাৰ ৩।৫৬)

'শকুন্তলা' নাটকত, শকুন্তলাই সখীদ্বয়ৰ কথাত বিৰক্ত হোৱা যেন দেখুৱাই 'মই তোমালোকৰ লগত নাথাকোঁ' বুলি কৈ আঁতৰি যোৱাৰ ভাও ধৰিলে আৰু কিছু দূৰ গৈয়ে হঠাৎ কুশবনৰ গজালিয়ে চৰণত আঘাত কৰা বুলি কৈ তাৰ কাঁইটবোৰ বাহিৰ কৰাৰ ছলেৰে আৰু পৰিধান কৰা গছৰ বাকলিবোৰ গছৰ ডালত লাগি ধৰা বুলি একওৱাৰ ছলেৰে মুখ ঘূৰাই সেই নৱাগত অতিথিৰ (দুষ্মন্তৰ) পিনে চাবলৈ ধৰিলে।

দৰ্ভাঙ্কুৰেণ চৰণঃ ক্ষত ইত্যকাণ্ডে তন্বী স্থিতা কতিচিদেৱ পদানি গন্ধা।
আসীদ্বিবৃত্তৱদনা চ ৱিমোচয়ন্তি শাখাসু ৱল্কলমসক্তমপি দ্ৰুমাণাম্ ॥[১]

ইয়াতো শকুন্তলাৰ কাৰ্যাৱলী চকুৰে নেদেখিলেও চকুৰ আগতে ঘটা যেন প্ৰতীয়মান হয়। এই দুয়ো ঠাইতে কালিদাসৰ প্ৰতিভা প্ৰকাশ পাইছে; কাৰণ স্থান, কাল আৰু পাত্ৰৰ সামঞ্জস্য ৰাখি এই অলংকাৰ প্ৰয়োগ কৰিব পাৰিলেহে ই বাস্তৱ ৰূপ ধাৰণ কৰে।

## বিষম :

বিসদৃশ বস্তুৰ বৰ্ণনা-বিশেষক বিষম অলংকাৰ বোলে। ইয়াত (১) কাৰ্য-কাৰণৰ বৈষম্য অৰ্থাৎ কাৰ্য-কাৰণৰ গুণ বা ক্ৰিয়াৰ বৈপৰীত্য (২) আৰব্ধ কাৰ্যৰ বৈফল্য আৰু অনিষ্ট-সম্ভাৱনাৰ উপস্থিতি (৩) দুটা পৰস্পৰ বিৰোধী বস্তুৰ একে লগে সংযোগ বৰ্ণিত হয়।

কবিয়ে ৰঘুবংশীয় ৰজাসমূহৰ চৰিত্ৰৰ বৰ্ণনা প্ৰসঙ্গত উল্লেখ কৰিছে :

ক্ব সূৰ্যপ্ৰভৱো ৱংশঃ ক্ব চাল্পৱিষয়া মতিঃ।
তিতীৰ্ষুৰ্দুস্তৰং মোহাদুড়ুপেনাস্মি সাগৰম্ ॥[২]

সূৰ্য সম্ভূত বংশই বা ক'ত আৰু মোৰ (কবিৰ) অল্প-বিষয়িনী

১. শকুন্তলা ২।১২

বুদ্ধিয়েই বা ক'ত। মই যেন মোহাচ্ছন্ন হৈ ভুৰেৰে দুস্তৰ সাগৰ পাৰ হ'বলৈ অভিলাষী হৈছোঁ।

অৰ্থাৎ, এপিনে সূৰ্যবংশ অতি বিশাল আৰু মহৎ; আন হাতে মোৰ বুদ্ধি, শক্তি অতি সামান্য। নগণ্য বুদ্ধিৰে গুৰুতৰ কাৰ্যৰ সমাধা আৰু ক্ষুদ্ৰ ভুৰ এখনৰ সহায়েৰে বিশাল সমুদ্ৰ অতিক্ৰম কৰাৰ আকাঙ্ক্ষা—এই দুয়ো একে।

ইয়াত মহৎ বংশ আৰু অল্প বুদ্ধি এই দুটা বিৰুদ্ধ বস্তুৰ একে ঠাইতে সংঘটন বৰ্ণিত হৈছে। আকৌ ইয়াত ভুৰেৰে সাগৰ পাৰ হোৱাৰ দৰে মোৰ বুদ্ধি-বৃত্তিৰে সূৰ্যবংশৰ বৰ্ণন অসম্ভৱ, এইটো উপমাৰ দ্বাৰা পৰ্যবসিত হোৱা হেতু নিদৰ্শনা অলংকাৰো হৈছে।

কলিদাসৰ বিশাল প্ৰতিভা-সমুদ্ৰৰ বৰ্ণনা আমাৰ পক্ষে সাধ্যাতীত; তাক কৰিৰ নিজস্ব উক্তিৰেই ব্যক্ত কৰি সামৰিলোঁ—'তিতীৰ্ষুৰ্দুস্তৰং মোহাদুড়ুপেনাস্মি সাগৰম্।'

# কালিদাস আৰু অভিজ্ঞান

মহাকবি কালিদাস ভাৰতৰ সাহিত্য-গগনত আদিত্যৰ দৰে উদয় হৈছিল। আৰু অজিও তেওঁ যে ভাৰতৰ শ্ৰেষ্ঠ কবি তাত অকণো অতিশয়োক্তি নাই। প্ৰাচীন কবিসকলৰ ভাব আৰু ভাষাৰ প্ৰভাৱ থাকিলেও কবিৰ নিজস্ব কল্পনাৰে তেওঁৰ সাহিত্য শ্ৰীমণ্ডিত হৈ আছে। এটা সামগ্ৰিক দৃষ্টিৰে চালে কবি-প্ৰতিভাৰ মূল্যায়ন কৰিব পাৰি। কালিদাস কাব্ ওচৰত কিমান ঋণী এনে ধৰণৰ বিশ্লেষণৰ দ্বাৰা কবিৰ মৌলিকত্ব আৰু প্ৰতিভাৰ নিৰাকৰণ কৰিব নোৱাৰি, সামগ্ৰিকভাৱে বিচাৰ কৰিলেহে কবিৰ মৌলিকত্ব প্ৰতীয়মান হয়। এপাহ ফুলৰ সৌৰভ আৰু সৌন্দৰ্য সামগ্ৰিকভাৱেহে উপলব্ধি কৰিব পাৰি, ফুলৰ প্ৰত্যেকটো পাহি ৰাসায়নিক প্ৰক্ৰিয়াৰে বিশ্লেষণ কৰিবলৈ ল'লে তাৰ সৌৰভ আৰু সৌন্দৰ্যৰ সন্ধান পোৱা নাযায়।

কালিদাস আৰু অভিজ্ঞান সম্বন্ধে আলোচনা কৰাৰ পূৰ্বে অভিজ্ঞান বুলিলে কি বুজি তাক বিচাৰ কৰি চোৱাৰ প্ৰয়োজন। অভিজ্ঞান শব্দৰ সাধাৰণ অৰ্থ স্মাৰক, জ্ঞাপক, পৰিচায়ক, নিদৰ্শন বা চিন। অভি উপসৰ্গৰ লগত জ্ঞা ধাতুৰ পিছত ল্যুট্ (অন্) প্ৰত্যয় যোগ হৈ অভিজ্ঞান পদটো নিষ্পন্ন হৈছে। কবিৰ 'মেঘদূত' কাব্যৰ টীকাকাৰ মল্লিনাথে অভিজ্ঞান শব্দৰ ব্যাখ্যা কৰিছে—অভিজ্ঞায়তে অনেন ইতি অভিজ্ঞানম্ লক্ষণম্ অৰ্থাৎ যাৰ দ্বাৰা কোনো এটা বস্তুৰ বিষয়ে সবিশেষ জনা যায় তাক অভিজ্ঞান বা লক্ষণ বোলে। মল্লিনাথে আকৌ কবিৰ মহাকাব্য 'ৰঘুবংশ'ৰ টীকাত অভিজ্ঞান

শব্দৰ প্ৰতিশব্দ 'প্ৰত্যভিজ্ঞান সাধক' বুলি উল্লেখ কৰিছে। কৰিয়ে নিজেও 'প্ৰত্যভিজ্ঞান' শব্দটো অভিজ্ঞানৰ সলনি তেওঁৰ কাব্য আৰু নাটকত ব্যৱহাৰ কৰিছে। অভিজ্ঞানৰ আগত প্ৰতি উপসৰ্গ যোগ দিলে প্ৰত্যভিজ্ঞান হয়। অভিজ্ঞানৰ সলনি অভিজ্ঞানৰ প্ৰয়োগকেই প্ৰত্যভিজ্ঞান বোলা হয়। যেনেকৈ দানৰ সলনি দিয়া দানৰ নাম হয় প্ৰতিদান; উত্তৰৰ সলনি দিয়া উত্তৰক বোলা হয় প্ৰত্যুত্তৰ। কবিয়ে আকৌ অভিজ্ঞানক স্মৰণীয় বুলিও অভিহিত কৰিছে।

কোনো মানুহেই কোনো বস্তুৰ সম্যক পৰিচয় নোপোৱালৈকে তাক বিশ্বাসযোগ্য বুলি গ্ৰহণ নকৰে। এয়া মানুহৰ নৈসৰ্গিক মানসিক বৃত্তি। অভিজ্ঞানে মানুহৰ মনৰপৰা সন্দেহ দূৰ কৰে। অবিশ্বাসৰ আৱৰণ আঁতৰ কৰি বিশ্বাসৰ পোহৰেৰে সন্দিগ্ধ বস্তুক উদ্ভাসিত কৰি তোলে। তেতিয়া বস্তুৰ যথাৰ্থ স্বৰূপ সম্বন্ধে মানুহৰ প্ৰতীতি জন্মে আৰু তাক নিঃসন্দেহে গ্ৰহণ কৰে।

বাহ্য আৰু আন্তৰ ভেদে অভিজ্ঞানক দুভাগত বিভক্ত কৰিব পাৰি। বাহ্য অভিজ্ঞান স্থূল (concrete) নাইবা বস্তুধৰ্মী, অথবা বস্তুস্বৰূপ। পূৰ্ব-পৰিচিত কোনো বস্তুৰ সহায়েৰে যেতিয়া দুজন লোকৰ কোনো এজনে আনজনৰ মনত বিশ্বাস স্থাপন কৰিবলৈ সেই পূৰ্ব-পৰিচিত বস্তুক নিদৰ্শন হিচাপে প্ৰয়োগ কৰে তেতিয়া তাক স্থূল অভিজ্ঞান বুলি অভিহিত কৰা হয়। আন্তৰ অভিজ্ঞান ভাৱস্থ (abiding in the heart) বা ভাৱধৰ্মী। ই নিৰ্বস্তুক (abstract)। কোনো সম্বন্ধ-সূত্ৰত আবদ্ধ হোৱা দুজন লোকৰ মাজত কেতবোৰ অন্তৰঙ্গ কথা-বাৰ্তা হয়। সেই কথা অত্যন্ত গোপনীয়। সি উভয়ৰে অন্তৰত সন্নিৱিষ্ট হৈ থাকে। তাৰ সম্ভেদ আনৰ পক্ষে পোৱা অসম্ভৱ। তেনে ধৰণৰ ৰহস্যাবৃত, গোপনীয় বৃত্তান্তক যেতিয়া বাৰ্তাবহৰ মাধ্যমেৰে এজনৰপৰা আন-জনলৈ পঠিয়াই বিশ্বাস স্থাপনৰ বাবে প্ৰয়োগ কৰা হয়, তেতিয়া

সেই ভাৱস্নিগ্ধ অভিজ্ঞানকেই ভাৱস্থ বা ভাৱনিবন্ধন বা ভাৱধৰ্মী অভিজ্ঞান বুলি আখ্যা দিয়া হয়। পূৰ্ব-পৰিজ্ঞাত বৃত্তান্ত বাৰ্তাৱহ বা দূতৰপৰা শুনাজনৰ অতীত ঘটনাৱলী অন্তৰত উদ্ভাসিত হৈ উঠে। তেতিয়া তেওঁ প্ৰমাণান্তৰৰ অপেক্ষা নাৰাখে, বাৰ্তাবহৰ কথা সম্পূৰ্ণ বিশ্বাসযোগ্য বুলি সাদৰে গ্ৰহণ কৰে। অন্তৰত সন্নিৱিষ্ট হৈ থকা ভাৱৰাশিৰ স্মৃতি উদ্বুদ্ধ কৰিব পৰা মাধ্যমৰ নামেই ভাৱস্থ অভিজ্ঞান।

এই অভিজ্ঞানদ্বয়ৰ ভিতৰত বস্তুৰূপী অভিজ্ঞানতকৈ ভাৱস্থ বা ভাৱধৰ্মী অভিজ্ঞান উচ্চ পৰ্যায়ৰ। কিয়নো বস্তুৰূপ অভিজ্ঞান হেৰাব পাৰে, আনে চুৰ কৰি নিব পাৰে, নাইবা কোনোবাই ছল-চাতুৰী কৰি নি তাৰে নিজ অভিপ্ৰায় সাধন কৰিব পাৰে। গতিকে বস্তুগত অভিজ্ঞান একান্ত নিৰ্ভৰশীল বুলি পৰিগণিত হ'ব নোৱাৰে। ভাৱস্থ অভিজ্ঞান অন্তৰঙ্গ হোৱা হেতু ই বস্তুগত অভিজ্ঞানৰ আশঙ্কাসমূহৰপৰা মুক্ত। দুজন ব্যক্তিক আশ্ৰয় কৰি ইয়াৰ উৎপত্তি আৰু দুজনৰ অন্তৰতে ইয়াৰ স্থিতি। দুজন ব্যক্তিৰ মাজত ঘটা গোপনীয় ঘটনাৰ ওপৰত ই প্ৰতিষ্ঠিত, গতিকে এজন আনজনৰ মনত বিশ্বাস স্থাপন কৰিবলৈ যথেষ্ট নিৰ্ভৰযোগ্য। সাধাৰণতে বস্তুৰূপ অভিজ্ঞানৰ সহায়েৰেই মানুহ বিশ্বাস স্থাপন কৰিবলৈ যত্নপৰ হয়। বস্তুৰূপ অভিজ্ঞান যেতিয়া ব্যৰ্থ হয় তেতিয়া ভাৱস্থ অভিজ্ঞানৰ সহায় লোৱা হয়। অথবা বস্তুৰূপ অভিজ্ঞান যেতিয়া দুৰ্লভ, অপহৃত, নাইবা নষ্ট হৈ যায় তেতিয়াও ভাৱস্থ অভিজ্ঞানৰ আশ্ৰয় লৈ বিষয়ৰ প্ৰতীতি জন্মোৱা হয়। গতিকে দেখা যায় স্থূল অভিজ্ঞানতকৈ ভাৱস্থ অভিজ্ঞানৰ স্থান উচ্চ আৰু তাৰ মূল্য অধিক।

ক্ষেত্ৰ-বিশেষে অভিজ্ঞান সুখ আৰু দুখ উভয়ৰে কাৰণ হয়। কোনো কোনো ক্ষেত্ৰত অভিজ্ঞানে মানুহৰ মন আনন্দেৰে আপ্লুত কৰি তোলে আৰু আন কিছুমান ক্ষেত্ৰত ই বিষাদৰ কালিমাৰে

মানুহৰ মন আচ্ছন্ন কৰি অশ্ৰুধাৰা বোৱায়। 'ৰামায়ণ'ত আমি দেখিবলৈ পাওঁ, ৰামচন্দ্ৰৰ স্বনামাঙ্কিত আঙঠিটো যেতিয়া হনুমানে সীতাৰ হাতত দিয়ে, তেতিয়া শোক-সাগৰত নিমজ্জিত সীতাৰ আনন্দৰ সীমা নাইকিয়া হ'ল। স্বয়ং ৰামচন্দ্ৰৰ লগত সাক্ষাৎ সম্বন্ধ ঘটিলে তেওঁ যি আনন্দ অনুভৱ কৰিলেহেঁতেন, আঙঠিটো হাতত পৰাৰ লগে লগে সেই একেই আনন্দ অনুভৱ কৰিলে।

গৃহীত্বা প্ৰেক্ষমাণা সা ভৰ্তুঃ কৰৱিভূষিতম্।
ভৰ্তাৰমিৱ সংপ্ৰাপ্তং জানকী মুদিতাভৱৎ ॥

আন হাতে আমি দেখিবলৈ পাওঁ, ৰামচন্দ্ৰই যেতিয়া সীতাৰ-পৰা চূড়ামণিটো পালে, তেতিয়া ৰামচন্দ্ৰৰ শান্তিহীন অন্তৰত অশান্তিৰ স্ৰোত দুগুণে বৰলৈ ধৰিলে। তেওঁ দুখত অস্থিৰ হৈ ভায়েক লক্ষ্মণেৰে সৈতে ক্ৰন্দনৰ ধ্বনি তুলিলে :

এৱমুক্তো হনুমতা ৰামো দশৰথাত্মজঃ।
তং মণিং হৃদয়ে কৃত্বা ৰুৰোদ সহলক্ষ্মণঃ ॥

কালিদাসৰ 'অভিজ্ঞান-শকুন্তলা'ত দেখিবলৈ পোৱা যায়, ৰজা দুষ্যন্তৰ হাতলৈ যেতিয়া স্বনামাঙ্কিত আঙঠি আহে, তেতিয়া তেওঁ অত্যন্ত অস্থিৰ হৈ পৰে আৰু বিনিদ্ৰ ৰজনী অতিবাহিত কৰিব লগীয়া হয় :

শয্যাপ্ৰান্তৱিৱৰ্তনৈৰ্বিগময়ত্যুন্নিদ্ৰ এৱ ক্ষপাঃ।[১]

কালিদাসৰ অভিজ্ঞানৰ মূল আধাৰ বাল্মীকিৰ 'ৰামায়ণ'। বাল্মীকি-প্ৰযুক্ত অভিজ্ঞানৰ আলম লৈ কৱিয়ে কল্পনাৰ বলেৰে তেওঁৰ কাব্যত অভিজ্ঞানৰ কৌশলিক প্ৰয়োগ কৰি তেওঁৰ কাব্য হৃদয়গ্ৰাহী কৰি তুলিছে। 'ৰামায়ণ'ত আমি দেখিবলৈ পাওঁ, ৰামচন্দ্ৰই হনুমানক সীতাৰ ওচৰলৈ দূত হিচাপে পঠাবলৈ স্থিৰ কৰিলে। কিন্তু তেওঁৰ মনত সন্দেহ উপস্থিত হ'ল। সঁচাকৈয়ে যে তেওঁ সীতাৰ ওচৰলৈ বান্দৰ হনুমানক দূত হিচাপে পঠিয়াইছে

১. শকুন্তলা—৬।৫

সেই কথা জানো সীতাই বিশ্বাস কৰিব পাৰিব? আন হাতে অকুণ্ঠচিত্তে দৌত্যভাৰ গ্ৰহণ কৰিবলৈ ওলোৱা হনুমানৰ মনতো সন্দেহ উপস্থিত হ'ল; তেওঁ যে সঁচাকৈয়ে সীতাৰে সৈতে সাক্ষাৎ কৰিব পাৰিছে, সেই কথাকেই বা ৰামচন্দ্ৰই বিশ্বাস কৰিব কেনেকৈ? এনে পৰিপ্ৰেক্ষিতত উভয়ৰে সন্দেহ আঁতৰ কৰিবলৈ কবি অভিজ্ঞানৰ আশ্ৰয় ল'ব লগীয়া হৈছিল। সেয়েহে ৰামচন্দ্ৰই অভিজ্ঞান বা নিদৰ্শন হিচাপে নিজ নাম অঙ্কিত আঙঠিটো হনুমানৰ হাতত দি পঠালে। সীতাৰ চিৰ পৰিচিত ৰামচন্দ্ৰৰ স্বনামাঙ্কিত আঙঠিটো হাতত পৰিলে সীতাৰ মনৰপৰা সকলো সন্দেহ অনায়াসে আঁতৰ হ'ব। হনুমানৰ সকলো বাৰ্তা নিৰ্ভৰযোগ্য বুলি গ্ৰহণ কৰিব। সীতায়ো হনুমান উভতি অহাৰ সময়ত প্ৰত্যভিজ্ঞান বা চিনস্বৰূপে চূড়ামণিটো ৰামচন্দ্ৰৰ ওচৰলৈ পঠিয়াই দিলে। মহাকাব্য 'ৰামায়ণ'ৰপৰাই কালিদাসে অভিজ্ঞানৰ বীজ আহৰণ কৰি তেওঁৰ সাহিত্যত তাক সৌৰভান্বিত কৰি তুলিছে।

অভিজ্ঞানৰ প্ৰয়োগ দুই প্ৰকাৰে সম্ভৱ হয়। কেতিয়াবা অভিজ্ঞান দূতৰ মাধ্যমেৰে সম্বন্ধীজনলৈ পঠোৱা হয়। ৰামচন্দ্ৰই দূত হনুমানৰ মাধ্যমেৰে স্বনামধেয় আঙঠিটো অভিজ্ঞানৰূপে সীতা-দেৱীৰ ওচৰলৈ পঠিয়াইছিল। আৰু কেতিয়াবা এই অভিজ্ঞান ঘটনাচক্ৰত আকস্মিকভাৱে মানুহৰ হাতলৈ আহে। উদাহৰণ-স্বৰূপে, 'শকুন্তলা' নাটকত ৰজা দুষ্মন্তৰ হাতলৈ স্বনামাঙ্কিত আঙঠিটো মাছৰ পেটৰপৰা আহি তেওঁৰ হস্তগত হৈছিল। এইখিনিতে আন এটা কথা মন কৰিব লগীয়া; যেতিয়া দূতৰ সহায়েৰে অভিজ্ঞান পঠোৱা হয়, তেতিয়া প্ৰয়োজন হয় প্ৰত্যভিজ্ঞানৰ। অভিজ্ঞানৰ সলনি প্ৰযুক্ত অভিজ্ঞানৰ নামেই প্ৰত্যভিজ্ঞান। দূতে গৰাকীৰপৰা অভিজ্ঞান লৈ গৈ তেওঁৰ সম্বন্ধীজনৰ হাতত তুলি দি বিশ্বাস জন্মাব পাৰে সঁচা; কিন্তু সেই কথাৰ গৰাকীক সম্ভেদ দিবলৈ দূতৰ কাৰণে প্ৰত্যভিজ্ঞানৰ প্ৰয়োজন হয়। দূতে অভিজ্ঞানক

জনৰপৰা প্ৰত্যভিজ্ঞান আনি গৰাকীৰ হাতত প্ৰত্যৰ্পণ কৰিলেহে গৰাকীৰ প্ৰতীতি জন্মে। সেয়েহে হনুমানে সীতাদেৱীৰপৰা বিদায় লোৱাৰ সময়ত ৰামচন্দ্ৰলৈ প্ৰত্যভিজ্ঞান পঠাবলৈ প্ৰাৰ্থনা জনালে।

ভাৰতীয় দৰ্শন-শাস্ত্ৰত প্ৰত্যভিজ্ঞান সম্বন্ধে যথেষ্ট আলোচনা আছে। জৈন দৰ্শনত প্ৰমাণক দুভাগত বিভক্ত কৰা হৈছে—প্ৰত্যক্ষ আৰু পৰোক্ষ। অতীন্দ্ৰিয় জ্ঞানক প্ৰত্যক্ষ আৰু ইন্দ্ৰিয় আৰু মনৰ সহায়েৰে উৎপাদিত হোৱা জ্ঞানক পৰোক্ষ জ্ঞান বোলে। এই পৰোক্ষ জ্ঞান পাঁচ প্ৰকাৰৰ—স্মৃতি, প্ৰত্যভিজ্ঞান, তৰ্ক, অনুমান আৰু আগম। পূৰ্ব-পৰিচিত কোনো ব্যক্তি বা বস্তুক পিছত আকৌ দেখিলে "এইটোৱেই সেইটো"—এইদৰে হোৱা দৰ্শন আৰু স্মৃতিৰূপ সঙ্কলাত্মক জ্ঞানকেই প্ৰত্যভিজ্ঞান বোলে। 'সোঽয়ং দেৱদত্তঃ সঃ স্মৃতিৰূপঃ অয়ং প্ৰত্যক্ষদৰ্শনঃ। এইজনেই সেই (পূৰ্বে দেখা) দেবদত্ত অৰ্থাৎ যি দেবদত্তক পূৰ্বে বা অতীতত দেখিছিলোঁ, সেই দেবদত্ত সম্মুখত উপস্থিত হোৱাত তেওঁৰ বিষয়ে পূৰ্বস্মৃতি উদ্‌বুদ্ধ হৈছে আৰু তেওঁৰ বিষয়ে অভিন্ন-জ্ঞান উপস্থিত হৈছে। অতীত আৰু বৰ্তমানত দেখা দেবদত্ত অভিন্ন। এই জ্ঞানেই প্ৰত্যভিজ্ঞান। প্ৰত্যভিজ্ঞান, প্ৰত্যৱমৰ্শ আৰু প্ৰত্যভিজ্ঞা নামান্তৰ মাথোন।

ক্ষণিকবাদী বৌদ্ধসকলে প্ৰত্যভিজ্ঞাক প্ৰমাণ বুলি স্বীকাৰ নকৰে। অতীত আৰু বৰ্তমান অৱস্থাৰ ভিতৰত একত্ব বা সমন্বয়-বোধক কোনো বস্তু নাই। একত্ব-বোধক বিষয়ৰ অভাৱত ইয়াৰ জ্ঞান নহয়। তেওঁলোকে কয়, 'সেইটোৱেই এইটো'—এনেধৰণৰ যি জ্ঞান হয় সি সাদৃশ্যমূলক নাইবা প্ৰত্যক্ষ, আৰু স্মৃতি এই দুয়োৰ সমুচ্চয় মাথোন। ইয়াৰ স্বতন্ত্ৰ অস্তিত্ব স্বীকাৰ কৰা নিষ্প্ৰয়োজন। ইয়াৰ বিপৰীতে ন্যায়, বৈশেষিক আৰু মীমাংসক-সকলে একত্ব-বিষয়ক জ্ঞানক প্ৰত্যভিজ্ঞান প্ৰমাণ বুলি স্বীকাৰ কৰে; কিন্তু স্বতন্ত্ৰ মৰ্য্যাদা নিদি প্ৰত্যক্ষৰ অন্তৰ্গত বুলি কয়। জৈন-

সকলে কিন্তু ইয়াক বৌদ্ধসকলৰ অপ্ৰমাণ নাইবা ন্যায় বৈশেষিক-সকলৰ দৰে প্ৰত্যক্ষান্তৰ্গত প্ৰমাণ বুলি স্বীকাৰ নকৰি স্বতন্ত্ৰ প্ৰমাণৰ মৰ্যাদা দিছে। তেওঁলোকৰ মতে, দৰ্শন আৰু স্মৰণৰ পিছত উৎপন্ন হোৱা পূৰ্ব আৰু উত্তৰ, বা অতীত আৰু বৰ্ত্তমান অৱস্থাৰ মাজত থকা বাস্তৱিক একত্ব, সাদৃশ্য, বৈলক্ষণ্য আদি বিষয়-বোধক স্বতন্ত্ৰ পৰোক্ষ প্ৰমাণ-বিশেষ।

এইখিনিতে এইটো মন কৰিব লগীয়া যে সাহিত্যত ব্যৱহাৰ কৰা প্ৰত্যভিজ্ঞান আৰু দৰ্শন শাস্ত্ৰত প্ৰয়োগ কৰা প্ৰত্যভিজ্ঞান একে বস্তু নহয়। সাহিত্যত ব্যৱহাৰ কৰা প্ৰত্যভিজ্ঞান শব্দৰ প্ৰাধান্য প্ৰতি উপসৰ্গৰ ওপৰত নিহিত। তাৰ অৰ্থ হৈছে বদলি বা সলনি। অভিজ্ঞানৰ সলনি দিয়া অভিজ্ঞানৰ নামেই সাহিত্যৰ প্ৰত্যভিজ্ঞান। দৰ্শনৰ প্ৰত্যভিজ্ঞান সাহিত্যৰ অভিজ্ঞানৰ লগত প্ৰায় একে। এই দুয়োৰে অৰ্থ পূৰ্ব পৰিচিত বস্তু দেখি 'সেইটোৱেই এইটো' এনে-ধৰণৰ জ্ঞানকেই বুজায়। আমি আগেয়ে উল্লেখ কৰিছোঁ, প্ৰত্যভিজ্ঞা প্ৰত্যভিজ্ঞানৰ নামান্তৰ মাথোন। প্ৰত্যভিজ্ঞা, প্ৰত্যভিজ্ঞান আৰু অভিজ্ঞানৰ মাজত থকা সাদৃশ্য দেখি কালিদাসক কিছুমান পণ্ডিতে কাশ্মীৰ দেশীয় বুলি অনুমান কৰে আৰু কাশ্মীৰী শৈৱমতাৱলম্বী আৰু প্ৰত্যভিজ্ঞাদৰ্শনৰ সেৱক বুলি ভাবে।

প্ৰত্যভিজ্ঞা দৰ্শনৰ মতে শিৱই একমাত্ৰ পৰমাৰ্থ বস্তু। সেই পৰমেশ্বৰ শিৱ বিশ্বময় আৰু বিশ্বোত্তীৰ্ন। বিশ্ব সৃষ্টিৰ কাৰণে শিৱ শক্তিৰূপে আৱিৰ্ভূত হয় আৰু সেই শক্তিৰে সৈতে মিলি এই চৰাচৰ বিশ্ব-সৃষ্টি ৰচনা কৰে। শিৱ নিজেই শক্তিৰ আৱৰণ লৈ জীৱাত্মা-ৰূপে সৃষ্ট হয়। গতিকে জীৱ আৰু শিৱ অভিন্ন। পৰমেশ্বৰ শিৱ পূৰ্ণ চৈতন্যৰূপে প্ৰকাশমান। জীৱাত্মা শিৱতকৈ অভিন্ন হ'লেও শক্তিৰ আৱৰণেৰে আবৃত হোৱা হেতু পূৰ্ণ চৈতন্যৰূপে প্ৰকাশমান হ'ব নোৱাৰে। শক্তি বা মায়াৰ আৱৰণ থকা কাৰণেই জীৱাত্মাৰ শিৱতকৈ অভিন্ন বা পূৰ্ণ চৈতন্য জ্ঞান বিস্মৃত হয়; সেই বিস্মৃত

জ্ঞান উদ্‌বুদ্ধ কৰিবলৈ প্ৰত্যভিজ্ঞাৰ প্ৰয়োজন। জীৱাত্মাই সংসাৰত দুখাদি ভোগ কৰি নিজৰ স্বৰূপ পাহৰি যায়। প্ৰত্যভিজ্ঞাই জীৱাত্মাক শিৱৰ স্বৰূপৰ লগত অভিন্ন সম্বন্ধ ঘটায়। সদ্‌গুৰুৰ উপদেশ আৰু আধ্যাত্মিক দৰ্শনাদিৰ দ্বাৰা যেতিয়া জীৱাত্মাৰ মায়াৰ আৱৰণ নষ্ট হয়, তেতিয়া নিজৰ স্বৰূপ উপলব্ধি হয় আৰু শিৱেৰে সৈতে একাত্মবোধ হৈ অপাৰ আনন্দ অনুভৱ কৰে। এই একাত্ম বা অভিন্নমূলক পৰিচয় যাৰ দ্বাৰা হয়, তাকেই প্ৰত্যভিজ্ঞা বোলে।

এজনী তিৰোতা নানা গুণেৰে বিভূষিত কোনো এজন সুন্দৰ পুৰুষক নেদেখাকৈয়ে কেৱল গুণাৱলীৰ কথা শুনিয়েই তেওঁৰ প্ৰতি আকৃষ্ট হয় আৰু তেওঁৰ প্ৰেমত পৰে। কামনাৰ বশীভূত হৈ নিজৰ মানসিক অৱস্থা বৰ্ণাই পত্ৰও লিখে। সেই পুৰুষজন তেতিয়া আহি তেওঁৰ সম্মুখত উপস্থিত হয়, যদিও সেই তিৰোতা-জনীয়ে সেইজনেই যে সেই গুণ-সম্পন্ন পুৰুষ তাক চিনিব নোৱাৰে অৰ্থাৎ শুনা গুণাৱলী দেখা মানুহজনত নাই। আন মানুহৰ লগত বিশেষ একো পাৰ্থক্যও নাই, গতিকে সেই বাঞ্ছিত পুৰুষৰ সাক্ষাৎ লাভ কৰিও সঙ্গ-সুখৰপৰা বঞ্চিত হৈয়ে ৰ'ল। কিন্তু তিৰোতাজনীৰ বন্ধুৱে যেতিয়া এই উপস্থিত হোৱা লোকজনৰ ভিতৰতে তেওঁ শুনা গুণাৱলীৰ লগত পৰিচয় কৰি দিয়ে, তেতিয়া তেওঁ সেইবোৰ দেখা পায় আৰু আনন্দত বিভোৰ হৈ উঠে। সেইদৰে জীৱাত্মা যদিও বস্তুতঃ পৰমেশ্বৰেৰে সৈতে অভিন্ন, তথাপি পৰমেশ্বৰৰ গুণ-সামগ্ৰীৰ লগত পৰিচয় নঘটিলে তেওঁ সেই অভিন্নাত্মক আনন্দ অনুভৱ কৰিব নোৱাৰে। যেতিয়া আচাৰ্যৰ সহায়ত জীৱই পৰমেশ্বৰৰ সৰ্বব্যাপী, সৰ্বময়, বিশ্বময়, পৰাসম্বিৎ আদি গুণগ্ৰামৰ লগত পৰিচয় লাভ কৰিব তেতিয়া জীৱৰ পূৰ্ণ চৈতন্য স্বৰূপ লাভ হ'ব। এই চৈতন্য-স্বৰূপ উপলব্ধিৰ নামেই মুক্তি। প্ৰত্যভিজ্ঞাই এই মুক্তিৰ পথ মুকলি কৰে। নিয়তি বা কোনো এক অদৃশ্য শক্তিৰ আৱৰণেই এই তত্ত্বজ্ঞানৰ অন্তৰায়। এই আৱৰণেই আত্মাৰ নিজ

স্বৰূপৰ বিস্মৃতি ঘটায়। কোনো কাৰণ বশতঃ শক্তিৰ সেই আৱৰণ আঁতৰি গ'লে আত্মাৰ বিস্মৃতস্বৰূপ পুনৰ স্মৃতি পথলৈ আহে। এই কল্পনাই কলিদাসৰ কাব্যত ঘাইকৈ ব্যাপি আছে। সম্প্ৰতি কবিৰ সাহিত্যত এই অভিজ্ঞানৰ ব্যাপকতা সম্বন্ধে বিচাৰ কৰি চোৱা যাওক।

সৃষ্টিধৰ্মী কালিদাসৰ সৃষ্ট কাব্যকলাত সকলোবোৰ তত্ত্বই ধীৰে ধীৰে অগ্ৰসৰ হৈ শেষত সৌৰভমণ্ডিত পৰিপক্ক অৱস্থা লাভ কৰিছে আৰু কালৰ ব্যৱধান তিৰোহিত কৰি পাঠকৰ মন চিৰ দিনৰ বাবে জয় কৰি আহিছে। কবিৰ যুগৰ পাঠকে তেওঁৰ সাহিত্য পাঠ কৰি ৰসাস্বাদৰ যি বিমল আনন্দ অনুভৱ কৰিছিল আজিৰ দিনৰ পাঠকেও সেই একেই আনন্দানুভৱেৰে বিভোল হয়। কালিদাসৰ সাহিত্যত তপস্যা, সৌন্দৰ্য আদি তত্ত্বৰ দৰে অভিজ্ঞান তত্ত্বটিয়েও ধীৰে ধীৰে অগ্ৰসৰ হৈ পাঠকৰ মন ক্ৰমে আনন্দৰে পুলকিত কৰি তুলিছে। 'মালৱিকাগ্নিমিত্ৰ' নাটকত কবিয়ে নাগমুদ্ৰাঙ্কিত আঙঠিত অভিজ্ঞানৰ যি বীজ বপন কৰিছে 'অভিজ্ঞানশকুন্তলা'ত দুষ্যন্তৰ স্বনামধেয় আঙঠিত তাক ফলে-ফুলে সমৃদ্ধ কৰি তুলিছে।

'মালৱিকাগ্নিমিত্ৰ' নাটকেই কবিৰ নাট্য সাহিত্যলৈ প্ৰথম নিবেদন। ৰজা অগ্নিমিত্ৰ আৰু মালৱিকাৰ প্ৰণয় কাহিনী লৈ এই নাটক ৰচিত। ই বিদিশৰাজ অগ্নিমিত্ৰৰ ৰাজ-অন্তঃপুৰৰ এটি ষড়যন্ত্ৰৰ কাহিনী। মালৱিকা ৰাজ-অন্তঃপুৰৰ পৰিচাৰিকা। মালৱিকাৰ অনুপম সৌন্দৰ্য দেখি ৰাজ-মহিষী ধাৰিণীয়ে তেওঁক সদায় ৰজা অগ্নিমিত্ৰৰ চকুৰ আঁতৰত ৰাখিব খোজে। কিয়নো মালৱিকাৰ অপূৰ্ব ৰূপ-সৌন্দৰ্য লৈ তেওঁ ভয় কৰে, কি জানিবা মালৱিকাৰ ৰূপে ৰজাক আকৰ্ষণ কৰি তেওঁক তেওঁৰপৰা আঁতৰাই নিয়ে। কিন্তু কি হ'ব, ৰজা অগ্নিমিত্ৰ যে ইতিপূৰ্বেই মালৱিকাৰ ৰূপ-লাৱণ্যত মুগ্ধ, মালৱিকাও যে ৰজাৰ প্ৰতি ভেনেই আসক্তা। ধাৰিণীয়ে এই কথাৰ গম পালে। ক্ৰুদ্ধ হৈ ৰাণীয়ে মালৱিকাক তেওঁৰ

সখীয়েক বকুলাৱলিকাৰে সৈতে কাৰাগৃহত বন্দী কৰি ৰাখিলে; আৰু মাধৱিকাক দুৱৰী নিযুক্ত কৰি আদেশ দিলে, "মোৰ এই নাগমুদ্ৰাঙ্কিত আঙঠি নেদেখুওৱাকৈ মালৱিকা আৰু বকুলাৱলিকাক মুক্ত কৰি দিব নোৱাৰিব":

"মমাঙ্গুলীয়কমুদ্ৰামদৃষ্ট্বা ন মোক্তব্যা ত্বয়া হতাশা মালৱিকা বকুলাৱলিকা চেতি।"[১]

এনে ক্ষেত্ৰত ৰাণীৰপৰা আঙঠিটো আনিব নোৱাৰিলে মালৱিকাৰ মুক্তিৰ আশা সুদূৰপৰাহত। মালৱিকা মুক্ত নহ'লে ৰজাৰ লগত তেওঁৰ মিলনেই বা হ'ব কেনেকৈ? এনেহেন সংকট সময়ত ৰজাৰ বন্ধু বিদূষক উপস্থিত হ'ল। পিছত বিদূষক সাপে কামোৰাৰ ভাও জুৰি ৰাণীৰ ওচৰ পালেগৈ আৰু জনালে যে প্ৰমদ-বনৰপৰা তেওঁলৈ ফুলৰ উপহাৰ আনিবলৈ যোৱাত তেওঁৰ এই দুৰ্দশা ঘটিল; এতিয়া তেওঁৰ জীৱ যাওঁ যাওঁ। সোদৰপ্ৰতিম বিদূষকৰ অৱস্থা দেখি ৰাণী অতিশয় উৎকণ্ঠিতা হ'ল। বিষবৈদ্য ধ্ৰুৱসিদ্ধিৰ দ্বাৰা চিকিৎসা কৰিবলৈ বিদূষকক লৈ যোৱা হ'ল। ইতিমধ্যে খবৰ আহিল যে বিদূষকক বিষমুক্ত কৰিবলৈ হ'লে সৰ্পমুদ্ৰিত কিবা এটাৰ প্ৰয়োজন: 'উদকুম্ভবিধানে সৰ্পমুদ্ৰিতং কিমপি কল্পয়িতব্যম্।' মৃত্যুৰ কবলৰপৰা এটি জীৱন ৰক্ষা কৰিবলৈ ৰাণীয়ে নিজৰ হাতত থকা সৰ্পমুদ্ৰাঙ্কিত আঙঠিটো নিদিয়াকৈ জানো থাকিব পাৰে? ৰাণীয়ে ততালিকে আঙঠিটো দি দিলে আৰু লগতে কাম হৈ যোৱাৰ পিছত আকৌ ওভতাই দিবলৈ নিৰ্দেশো দিলে।

'ইদং সৰ্পমুদ্ৰিতমঙ্গুলীয়কম্। পশ্চাৎ মম হস্তে দেহ্যেতৎ।'

এইদৰে সেই সৰ্পমুদ্ৰাঙ্কিত আঙঠিটো গৈ বিদূষকৰ হাতত পৰিল। বিদূষকে এই আঙঠি লৈ দুৱৰী মাধৱিকাৰ ওচৰ পালে আৰু আঙঠি দেখুৱাই বিশ্বাস জন্মালে যে ৰাজমহিষী ধাৰিণীয়ে

১. মালৱিকাগ্নিমিত্ৰ—৪ৰ্থ অঙ্ক

মালৱিকাক মুক্ত কৰি দিবলৈ আদেশ দিছে। আঙঠি দেখি অনায়াসে মাধৱিকাৰ বিশ্বাস জন্মিল ; আন কথা বিচাৰ কৰাৰ প্ৰয়োজনেই বা কি থাকিব পাৰে!

এই আঙঠিয়েই হ'ল অভিজ্ঞান। অভিজ্ঞানৰ ধৰ্মই হ'ল বিশ্বাস জন্মোৱা। 'দেব্যা অঙ্গুলীয়কমুদ্ৰাং দৃষ্ট্বা কথং বিচাৰয়তি।' মালৱিকা আৰু অগ্নিমিত্ৰৰ মিলন ঘটোৱাই এই নাটকৰ মূল উদ্দেশ্য। এই অভিজ্ঞানেই সেই উদ্দেশ্য সাধনৰ একমাত্ৰ সহায়ক। কালিদাসে ইয়াত স্থূল বা বস্তুৰূপ অভিজ্ঞানৰ সহায়েৰে নিজৰ অভিপ্ৰেত উদ্দেশ্য সাধন কৰিলে।

আমি এতিয়া কবিৰ 'ৰঘুৱংশ' কাব্যলৈ আহোঁ। 'ৰঘুৱংশ' কালিদাসৰ অন্যতম মহাকাব্য। এই কাব্যত সূৰ্যবংশীয় আঠাইশ-জন ৰজাৰ জীৱন-বৃত্তান্ত উনৈশটা সৰ্গত বৰ্ণনা কৰা হৈছে। শাৰীৰিক শক্তি, মানসিক উৎকৰ্ষ আৰু অন্তৰৰ ঔদাৰ্য আদি গুণ-সামগ্ৰীৰে বিভূষিত ৰঘু এই ৰজাসকলৰ ভিতৰত সৰাতকৈ শ্ৰেষ্ঠ। সেই প্ৰথিতযশা ৰঘুৰ নামেৰেই কবিয়ে তেওঁৰ মহাকাব্যৰ নামকৰণ কৰিলে 'ৰঘুৱংশ'।

কবিৰ এই কাব্য ৰচনাৰ মূল আধাৰ বাল্মীকিৰ ৰামায়ণ। ৰামৰ জীৱন বৃত্তান্ত লৈয়ে 'ৰামায়ণ' ৰচিত। 'ৰঘুৱংশতো' ৰামৰ জীৱন চৰিত্ৰ অন্তৰ্ভুক্ত। বাল্মীকিৰ 'ৰামায়ণ'ত অভিজ্ঞানে এটা বিশেষ স্থান অধিকাৰ কৰি আছে। কালিদাসৰ 'ৰঘুৱংশতো' সেই অভিজ্ঞানে তুল্য মৰ্যাদা লাভ কৰিছে।

'ৰামায়ণ'ৰ দৰে 'ৰঘুৱংশ'তো ৰামচন্দ্ৰই সীতাৰ অন্বেষণত নিযুক্ত কৰা পৱন-নন্দন হনুমানৰ হাতত নিজৰ অভিজ্ঞান বা চিন-স্বৰূপ আঙঠিটো দি পঠালে। অৱশেষত হনুমানে সীতাক বিচাৰি উলিয়ালে আৰু ৰাম-নামাঙ্কিত আঙঠিটো সীতাৰ হাতত অৰ্পণ কৰি প্ৰণাম জনালে। আঙঠি দেখি সুশীতল আনন্দাশ্ৰুপাতেৰে সীতাদেৱীয়ে যেন তাক স্বাগত সম্ভাষণ জনালে।

তস্যৈ ভর্ত্তুৰভিজ্ঞানমঙ্গুলীয়ং দদৌ কপিঃ ।
প্ৰত্যুদ্গতমিৱাস্নুষ্ণৈস্তদানন্দাশ্ৰুবিন্দুভিঃ ॥[১]

হনুমান নিজ কাৰ্য সমাধা কৰি সীতাৰপৰা বিদায় লবলৈ প্ৰস্তুত হ'ল। তেতিয়া সীতাই ৰামচন্দ্ৰৰ কাৰণে প্ৰত্যভিজ্ঞান দি হনুমানক বিদায় দিলে। সীতা-প্ৰদত্ত অভিজ্ঞান-বস্তু লৈ হনুমানে প্ৰত্যাবৰ্ত্তন কৰিলে। ৰামচন্দ্ৰৰ ওচৰত উপস্থিত হৈ সেই সীতাদত্ত প্ৰত্যভিজ্ঞান প্ৰদান কৰিলে। ৰামচন্দ্ৰই বৈদেহীৰ মূৰ্তিমান হৃদয়-সদৃশ সেই অভিজ্ঞান-বস্তু হৃদয়ত ধাৰণ কৰি প্ৰিয়তমাৰ আলিঙ্গন-সুখ অনুভৱ কৰিলে :

প্ৰত্যভিজ্ঞানৰত্নং চ ৰামায়াদৰ্শয়ৎকৃতী ।
হৃদয়ং স্বয়মায়াতং বৈদেহ্যা ইৱ মূৰ্ত্তিমৎ ॥
স প্ৰাপ হৃদয়ন্যস্তমণিস্পৰ্শনিমীলিতঃ ।
অপয়োধৰসংসৰ্গাং প্ৰিয়ালিঙ্গননিৰ্বৃতিম্ ॥[২]

'মালৱিকাগ্নিমিত্ৰ' নাটকৰ দৰে ইয়াতো স্থূল বা বস্তুগত অভিজ্ঞানৰ আলম লৈ ৰাম আৰু সীতাৰ পৰস্পৰৰ মাজত প্ৰত্যয় স্থাপন কৰিছে। 'ৰামায়ণ'ৰ দৰে কবিৰ 'ৰঘুবংশ'তো আমি অভিজ্ঞান আৰু প্ৰত্যভিজ্ঞান উভয়ৰে প্ৰয়োগ সুন্দৰভাৱে দেখিবলৈ পাওঁ।

এতিয়া আমি কবিৰ 'মেঘদূত' কাব্যলৈ আহোঁ। 'মেঘদূত' কালিদাসৰ চিৰ-প্ৰসিদ্ধ খণ্ডকাব্য। কৰ্ত্তব্য বিমুখ-হেতু নিৰ্বাসিত হোৱা কোনো এক বিৰহী যক্ষৰ শোকাকুল হৃদয়ৰ করুণ কাহিনী লৈ এই কাব্য ৰচিত। পত্নী-বিৰহ-যন্ত্ৰণাত জৰ্জৰিত যক্ষই কথমপি জীৱন ৰক্ষা কৰি ৰামগিৰিৰ আশ্ৰমত আঠ মাহ অতিবাহিত কৰিলে। সেইদিনা আহাৰৰ প্ৰথম দিন। উদাস মনেৰে যক্ষই আকাশলৈ চাই দেখিলে এক অপূৰ্ব মেঘখণ্ড উপস্থিত। মেঘৰ উত্তৰাভিমুখে যাত্ৰা লক্ষ্য কৰি যক্ষই স্থিৰ কৰিলে, নিশ্চয় সি অলকা

১. ৰঘুবংশ ১২।৬২
২. ৰঘুবংশ ১২।৬৪-৬৫

অতিক্ৰম কৰি যাব। সেই অলকাতেই থাকে তেওঁৰ প্ৰাণ-প্ৰতিমা প্ৰিয়তমা। সেয়েহে বিৰহ-বিধুৰ যক্ষৰ সন্তপ্ত অন্তৰত জাগি উঠিল উৎকণ্ঠ চিত্তে অপেক্ষা কৰি থকা প্ৰিয় পত্নীলৈ বাৰ্তা পঠোৱাৰ বাসনা। কামান্ধ যক্ষ আজি চেতন-অচেতন বিচাৰ-বিমূঢ়, সেয়েহে তেওঁ মেঘকেই দূত হ'বলৈ সাদৰ সম্ভাষণ জনালে। কিন্তু মেঘ যে সঁচাকৈয়ে যক্ষৰেই বাৰ্তাবহ সেই কথা বিৰহ-কাতৰা যক্ষপত্নীয়ে বা বিশ্বাস কৰিব কেনেকৈ। গতিকে পত্নীৰ মনত বিশ্বাস স্থাপন কৰিবলৈ যক্ষৰ প্ৰয়োজন হ'ল তেওঁৰ চিন-স্বৰূপ কোনো অভিজ্ঞান প্ৰিয়তমালৈ পঠোৱাৰ। কবিয়ে ইয়াত যি অভিজ্ঞানৰ ব্যৱস্থা কৰিলে, সিয়েই হ'ল ভাবস্থ বা ভাবনাত্মক অভিজ্ঞান। স্বামী-স্ত্ৰীয়ে বিৰহ-যন্ত্ৰণা ভোগ কৰিব লগীয়া অৱস্থা হ'লে তেওঁলোকৰ মধুময় জীৱনৰ ৰহস্যাবৃত গুপুত কথাবোৰে অন্তৰত ক্ষণে ক্ষণে উদয় হৈ আঘাতৰ হেন্দোলনি তোলে। সেয়েহে কালিদাসে যক্ষপত্নীৰ স্মৃতিৰ অন্তৰালত নিভৃত হৈ থকা বৈবাহিক জীৱনৰ ৰহস্যময় ভাৱৰাশিক উদ্বুদ্ধ কৰি তেওঁৰ বিশ্বাস স্থাপনৰ দুৱাৰ মুকলি কৰিলে। কবিয়ে যক্ষৰ মুখেৰে প্ৰকাশ কৰিলেঃ

ভূয়শ্চাহ ত্বমপি শয়নে কণ্ঠলগ্না পুৰা মে
নিদ্ৰাং গত্বা কিমপি ৰুদতি সস্বৰং বিপ্ৰবুদ্ধা।
সান্তৰ্হাসং কথিতমসকৃৎপৃচ্ছতশ্চ ত্বয়া মে
দৃষ্টঃ স্বপ্নে কিতৱ ৰময়ন্‌কামপি ত্বং ময়েতি॥

এতস্মান্মাং কুশলিনমভিজ্ঞানদানাদ্বিদিত্বা
মা কৌলীনাচ্চকিতনয়নে মষ্যবিশ্বাসিনী ভূঃ।
স্নেহানাহুঃ কিমপি বিৰহে ধ্বংসিনস্তে ত্বভোগা-
দিষ্টে বস্তুন্যুপচিতৰসাঃ প্ৰেমৰাশীভৱন্তি॥

আশ্বাস্যৈবং প্ৰথমবিৰহোদগ্ৰশোকাং সখীং তে
শৈলাদাশু ত্ৰিনয়নবৃষোৎখাতকূটান্নিবৃত্তঃ।

সাভিজ্ঞানপ্ৰহিতকুশলৈস্তদ্বচোভিৰ্মমাপি
প্ৰাতঃ কুন্দ প্ৰসৱশিথিলং জীৱিতং ধাৰয়েথাঃ ॥[১]

হে অবলা, তোমাৰ স্বামীয়ে মোক পুনৰ তোমাক ক'বলৈ কৈছে, "এদিনাখন তুমি মোৰ কণ্ঠ আলিঙ্গন কৰি শুই আছিলা, পিছত হঠাৎ কান্দি কান্দি সাৰ পাই উঠিলা। তেতিয়া কিয় কান্দিছা বুলি মই তোমাক বাৰে বাৰে সুধিলোঁ, মিচিকি হাঁহি মাৰি তুমি উত্তৰ দিলা, 'সপোনত কি দেখিলোঁ জানা, তুমি যেন আন এজনী তিৰোতাৰে সৈতে বিহাৰ কৰি আছা।' চঞ্চল- নয়না এই অভিজ্ঞান বাক্যেৰে তুমি বুজিবা যে মই এতিয়াও কুশলে আছোঁ। আনৰ কথা শুনি তুমি মোৰ জীৱনৰ আশঙ্কা নকৰিবা।

"প্ৰথম বিৰহ হেতু উগ্ৰ শোকেৰে অভিভূতা তোমাৰ সখীক এইদৰে আশ্বাস দি বৃষধ্বজৰ বৃষভৰ দ্বাৰা শিখৰ উৎখাত হোৱা কৈলাস পৰ্বতৰ পৰা শীঘ্ৰে প্ৰত্যাবৰ্তন কৰিবা ; কিন্তু অহাৰ সময়ত মোৰ প্ৰিয়তমাৰ কিবা এটা স্মৃতিচিহ্ন অৰ্থাৎ অভিজ্ঞান লৈ আহিবা আৰু তেওঁৰ কুশল-সংবাদ দি প্ৰাতঃকালৰ কুন্দফুলৰ দৰে শিথিল হৈ পৰা মোৰ জীৱন ৰক্ষাৰ ব্যৱস্থা লবা।

যক্ষপত্নীয়ে যেতিয়া মেঘৰ মুখৰপৰা স্বামী-স্ত্ৰীৰ মাজত ঘটা দাম্পত্য জীৱনৰ গুপুত ৰহস্যৰ সম্ভেদ পাব তেতিয়া মেঘ যে সচাঁকৈয়ে স্বামীৰেই দূত আৰু তেওঁৰ ভিতৰত যে কোনো প্ৰকাৰৰ প্ৰৱঞ্চনা নাই, তাক অনায়াসে বিশ্বাস কৰিব। এই গুপ্ত ৰহস্যই মানুহৰ অন্তৰত ভাবনা বা সংস্কাৰ-ৰূপে স্থিতি কৰি থাকে। সময় আৰু ক্ষেত্ৰ বিশেষে সেই ভাবনাই সজীৱ-স্মৃতিৰ ৰূপ লয়। বিস্মৃত বস্তু স্মৃতি-পথলৈ আহিলে মানুহৰ যি কোনো বিষয়ৰে সন্দেহ আঁতৰ হয় আৰু বিশ্বাস জন্মে। সেই ভাবস্থ অভিজ্ঞানৰ আলম লৈ যক্ষ-পত্নীৰ বিশ্বাস-স্থাপনৰ ভেটি সুদৃঢ় কৰি কবিৰ উদ্দেশ্য সাধন কৰা হ'ল।

তথাপি কবিৰ প্ৰতি আমাৰ অভিযোগ এয়ে যে-যক্ষৰ যদি

১. মেঘদূত—২।৫১-৩

সঁচাকৈয়ে চেতন-অচেতন সম্বন্ধে কোনো জ্ঞান নাই, অচেতন মেঘক তেওঁ সচেতন বাৰ্ত্তাবহ কৰিব পাৰে, তেন্তে তেওঁ মেঘৰ হাতত বস্তুৰূপ অভিজ্ঞান দি পঠাবলৈ যত্ন নকৰিলে কিয়? এই আপত্তি অৱশ্যে একেবাৰে যুক্তিহীন নহয়; কিন্তু কবিয়ে ইয়াৰ সমাধান পূৰ্বেই কৰি থৈছে। বিৰহ-বেদনাত যক্ষৰ শৰীৰ শুকাই-খীণাই গৈছে। হাতত যি অলংকাৰ আছিল সিও ওলাই যোৱাত যক্ষ বস্তুৰূপ অভিজ্ঞান পঠাবলৈ অসমৰ্থ হৈ পৰিছে:

'নীত্বা মাসান্‌কনকৱলয়ভ্ৰংশৰিক্তপ্ৰকোষ্ঠঃ।'[1]

সেয়েহে যক্ষ বস্তুৰূপ অভিজ্ঞানৰ সলনি ভাৱস্থ অভিজ্ঞানৰ আশ্ৰয় ল'ব লগীয়া হৈছে।

শেষত আমি 'অভিজ্ঞানশকুন্তলা'ত প্ৰৱেশ কৰিলোঁ। 'অভিজ্ঞান-শকুন্তলা' কালিদাসৰ সৰ্বশ্ৰেষ্ঠ নাটক, 'কালিদাসস্য সৰ্ব্বস্বমভিজ্ঞান-শাকুন্তলম্‌'। কবিয়ে 'মহাভাৰত'ৰ 'শকুন্তলোপাখ্যানম'ৰপৰা তেওঁৰ অমৰ নাটকৰ কাহিনী আহৰণ কৰিছে। এই নাটকত অভিজ্ঞানে প্ৰাধান্য বিস্তাৰ কৰা হেতু শকুন্তলাৰ আগত অভিজ্ঞান পদটো জুৰি দিয়া হৈছে—'অভিজ্ঞানপ্ৰধানং শাকুন্তলম্‌-অভিজ্ঞানশাকুন্তলম্‌।' 'মহাভাৰত'ৰ প্ৰাণহীন নীৰস কাহিনীত কালিদাসে কল্পনাৰ বোল দি প্ৰাণৱন্ত আৰু সৰস কৰি তুলিছে। নতুন চৰিত্ৰ আৰু ঘটনাৰ সমাৱেশ আৰু বিশেষকৈ দুৰ্বাসাৰ অভিশাপৰ অৱতাৰণা কৰি শ্ৰেষ্ঠ নাট্যশিল্পী কালিদাসে তেওঁৰ নাটকখন ৰস-পিপাসু পাঠকৰ হৃদয়গ্ৰাহী কৰি তুলিছে। ঋষিৰ অভিশাপৰ অদম্য শক্তিকো পৰাভূত কৰি অভিজ্ঞানেই ইয়াত প্ৰাধান্য বিস্তাৰ কৰিছে। নাটকৰ প্ৰথম অঙ্কৰপৰা শেষ অঙ্কলৈ এই অভিজ্ঞান সূত্ৰৰ দৰে ব্যাপি আছে।

হস্তিনাপুৰৰ ৰজা দুষ্যন্ত আৰু আশ্ৰম নিবাসী মহৰ্ষি কণ্বৰ ধৰ্ম-দুহিতা শকুন্তলাৰ প্ৰণয়-কহিনীয়েই এই নাটকৰ উপজীব্য। মহৰ্ষি

১. মেঘদূত ১।২

কণ্বৰ তপোবনত উভয়ৰে গান্ধৰ্ব ৰীতিৰে বিবাহ সম্পন্ন হয়। ইয়াৰ পিছত ৰজাই নিজ ৰাজধানীলৈ উভতি যোৱাৰ সময়ত স্বনামাঙ্কিত আঙঠি এটা নিজেই শকুন্তলাৰ অঙুলিত পিন্ধাই দি কয়, এই আঙঠিত লিখা মোৰ নামৰ আখৰবোৰ দিনে এটাকৈ লেখিবা। যেতিয়া শেষৰ আখৰটো লেখা শেষ হ'ব, তেতিয়া তোমাক ৰাজঅন্তঃপুৰলৈ নিয়াৰ কাৰণে কোনোবা এজন তোমাৰ এইখিনি পাবহি।[১]

ৰজা ৰাজধানীলৈ উভতিল। শকুন্তলা ৰাতিয়ে-দিনে কেৱল দুষ্মন্তৰ চিন্তাতে মগ্ন হৈ থাকিল। অইন নালাগে আশ্ৰমৰ অতিথি সৎকাৰৰ কথাও পাহৰি গ'ল। ইতিমধ্যে মহামুনি দুৰ্বাসা আশ্ৰমত উপস্থিত হৈ আতিথ্য গ্ৰহণৰ ইচ্ছা প্ৰকাশ কৰিলে। দুষ্মন্তৰ চিন্তাত একান্তভাৱে নিমগ্না শকুন্তলাই অতিথিৰূপে অহা ঋষি দুৰ্বাসাৰ উপস্থিতিও লক্ষ্য কৰিব নোৱাৰিলে। ক্ৰুদ্ধ হৈ ঋষিয়ে শকুন্তলাক এইদৰে অভিশাপ দিলে :

আঃ অতিথিপৰিভাৱিনি,
বিচিন্তয়ন্তী যমনন্যমানসা
তপোধনং বেৎসি ন মামুপস্থিতম্।
স্মৰিষ্যতি ত্বাং ন স বোধিতোঽপি সন্
কথাং প্ৰমত্তঃ প্ৰথমং কৃতামিব ॥[২]

"অতিথি অৱজ্ঞাকাৰিণী,

যিজনৰ চিন্তাত নিমগ্ন হৈ আন কৰ্তব্য পাহৰি আমাৰ নিচিনা তপস্বীকো উপস্থিত বুলি গ্ৰাহ্য নকৰিলা, উন্মাদ ব্যক্তিয়ে পূৰ্বোচ্চাৰিত কথা যিদৰে স্মৰণ কৰিব নোৱাৰে, সেইদৰে স্মৰণ কৰি দিলেও সেইজনে তোমাক চিনিব নোৱাৰিব।"

---

১. ৰাজা-পশ্চাদিমাং মুদ্ৰাং তদঙ্গুলৌ নিবেশয়তা ময়া প্ৰত্যভিহিতা।
একৈকমত্ৰ দিৱসে দিৱসে মদীয়ং
নামাক্ষৰং গণয় গচ্ছসি যাৱদন্তম্।
তাৱৎপ্ৰিয়ে মদৱৰোধগৃহপ্ৰৱেশং
নেতা জনস্তৱ সমীপমুপৈষ্যতীতি ॥ (শকুন্তলা ৬।১২)

২. শকুন্তলা—৪।১

মনে-প্ৰাণে পতি-ধ্যানপৰায়ণা শকুন্তলাই বহিৰ্জগতৰ জ্ঞান শূন্য হৈ কেৱল দুষ্মন্তৰ চিন্তাতে আপোন পাহৰা হৈ আছে। দুৰ্বাসাৰ এই নিষ্ঠুৰ অভিশাপৰ যে কি ভয়াৱহ পৰিণাম তাৰ গম পাব কেনেকৈ? কিন্তু তেওঁৰ সখী অনসূয়া আৰু প্ৰিয়ংবদাই উদাত্ত স্বৰেৰে উচ্চাৰিত ঋষিৰ অভিশাপ স্পষ্টভাৱে শুনিলে আৰু ই যে শকুন্তলাৰ উজ্জ্বল ভাগ্যাকাশত হঠাৎ এচপৰা ক'লা ডাৱৰ; তাকো বহিয়াকৈ বুজিলে।

অভিশাপ দি দুৰ্বাসা আশ্ৰমৰপৰা উভতি যাবলৈ উদ্যত হ'ল। লৰালৰিকৈ প্ৰিয়ংবদাই গৈ ঋষিৰ চৰণত প্ৰণাম জনাই কন্যাসদৃশ অবোধ বালিকাৰ প্ৰথম অপৰাধ মাৰ্জনা কৰি এই অভিশাপ প্ৰত্যাহাৰ কৰিবলৈ সানুনয়ে কাকুতি-মিনতি কৰিলে। নাৰী-হৃদয়ৰ আবেগপূৰ্ণ আকুতিয়ে ঋষিৰ অন্তৰ স্পৰ্শ কৰিলে। ঋষিয়ে গম্ভীৰ স্বৰে উত্তৰ দিলে,

'ন মে বচনমন্যথাভৱিতুমৰ্হতি কিংত্বভিজ্ঞানাভৰণদৰ্শনেন শাপো নিৱৰ্তিষ্যত ইতি।'[১]

'মোৰ বাক্য বিফল হ'ব নোৱাৰে; কিন্তু অভিজ্ঞান-স্বৰূপ কোনো আভৰণ দেখুৱালে অভিশাপৰ অৱসান ঘটিব।'

ঋষিৰ এই প্ৰবোধ বাক্যত সখীদ্বয়ে সান্ত্বনা আৰু শকুন্তলাৰ ভৱিষ্যৎ সৌভাগ্যৰ আশ্বাস পালে। কিন্তু এই কথা উভয়ৰে মাজত গোপন হৈয়ে থাকিল।

দুৰ্বাসাৰ অভিশাপ উচ্চাৰিত হোৱাৰ লগে লগে তাৰ প্ৰতিক্ৰিয়া আৰম্ভ হ'ল। দুষ্মন্তৰ স্মৃতি-পথৰপৰা প্ৰিয়তমা শকুন্তলা অন্তৰ্হিতা হ'ল। সেয়েহে ৰজাই যি সময়ৰ ভিতৰত শকুন্তলাক ৰাজ-অন্তঃ-পুৰলৈ নিয়াৰ কাৰণে মানুহ পঠোৱাৰ কথা আছিল সি উকলি গ'ল। ৰজাৰ এনে বিপৰীত আচৰণত স্তম্ভিত হৈ অনসূয়াই ক'লে দুৰ্বাসাৰ অভিশাপেই ৰজাৰ এই বিকাৰৰ কাৰণ, নহ'লে সেইদৰে

১. শকুন্তলা—৪ৰ্থ অঙ্ক

প্ৰতিশ্ৰুতি দি গৈ আজিলৈকে চিঠি এখনকেই বা নিদিব কিয়? যি হওক, আশ্ৰমৰপৰা বিদায় লোৱাৰ সময়ত নিজৰ নাম লিখা আঙঠিটো স্মৃতিচিহ্ন হিছাপে ৰজাই নিজ হাতেৰে শকুন্তলাৰ আঙুলিত পিন্ধাই দিছিল। সি শকুন্তলাৰ ওচৰত থাকিলে স্বাধীন-ভাৱেই তেওঁৰ পৰিচয় দানৰ উপায় পাব।[১]

নাটকৰ চতুৰ্থ অঙ্কত দেখিবলৈ পোৱা যায়, আশ্ৰমৰ পক্ষৰপৰাই শকুন্তলাক পতিগৃহলৈ লৈ যোৱাৰ বন্দোবস্ত কৰা হ'ল। শকুন্তলাক বিদায় দিয়াৰ সময়ত সখীদ্বয়ে ক'লে, "সখী, ৰজাই তোমাক চিনি পোৱাত যদি কষ্ট হয়, তেতিয়া ৰজাৰ এই নিজ-নাম-অঙ্কিত অঙঠিটো দেখুৱাই দিবা।"[২]

নাটকৰ পঞ্চম অঙ্কত আমি দেখিবলৈ পাওঁ শকুন্তলা বহু আশা-আকাঙ্ক্ষাৰে দুষ্মন্তৰ দ্বাৰদেশত উপস্থিত হ'ল। কিন্তু ভাগ্যৰ কি নিষ্ঠুৰ পৰিহাস, ৰাজৰ্ষি দুষ্মন্তই নৱমালিকা-সদৃশা শকুন্তলাক অপমানপূৰ্বক প্ৰত্যাখ্যান কৰিলে; আৰু স্পষ্টভাৱে কৈ দিলে, তেওঁ কোনো দিনেই শকুন্তলাৰে সৈতে কোনো প্ৰকাৰৰ বিবাহ-বন্ধনত আৱদ্ধ হোৱা নাই। এই বিষয়ৰ কোনো কথাই তেওঁৰ স্মৃতিৰ গোচৰ নহয়। গতিকে আনৰ বিবাহিতা স্ত্ৰীক নিজৰ পত্নীৰূপে গ্ৰহণ কৰি নিজৰ বিশুদ্ধ চৰিত্ৰ কলংকৰ কালিমাৰে কলুষিত কৰা তেওঁৰ পক্ষে অসম্ভৱ। ৰজাৰ এই বজ্ৰ-নিৰ্ঘোষ নিষ্ঠুৰ বাণীয়ে শকুন্তলাৰ আশালতা গছি ছিঙি মষিমূৰ কৰি পেলালে। শকুন্তলাই ধীৰে ধীৰে ৰজাক ক'লে, "সঁচাকৈয়ে যদি আপুনি মোক আনৰ স্ত্ৰী বুলি সন্দেহ কৰে, তেন্তে অভিজ্ঞান দেখুৱাই আপোনাৰ সন্দেহ

---

১. অথি তেন ৰাজৰ্ষিণা সংপ্ৰস্থিতেন স্বনামধেয়াঙ্কিতমঙ্গুলীয়কং স্মৰণীয়মিতি স্বয়ং পিনদ্ধম্। তস্মিন্ স্বাধীনোপায়া শকুন্তলা ভৱিষ্যতি। (শকুন্তলা ৪ৰ্থ অঙ্ক)

২. সখি যদি নাম স ৰাজা প্ৰত্যভিজ্ঞানমন্থৰো ভৱেত্ততস্তস্যেদমাত্মনামধেয়াঙ্কিতমঙ্গুলীয়কং দৰ্শয়। (শকুন্তলা ৪ৰ্থ অঙ্ক)

দূৰ কৰিম, তেতিয়া অৱশ্যেই আপুনি বিশ্বাস কৰিব।”[১] এই বুলি কৈ ৰাজপ্ৰদত্ত অভিজ্ঞান-স্বৰূপ স্বনামাঙ্কিত আঙঠিটো দেখুৱাবলৈ আঙুলিৰ পিনে চাই দেখে, আঙঠি নাই :

অঙ্গুলীয়কশূন্যা মেঽঙ্গুলীঃ। সেই আঙঠি যে শচিতীৰ্থৰ জলত প্ৰণাম কৰা সময়ত আঙুলিৰপৰা ওলাই পৰিছে শকুন্তলাই তাক নাজানে। আঙঠি নোহোৱাত শকুন্তলাৰ সংসাৰ শূন্যত পৰিণত হ'ল। এই জীৱন-মৰণ সমস্যাৰপৰা উদ্ধাৰ হ'বলৈ শকুন্তলাই ইয়াত বস্তুৰূপ অভিজ্ঞানৰ প্ৰয়োগ কৰিলে; কিন্তু সেই অভিজ্ঞান ব্যৰ্থ হোৱাত আকৌ ভাৱস্থ অভিজ্ঞানৰ সহায়েৰে নিজৰ অভিলষিত উদ্দেশ্য সাধন কৰিবলৈ বিচাৰিলে। সেয়েহে শকুন্তলাৰ অন্তৰত ৰেখাপাত কৰি থোৱা সেই প্ৰেমসিক্ত ঘটনা বৰ্ণাই ৰজাৰ স্মৃতি উদ্বুদ্ধ কৰিবলৈ শকুন্তলাই বিৱৰি ক'বলৈ ধৰিলে—“মহাৰাজ, আপোনাৰ নিশ্চয় মনত আছে এদিনাখন আশ্ৰমপদৰ নৱমল্লিকা কুঞ্জত মই আপোনাৰ হাতত কলহেৰে পানী ঢালি দিছিলোঁ। তেতিয়া মোৰ পুত্ৰকল্প দীৰ্ঘাপাঙ্গ নামৰ হৰিণ শিশুটি আহি উপস্থিত হ'ল। তাৰ প্ৰতি দয়াশীল হৈ আপুনি কৈ উঠিল, 'প্ৰথমে তাক পানী খাবলৈ দিয়ঁা।' এইদৰে কৈ আপুনি নিজে তাক পানী খুৱাবলৈ বিচাৰিলে; কিন্তু অপৰিচিত হেতু সি আপোনাৰ ওচৰলৈ নাহিল। তেতিয়া আপুনি উপহাস কৰি ক'লে, 'আত্মীয়জনহে বিশ্বাসৰ পাত্ৰ; তোমালোক দুয়ো যে বনবাসী': সৰ্বঃ সগন্ধেষু বিশ্বসিতি। দ্বাৱপ্যত্ৰাৰণ্যকাবিতি।”[২]

এই বৃত্তান্ত শুনাৰ পিছতো ৰজাই শকুন্তলাৰ কথা স্মৃতি-পথলৈ আনিব নোৱাৰিলে। এতেকে শকুন্তলাক পত্নীৰূপে গ্ৰহণ কৰাৰ প্ৰশ্নই নুঠে। ৰজাৰ প্ৰেমপূৰ্ণ ৰহস্য-উক্তি উদ্‌ঘাটিত কৰি তেওঁৰ

---

১. যদি পৰমাৰ্থতঃ পৰপৰিগ্ৰহশঙ্কিনা ত্বয়ৈবং প্ৰবৃত্তং তদভিজ্ঞানেনানেন তৱাশঙ্কামপনেষ্যামি। (শকুন্তলা ৫ম অঙ্ক)

২. শকুন্তলা—৫ম অঙ্ক

পূৰ্ব স্মৃতি উদ্বুদ্ধ কৰিবলৈ যি ভাৱহু অভিজ্ঞানৰ আশ্ৰয় লোৱা হ'ল সিও নিষ্ফল হ'ল।

চৰম হতাশাৰ তিমিৰ অন্ধকাৰে নিঃসহায়া শকুন্তলাৰ চতুৰ্দিশ আবৃত কৰি পেলালে। শকুন্তলাই নিজ অভিৰুচিৰে গঢ়ি তোলা বিশ্বাসৰ মন্দিৰ প্ৰতাৰণাৰ দাবানলত ভস্মসাৎ হৈ গ'ল। অনন্যোপায় হৈ শকুন্তলাই পৃথিৱীৰ গৰ্ভত আশ্ৰয় বিচাৰিলে: 'ভগৱতি ৱসুধে, দেহি মে ৱিৱৰম্।'

এনেতে হঠাৎ স্ত্ৰী-ৰূপধাৰী এক দিব্য জ্যোতিষ্কৰ আবিৰ্ভাৱ হৈ শকুন্তলাক আকাশ-মাৰ্গেৰে লৈ গৈ মহামুনি মাৰীচৰ আশ্ৰমত প্ৰতিষ্ঠা কৰিলে। অভিজ্ঞান হেৰুৱাই শকুন্তলা পৃথিৱীৰপৰা অন্তৰ্ধান হ'ল। সেই শকুন্তলা আৰু দুষ্মন্তৰ জানো কেতিয়াবা পুনৰ্মিলন হ'ব, ৰজাৰ জানো লুপ্ত স্মৃতি কেতিয়াবা পুনৰ্জাগৰিত হ'ব, ইত্যাদি চিন্তাই দৰ্শক-চিত্তত বৈচিত্ৰ্য আৰু কৌতূহলৰ সৃষ্টি কৰিবলৈ ধৰিলে।

ইয়াৰ পিছত নাটকৰ ষষ্ঠ অঙ্কত দেখা গ'ল যে শক্ৰাৱতাৰ-নিবাসী এজন ধীৱৰে এদিনাখন এটা ৰৌ মাছৰ পেটত ৰত্ন-প্ৰভাৰে সমুজ্জ্বল ৰজাৰ নাম লিখা এটা আঙঠি পাই বজাৰত বিক্ৰী কৰিবলৈ লৈ গ'ল। ৰজাৰ নগৰৰক্ষীয়ে সেই আঙঠি দেখি ধীৱৰেৰে সৈতে অঙঠিটো লৈ ৰজাৰ ওচৰ পালেগৈ। আঙঠি দেখি ৰজা স্তম্ভিত হ'ল। আঙঠিৰ দৃষ্টিয়ে অভিশাপৰ আঁৰ কাপোৰ আঁতৰ কৰি শকুন্তলাৰ স্মৃতি ৰজাৰ মানস-পটত উদ্ভাসিত কৰি তুলিলে। মুহূৰ্ততে ৰজা গম্ভীৰ হৈ পৰিল আৰু তেওঁ চকুলো টুকিবলৈ ধৰিলে। সকলোৱে ভাবিলে, এই আঙঠি দেখি নিশ্চয় ৰজাৰ কোনো প্ৰিয়জনলৈ মনত পৰিছে:

"তস্য দৰ্শনেন ভৰ্ত্ৰাভিমতো জনঃ স্মৃতঃ। মুহূৰ্তং প্ৰকৃতিগম্ভীৰো-ঽপি পৰ্যশ্ৰুনয়ন আসীৎ।"[১]

১. শকুন্তলা—৬ষ্ঠ অঙ্ক

আঙঠিটো দেখিলে শকুন্তলাৰ কথা ৰজাৰ মনলৈ অহাৰ কথাই, কিয়নো সেই আঙঠিয়েই যে 'অভিজ্ঞানাভৰণ'। অভিজ্ঞানাভৰণ দৰ্শনতে অভিলষিতজনৰ শাপ-মুক্তা শকুন্তলাৰ স্মৰণ।

শকুন্তলা দুষ্মন্তৰ স্মৃতি-পথলৈ আহিল সঁচা; কিন্তু দৃষ্টি-পথলৈ অহাৰ কোনো সম্ভাৱনা নাই; কিয়নো, নাট্যশিল্পী কালিদাসে স্বামী-পৰিত্যক্তা শকুন্তলাক পৃথিৱীত নাৰাখি পৃথিৱীৰ উৰ্দ্ধলোকত স্থাপন কৰিছে। পৃথিৱীৰ যি কোনো ঠাইতে নাথাকক লাগিলে দুষ্মন্তৰ পক্ষে শকুন্তলাক বিচাৰি উলিওৱাটো অসম্ভৱ নহ'লহেঁতেন।

অভিজ্ঞানে (শকুন্তলাৰ অনুস্মাৰক আঙঠিটোৱে) দুষ্মন্তৰ হৃদয় বিদীৰ্ণ কৰি পেলালে। জীৱনৰ বিষয়-বাসনাৰ প্ৰতি তেওঁৰ কোনো আসক্তি নোহোৱা হ'ল। বিৰহ-ক্লিষ্ট দুষ্মন্তৰ স্মৃতিলৈ সঘনে আহিবলৈ ধৰিলে যে সঁচাকৈয়ে ইতিপূৰ্বে তেওঁ গোপনে শকুন্তলাক বিয়া কৰাইছিল আৰু মোহাচ্ছন্ন হৈ তেওঁক প্ৰত্যাখ্যান কৰিছে। সেয়েহে তেওঁ আজি অনুতাপানলত দগ্ধ হ'ব লগীয়া হৈছে:

"যদৈৱ খলু স্বাঙ্গুলীয়কদৰ্শনাদনুস্মৃতং দেৱেন সত্যমূঢ়পূৰ্ব্বা মে তত্ৰভৱতী ৰহসি শকুন্তলা মোহাৎপ্ৰত্যাদিষ্টেতি তদাপ্ৰভৃত্যেৱ পশ্চাত্তাপমুপগতো দেৱঃ।"[১]

অভিজ্ঞানে শকুন্তলাৰ লুপ্ত স্মৃতি পুনৰ জগাই তুলি দুষ্মন্তক কেৱল বিৰহ-যন্ত্ৰণাত জৰ্জৰিত কৰিয়েই ক্ষান্ত থকা নাই, তেওঁক বিনিদ্ৰ-ৰজনী যাপন কৰিবলৈ বাধ্য কৰালে:

'শয্যাপ্ৰান্তবিৱৰ্তনৈৰ্বিগময়ত্যুন্নিদ্ৰ এৱ ক্ষপাঃ।'[২]

ৰাতি ৰজাৰ চকুত টোপনি নাই। ৰাতি গভীৰ টোপনি নহ'লে দিনত জানো সবল চিন্তা সম্ভৱ হয়? সবল চিন্তাৰ অভাৱেই উন্মাদনাৰ অন্যতম কাৰণ। দুষ্মন্তৰ কথা-বাৰ্তাত সেই উন্মাদনাৰ আভাস ফুটি উঠিল। তেওঁ অভিজ্ঞানক নিন্দা কৰিলে: সেই সুকোমল আঙুলিৰপৰা ওলাই গৈ তই কি কাৰণত পানীত পৰিলি

১. শকুন্তলা—৬ষ্ঠ অঙ্ক
২. ঐ ৬।৫

অথবা অচেতন বস্তুৱে ইয়াৰ মূল্যই বা বুজিব কেনেকৈ? আৰু ময়ে বা প্ৰথমে প্ৰিয়তমাক প্ৰত্যাখ্যান কৰিলোঁ কিয়?

'অচেতনং নাম গুণং ন লক্ষ্যয়েন্ময়ৈৱ কস্মাদৱধীৰিতা প্ৰিয়া।'[১]

দুষ্যন্তৰ এনে মানসিক দুশ্চিন্তাৰ ভিতৰতে ইন্দ্ৰৰপৰা আহ্বান আহিল, তেওঁ স্বৰ্গলৈ গৈ অসুৰ-যুদ্ধত ইন্দ্ৰক সহায় কৰিব লাগে। দুষ্যন্তই ইন্দ্ৰপুৰীলৈ গৈ ইন্দ্ৰৰ কাৰ্য সমাধা কৰি উভতি অহোতে হেমকূট পৰ্বতত মহৰ্ষি মাৰীচৰ আশ্ৰমপদ দেখিলে আৰু ঋষিক সশ্ৰদ্ধ প্ৰণতি জনোৱাৰ মানসেৰে আশ্ৰমপদত প্ৰৱেশ কৰিলে।

মাৰীচৰ সেই পৱিত্ৰ আশ্ৰমপদত ৰজাই মলিন বসন পৰিহিতা, এক বেণীধৰা, ব্ৰতকৃশ-শৰীৰা শকুন্তলাক দেখিলে। শকুন্তলাই এই সুদীৰ্ঘ কাল তেওঁৰেই অপেক্ষাত নিয়মব্ৰত পালন কৰি কাল যাপন কৰিছে:

বসনে পৰিধূসৰে ৱসনা নিয়মক্ষামমুখী ধৃতৈকৱেণিঃ।
অতিনিষ্কৰুণস্য শুদ্ধশীলা মম দীৰ্ঘং ৱিৰহব্ৰতং বিভৰ্তি॥[২]

অনুতাপেৰে বিবৰ্ণশৰীৰ দুষ্যন্তক দেখিও চিনিব নোৱাৰি শকুন্তলাই সুধিলে, 'এয়া অৰ্যপুত্ৰ নে'? দুষ্যন্তই উত্তৰ দিলে, 'প্ৰিয়ে তোমাৰ প্ৰতি আচৰণ কৰা প্ৰত্যাখ্যান-কঢ়তাই আজি অনুকূল পৰিণামত ৰূপায়িত হৈছে, গতিকে তোমাৰ দ্বাৰা প্ৰত্যভিজ্ঞাত পুনৰ্পৰিচিত দুষ্যন্ত আজি তোমাৰ সম্মুখত উপস্থিত':

প্ৰিয়ে ক্ৰৌৰ্যমপি মে ত্বয়ি প্ৰযুক্তমনুকূলপৰিণামং সংবৃত্তং যদহমিদানীং ত্বয়া প্ৰত্যভিজ্ঞাতমাত্মানং পশ্যামি।[৩]

শকুন্তলা যিদিনা দুষ্যন্তৰ দ্বাৰ-দেশত উপস্থিত হৈছিল সিদিনা দুষ্যন্তই শকুন্তলাৰ প্ৰত্যভিজ্ঞান লাভ কৰিব নোৱাৰিলে; আনহাতে দুষ্যন্তই আশ্ৰমপদত শকুন্তলাৰ সম্মুখত উপস্থিত হোৱাত শকুন্তলাই

১. শকুন্তলা—৬।১৩
২. শকুন্তলা—৭।২১
৩. ঐ ৭ম অঙ্ক

দুষ্যন্তৰ প্ৰত্যভিজ্ঞান পুনৰ্পৰিচয় লাভ কৰিলে। ইয়াকেই বোলা হৈছে অনুকূল পৰিণাম।[১]

শকুন্তলাই ক'লে, এয়া আৰ্যপুত্ৰই। দুষ্যন্তই ক'লে, এবা ৰাহুৰ গ্ৰাসৰ পিছত ৰোহিণীৰে সৈতে চন্দ্ৰৰ মিলন হোৱাৰ দৰে বিস্মৰণ মোহ আঁতৰি যোৱাত আজি তোমাৰ সন্মুখত উপস্থিত হৈছোঁহি। তাৰ পিছত শকুন্তলাই সুধিলে, 'এই হতভাগিনীক মহাৰাজৰ মনত পৰিল কেনেকৈ?' এইদৰে কোৱাৰ পিছত শকুন্তলাৰ দুচকুৰে পানী বৰলৈ ধৰিলে। তাকে দেখি দুষ্যন্তই ক'লে, 'আগতে তোমাৰ চকুৰ পানী মচি পেলোৱা।' এইবুলি কৈ ৰজাই নিজেই শকুন্তলাৰ চকুৰ পানী মচিব খোজোঁতে ৰজাৰ আঙুলিত থকা সেই উজ্জ্বল আঙঠিটো দেখি শকুন্তলাই কৈ উঠিল, "ইদং তৎ অঙ্গুলীয়কম্"—এইটোৱেই সেই অঙঠিটো। দুষ্যন্তই জনালে, এই আঙঠিৰ দৃষ্টিয়ে তোমাৰ স্মৃতিৰ কাৰণ: 'অস্মাদঙ্গুলীয়োপলম্ভাৎখলু স্মৃতিৰুপলব্ধা।' এই আঙঠিয়েই পুনৰ্মিলনৰ কাৰণ হোৱা হেতু ৰজাই পুনৰ শকুন্তলাৰ আঙুলিত তাক পিন্ধাই দিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। শকুন্তলাই ক'লে, "নালাগে, নালাগে, প্ৰয়োজনৰ সময়ত যেতিয়া পোৱা নগ'ল এতিয়া মই ইয়াক বিশ্বাস নকৰোঁ। এই আঙঠি আৰ্যপুত্ৰৰ হাতত থাকক: 'নাস্য বিশ্বসিমি। আৰ্যপুত্ৰ এবৈতদ্ধাৰয়তু।"

দুষ্যন্তৰ স্বনামাঙ্কিত ৰত্ন-প্ৰভাৱে সমুজ্জ্বল এই আঙঠিটো ৰজাই অভিজ্ঞান বা স্মৰণীয় হিচাপে শকুন্তলাৰ আঙুলিত পিন্ধাই দিছিল। এই অভিজ্ঞান এদিন শকুন্তলাৰ কাৰণে নিতান্ত প্ৰয়োজন আছিল; কিন্তু নিয়তিৰ কুটিল-চক্ৰত তেওঁ সেইদিনা সেই অভিজ্ঞান প্ৰয়োগ কৰিব নোৱাৰি প্ৰত্যাখ্যান বৰণ কৰিব লগীয়া হ'ল। আৰু সেই অভিজ্ঞান গৈ আকৌ দুষ্যন্তৰ হাতত পৰিল। দৈৱই যেন সেই

১. যৎ ৰদাগতাপি তদা ময়া ন প্ৰত্যভিজ্ঞাতাসি। ময়ি পুনৰাগতে ত্বয়া প্ৰত্যভিজ্ঞাত ইত্যনুকূলপৰিণামতা। (ৰাঘৱভট্ট-টীকা)

অভিজ্ঞান শকুন্তলাৰপৰা লৈ গৈ দুষ্যন্তৰ হাতত প্ৰত্যভিজ্ঞান হিছাপে তুলি দিলে। এই প্ৰত্যভিজ্ঞানৰ বলেৰেই পূৰ্ব পৰিচিত প্ৰত্যাখ্যাতা শকুন্তলাৰ সুপ্ত স্মৃতি তেওঁৰ মানস-পটত উদ্ভাসিত হৈ উঠিল।

আকৌ, যি অভিজ্ঞানক শকুন্তলাই হেৰুৱাই বিৰহ-ব্ৰত যাপন কৰিব লগীয়া হৈছিল, সেই অভিজ্ঞান পুনৰ প্ৰত্যভিজ্ঞান-ৰূপেই শকুন্তলাৰ সম্মুখত উপস্থিত হৈছিল; সেয়েহে শকুন্তলাই কৈ উঠিল 'ইদং তৎ অঙ্গুলীয়কম্। তৎ স্মৃতিৰূপম্ ইদং প্ৰত্যক্ষৰূপম্ অঙ্গুলীয়কম্।' এই যে দৰ্শন আৰু স্মৰণ-ৰূপ সঙ্কল্পাত্মক জ্ঞান তাৰেই নাম প্ৰত্যভিজ্ঞান। সেয়েহে কবিয়ে দুষ্যন্তৰ সুপ্ত স্মৃতি জাগৰণ আৰু শকুন্তলাৰে সৈতে পুনৰ্মিলনক 'প্ৰত্যভিজ্ঞাতমাত্মানম্' বুলি অভিহিত কৰিছে।

কালিদাসে তেওঁৰ কাব্য আৰু নাটকত অভিজ্ঞানৰ বিভিন্ন দিশ আৰু ৰূপ দেখুৱাই শ্ৰেষ্ঠ নাটক 'অভিজ্ঞানশকুন্তলা'ত অভিজ্ঞান আৰু প্ৰত্যভিজ্ঞানৰ সংমিশ্ৰণ ঘটাই নাটকৰ সামৰণি মাৰিছে।

# প্রকৃতিৰ কবি কালিদাস

মহাকবি কালিদাসৰ কাব্য-প্ৰতিভাই নানা ফালৰপৰাই সাহিত্য-ৰস-পিপাসু মনৰ যথাযথ সামগ্ৰী যোগাই আহিছে। কবিয়ে সমগ্ৰ সাহিত্যতে তেওঁৰ নায়ক-নায়িকাৰে সৈতে বিশ্ব-প্ৰকৃতিৰ এটা অভিন্ন সম্বন্ধৰ সন্ধান দৰ্শাইছে। নিসৰ্গ চিত্ৰাঙ্কনত কবিৰ সূক্ষ্মদৰ্শিতা যিদৰে সুস্পষ্ট, প্ৰকৃতিৰে সৈতে মানৱ জীৱনৰ বিপুল সমন্বয়ৰ যোগসূত্ৰ প্ৰতিষ্ঠাতো সেইদৰে তেওঁ সুশৃঙ্খল। কবিৰ অতুল তুলিকাৰ স্পৰ্শত প্ৰকৃতিৰ পট-ভূমিকাত পৰ্বত-পাহাৰ, গিৰি-শৃঙ্গ, সাগৰ-সৰোবৰ, নদী-নিৰ্ঝৰিণী, আশ্ৰম-অৰণ্য, চহৰ-নগৰ, প্ৰাতঃ-সন্ধ্যা, দিন-ৰাতি, গ্ৰহ-নক্ষত্ৰ, চন্দ্ৰ-সূৰ্য, আকাশ-পৃথিৱী, মেঘ-বৰষুণ আৰু ছয় ঋতু যিদৰে পৰিস্ফুট সেইদৰে তাৰ পাৰিপাৰ্শ্বিক গছ-লতা, ফল-ফুল, পশু-পক্ষী আদিও অভিনৱ সৌন্দৰ্যৰে মণ্ডিত। কবিৰ হাতত পৰস্পৰে এটা সুন্দৰ সামঞ্জস্য ৰক্ষা কৰি প্ৰকাশ পাইছে। সেই কাৰণে কবিৰ সাহিত্যত স্তৰে স্তৰে যিবোৰ গছ-লতা, ফল-মূল, জীৱ-জন্তু, নদ-নদী, পৰ্বত-পাহাৰ নিজ নিজ পৰিৱেশত অঙ্কিত হৈছে তাৰ কোনো ঠাইতে অসংলগ্ন আৰু অসঙ্গত পৰি-কল্পনাৰ অৱকাশ নাই।

মানুহৰ জীৱনৰ ওপৰত প্ৰকৃতিৰ প্ৰভাৱ অতুলনীয় আৰু অপৰিসীম। প্ৰকৃতিৰ বুকুত আমাৰ উৎপত্তি আৰু তাতেই আমাৰ শেষ বিশ্ৰান্তি। মানুহ আৰু প্ৰকৃতিৰ মাজত যি এটা স্বাভাৱিক ঘনিষ্ঠ সম্বন্ধ আছে, স্বভাৱ-কবি কালিদাসে তেওঁৰ সাহিত্যত সেই সম্বন্ধৰ নিখুঁত চিত্ৰ আঁকি পাঠকৰ সন্মুখত উপস্থাপিত কৰিছে।

মানুহৰ সুখ-দুখ, আনন্দ-বিষাদ, ঘাত-প্ৰতিঘাত, উত্থান-পতনৰ হুবহু চিত্ৰাঙ্কনকেই কবি-কল্পনাৰ পৰাকাষ্ঠা বুলি ধৰি ল'ব নোৱাৰি, সেইবোৰক বাস্তৱ-ৰূপত ৰূপায়িত কৰিবলৈ, জীৱন্ত কৰিবলৈ, প্ৰাণৰ স্পন্দনেৰে সঞ্চাৰিত কৰিবলৈ আনুষঙ্গিক প্ৰাকৃতিক আৱেষ্টনৰ একান্ত প্ৰয়োজন; কিয়নো সেই প্ৰাকৃতিক আৱেষ্টনেৰে সৈতে মানৱ জীৱনৰ এটা চিৰন্তন নিসৰ্গ সম্বন্ধ আছে। সেই সম্বন্ধৰ চিত্ৰটো হৃদয়-গ্ৰাহী কবি অঙ্কিত কৰাৰ প্ৰয়োজন আৰু সেই প্ৰয়োজন পৰিস্ফুটভাৱে প্ৰতিফলিত কৰিব পাৰিলেহে, কবিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদিত হয়, তেতিয়া সৌন্দৰ্যৰ পূৰ্ণ বিকাশ হয় আৰু সেই সৌন্দৰ্যৰ অনুভূতিয়ে মানুহক অনাবিল আনন্দ দিয়ে।

ভাৰতবৰ্ষ প্ৰকৃতিৰ ৰম্য ভূমি। ভাৰতৰ প্ৰাকৃতিক দৃশ্যাৱলীয়ে নানাভাৱে কবিৰ কাব্যত ৰস সৃষ্টিৰ উপাদান যোগাইছে। কবিৰ অনুপম কৌশল হেতু প্ৰকৃতিৰ সামগ্ৰীসমূহ তেওঁৰ কাব্যত ন ন ৰূপত প্ৰকাশ পাইছে।

কালিদাস প্ৰকৃতিৰ পূজাৰী। প্ৰকৃতিৰ বুকুৰপৰা যি সুন্দৰ, যি পৱিত্ৰ, যি মনোজ্ঞ, তাৰ বৰ্ণনাৰে কবিয়ে তেওঁৰ কাব্যক শ্ৰীমণ্ডিত কৰি তুলিছে। কবিৰ কাব্যত প্ৰকৃতিৰ প্ৰলয়ঙ্কৰী মূৰ্তিৰ ভয়াবহ কল্পনা নাই। কালিদাস প্ৰকৃতিৰ শান্ত, সৌম্য মধুৰ ৰূপৰেই উপাসক। যি সুন্দৰ, যি মনোজ্ঞ, সি চেতন-অচেতন যিয়েই নহওক লাগিলে, কবিয়ে তাৰেই মাধোন কল্পনা কৰিছে।

কালিদাস ৰাজ-পণ্ডিত। ৰাজকীয় পৰিৱেশত জীৱন যাপন কৰিছে; কিন্তু প্ৰকৃতিৰ যাৱতীয় আভৰণেৰে সৈতে তেওঁৰ ঘনিষ্ঠ সম্বন্ধ দেখিলে তেওঁৰ ৰস-গ্ৰাহী পাঠক মাত্ৰেই আশ্চৰ্যান্বিত নহৈ নোৱাৰে। তুষাৰ-ধৱল শৃঙ্গেৰে সুশোভিত হিমালয়, পুণ্যতোয়া গঙ্গা-যমুনাৰ পৱিত্ৰ মিলন, ৰংচঙীয়া ফুলেৰে জাতিকাৰ পুষ্পোদ্যান, যজ্ঞীয় আহুতিৰ সুগন্ধেৰে সুবাসিত তপোবনৰ বৰ্ণনাই কোন ৰসিক পাঠকৰ মন মুগ্ধ নকৰাকৈ থাকিব পাৰে। এহাতে সুৰম্য ৰাজ

অট্টালিকা, ৰমণীৰ নৃত্য-গীতেৰে বিলাস-মণ্ডিত ৰাজ-অন্তঃপুৰ, নায়ক-নায়িকাৰ প্ৰেমাকৰ্ষণৰ উদ্দীপক মনোহৰ পুষ্পোদ্যান, আন হাতে ঋষিৰ পৰ্ণকুটীৰ, সংসাৰৰ বিষয়-বাসনা ত্যাগ কৰা আশ্ৰম-বাসীৰ কঠোৰ সাধনা, ফলমূলাহাৰী মুনিৰ তপস্যাৰ ক্ষেত্ৰ বৰ্ণনাৰে বৈচিত্ৰ্যময় প্ৰাকৃতিক দৃশ্যৰ মনোৰম চিত্ৰ আঁকি চিৰ দিনৰ বাবে পাঠকৰ মন আকৰ্ষণ কৰি ৰাখিছে।

মনোহৰ প্ৰকৃতিৰ অনুপম সৌন্দৰ্যত কৰি-হৃদয় উদ্বেলিত; ই কবিৰ কল্পনাক দিগন্ত-প্ৰসাৰী কৰি তুলিছে। কবিয়ে প্ৰকৃতিৰ নানা বিধ বস্তুক মানুহৰ প্ৰসাধনৰ সামগ্ৰী হিছাপে অঙ্কিত কৰি সাহিত্যৰ সৌষ্ঠৱ বঢ়াইছে। প্ৰকৃতি সাহিত্য-কলাৰ অলংকাৰ স্বৰূপ। কবিয়ে প্ৰকৃতিৰ মনোমোহা দৃশ্যেৰে তেওঁৰ কাব্য অলংকৃত কৰি পাঠকৰ সন্মুখত দাঙি ধৰি উপভোগৰ সমল যোগাইছে আৰু সহৃদয় পাঠকৰ অন্তৰ জয় কৰিছে।

কবি কালিদাস নৈসৰ্গিক কবি আৰু নৈসৰ্গিক বৰ্ণনাৰেই তেওঁৰ কাব্য পৰিপূৰ্ণ। ভাৰতৰ পৰ্বতৰাশিৰ প্ৰাকৃতিক সৌন্দৰ্যই কবিৰ মন পুলকিত কৰি তুলিছে। এই পৰ্বতশ্ৰেণীৰ ভিতৰত হিমালয়, হেমকূট, ৰামগিৰি, চিত্ৰকূট, কৈলাস, বিন্ধ্য আৰু আম্ৰকূটৰ দৃশ্যই কবিৰ মন বিশেষভাৱে আকৰ্ষণ কৰিছে।

## পৰ্বত-বৰ্ণনা ঃ

কালিদাসে 'কুমাৰসম্ভৱ'ত হিমালয়ৰ বৰ্ণনা কৰিছে। হিমালয়ক তেওঁ নগাধিৰাজ বুলি আখ্যা দিছে। ই দেৱতাসকলৰ আত্মা। উত্তৰ দিশত ই অৱস্থিত আৰু পূব সাগৰৰপৰা পশ্চিম সাগৰলৈ বিস্তৃত। ই পৃথিৱীৰ মানদণ্ড, 'স্থিতঃ পৃথিব্যা ইৱ মানদণ্ডঃ।'[১] ই উজ্জ্বল ৰত্নৰ ভাণ্ডাৰ আৰু অমূল্য মহৌষধিৰ উৎপত্তি-স্থান। সেন্দুৰ, গৈৰিক আদি বৰ্ণৰ শিলসমূহেৰে হিমালয়ৰ শৰীৰ গঠিত।

১. কুমাৰসম্ভৱ ১।১

মেঘ আহি হিমালয়ত উপস্থিত হ'লে, মেঘৰ বিম্ব হিমালয়ত প্ৰতিফলিত হয়। তেতিয়া হিমালয়ে নানা বৰণ ধাৰণ কৰে। এই দৃশ্য দেখিলে অনুমান হয়, যেন অকালতে সন্ধ্যা সমাগতা। তাকে দেখি দিব্য অপ্সৰাবিলাক সান্ধ্য পৰিধান ল'বলৈ ততাতয়াকৈ লৰি যায়।

স্নিগ্ধ, শীতল সমীৰণে ইয়াৰ চতুৰ্দিশ সুশীতল কৰি ৰাখে। কস্তুৰীমৃগৰ নাভিৰ গন্ধেৰে ইয়াৰ শিলাময়-ভূমি সুৰভিত। বতাহেৰে পূৰ্ণ হোৱা বাঁহবিশেষে ইয়াত বাঁহীৰ দৰে সুমধুৰ ধ্বনি তোলে: যঃ পূৰয়ন্ কীচকৰন্ধ্ৰভাগান্দৰীমুখোত্থেন সমীৰণেন।'[1] মনোহৰ কুসুম, কোমল তৃণ, সুকুমাৰ লতা, সুদৃশ্য-সমন্বিত হিমালয়। ইয়াৰ উচ্চ শৃঙ্গ দেৱ-কিংনৰবিলাকৰ ৰম্য ভূমি। চামৰ মৃগৰ জোনালী নেজেৰে ইয়াক বা দি হিমালয় যে গিৰিৰাজ তাৰ যথাৰ্থতা ৰক্ষা কৰে: 'যস্যাৰ্থযুক্তং গিৰিৰাজশব্দং কুৰ্ৱন্তি বালব্যজনৈশ্চমৰ্যঃ।'[2] এই হিমালয় যজ্ঞৰ অঙ্গস্বৰূপ, সোমলতাদিৰ উৎপত্তি-ক্ষেত্ৰ আৰু পৃথিৱীৰ ভাৰ-বহন-দক্ষ, দেৱাদিদেৱ মহাদেৱৰ প্ৰণয়াকাঙ্ক্ষী হৈ উমাই হিমালয়ত কঠোৰ তপস্যা কৰে। ই পাৰ্বতী-পৰমেশ্বৰৰ মিলন ক্ষেত্ৰ। জগতৰ ত্ৰাণ-কৰ্তা, তাৰকাসুৰ-নিধনকাৰী কাৰ্তিকেয়ৰ ইয়াতেই আৱিৰ্ভাৱ। হিমালয় পৰম পৱিত্ৰ গঙ্গাৰ প্ৰথম প্ৰকাশ স্থান। কৃষ্ণ আৰু কপিল বৰ্ণৰ মেঘ ইয়াৰ শৃঙ্গৰ সন্নিকৰ্ষত উপস্থিত হ'লে ইয়াক নিজৰ শিঙেৰে তুলি লোৱা, নন্দীৰ পিঠিত লাগি থকা বোকাৰ দৰে দেখা যায়।

কবিৰ চকুত চিত্ৰকূট পৰ্বত বৃহৎ আকাৰৰ বৃষভ। ইয়াৰ কন্দৰৰপৰা নিৰ্ঝৰ-ধ্বনি নিৰ্গত হৈছে। ইয়াৰ শৃঙ্গৰ আগভাগত মেঘৰাশি সংলগ্ন হোৱাত ইয়েই পঙ্কমণ্ডিত শিঙেৰে শৃঙ্গায়মান মত্ত

---

১. কুমাৰসম্ভৱ ১।৮
২. ঐ ১।১৩

বৃষভৰ দৰে দৰ্শকৰ চিত্ত আকৰ্ষণ কৰে : 'দৃষ্টঃ ৰকুম্নানিৱ চিত্ৰকূটঃ।'[১]

বৰ্ষাৰ প্ৰথম দিনত জলবাহী মেঘে ৰামগিৰি পৰ্বতক আলিঙ্গনেৰে সম্ভাষণ জনাইছে। পৰ্বতেৰে সৈতে মদমত্ত হস্তীৰ খেল দৰ্শকৰ চিত্তাকৰ্ষক হৈ উঠিছে।

বিন্ধ্য পৰ্বতৰ দাঁতিয়েদি নৰ্মদাৰ উজ্জ্বল সলিল প্ৰৱহমান হৈ আছে। এই পৰ্বতৰ উচ্চ-নীচ শিলসমূহে ৰেবা নদীক বিশীৰ্ণ কৰিছে। সেই হেতু এই বিন্ধ্য পৰ্বতে ভস্মৰেখাৰে চিত্ৰাঙ্কিত হাতীৰ শৰীৰৰ দৰে শোভা ধাৰণ কৰিছে :

'ভক্তিচ্ছেদৈৰিৱ ৱিৰচিতাং ভূতিমঙ্গে গজস্য।'[২]

আম্ৰকূট পৰ্বত-শিখৰৰ নামনি ঠাইবোৰ বনজ আমগছৰ পকা ফলসমূহেৰে উপচি আছে। এই পৰ্বতৰ মাজভাগ শ্যাম বৰণীয়া, আন অংশ পাণ্ডুবৰণীয়া হোৱাত ই ধৰিত্ৰীৰ বক্ষস্থলৰ দৰে অতিকৈ আকৰ্ষক হৈ উঠিছে।

কৈলাস পৰ্বত সুউচ্চ শৃঙ্গ-বিশিষ্ট, পদ্মৰ দৰে শুভ্ৰ, আকাশ অবধি পৰিব্যাপ্ত। উজ্জ্বল কৈলাসশৃঙ্গ দেৱাঙ্গনাসকলৰ মুখ-দৰ্পণ-সদৃশ। ইয়াক দেখিলে অনুমান হয়, ত্ৰ্যম্বকৰ প্ৰতি দিনৰ অট্ট-হাস্যসমূহ যেন একে ঠাইতে স্তূপীকৃত কৰি ৰখা হৈছে।

'অভিজ্ঞানশকুন্তলা'ত কবিয়ে হেমকূট[৩] পৰ্বতৰ বৰ্ণনা দিছে : হেমকূট পূব সাগৰৰপৰা পশ্চিম সাগৰলৈ বিস্তৃত। ই সোণবৰণীয়া। এই পৰ্বত শিখৰৰপৰা অবিশ্ৰান্ত গতিৰে বৈ থকা সোণোৱালী জলপ্ৰৱাহে কোন দৰ্শকৰ নো মন মুগ্ধ নকৰাকৈ থাকে ?

'ৰঘুবংশ'ত আমি দেখিবলৈ পাওঁ, কবিৰ মনত দাক্ষিণাত্য সুন্দৰী নায়িকাৰ তুল্য। মলয় আৰু দৰ্দ্দুৰ পৰ্বত সেই নায়িকাৰ যেন স্তন-যুগল। চন্দন বৃক্ষেৰে সুশোভিত সেই পৰ্বত। সেই দৃশ্য

১. ৰঘুবংশ— ১৩।৪৭

২. মেঘদূত— ১।১৯

৩. অভিজ্ঞান শকুন্তলা—৭ম অঙ্ক।

দেখিলে অনুমান হয়, তিৰোতাসকলে যেন নিজ বুকুত চন্দনৰ প্ৰলেপ লৈ সুগন্ধ বিস্তাৰ কৰি আনন্দ উপভোগৰ সমল যোগাইছে।[১]

সেই একেখন মহাকাব্যত আকৌ এটা পৰ্বতৰ লগত আমাৰ পৰিচয় ঘটে। বিবাহৰ সময়ত অজই ইন্দুমতীক সন্মুখত লৈ অগ্নিক প্ৰদক্ষিণ কৰা দৃশ্য দেখিলে অনুমান হয়, দিনে যেন ৰাতিক আগত লৈ সুমেৰু পৰ্বতহে প্ৰদক্ষিণ কৰিছে: 'মেৰোৰুপান্তেম্বিৰ বৰ্তমানম্।'[২] দিন আৰু ৰাতিৰ সংলগ্নত সুমেৰু পৰ্বতৰ স্বৰ্ণাভ জ্যোতি প্ৰজ্বলিত অগ্নিৰ সোণবৰণীয়া শিখাৰ দৰে উজ্জ্বল হৈ উঠিছে।

## সাগৰ-বৰ্ণনা :

'ৰঘুবংশ'ৰ ত্ৰয়োদশ সৰ্গত মহাকবিয়ে মহাসাগৰৰ বৰ্ণনাৰে সহৃদয় পাঠকৰ মন আপ্লুত কৰি তুলিছে। কবিয়ে মহাসাগৰক ভগৱান বিষ্ণুৰ স্বৰূপ বুলি অভিহিত কৰিছে। এই মহাসাগৰ বিষ্ণুৰ দৰে নিজ মহিমাৰে দশোদিশ ব্যাপি আছে: 'স্থিতং দশ ব্যাপ্য দিশো মহিম্না'।[৩] সহস্ৰৰূপধাৰী বিষ্ণুৰ দৰে ইয়াৰ অক্ষোভনীয় ৰূপ, অৱস্থা বিবিধ আৰু ৰূপো নানা। ই অপৰিমেয়, অপৰিসীম, নিত্য আৰু বৰ্ণনাৰ অতীত। যুগান্তকাৰী ভগৱান বিষ্ণুৱে যুগাৱসানত চৰাচৰ জগতক সংহাৰ কৰে আৰু সেই প্ৰলয় কালত যোগনিদ্ৰা আশ্ৰয় কৰি তেওঁ এই মহাসাগৰৰ বুকুতেই শয়ন কৰে।[৪] শত্ৰু-সন্তপ্ত ৰজাসকলে ধৰ্মপৰায়ণ মধ্যস্থ ৰজাৰ আশ্ৰয় লোৱাৰ দৰে ইন্দ্ৰৰ ভয়ত শত শত পৰ্বতে এই শৰণাগতবৎসল সমুদ্ৰৰ বুকুত

---

১. ৰঘুবংশ ৪।৫১-৫২

২. ঐ ৭।২৪

৩. বিক্ষোবিৰাস্যানৱধাৰণীয়মীদৃক্তয়া ৰূপমিয়ত্তয়া বা। (ৰঘু ১৩।৫)

৪. অমুং যুগান্তোচিতযোগনিদ্ৰঃ সংহৃত্য লোকান্পুৰুষোঽধিশেতে। (ৰঘু ১৩।৬)

আশ্ৰয় লয়। বৰাহ ৰূপ ধাৰণ কৰি ভগৱান বিষ্ণুৱে যেতিয়া পাতালৰপৰা পৃথিৱী উদ্ধাৰ কৰে, তেতিয়া এই মহাসাগৰৰ প্ৰলয়-কালৰ পৰিবৰ্ধিত স্বচ্ছ সলিলৰাশিয়ে মুহূৰ্তৰ বাবে হ'লেও বসুন্ধৰাৰ মুখাৱৰণৰ কাম কৰে।[১]

এই মহাসাগৰ একনিষ্ঠ প্ৰেমিক, স্ত্ৰী-সম্ভোগত অতিশয় নিপুণ, তটিনীসমূহৰ পতিকল্প; তটিনীসমূহ যে মুখাৰ্পণত স্বভাৱতে প্ৰগল্‌ভা। তৰঙ্গ ভৰত নাচি নাচি তটিনী তটিনীপতিৰ লগত সঙ্গতা হয়। সমুদ্ৰই সিহঁতৰ তৰঙ্গ-ৰূপ অধৰ পান কৰি তৃপ্তি লাভ কৰে আৰু নিজৰ তৰঙ্গ-ৰূপ অধৰ পান কৰাই সিহঁতক সন্তুষ্ট কৰে:

মুখাৰ্পণেষু প্ৰকৃতিপ্ৰগল্‌ভাঃ স্বয়ং তৰংগাধৰদানদক্ষঃ।
অনন্যসামান্যকলত্ৰবৃত্তিঃ পিবত্যসৌ পায়য়তে চ সিন্ধুঃ ॥[২]

জলচৰ প্ৰাণীসমূহে সমুদ্ৰৰ সৌন্দৰ্য বঢ়াইছে। সমুদ্ৰৰ কোনো ঠাইত প্ৰবলকায় তিমি মাছৰ ৰন্ধ্ৰযুক্ত শিৰৰপৰা সহস্ৰ ধাৰাৰে জল উত্থিত হৈছে; তাক দেখিলে ধাৰাযন্ত্ৰ বুলি ভ্ৰম হয়।

জলহস্তীসমূহে হঠাৎ ওপঙি উঠি সাগৰৰ ফেনবোৰ বিভক্ত কৰে। সেই ফেন সিহঁতৰ কপাল আৰু কাণত সংলগ্ন হোৱাত সিহঁতক ক্ষন্তেকৰ বাবে কৰ্ণভূষণেৰে ভূষিত হোৱা যেন দেখা যায়।

কোনো কোনো ঠাইত সমুদ্ৰ-তীৰৰ সুশীতল বায়ু পান কৰাৰ আশাৰে গীতৰপৰা সাপবোৰ ওলাই আহিছে। সাগৰৰ তৰঙ্গেৰে সৈতে সিহঁতৰ প্ৰভেদ নাই বুলিলেই হয়; কেৱল ফণামণ্ডল শোভা কৰা মণিৰাশিৰ জ্যোতি সূৰ্য-কিৰণৰ সম্পৰ্কত সমধিক সমুজ্জ্বল হোৱা হেতু সিহঁতক পৃথক কৰি তুলিছে।

জলপান কৰিবলৈ মেঘসমূহ সমুদ্ৰৰ বক্ষত অৱতীৰ্ণ হৈছে; হঠাৎ প্ৰবল বায়ু-বেগেৰে মেঘ আৱৰ্তিত হৈছে,— এই দৃশ্য দেখিলে অনুমান হয় যেন মন্দৰ পৰ্বতৰ দ্বাৰা সমুদ্ৰ আকৌ এবাৰ প্ৰমথিত হ'বলৈ ধৰিছে। অতি দূৰ হেতু লৱণসমুদ্ৰৰ চক্ৰাকাৰ তীৰভূমি ক্ষীণ আৰু

১. অস্যাচ্ছমন্তঃ প্ৰলয়প্ৰবৃদ্ধং মুহূৰ্তবক্‌ত্ৰাৱৰণং বভূৱ। (ৰঘু ১৩।৮)
২. ৰঘুবংশ—১৩।৯

তমাল-তালী আদি বনৰাজিৰে নীল বৰণীয়া হোৱাত তাক লোহাৰ পৰিধি-ৰেখাৰ ওপৰত মামৰৰ কলঙ্ক ৰেখা যেন দেখা গৈছে :

দূৰাদয়শ্চক্ৰনিভস্য তন্বী তমালতালীবনৰাজিনীলা।
আভাতি বেলা লৱণাম্বুৰাশেৰ্ধাৰানিবদ্ধেৱ কলঙ্কৰেখা॥[১]

'ৰঘুবংশ'ৰ প্ৰথম সৰ্গত আমি দেখিবলৈ পাওঁ, কবিৰ মনত ৰঘুবংশৰ বৰ্ণনীয় বিষয় দুষ্পাৰ সাগৰ-সদৃশ আৰু সেই সাগৰ অতিক্ৰম কৰিবলৈ তেওঁৰ ধীশক্তি মাত্ৰ ভেলৰ দৰে নগণ্য।[২]

সেই কাব্যৰ দ্বিতীয় সৰ্গত পোৱা যায়, মহৰ্ষি বশিষ্ঠৰ ধেনু নন্দিনী পৃথিৱী-স্বৰূপা আৰু নন্দিনীৰ বাট চাৰিটা যেন চাৰিটা শাশ্বত সমুদ্ৰ : 'পয়োধৰীভূতচতুঃসমুদ্ৰাং জুগোপ গোৰূপধৰামিৱোৰ্বীম।'[৩] কবিয়ে সাগৰক ৰত্নগৰ্ভা ধৰিত্ৰীৰ মেখেলা বুলি অভিহিত কৰিছে : 'নিধানগৰ্ভামিৱ সাগৰাম্বৰাম্।'[৪] কবিৰ কল্পনাত পৃথিৱী নায়িকা আৰু সাগৰ সেই নায়িকাৰ মেখলা। চন্দ্ৰক দেখিলে সাগৰৰ জল উচ্ছ্বসিত হৈ উঠে, সাগৰৰ আকাশচুম্বী উৰ্মিৰ যেন চন্দ্ৰক চুম্বন কৰিবলৈ হেপাহ : 'মহোদধেঃ পূৰ ইৱেন্দুদৰ্শনাৎ।'[৫] চন্দ্ৰেৰে সৈতে সাগৰৰ কি মধুৰ সম্বন্ধ। চন্দ্ৰৰ জ্যোৎস্নাই সাগৰৰ বুকুত জোৱাৰ-ভাটাৰ সৃষ্টি কৰে : 'চন্দ্ৰং প্ৰবৃদ্ধোৰ্মিৰিৱোৰ্মিমালী।'[৬]

এই সাগৰে পৃথিৱীৰ অশেষ উপকাৰ সাধন কৰে। সূৰ্যই সাগৰৰপৰা জল আহৰণ কৰে আৰু বৃষ্টিৰূপে সেই জল বিতৰণ কৰি পৃথিৱীক শস্য-শ্যামলা কৰি তোলে : 'সহস্ৰগুণমুৎস্ৰষ্টুমাদত্তে হি ৰসং ৰৱিঃ।'[৭] এই সাগৰ নানা বিধ ৰত্নৰ আকৰ 'ৰত্নাকৰং বীক্ষ্য'।[৮]

১. ৰঘুবংশ—১৩।১৫
২. ঐ ১।২
৩. ঐ ২।৩
৪. ঐ ৩।৯
৫. ঐ ৩।১৭
৬. ঐ ৫।৬১
৭. ঐ ১।১৮
৮. ঐ ১৩।১

ৰামচন্দ্ৰৰ মুখেৰে কৰিয়ে সাগৰৰ অনুপম দৃশ্য বৰ্ণনা কৰিছে :

বৈদেহি পশ্যা মলয়াদ্বিভক্তং মৎসেতুনা ফেনিলমম্বুৰাশিম্।
ছায়াপথেনেৱ শৰৎপ্ৰসন্নমাকাশমাৱিষ্কৃতচাৰুতাৰম্॥[১]

হে বৈদেহী, সৌৱা চোৱাঁ, ফেনপুঞ্জেৰে বিৰাজিত সাগৰ, আমাৰ নিৰ্মিত সেতুৰ দ্বাৰা মলয়পৰ্বত পৰ্যন্ত দুভাগত বিভক্ত হৈ ছায়াপথেৰে দুভাগত বিভক্ত হোৱা ৰমণীয় তাৰকাৰাজিৰে মণ্ডিত শৰৎ কালৰ সুনিৰ্মল আকাশৰ দৰে সুশোভন যেন দেখা গৈছে।

## নদীৰ-বৰ্ণনা :

কৰিয়ে ভাৰতৰ পবিত্ৰ নদী গঙ্গা, যমুনা, গোদাৱৰী, সৰস্বতী, নৰ্মদা, সিন্ধু আৰু কাৱেৰীৰ বৰ্ণনা কৰিয়েই ক্ষান্ত থকা নাই, ভাৰতৰ আন নদী-উপনদীয়েও তেওঁৰ সাহিত্যত স্থান পাইছে। মন্দাকিনী, মালিনী, সৰযূ. সিপ্ৰা, সোণভদ্ৰা, তমসা, উধ্য, ভিধ্য, বেত্ৰৱতী, নিৰ্বিন্ধ্যা, গম্ভীৰা, চৰ্ম্মণ্বতী আৰু নানা।

পৰ্বতৰ ভিতৰত হিমালয় যেনে প্ৰিয় পৰ্বত, নদীৰ ভিতৰত গঙ্গাও কৰিৰ সবাতকৈ প্ৰিয় নদী। সাবলীল ভাষাৰে কৰিয়ে গঙ্গাৰ বৰ্ণনা কৰিছে। 'ৰঘুবংশ'ত কৰিয়ে গঙ্গাৰ উৎপত্তি-বৰ্ণনা প্ৰসঙ্গত গঙ্গাক হৰজটাভ্ৰষ্ট বুলি আখ্যা দিছে : 'বভৌ হৰজটাভ্ৰষ্টাং গঙ্গামিৱ ভগীৰথঃ।'[২] কিন্তু 'কুমাৰসম্ভৱ'ত গঙ্গাক মহাদেৱৰ সাক্ষাৎ জলময় ৰূপ বুলিয়ে অভিহিত কৰিছেঃ 'শম্ভোৰম্ভোময়ী মূৰ্তিঃ সৈৱ দেৱী সুৰাপগা।'[৩] আকৌ সেই কাব্যতেই কৰিয়ে গঙ্গাক মোক্ষ মাৰ্গৰ অধিষ্ঠাত্ৰী দেৱী, স্বৰ্গাৰোহণৰ সোপান বুলি উল্লেখ কৰিছে : 'স্বৰ্গাৰোহণনিঃশ্ৰেণিৰ্মোক্ষমাৰ্গাধিদেৱতা।'[৪] 'মেঘদূত'ত কৰিয়ে হিমালয়ৰ উচ্চ

---

১. ৰঘুবংশ—১৩।২
২. ৰঘুবংশ ৪।৩২
৩. কুমাৰসম্ভৱ ১০ ২৬
৪. ঐ ১০।২৯

শিখৰৰপৰা নামি অহা জাহ্নৱীৰ পুণ্য প্ৰবাহক সগৰ ৰজাৰ সন্তান-সকলৰ স্বৰ্গলৈ যোৱাৰ সোপান বুলি শ্ৰদ্ধাৰে স্মৰণ কৰিছে: 'জহ্নোঃ কন্যাং সগৰতনয়স্বৰ্গসোপানপঙ্‌ক্তিম্‌।'[১] পুণ্যতোয়া গঙ্গাৰ প্ৰতি কবিৰ আবেগ শ্ৰদ্ধাৰে পৰিপূৰ্ণ। 'ৰঘুবংশ'ত গঙ্গাৰ বৰ্ণনা অতি মনোৰম হৈ উঠিছে। গঙ্গা-যমুনাৰ অতুলনীয় সঙ্গম-বৰ্ণনাত কবি-প্ৰাণ উদ্বেলিত হৈ উঠিছে। যমুনাই যেন গঙ্গাৰ শোভা দুগুণে বিস্তাৰ কৰিছে। গঙ্গাৰ শুভ্ৰ জলে যমুনাৰ নীল জলৰ লগত সংমিশ্ৰিত হৈ অপূৰ্ব শ্ৰীধাৰণ কৰিছে। যমুনাৰে সৈতে সঙ্গম হোৱাত গঙ্গাক এডাল বগা সূতাৰে গঁথা ইন্দ্ৰনীল যুক্ত মুক্তাৰ হাৰৰ দৰে দেখা গৈছে। এই সংমিশ্ৰিত নদীযুগলে বগা আৰু নীলা পদ্মৰ এধাৰি মালাৰ আকৃতি ধাৰণ কৰিছে। এজানি শুভ্ৰ ৰাজহংসৰ সদৃশ গঙ্গাৰ শোভা কৃষ্ণহংস-সদৃশ যমুনাতকৈ অধিক বিভোপন হৈ উঠিছে। বগা চন্দনেৰে শোভিত পৃথিৱী-সদৃশ গঙ্গা যমুনাৰে সৈতে সংযুক্ত হৈ কৃষ্ণাগুৰুৰ প্ৰসাধন লৈ যেন দৰ্শকৰ মন মুগ্ধ কৰি তুলিছে। যমুনাৰ নীল জলৰ ঢৌ ভেদ কৰি মিলিত হোৱা গঙ্গাক গছৰ শ্যাম-বৰণীয়া পাতবোৰৰ ছাঁ ভেদ কৰি যোৱা দুগ্ধ-শুভ্ৰ জোনৰ পোহৰৰ দৰে দেখা গৈছে। কবিয়ে কয়, গঙ্গা আৰু যমুনাৰ সঙ্গম ক্ষেত্ৰত যিসকলে অৱগাহন কৰি দেহ ত্যাগ কৰে, পুণ্যাত্মাসকলৰ তত্ত্বজ্ঞান নোহোৱাকৈয়ে পুনৰ্জন্ম নাইকিয়া হয়: 'তত্ত্বাববোধেন বিনাপি ভূয়স্তনুত্যজাং নাস্তি শৰীৰবন্ধঃ।'[২] গঙ্গা শৰতৰ শুভ্ৰ মেঘ; যমুনা নীল আকাশ। প্ৰয়াগৰ গঙ্গা শুভ্ৰ-ভস্ম-মণ্ডিত, কৃষ্ণসৰ্প-বেষ্টিত শঙ্কৰ-সদৃশ: 'কৃষ্ণোৰগভূষণেৱ ভস্মাঙ্গৰাগা তনুৰীশ্বৰস্য।'[৩]

'মেঘদূত'ত বহু নদীৰ বৰ্ণনাই আমাৰ মন আপ্লুত কৰি তোলে। প্ৰাণৰ প্ৰেয়সীৰ দৰে নদীসমূহে মেঘৰ মন আকৃষ্ট কৰিছে। বেত্ৰৱতী

১. মেঘদূত ১।৫৩
২. ৰঘুবংশ ১৩।৫৮
৩. ঐ ১৩।৫৭

চঞ্চল চৌৰ হেন্দোলনি তুলি বৈ গৈছে, সেই চৌ নায়িকাৰ যেন কটাক্ষ। সেই কামাসক্তা নায়িকাক চুম্বন কৰি যেন মেঘ উৰি গ'ল কোনোবা অজান দেশলৈ। নাভি পৰ্যন্ত বুকু উদং কৰি লাজকুৰীয়া নায়িকা চক্ৰাকাৰে নিৰ্বিন্ধ্যা মৃদু মন্দ গতিৰে বৈ গৈ আছে। নিৰ্বিন্ধ্যাৰ দাঁতিৰ বগলীজাকেই তাইৰ মেখলা, বগলীসমূহৰ কণ্ঠ-ধ্বনিৰেই যেন নিৰ্বিন্ধ্যাৰ প্ৰেমাকুতিৰ আবেদন মেঘলৈ নিবেদিত হৈছে। নদীৰ বক্ৰতাই মন্দ গতিৰ হেতু, আৰু জলৰ ঘূৰ্ণীয়েই নদীৰ নাভিৰ সৃষ্টিৰ কাৰণ।

'ৰঘুবংশ'ৰ পবিত্ৰ-সলিলা সৰযুৰ বৰ্ণনাই আমাৰ মন পবিশুদ্ধ কৰি তোলে। সৰযূৰ আবিৰ্ভাৱ মানস হ্ৰদৰপৰা। ইয়াৰ পবিত্ৰ দাঁতিত নিখাঁত যজ্ঞীয় খুঁটাসমূহে ইক্ষ্বাকু বংশীয় ৰজাসকলৰ ধৰ্মীয় অনুষ্ঠানৰ সঁহাৰি দিয়ে। অশ্বমেধ যজ্ঞৰ অৱসানত কৰা সূৰ্যবংশীয় ৰজাসকলৰ অৱগাহনে ইয়াৰ জল পবিত্ৰ কৰি তুলিছে।

শ্ৰীৰামচন্দ্ৰৰ মনত এই সৰযূ উপমাতা। এই পবিত্ৰ-বংশীয় ৰাজকুমাৰসমূহক সৰযূৱে যেন বাল্য-কালৰপৰা ধাত্ৰীৰ দৰে প্ৰতি-পালন কৰিছে। ইয়াৰ পবিত্ৰ সলিল পান কৰি, ইয়াৰ স্বচ্ছ বালিতে ধেমালি কৰি এই বংশৰ ৰাজকুমাৰসমূহে নিজ নিজ শৰীৰৰ পুষ্টি সাধন কৰিছে। ৰাৱণ-বিজেতা ৰামচন্দ্ৰক চৌৰ দ্বাৰা সৰযূৱে কৌশল্যাৰ দৰে আঁকোৱালি ধৰিছে:

সেয়ং মদীয়া জননীৱ তেন মান্যেন ৰাজ্ঞা সৰযূৰ্বিযুক্তা।
দূৰে ৱসন্তং শিশিৰানিলৈৰ্মাং তৰংগহস্তৈৰুপগূহতীৱ ॥[১]

'ৰঘুবংশ'ত মন্দাকিনীৰ আকৰ্ষক বৰ্ণনাই পাঠকৰ মন উৎফুল্লিত কৰি তোলে। এই নদী স্বচ্ছ সলিল বহন কৰি চিত্ৰকূটেৰে প্ৰৱহমান হৈছে। লঙ্কাৰপৰা আকাশ পথেৰে প্ৰত্যাবৰ্তন কৰা সময়ত ৰামচন্দ্ৰই এই মন্দাকিনীক পৃথিৱীৰ মুক্তাৰ কণ্ঠহাৰ বুলি

১. ৰঘুবংশ ১৩।৬৩

অভিহিত কৰিছে : 'মন্দাকিনী ভাতি নগোপকণ্ঠে মুক্তাৱলী কণ্ঠগতেৱ ভূমেঃ।'[১]

'মেঘদূত'তো কবিয়ে মেঘক প্ৰশংসা কৰিবলৈ গৈ মন্দাকিনীৰ বৰ্ণনা মনোৰম কৰি তুলিছে। বায়ুমণ্ডলৰপৰা নামি মেঘে যেতিয়া মন্দাকিনীৰ সলিল পান কৰিবলৈ আৰম্ভ কৰিব, তেতিয়া আকাশ মাৰ্গেৰে পৰিভ্ৰমণ কৰা লোকৰ দৃষ্টিত প্ৰতীয়মান হ'ব মন্দাকিনী যেন বসুন্ধৰাৰ এধাৰি কণ্ঠহাৰ আৰু মেঘ সেই কণ্ঠহাৰৰ মধ্যত খচিত এক অনুপম নীলকান্ত মণি।[২]

'কুমাৰসম্ভৱ'ৰ ষষ্ঠ সৰ্গতো মন্দাকিনীৰ বৰ্ণনা পোৱা যায়। মন্দাকিনীৰ তীৰত মহাদেৱৰ তপোবন। সেই তপোবনলৈ সপ্তৰ্ষি-সকলৰ শুভাগমন হোৱাত মন্দাকিনীয়ে অভূতপূৰ্ব শোভা ধাৰণ কৰিলে। দেৱপ্ৰিয় মন্দাৰে মন্দাকিনীৰ শোভা বৰ্ধনত অংশ গ্ৰহণ কৰিলে :

আপ্লুতাস্তীৰমন্দাৰকুসুমোৎকিৰৱীচিষু।
ব্যোমগঙ্গাপ্ৰৱাহেষু দিঙ্‌নাগমদগন্ধিষু ॥[৩]

সেই মন্দাকিনীৰ কি অতুলনীয় সম্পদ। তীৰত থকা মন্দাৰ কুসুম উৰি উৰি আহি নদীৰ সৰু সৰু ঢৌৰ ওপৰত পৰি উমলিবলৈ ধৰিছে আৰু দিক্‌গজসমূহৰ মদ-জলেৰে মন্দাকিনীৰ জলৰাশি সুৰভিত হৈ উঠিছে।

মন্দাকিনীত ওপজা পদুমৰ মালা গাঁথি পাৰ্বতীয়ে তপস্বী মহাদেৱলৈ নিবেদন কৰে। মহাদেৱো সেই মালা গ্ৰহণ কৰিবলৈ আগ্ৰহী হৈ উঠে।[৪]

বিন্ধ্য পৰ্বতৰ অসমান শিলাময় নিম্নভূমিৰ মাজেদি নৰ্মদা[৫]

---

১. ৰঘুবংশ ১৩।৪৮
২. মেঘদূত ১।৪৯
৩. কুমাৰসম্ভৱ ৬।৫
৪. ঐ ৩।৬৫-৬
৫. মেঘদূত ১।১৯

প্ৰৱাহিত হৈছে। এই নদীৰে বিন্ধ্য পৰ্বতে শুভ্ৰ ভস্মেৰে অঙ্কিত হাতীৰ পিঠিৰ আকাৰ ধাৰণ কৰি দৰ্শকৰ মন আকৰ্ষণ কৰিছে।

'ৰঘুবংশ'ৰ ষষ্ঠ সৰ্গত ইন্দুমতীৰ স্বয়ংবৰৰ বৰ্ণনা আছে। দেশ-বিদেশৰ ৰাজকুমাৰসকল সেই স্বয়ংবৰত সমুপস্থিত। প্ৰকৃতিৰ আবেষ্টনীৰে কবিয়ে সেই ৰাজকুমাৰসকলৰ প্ৰতি ইন্দুমতীৰ মন আকৰ্ষণ কৰিবলৈ বিচাৰিছে। সেয়েহে সুনন্দাই ইন্দুমতীক ক'লে, এয়া অৱন্তীৰাজ। অৱন্তী নগৰৰ দাঁতিয়েদি সিপ্ৰা নদী[১] প্ৰবল বেগে প্ৰৱহমান। সেই নদীৰ তৰঙ্গস্পৰ্শী সুশীতল সমীৰণেৰে তীৰত অৱস্থিত উদ্যানসমূহ মৃদু সঞ্চালিত। অৱন্তীৰাজৰ যদি প্ৰণয়িনী হ'বলৈ কামনা কৰা, তেন্তে তেওঁৰে সৈতে সেই মনোৰম উদ্যানসমূহত বিহাৰ কৰাৰ সুযোগ নাপাবা জানো?

যদি অনুপ ৰজাক কামনা কৰা, তেনেহ'লে তুমি প্ৰাসাদ-গৱাক্ষৰ-পৰা মাহিষ্মতী নগৰীৰ প্ৰাচীৰ-নিতম্বৰ মেখলা-সদৃশ ৰেবা নদীৰ[২] ৰমণীয় জল-প্ৰৱাহৰ সুৰম্য দৃশ্য অবলোকন কৰিব পাৰিবা। ৰেবা নদীৰ নামান্তৰ নৰ্মদা, এই নদী বিন্ধ্যাচলৰপৰা ওলাই মাহিষ্মতী নগৰৰ দাঁতিয়েদি প্ৰৱাহিত হৈছে। নৰ্মদাই সেই নগৰীৰ পাদদেশ বিধৌত কৰি প্ৰবল বেগে বৈ আছে; নদীৰ তীৰভূমি মাহিষ্মতীৰ নিতম্ব-স্বৰূপ আৰু নদীৰ জল-প্ৰৱাহ চন্দ্ৰহাৰ-সদৃশ। এই সুমনোহৰ দৃশ্য উপভোগৰ কামনা থাকিলে অনুপ ৰজাই তোমাৰ মনোমন্দিৰত স্থান পোৱা উচিত।

মথুৰাধিপতি সুষেণক লক্ষ্য কৰি সুনন্দাই ইন্দুমতীক ক'লে:

কলিন্দ-কন্যা যমুনা মথুৰাৰ দাঁতিয়েদি প্ৰৱাহিত, সুষেণৰ ৰাজ অন্তঃপুৰৰ সুন্দৰীসকলে এই নদীতেই জলক্ৰীড়া কৰে, তেওঁলোকৰ

---

১. ৰঘুবংশ ৬।৩৫

২. অস্যাঙ্কলক্ষ্মীৰ্ভৱ দীৰ্ঘবাহোৰ্মাহিষ্মতীৱপ্ৰনিতম্বকাঞ্চীম্।
প্ৰাসাদজালৈৰ্জলৱেণিৰম্যাং ৰেৱাং যদি প্ৰেক্ষিতুমস্তি কামঃ॥ (ৰঘু ৬।৪৩)

স্তনলিপ্ত শ্বেত-চন্দনসমূহ যমুনাৰ জলেৰে সৈতে সংমিশ্ৰিত হয়; তেতিয়া যমুনাৰ নীল জলৰাশিক গঙ্গাৰ শ্বেত জলৰ সদৃশ দেখা যায়। গঙ্গাবিহীন মথুৰাও গঙ্গা-যমুনাৰ সঙ্গমস্থলী যেন প্ৰতিভাত হয়। এনে নয়নাভিৰাম দৃশ্য উপভোগৰ অভিলাষ থাকিলে সুদৰ্শন সুষেণকেই বৰণ কৰা উচিত নহ'ব জানো?

যস্যাৱৰোধস্তনচন্দনানাং প্ৰক্ষালনাদ্বাবিৱিহাৰকালে।
কলিন্দকন্যা মথুৰাং গতাপি গঙ্গোৰ্মিসংসক্তজলেৱ ভাতি ॥[১]

এইদৰে ইন্দুমতীৰ স্বয়ংবৰ বৰ্ণনা-প্ৰসঙ্গত কালিদাসে ভাৰতৰ প্ৰধান প্ৰধান ৰাজন্যবৰ্গক সন্মিলিত কৰি, তেওঁলোকৰ প্ৰত্যেকৰে ৰাজ্যৰ যি মনোমোহন বস্তু আছে, যি বিশেষভাৱে লেখত ল'ব লগীয়া সামগ্ৰী আছে, সেই আটাইবোৰৰে বৰ্ণনা নিৰপেক্ষভাৱে কৰি ভাৰতৰ যেন এখন প্ৰাকৃতিক দৃশ্যৰ মনোৰঞ্জন মানচিত্ৰহে পাঠকৰ সন্মুখত উপস্থাপিত কৰিছে।

**গছ-লতা-ফুল:**

গছ-লতা-ফুলেই হৈছে প্ৰকৃতিৰ প্ৰধান অলংকাৰ। মানুহৰ লগত প্ৰকৃতিৰ সম্বন্ধ ফুলৰ মাধ্যমেৰেই প্ৰতিষ্ঠিত। ভগৱানেৰে সৈতেও ফুলেই মানুহৰ সম্বন্ধ ঘটায়। ভগৱানৰ চৰণত পুষ্পাঞ্জলি অৰ্পণ কৰিলে ভগৱান সন্তুষ্ট হয় বুলি মানুহৰ বিশ্বাস। ফুলৰ মালাই প্ৰিয়জনৰ প্ৰীতি সাধন কৰে। মানুহৰ জীৱনত পুষ্প-শয্যাৰ-পৰা মৃত্যু-শয্যালৈ কেৱল ফুলৰ লগতেই সম্বন্ধ। কল্পনা-কল্পিত আভৰণে সৌন্দৰ্যৰ কৃত্ৰিমতা আনিব পাৰে; কিন্তু পুষ্পশ্ৰীমণ্ডিত ৰূপত স্বভাৱ-সিদ্ধ-সুষমা ফুটি উঠে।

ফুল প্ৰকৃতিৰ অপূৰ্ব আভৰণ। ফুলে স্বভাৱতেই মানুহৰ মন আকৰ্ষণ কৰে। ফুলৰ সৌৰভ-সৌন্দৰ্যত কবি-হৃদয় উদ্বেলিত হয়। ই কবিৰ কল্পনাক দিগন্তপ্ৰসাৰী কৰে।

---

১. ৰঘুবংশ—৬।৪৮

ফুলৰ স্নিগ্ধ মাধুৰ্যৰ কাৰণেই প্ৰকৃতিৰ প্ৰতি আমাৰ আকৰ্ষণ অধিক। ফুলৰ সৌন্দৰ্যই কবিৰ কাব্যক ৰস-সমৃদ্ধ কৰি তুলিছে। সেই কাৰণে কবিয়ে ফুল ভাল পায়, ফুলক আদৰ কৰে। সেয়েহে কেতবোৰ ফুলে কবি-হৃদয় সুন্দৰভাৱে অধিকাৰ কৰিছে। কবিৰ বিভিন্ন কাব্য-কাননত প্ৰস্ফুটিত হৈ থকা পুষ্পসমূহ চয়ন কৰিবলৈ প্ৰয়াস কৰিলেই তাত থকা গছ আৰু লতাৰ কথাও স্বাভাৱিকতেই আহে। গছ আৰু লতা যে ফুলৰ আধাৰ।

কবিৰ আদৰৰ ফুলসমূহৰ ভিতৰত অশোক, শিৰীষ, চূতমঞ্জৰী, পদ্ম, পাৰিজাত, নৱমল্লিকা আদি প্ৰধান। কবিয়ে এইবোৰ ফুলৰ উল্লেখ বাৰে বাৰে কৰিছে।

কালিদাসৰ সাহিত্যত যি গছ-লতা-ফুলৰ বৰ্ণনা পোৱা যায়, তাৰ ভিতৰত অশোক অন্যতম। অশোক দেৱতাৰ প্ৰিয় ফুল। চ'ত মাহৰ শুক্লাষ্টমীত অশোক ফুলৰ আঠোটা কলি খালে মানুহে শোক-তাপৰপৰা নিষ্কৃতি পায় বুলি 'স্কন্দ-পুৰাণ'ত পোৱা যায়। 'মেঘদূত' কাব্যৰ টীকাত মল্লিনাথে শ্বেত আৰু ৰক্ত ভেদে দুবিধ অশোকৰ[১] উল্লেখ কৰিছে। শ্বেত অশোকৰ উপযোগিতা বহু; ৰক্ত অশোকে অৱশ্যে কেৱল অভিলাষহে বৃদ্ধি কৰে। কবিয়ে অভিলাষ-উদ্দীপক এই ৰক্ত অশোকৰেইহে বৰ্ণনা কৰিছে।

'মালৱিকাগ্নিমিত্ৰ' নাটকৰ তৃতীয় অঙ্কত মহাৰাজ অগ্নিমিত্ৰই বিদূষকৰ লগত প্ৰমদ-কাননত প্ৰৱেশ কৰাত বসন্তৰ সৌন্দৰ্য লক্ষ্মীয়ে অন্যান্য কামিনীসমূহৰ মুখৰ সৌন্দৰ্য কিভাৱে পৰাভূত কৰিছে তাক লক্ষ্য কৰি কৈছে :

ৰক্তাশোকৰুচা বিশেষিতগুণো বিম্বাধৰালক্তকঃ
প্ৰত্যাখ্যাতবিশেষকং কুৰবকং শ্যামাৱদাতাৰুণম্।

---

১. প্ৰসূনকৈৰশোকস্তু শ্বেতো ৰক্ত ইতি দ্বিধা।
বহুসিদ্ধিকৰঃ শ্বেতো ৰক্তোঽত্ৰ স্মৰবৰ্ধনঃ॥ 'মল্লিনাথ' ( মেঘদূত ২।১৮ )

আক্ৰান্তা তিলকক্ৰিয়া চ তিলকৈৰ্লগ্নদ্বিৰেফাঞ্জনৈঃ
সাৱজ্ঞেৱ মুখপ্ৰসাধনৱিধৌ শ্ৰীৰ্মাধৱী যোষিতাম্ ॥[১]

ৰক্ত বৰ্ণৰ অশোকৰ শোভাই ৰমণীসকলৰ বিম্বসদৃশ অধৰৰ ৰঙচুৱা বোল খৰ্ব কৰিছে; শ্যাম আৰু শ্বেত-ৰক্তাভ কুৰুবক পুষ্প-সমূহে সুন্দৰীসকলৰ মুখৰ প্ৰসাধনৰ গৌৰৱ নষ্ট কৰিছে। তিলক ফুলৰ ওপৰত অৱস্থিত কাজল-ক'লা ভ্ৰমৰসমূহে যুৱতীসকলৰ কপালৰ তিলকক তিৰস্কাৰ কৰিছে। বসন্তশ্ৰীয়ে ৰমণীসকলৰ মুখ-প্ৰসাধন-কলাক অৱহেলিত কৰি তুলিছে।

কৱিয়ে সেই একে নাটকৰ তৃতীয় অঙ্কৰ প্ৰাৰম্ভতে তপনীয়াশোক[২] নামৰ আন এবিধ অশোকৰ কথাও উল্লেখ কৰিছে। কোনোৱে ইয়াক ৰক্ত অশোকৰ শাৰীৰ বুলিও কয়; কৱিয়ে অৱশ্যে ইয়াক তপনীয়াশোক বুলিয়েই বৰ্ণনা কৰিছে।

উদ্দীপক গুণৰ কাৰণে অশোক ৰতিৰাজ মদনৰ পঞ্চ-বাণৰ[৩] অন্যতম। প্ৰিয়জনলৈ আগ বঢ়োৱা প্ৰীতি-উপহাৰৰ ক্ষেত্ৰত অশোকৰ স্থান আগ শাৰীত। সেই নাটকৰে চতুৰ্থ অঙ্কত দেখা যায়, বিদূষকে ৰাণী ধাৰিণীক অশোকৰ থোপা এটি উপহাৰ দিয়াৰ কাৰণে উদ্যানত প্ৰৱেশ কৰাত সাপৰ কামোৰ খালে।[৪]

অশোক ফুলে বসন্তৰ জান দিয়ে। এই ফুলক তিৰোতাসকলে প্ৰসাধন হিচাপে ব্যৱহাৰ কৰে। কৱিসকলৰ মতে নাৰীৰ চৰণ স্পৰ্শত অশোক প্ৰস্ফুটিত হয়। তেওঁলোকৰ পদাঘাতত অশোকে সময় অসময় বিচাৰ নকৰি যি কোনো সময়তে ফুল দান কৰে।

---

১. মালৱিকাগ্নিমিত্ৰ ৩।৫

২. পৰিচাৰিকা—...এষা তপনীয়াশোকমৱলোকয়ন্তী মধুৰিকা তিষ্ঠতি

৩. অৰবিন্দমশোকং চ চূতং চ নৱমল্লিকা।
নীলোৎপলং চ পঞ্চৈতে পঞ্চবাণস্য সায়কাঃ॥

৪. বিদূষকঃ—তস্মিন্নশোকস্তবককাৰণাৎ প্ৰসাৰিতে দক্ষিণহস্তে
কোটৰনিৰ্গতেন সৰ্পৰূপেন কালেন দষ্টোঽস্মি।

'কুমাৰসম্ভৱ'ৰ তৃতীয় সৰ্গত অকাল বসন্তৰ বৰ্ণনা-প্ৰসঙ্গত কবিয়ে উল্লেখ কৰিছে :

অসূত সদ্যঃ কুসুমান্যশোকঃ স্কন্ধাৎপ্ৰভৃত্যেৱ সপল্লৱানি ।
পাদেন নাপৈক্ষত সুন্দৰীণাং সংপৰ্কমাসিঞ্জিতনূপুৰেণ ॥[১]

অকালত প্ৰস্ফুটিত কৰিবলৈ যি অশোক গছৰ প্ৰয়োজন সুন্দৰীসকলৰ নূপুৰ-ধ্বনিৰে মুখৰিত চৰণাঘাতৰ, সেই অশোক তৰু শাখা-প্ৰশাখাৰপৰা নতুন গজালিটিলৈকে ফুলেৰে জাতিষ্কাৰ হৈ পৰিল, অকাল বসন্তৰ অবিৰ্ভাৱত ৰমণীৰ পদাঘাতৰ প্ৰয়োজন নহ'ল ।

সেই বসন্ত-বৰ্ণনাত বসন্ত কালৰ ফুল কৰ্ণিকাৰেৰে সৈতে আমাৰ পৰিচয় হয় । কৰ্ণিকাৰৰ বৰ্ণ উজ্জ্বল-ৰক্ত নাইবা স্বৰ্ণাভ । ই গন্ধহীন । কবিৰ কাব্যত সকলো ঠাইতে বসন্ত বৰ্ণনাত কৰ্ণিকাৰ ফুলে সমাদৰ লাভ কৰিছে । কৰ্ণিকাৰ বসন্ত কালৰ ভূষণ-স্বৰূপ । কবিয়ে কৰ্ণিকাৰৰ পৰিচয় দিছে :

বৰ্ণপ্ৰকৰ্ষে সতি কৰ্ণিকাৰং দুনোতি নিৰ্গন্ধতয়া স্ম চেতঃ ।
প্ৰায়েণ সামগ্ৰ্যবিধৌ গুণানাং পৰাঙ্‌মুখী বিশ্বসৃজঃ প্ৰবৃত্তিঃ ॥[২]

কৰ্ণিকাৰ ফুলৰ সোণোৱালী ৰঙে সমগ্ৰ বনভূমিক উজ্জ্বল কৰিলে । কিন্তু এনে সুন্দৰ ফুলত গোন্ধ নথকাতহে বৰ দুখ লাগিল । বিধাতাৰ সৃষ্টিত কোনো বস্তুৱেই ৰূপে-গুণে সকলো পিনে সৰ্বাঙ্গ সুন্দৰ হোৱাটো বিৰল ।

বসন্ত কালত নাৰীসমূহৰ কৰ্ণ ভূষণৰ যোগ্য কুসুম নৱকৰ্ণিকাৰে আৰু ঘন-কৃষ্ণ কেশৰ শ্ৰীবৃদ্ধিকাৰক অশোক আৰু নৱমল্লিকা ফুল-সমূহে শোভা লাভ কৰিছে ।

পাৰ্বতী বসন্ত কালৰ পুষ্পাভৰণেৰে অলংকৃত হোৱাত অশোক ফুলে পদ্মৰাগ মণিক পৰাজিত কৰিলে, কৰ্ণিকাৰ কুসুমে সুবৰ্ণৰ শোভা

১. কুমাৰসম্ভৱ ৩।২৬

২. কুমাৰসম্ভৱ ৩।২৮

ধাৰণ কৰিলে আৰু সিন্ধুবাৰ পুষ্পৰ হাৰে মুক্তামালাৰ ঠাই পূৰণ কৰিলে :

অশোকনির্ভর্ৎসিতপদ্মৰাগমাকৃষ্টহেমদ্যুতিকর্ণিকাৰম্।
মুক্তাকলাপীকৃতসিন্ধুৱাৰং ৱসন্তপুষ্পাভৰণং ৱহন্তী ॥[১]

'কুমাৰসম্ভৱ'ৰ বসন্ত বৰ্ণনাত তিলক ফুলৰ পৰিচয় পোৱা যায়। 'ৰঘুৱংশ'ৰ নৱম সৰ্গত তিলক ফুলৰ অনুপম বৰ্ণনা আছে।

মহিলাসকলৰ কেশকলাপ মুক্তাজালেৰে মণ্ডিত হ'লে যেনে শোভা পায়, শ্বেত পৰাগ চিত্ৰিত তিলকমঞ্জৰীসমূহেও ভ্ৰমৰ-শ্ৰেণী আহি পৰাত তেনেকুৱা শোভা ধৰিলে :

উপচিতাৱয়ৱা শুচিভিঃ কণৈৰলিকদম্বকযোগমুপেয়ুষী।
সদৃশকান্তিৰলক্ষ্যত মঞ্জৰী তিলকজালকজালকমৌক্তিকৈঃ ॥[২]

পলাশ ফুলে ঋতুৰাজ বসন্তৰ আগ-জাননী দিয়ে। পলাশৰ আন এটা নাম কিংশুক। কবিয়ে এই দুই নামেৰেই পলাশৰ বৰ্ণনা কৰিছে। 'ৰঘুৱংশ'ৰ বসন্ত-বৰ্ণনাত পলাশৰ মনোৰম বৰ্ণনাই পাঠকৰ চিত্ত মুগ্ধ কৰি তোলে :

কোনো নাৰীয়ে মদমত্তা হৈ যিদৰে লজ্জা পৰিহাৰ কৰি প্ৰিয়-তমৰ শৰীৰত নখক্ষত চিহ্ন প্ৰদান কৰে, সেইদৰে বসন্ত-লক্ষ্মীয়েও কিংশুক বৃক্ষত (পলাশ তৰুত) কুসুম কলি প্ৰদান কৰাত সি অপৰূপ শোভা ধাৰণ কৰিলে।[৩]

সেই একে প্ৰসঙ্গতে কবিয়ে কুৰবক ফুলক বসন্তৰ দূত হিচাপে পাঠকৰ সন্মুখত উপস্থাপিত কৰিছে :

কুৰবক কুসুম প্ৰস্ফুটিত হোৱাত অনুমান হ'ল যেন বসন্তই উপবন লক্ষ্মীৰ শৰীৰত নতুন পাত ৰচনা কৰি দিছে। মধু দান কৰিব

১. কুমাৰসম্ভৱ ৩।৫৩
২. ৰঘুৱংশ ৯।৪৪
৩. উপহিতং শিশিৰাপগমশ্ৰিয়া মুকুলজালমশোভত কিংশুকে।
প্ৰণয়িনীৱ নখক্ষতমণ্ডনং প্ৰমদয়া মদয়াপিতলজ্জয়া ॥ (ৰঘু ৯।৩১)

পৰা কুৰবক ফুলৰ মধু পান কৰি ভোমোৰাবিলাকে গুণ্ গুণ্ শব্দেৰে গুঞ্জন আৰম্ভ কৰিলে।[১]

কবিৰ কাব্যত কেইবা ঠাইতো বসন্তৰ বৰ্ণনা আছে সেই সকলো বৰ্ণনাতে বসন্ত কালৰ ফুল চূতমঞ্জৰীৰ চিত্ৰ আছে। 'শকুন্তলা' নাটকত আছে :

আতাম্ৰহৰিতপাণ্ডুৰ জীৱিতসৰ্বং ৱসন্তমাসস্য (য়োঃ)।
দৃষ্টোঽসি চূতকোৰক ঋতুমঙ্গল ত্বাং প্ৰসাদয়ামি ॥[২]

বসন্ত মাহৰ জীৱন-সৰ্বস্ব, বসন্ত ঋতুৰ প্ৰাণ-স্বৰূপ, ঈষৎ তাম্ৰ-হৰিৎ, পাণ্ডুবৰ্ণ আম্ৰ-মুকুল, তুমি প্ৰসন্ন হোৱাঁ। এই চূতমঞ্জৰীয়েই মদনৰ পঞ্চ-ফুল-বাণৰ অন্যতম ফুল।

অৰ্জুনমঞ্জৰী গ্ৰীষ্ম কালৰ ফুল। 'ৰঘুবংশ'ৰ ষোড়শ সৰ্গৰ গ্ৰীষ্ম-বৰ্ণনাত অৰ্জুনমঞ্জৰীৰ উল্লেখ আছে :

অৰ্জুন গছৰ মনোহৰ মঞ্জৰীসমূহে পৰাগ কণিকাৰ সংস্পৰ্শত অপৰূপ শোভা ধাৰণ কৰিলে। অনুমান হ'ল, যেন মহাদেৱে মদনৰ দেহ দগ্ধ কৰা খণ্ডতে খণ্ড-বিখণ্ড হোৱা তেওঁৰ সেই ধনুৰ গুণেই বাস্তৱিকে বিৰাজ কৰিবলৈ ধৰিলে।[৩]

গ্ৰীষ্মকালৰ আন এবিধ ফুল শিৰীষ। কোনো কোনোৰ মতে ই কামদেৱৰ পঞ্চবাণৰ ভিতৰুৱা। নৱমল্লিকাৰ ঠাইত শিৰীষ পুষ্পকে পঞ্চবাণৰ ভিতৰত ধৰা হয়। 'কুমাৰসম্ভৱ'ৰ প্ৰথম সৰ্গত পাৰ্বতীৰ বাহুৰ সৌন্দৰ্য-বৰ্ণনাত কৈছে :

শিৰীষপুষ্পাধিকসৌকুমাৰ্যৌ বাহূ তদীয়াৱিতি মে ৱিতৰ্কঃ।
পৰাজিতেনাপি কৃতৌ হৰস্য যৌ কণ্ঠপাশৌ মকৰধ্বজেন ॥[৪]

---

১. ৱিৰচিতা মধুনোপৱনশ্ৰিয়ামভিনৱা ইৱ পত্ৰৱিশেষকাঃ।
মধুলিহাং মধুদানৱিশাৰদাঃ কুৰৱকা ৰৱকাৰণতাং য়য়ুঃ॥ (ৰঘু ৯।২৯)

২. শকুন্তলা ৬।২

৩. ৰঘুবংশ ১৬।৪১

৪. কুমাৰসম্ভৱ ১।৪১

মই ভাবোঁ, পাৰ্বতীৰ বাহুযুগল শিৰীষ কুসুমতকৈও অধিক কোমল; নহ'লেনো মদনে নিজৰ ফুলবাণ শিৰীষ পুষ্পৰ বাণ নিক্ষেপ কৰিও যি ত্ৰিলোচনৰ চিত্ত-বিক্ষেপ কৰিব নোৱাৰি তেওঁৰ ওচৰত পৰাজিত হ'ল, সেই ত্ৰিলোচনৰ কণ্ঠ পুনৰ মদনে পাৰ্বতীৰ বাহুযুগলেৰে বান্ধিবলৈ সমৰ্থ হ'ল কেনেকৈ?

পাটল গ্ৰীষ্মকালৰ ফুল। 'শকুন্তলা' নাটকৰ প্ৰথম অঙ্কত গ্ৰীষ্ম-কালৰ বৰ্ণনাত এই ফুলৰ উল্লেখ পোৱা যায়:

সুভগসলিলাৱগাহাঃ পাটলসংসৰ্গসুৰভিৱনৱাতাঃ।
প্ৰচ্ছায়সুলভনিদ্ৰা দিৱসাঃ পৰিণামৰমণীয়াঃ ॥[১]

এই সময়ত (গ্ৰীষ্মকালত) দিনবোৰ শেষৰ পিনে অতিকৈ ৰমণীয়। তেতিয়া জলত স্নান কৰা অত্যন্ত সুখকৰ। বননিৰ বতাহৰ পাটল ফুলৰ সংসৰ্গত সৌৰভ-বিজড়িত, ঘন ছায়াত অনায়াসে টোপনি আহে।

মালতী, কাঁশ, কুমুদ, সপ্তপৰ্ণ বৰ্ষা কালৰ ফুল। ই শৰৎ কাললৈকে থাকে। 'ঋতুসংহাৰ'ৰ শৰৎ-বৰ্ণনাত কবিয়ে মালতীৰ উল্লেখ কৰিছে:

শৰৎ কালত সকলোৱে শ্বেত বৰ্ণ ধাৰণ কৰিছে; কাঁশ ফুলৰ (কঁহুৱাৰ) দ্বাৰা পৃথিৱী, শিশিৰ-কান্তি চন্দ্ৰ-কিৰণৰ দ্বাৰা ৰজনী, হংসশ্ৰেণীৰ দ্বাৰা নদীৰ জল, কুমুদৰ দ্বাৰা সৰোবৰ, ফুলৰ ভৰত ওলমি পৰা সপ্তপৰ্ণৰ দ্বাৰা বনভূমি আৰু মালতী কুসুমৰ দ্বাৰা উপবনসমূহ একেবাৰে শুভ্ৰ হৈ উঠিছে।[২]

শিলীন্ধ্ৰা বৰ্ষা কালৰ আন এবিধ ফুল। ই প্ৰচুৰ শস্য-সম্পদৰ সম্ভাৱনা সূচায়। শিলীন্ধ্ৰা আৰু কন্দলী একে জাতীয় ফুল। 'মেঘদূত'ৰ পূৰ্বমেঘত মেঘ কৈলাশলৈ যাত্ৰা কৰা সময়ত শিলীন্ধ্ৰা ফুলৰ লগত আমাৰ পৰিচয় ঘটে।

যাৰ প্ৰভাৱত পৃথিৱী শিলীন্ধ্ৰাপূৰ্ণ আৰু উৰ্বৰা হয়, তোমাৰ

১. শকুন্তলা ১।৩
২. ঋতুসংহাৰ ৩।২

সেই শ্ৰুতিমধুৰ গৰ্জন শুনি মানস-সৰোবৰলৈ যাবলৈ ইচ্ছুক হোৱা ৰাজহংসই মৃণালৰ কুঁহিপাতকে পথৰ সামগ্ৰী কৰি আকাশ পথেৰে কৈলাশলৈকে তোমাৰ সহযাত্ৰী হ'ব।[১]

কবিয়ে 'ঋতুসংহাৰ'ত বৰ্ষা বৰ্ণনা-প্ৰসঙ্গত বৰ্ষা কালৰ ফুল বকুল, মালতী, যূথিকা, কুটমল, কদম্ব, কেশৰ, কেতেকী আৰু কুটজ আদিৰ বৰ্ণনা কৰিছে:

শিৰসি বকুলমালাং মালতীভিঃ সমেতাং
বিকসিতনৱপুষ্পৈর্যূথিকাকুট্মলৈশ্চ।
বিকচনৱকদম্বৈঃ কৰ্ণপূৰং বধূনাং
ৰচয়তি জলদৌঘঃকান্তৱৎকাল এষঃ॥[২]

মেঘেৰে ভৰি পৰা এই বৰ্ষা কালে পতিৰ দৰে বধূসকলৰ শিৰত দিবলৈ মালতী কুসুমখচিত বকুল ফুলৰ মালা নিৰ্মাণ কৰে, সেই মালাৰ মাজভাগত সন্নিবিষ্ট থাকে নৱবিকশিত কুট্মল আৰু যূথিকা ফুলৰ কলি, আকৌ নৱ-প্ৰস্ফুটিত কদম্ব ফুলেৰে তৈয়াৰ কৰে সেই বধূসকলৰ কাণৰ অলংকাৰ।

কোবিদাৰ শৰৎ কালৰ ফুল। কবিয়ে 'ঋতুসংহাৰ'ৰ শৰৎ-বৰ্ণনাত কোবিদাৰ ৰমণীয় চিত্ৰ আঁকিছে:

মন্দানিলাকুলিতচাৰুতৰাগ্ৰশাখঃ পুষ্পোদ্গমপ্ৰচয়কোমলপল্লৱাগ্ৰঃ।
মত্তদ্বিৰেফপৰিপীতমধুপ্ৰসেকশ্চিত্তং বিদাৰয়তি কস্য ন কোবিদাৰঃ॥[৩]

শৰৎ কালত এই কোবিদাৰ তৰুৱে কাৰ নো হৃদয় বিদীৰ্ণ কৰা নাই? মৃদু মন্দ সমীৰৰ হিল্লোলত ইয়াৰ নৱ-পল্লৱসমূহ শাখাৰ আগ ভাগত ওলমি পৰিছে, সেই কোমল পল্লৱসমূহৰ আগ ভাগত ফুল ফুলিছে। প্ৰস্ফুটিত ফুলৰ মধু পান কৰি ভ্ৰমৰকুল বলিয়া হৈছে। এনে দৃশ্য দেখি কাৰ নো চিত্ত উদ্বিগ্ন নহ'ব?

১. মেঘদূত ১।১১
২. ঋতুসংহাৰ ২।২৪
৩. ঐ ৩।৬

কবিয়ে সেই বৰ্ণনা-প্ৰসঙ্গতেই কহ্লাৰ, পদ্ম, কুমুদ ফুলৰ কথাও উল্লেখ কৰিছে :

সমীৰণ বাতিপুৱাতেই সৰোবৰত থকা পদ্ম, কুমুদ, কহ্লাৰ কম্পিত কৰি সেইবোৰৰ সংস্পৰ্শত অধিক শীতল আৰু স্নিগ্ধ হৈছে আৰু লাহে লাহে ই তৰু-জগৎ কঁপাই সিহঁতৰ পাতত লাগি থকা শিশিৰ-কণাবোৰ পেলাবলৈ ধৰিছে।[১]

শেফালিকা (শেৱালী) শৰৎ কালৰ আন এবিধ ফুল। কবিয়ে সেই কাব্যৰ শৰৎ-বৰ্ণনাত শেফালিকাৰ কথা কৈছে :

উপবনৰ শোভাত আজি মানুহমাত্ৰৰেই মন উৎকণ্ঠাৰে পৰিপূৰ্ণ। শেফালিকা কুসুমৰ সৌৰভত উদ্যান মনোজ্ঞ হৈছে, সুস্থিৰ-চিত্ত বিহগ-কুলৰ ধ্বনিত ই মুখৰিত হৈছে আৰু উদ্যান-প্ৰান্তত থকা মৃগীসমূহে নয়ন-কমল উন্মীলিত কৰি সতৃষ্ণনয়নে চাই আছে।[২]

কল্পতৰু বা কল্পদ্ৰুম ইন্দ্ৰৰ নন্দন-কাননৰ বৃক্ষ। এই বৃক্ষই মানুহে মানস কৰা বস্তু দান কৰা হেতু ইয়াৰ নাম কল্পতৰু।

'ৰঘুবংশ'ৰ ষষ্ঠ সৰ্গত ইন্দুমতীৰ স্বয়ংবৰ সভালৈ দেশ-বিদেশৰ ৰাজ কুমাৰসকলৰ সমাগমৰ বৰ্ণনা আছে। ৰঘুকুল প্ৰদীপ অজৰ আগমন লক্ষ্য কৰি কবিয়ে কৈছে :

তেষাং মহাৰ্হাসনসংস্থিতানামুদাৰনেপথ্যভৃতাং স মধ্যে।
ৰৰাজ ধাম্না ৰঘুসূনুৰেৱ কল্পদ্ৰুমাণামিৱ পাৰিজাতঃ॥[৩]

সেই উজ্জ্বল বেশ-ভূষাযুক্ত আৰু বস্ত্ৰ-বিভূষিত সিংহাসনত বহি থকা ৰাজকুমাৰসমূহৰ ভিতৰত নিজৰ তেজৰে দীপ্তিমান ৰঘুপুত্ৰ অজ কল্পবৃক্ষসমূহৰ ভিতৰত পাৰিজাতৰ দৰে অধিক উদ্ভাসিত।

পাৰিজাত দেৱতৰু। স্বৰ্গৰ নন্দন-কাননত পোন প্ৰথমে ইন্দ্ৰই পাৰিজাত ৰোপণ কৰিছিল। পাৰিজাত, মন্দাৰ, সন্তান বা সন্তানক,

১. ঋতুসংহাৰ ৩।১৫
২. ঐ ৩।১৪
৩. ৰঘুবংশ ৬।৬

হৰিচন্দন আৰু কল্পবৃক্ষ— এই পাঁচ বিধ স্বৰ্গীয় বৃক্ষ। এই পাঁচ প্ৰকাৰ দেৱতৰুৰ ভিতৰত তিনি বিধ সপুষ্পক। হৰিচন্দন আৰু কল্পবৃক্ষৰ সপুষ্পক বৰ্ণনা কবিৰ কাব্যত নাই। কবিয়ে বিভিন্ন ঠাইত এই পাঁচ বিধ গছৰেই বৰ্ণনা দিছে।

ইন্দ্ৰপত্নী শচীয়ে পাৰিজাত ফুলক কেশ-প্ৰসাধনত ব্যৱহাৰ কৰিছিল। কবিয়ে মহাদেৱৰ হাতেৰে পাৰ্বতীৰ খোপাত পাৰিজাত পিন্ধাইছে। উল্লেখ আছে:

তাং পুলোমতনয়ালকোচিতৈঃ পাৰিজাতকুসুমৈঃ প্ৰসাধয়ন্।
ননন্দে চিৰমযুগ্মলোচনঃ সস্পৃহং সুৰৱধূভিৰীক্ষিতঃ॥[১]

ত্ৰিলোচন মহাদেৱে উমাক যেতিয়া ইন্দ্ৰপ্ৰিয়া শচীৰ কেশভূষণ পাৰিজাত কুসুমেৰে অলংকৃত কৰি দিয়ে তেতিয়া সুৰবধূসকলে বহুকাল সতৃষ্ণ-নয়নেৰে তেওঁলোকৰ পিনে চাই থাকিল।

হৰিচন্দন স্বৰ্গত উৎপন্ন হোৱা চন্দন বৃক্ষ। হৰি অৰ্থাৎ ইন্দ্ৰই বুকুত এই চন্দনৰ প্ৰলেপ লৈছিল, সেই কাৰণে ইয়াৰ নাম হৰিচন্দন। ইন্দ্ৰৰ ডিঙিত মন্দাৰ ফুলৰ মালা; ইন্দ্ৰৰ বুকুত চন্দনেৰে অনুৰঞ্জিত হৈ সেই মালাই অপূৰ্ব শোভা ধাৰণ কৰে। স্বৰ্গৰপৰা মহাৰাজ দুষ্মন্তৰ বিদায়-বেলিকা ইন্দ্ৰই সেই মালাকেই ৰজা দুষ্মন্তলৈ আগবঢ়াই সম্ভাষণ জনাইছিল। দুষ্মন্তই ইন্দ্ৰৰ সমাদৰ বৰ্ণনা কৰিলে:

অন্তৰ্গতপ্ৰাৰ্থনমন্তিকস্থং জয়ন্তমুদ্বীক্ষ্য কৃতস্মিতেন।
আমৃষ্টৱক্ষোহৰিচন্দনাঙ্কা মন্দাৰমালা হৰিণা পিনদ্ধা॥[২]

ওচৰতে থকা পুত্ৰ জয়ন্তৰ অন্তৰৰ অভিলাষ বুজিব পাৰিও ইন্দ্ৰই হাঁহি মুখে নিজৰ বুকুত ওলমি থকা হৰিচন্দনেৰে চৰ্চিত মন্দাৰ মালা সোলকাই মোৰ ডিঙিত পিন্ধাই দিলে।

নৱমালিকা ফুলক কবিয়ে নৱমল্লিকা, নৱমালিকা আৰু অকল

১. কুমাৰসম্ভৱ ৮।২৭

২. শকুন্তলা ৭।২

মালিকা (মালিকা<মল্লিকা) বুলিও বৰ্ণনা কৰিছে। নৱমালিকাৰ সৌন্দৰ্য-বৰ্ণনা 'ৰঘুবংশ'ৰ নৱম সৰ্গত পোৱা যায়:

মধুৰ-বিলাসিনী যুৱতীয়ে যিদৰে প্ৰিয়তমক মদ-গন্ধবিশিষ্ট অধৰ দান কৰে আৰু মনোহৰ হাঁহিৰে চিত্ত-বিভ্ৰম ঘটায়, সেইদৰে নৱমল্লিকা লতাই কুঁহিপাত-ৰূপ ওঁঠেৰে কুসুম-স্তৱক-ৰূপ হাঁহি মাৰি আশ্ৰয়-বৃক্ষক বিমোহিত কৰিলে।

অমদয়ন্মধুগন্ধসনাথয়া কিসলয়াধৰসংগতয়া মনঃ।
কুসুমসংভৃতয়া নৱমল্লিকা স্মিতৰুচা তৰুচাৰুবিলাসিনী ॥[১]

মাধৱী-মণ্ডপৰ উল্লেখ কালিদাসৰ সাহিত্যত বহু ঠাইত আছে। 'শকুন্তলা' নাটকৰ ষষ্ঠ অঙ্কত ৰজা দুষ্মন্তক বিদূষকে কৈছে:

'এই মাধৱী-মণ্ডপত মণিময় শিলৰ আসন সজোৱা আছে, সৌৱা মাধৱীলতাই মনোহৰ পুষ্প উপহাৰেৰে আমালৈ স্বাগত আহ্বান জনাইছে। কুঞ্জত প্ৰৱেশ কৰি আসন গ্ৰহণ কৰক।'[২]

অতিমুক্তলতা, মাধৱীলতা নাইবা বাসন্তীলতা একে জাতীয়ই। সেই নাটকৰে তৃতীয় অঙ্কত প্ৰিয়ংবদাই শকুন্তলাক কৈছে:

'সখি, ভাগ্যক্ৰমে তোমাৰ অনুৰাগ উপযুক্ত হৈছে। সাগৰ এৰি মহানদী আৰু ক'লৈ যায়, কোৱাঁ। প্ৰস্ফুটিত অতিমুক্তলতাৰ ভাৰ আম গছৰ বাহিৰে আন কোনে সহিব?'[৩]

লোধ্ৰক্ৰম দেখিবলৈ অতি সুন্দৰ। ইয়াৰ ফুলৰ ৰেণু তিৰোতা-বিলাকে প্ৰসাধন-সামগ্ৰী হিচাপে মুখমণ্ডলত ব্যৱহাৰ কৰে।

---

৩. ৰঘুবংশ ৯।৪২

১. বিদূষকঃ—এষ মণিশিলাপট্টকসনাথো মাধৱীমণ্ডপ উপহাৰৰমণীয়তয়া নিঃসংশয়ং স্বাগতেনেৱ নৌ প্ৰতীচ্ছতি। তৎপ্ৰৱিশ্য নিষীদতু ভবান্।
(শকুন্তলা—ষষ্ঠ-অঙ্ক)

২. প্ৰিয়ংবদা—সখি দিষ্ট্যানুৰূপস্তেঽভিনিৱেশঃ। সাগৰমুজ্‌ঝিত্বা কুত্ৰ বা মহানদ্যৱতৰতি। ক ইদানীং সহকাৰমন্তৰেণাতিমুক্তলতাং পল্লৱিতাং সহতে।' (শকুন্তলা—তৃতীয়-অঙ্ক)

কবিয়ে 'ৰঘুবংশ'ৰ দ্বিতীয় সৰ্গত লোধ্ৰদ্ৰুমৰ উল্লেখ কৰিছে :

স পাটলায়াং গবি তস্থিৱাংসং ধনুৰ্ধৰঃ কেসৰিণং দদৰ্শ।

অধিত্যকায়ামিৱ ধাতুমষ্যাং লোধ্ৰদ্ৰুমং সানুমতঃ প্ৰফুল্লম্ ॥[১]

ধনুৰ্ধৰ সেই ৰজাই (দিলীপে) আঁতৰলৈ চাই দেখিলে, সেই তাম বৰণীয়া গাভী নন্দিনীৰ ওপৰত এটা কেশৰ-শোভিত সিংহ উপবিষ্ট; যেন পৰ্বতৰ গৈৰিকময় অধিত্যকাত পুষ্পিত লোধ্ৰদ্ৰুম বিৰাজমান।

গাভীৰ তাম্ৰ বৰ্ণৰ লগত গৈৰিকময় অধিত্যকাৰ, কেশৰৰ লগত পুষ্পৰ আৰু সিংহৰ লগত লোধ্ৰদ্ৰুমৰ অতুলনীয় তুলনাৰে কালিদাসে প্ৰত্যেক ক্ষেত্ৰতে প্ৰতিভাৰ পৰিচয় দিছে।

## পশু-পক্ষী :

সৌন্দৰ্যৰ কবি কালিদাসৰ অতুল তূলিকাৰ স্পৰ্শত পক্ষীৰ ৰূপেৰে সৈতে ফুলৰ কান্তিৰ বিচিত্ৰ সম্মিলন ঘটিছে। প্ৰকৃতিৰ পটভূমিকাত ফুল আৰু পক্ষীয়ে যি সৌন্দৰ্যৰ ৰেখা টানি মাধুৰ্য বিতৰণ কৰিছে, কবিৰ ৰস-সাহিত্যৰ সি অপৰিহাৰ্য উপাদান হৈ পৰিছে। কবিৰ সাহিত্যই চৰাই আৰু ফুলৰ অপূৰ্ব লীলাৰে পাঠকৰ মন পুলকিত কৰি ৰাখিছে। কবিয়ে নতুন নতুন পৰিবেষ্টনীৰ মাজত চৰাই আৰু ফুলক অভিনৱ সৌন্দৰ্যৰে মণ্ডিত কৰি পাঠকৰ সন্মুখত দাঙি ধৰিছে।

কবি কালিদাসে তেওঁৰ 'মেঘদূত' কাব্যত বিৰহাৰ্ত যক্ষৰ হিয়াভৰা বেদনা অনুভৱ কৰিবলৈ যক্ষক মেঘৰ শৰণাপন্ন কৰাইছে। যক্ষই মেঘক দূত হিচাপে পাবলৈ অভিলাষ কৰিছে। সেই মেঘৰ অভ্যুদয়ত প্ৰকৃতিৰ অন্তৰালত বিভিন্ন পৰিৱেশৰ মাজত চৰায়ে যে কি এটা অপূৰ্ব স্থান অধিকাৰ কৰি আছে তাক 'মেঘদূত'ৰ পাঠক মাত্ৰেই অনুভৱ কৰিব পাৰে। মানুহৰ সুখ-দুখেৰে সৈতে চৰাইৰ জীৱন কিভাৱে জড়িত হৈ আছে, তাৰ ৰূপ আৰু শব্দই সাহিত্যত

১. ৰঘুবংশ—২।২৯

কিভাৱে সৌন্দৰ্যৰ ৰেখা আঁকি দিছে, কেনেকৈ তাৰ কণ্ঠস্বৰ আৰু গতি-ভঙ্গীয়ে ৰস-সাহিত্যৰ উপাদান যোগাইছে তাকো অকল 'মেঘদূত'ৰ পাঠক মাত্ৰেই সহজে অনুমান কৰিব পাৰে।

নৱাগত মেঘক দেখি নৃত্যপৰায়ণ কলাপীয়ে সংবৰ্ধনা জনালে, বলাকাসমূহে আকাশ-মণ্ডলত শ্ৰেণীবদ্ধ হৈ অভিনন্দন আগ বঢ়ালে, চাতকৰ মুহুৰ্মুহুঃ কলকণ্ঠই মেঘৰ জয়-যাত্ৰা সূচনা কৰিলে, ৰাজহংস কৈলাস পৰ্যন্ত মেঘৰ সহযাত্ৰী হ'ল। মেঘেৰে সৈতে চৰাইৰ কি প্ৰগাঢ় সম্বন্ধ, কি মনোৰম জীৱন-লীলা।

আন হে নালাগে, মেঘ দৌত্য-কাৰ্যত প্ৰবৃত্ত নৌ হয় এথোন এনেতে চাতক-পক্ষীয়ে আহি মেঘৰ বাঁও-পিনে মধুৰ কূঁজন শুনালে :

মন্দং মন্দং নুদতি পৱনশ্চানুকূলো যথা ত্বাং
বামশ্চায়ং নদতি মধুৰং চাতকস্তে সগন্ধঃ।
গৰ্ভাধানক্ষণপৰিচয়ান্নূনমাবদ্ধমালাঃ
সেৱিষ্যন্তে নয়নসুভগং খে ভৱন্তং বলাকাঃ ॥[১]

যিদৰে অনুকূল বায়ুৱে তোমাক মৃদু-মন্দ গতিৰে লৈ যাব আৰু গৰ্ৱিত চাতকে তোমাৰ বাঁওপিনে মধুৰ কূজন কৰিব, সেইদৰে তোমাৰ দৰ্শনত গৰ্ভাধান কাল উপস্থিত হোৱা বুলি ভাবি আকাশ-পথত বলাকাসমূহে মালাৰ দৰে সজ্জিত হৈ উৰি উৰি নয়ন-মনোহৰ তোমাক অভিনন্দন জনাব।

কবিয়ে ৰাজহংস মেঘৰ সহযাত্ৰী হোৱাৰ কথা উল্লেখ কৰিছে। বৰ্ষাগমনত এই ৰাজহংসই ভাৰতৰ জলভূমিবপৰা মৃণালখণ্ড মুখত লৈ মেঘ-গৰ্জিত অন্তৰীক্ষত উঠি উত্তৰাভিমুখে গিৰিৰাজ হিমালয় অতিক্ৰম কৰি কৈলাসৰ পিনে ধাবিত হৈছে।

কৰ্তুং যচ্চ প্ৰভৱতি মহীমুচ্ছিলীন্ধ্ৰামবন্ধ্যাং
তচ্ছ্ৰুত্বা তে শ্ৰৱণসুভগং গৰ্জিতং মানসোৎকাঃ।

১. মেঘদূত ১।১০

আ কৈলাসদ্বিসকিসলয়চ্ছেদপাথেয়ৱন্তঃ
সংপৎস্যন্তে নভসি ভৱতো ৰাজহংসাঃ সহায়াঃ ॥[১]

তোমাৰ (মেঘৰ) যি গৰ্জন-প্ৰভাৱত পৃথিৱীত কন্দলী ফুল ফুলে আৰু ভূমি হয় উৰ্বৰা, তোমাৰ সেই শ্ৰৱণমধুৰ গৰ্জন শুনি মানস-সৰোবৰলৈ যাত্ৰাৰ কাৰণে উৎকণ্ঠিত ৰাজহংসই মৃণালখণ্ডৰ পাথেয় মুখত লৈ আকাশ মাৰ্গত কৈলাস পৰ্যন্ত তোমাৰ সহযাত্ৰী হ'ব।

বৰ্ষা গ'লে শীত ঋতুত এই ৰাজহংসবোৰ পুনৰ ভাৰতলৈ উভতি আহে। তেতিয়া সিহঁতৰ কোনো উৎকণ্ঠা নাথাকে; কেৱল মানস সৰোবৰৰ স্মৃতি লৈ ভাৰতলৈ ঘূৰি আহে; সেই কাৰণে কবিয়ে সিহঁতক 'মানসৰাজহংসী' বুলি আখ্যা দিছে। কবিয়ে 'ৰঘুৱংশ'ত এই মানসৰাজহংসীৰ কথা উল্লেখ কৰিছে :

তাং সৈৱ ৱেত্ৰগ্ৰহণে নিযুক্তা ৰাজান্তৰং ৰাজসুতাং নিনায়।
সমীৰণোত্থেৱ তৰঙ্গলেখা পদ্মান্তৰং মানসৰাজহংসীম্ ॥[২]

বতাহ-বেগত উৎপন্ন ঢৌৱে যিদৰে মানস সৰোবৰৰ ৰাজহংসীক এটা পদুমৰপৰা আনটো পদুমলৈ লৈ যায়, সেইদৰে দ্বাৰপালিকা সেই সুনন্দাই ৰাজনন্দিনী ইন্দুমতীক (মগধেশ্বৰৰ ওচৰৰপৰা) আন-জন ৰজাৰ ওচৰলৈ লৈ গ'ল। কবিয়ে 'বিক্ৰমোৰ্ৱশীয়'[৩] নাটকতো এই বিধ চৰাইৰ নাম উল্লেখ কৰিছে।

হংসৰ এই অহা-যোৱা আৰু ঋতু-বিশেষত সিহঁতৰ উৎকণ্ঠা অতি ৰহস্যময়। চৰাইৰ এই অহা-যোৱা বা বিহৰণশীল স্বভাৱ এটা নৈসৰ্গিক ঘটনা। চৰাইবিলাক যেন কোনো এটা অব্যক্ত নিয়মৰ বশৱৰ্তী হৈয়েই ঋতু-বিশেষত চঞ্চল হয় আৰু দেশৰপৰা দেশান্তৰলৈ গুচি যায়।

বৰ্ষা কালত ময়ূৰৰ নৃত্য, কলাপ-বিস্তাৰ আৰু কেকা-ধ্বনিয়ে

---

১. মেঘদূত—১।১১

২. ৰঘুৱংশ—৬।২৬

৩. বিক্ৰমোৰ্ৱশীয়—৪।১৪; ১৫

প্ৰকৃতিক অপৰূপ সৌন্দৰ্যেৰে মণ্ডিত কৰি তোলে। মহাকবিৰ বৰ্ণনাত ময়ূৰ পৰ্বতকন্দৰত বিৰাজ কৰিছে, ৰাত্ৰি-যাপনৰ কাৰণে আবাস-বৃক্ষত আশ্ৰয় লৈছে, বৰাহ আৰু মৃগকুলৰ লগত দেখা দিছে, পুৰোপকণ্ঠৰ উপবনত অৱস্থান কৰিছে, তীৰস্থলীতো ময়ূৰে ভূমুকি মাৰিছে।

কবিয়ে 'মেঘদূত'ত ময়ূৰৰ পৰিচয় দিছে—ময়ূৰৰ চকুৰ কোণ শুভ্ৰ, নয়ন সজল, বৰ্হস্ফুৰিত ৰুচি আৰু উজ্জ্বল ৰেখা-বিশিষ্ট ময়ূৰৰ ভিঙি নীল-বৰণীয়া আৰু কেকা-ধ্বনিৰে উন্নমিত ; ই মেঘৰ বন্ধু।

উৎপশ্যামি দ্ৰুতমপি সখে মৎপ্ৰিয়াৰ্থং যিযাসোঃ
কালক্ষেপং ককুভসুৰভৌ পৰ্বতে পৰ্বতে তে।
শুক্লাপাঙ্গৈঃ সজলনয়নৈঃ স্বাগতীকৃত্য কেকাঃ
প্ৰত্যুদ্যাতঃ কথমপি ভবান্‌গন্তুমাশু ব্যৱস্যেৎ ॥[১]

হে সখি, মোৰ (যক্ষৰ) প্ৰিয়তমাৰ উদ্দেশ্যে যাত্ৰা কৰি তুমি দ্ৰুত গতিৰে যাবা মই জানো ; মনত ভাব হয়, কূটজ ফুলৰ সুগন্ধেৰে সুৰভিত পৰ্বতে-পৰ্বতে তোমাৰ কিছু পলম হ'ব পাৰে। কূটজ ফুলৰ সুগন্ধৰ কথা নক'লেও, ময়ূৰবিলাকে সজল নয়নেৰে কেকা-ধ্বনিৰে তোমাক যেতিয়া স্বাগত-সম্ভাষণ জনাব, তেতিয়া তুমি কষ্ট হ'লেও কিবা প্ৰকাৰে সোনকালে যাবলৈ যত্ন কৰিবা।

তাৰ পিছত তুমি পৰ্বতত প্ৰতিধ্বনিত হোৱা গুৰু-গৰ্জনেৰে কাৰ্তিকৰ ময়ূৰক নচুৱাবা। সেই ময়ূৰৰ চকুৰ কোণ শিৱৰ মূৰৰপৰা ওলোৱা চন্দ্ৰ-কিৰণৰ দ্বাৰা ধৱলিত, পুত্ৰেকৰ প্ৰতি মৰমৰ কাৰণেই ভৱানীয়ে তেওঁৰ দেহৰপৰা নিৰ্গত হোৱা জ্যোতিৰ্লেখাৰে শোভিত, ময়ূৰৰ পাখিকেই কুবলয়দল-শোভিত কৰ্ণত ভূষণ হিচাপে ধাৰণ কৰে।

বিৰহ-কাতৰা যক্ষপত্নীয়ে নীলকণ্ঠ ময়ূৰক নচুৱাই কিছু সময় অতিবাহিত কৰে সঁচা ; কিন্তু আন এটি পোহনীয়া চৰায়ে তেওঁৰ

---

১. মেঘদূত—১।২৩

নিৰ্বাসিত স্বামীৰ কথা মনত পেলাই দিয়ে। সেই চৰাইটো সাৰিকা। বিদায়-বেলিকা যক্ষই দূতক সেই সাৰিকাৰ কথা সোঁৱৰাই দিছে :

আলোকে তে নিপততি পুৰা সা বলিব্যাকুলা ৱা
মৎসাদৃশ্যং বিৰহতনু ৱা ভাৱগম্যং লিখন্তী।
পৃচ্ছন্তী ৱা মধুৰৱচনাং সাৰিকাং পঞ্জৰস্থাং
কচ্চিদ্ভর্তুঃ স্মৰসি ৰসিকে ত্বং হি তস্য প্ৰিয়েতি ॥[১]

তেওঁ (যক্ষপত্নী) সোনকালে তোমাৰ চকুত পৰিব, হয়তো তুমি দেখিবা, মোৰ কল্যাণ কামনা কৰি পূজা-পাৰ্বণত তেওঁ ব্যস্ত ; অথবা মোৰ বিৰহ-কৃশ প্ৰতিকৃতি কল্পনা কৰি তেওঁ তাৰেই ছবি আঁকিছে, অথবা হয়তো পিঞ্জৰাবদ্ধা মঞ্জুভাষিণী সাৰিকাক প্ৰশ্ন কৰিছে, হে ৰসিকা, তুমি জানো মোৰ স্বামীক স্মৰণ কৰা ? তুমি তো তেওঁৰ অতি প্ৰিয় আছিলা।

প্ৰকৃতিৰ বুকুত প্ৰিয়তমাৰ আংশিক দৰ্শনে বিৰহ-ক্লিষ্ট যক্ষৰ অন্তৰত অশান্তিৰ স্ৰোত প্ৰবল বেগে বোৱাইছে :

শ্যামাস্বঙ্গং চকিতহৰিণীপ্ৰেক্ষণে দৃষ্টিপাতং
ৱক্ত্ৰচ্ছায়াং শশিনি শিখিনাং বৰ্হভাৰেষু কেশান্।
উৎপশ্যামি প্ৰতনুষু নদীৱীচিষু ভ্ৰূবিলাসান্
হন্তৈকস্মিন্‌কচিদপি ন তে চণ্ডি সাদৃশ্যমস্তি ॥[২]

প্ৰিয়ঙ্গু লতাত তোমাৰ দেহ-লাৱণ্য, হৰিণীৰ চকিত চকুত তোমাৰ দৃষ্টিপাত, চন্দ্ৰত তোমাৰ মুখশ্ৰী, ময়ূৰৰ নেজত তোমাৰ চুলিকোছা, আৰু ক্ষীণকায়া নদীৰ ক্ষুদ্ৰ তৰঙ্গত তোমাৰ ভ্ৰূবিলাস দেখিবলৈ পাওঁ। প্ৰায় সকলোতে তোমাৰ সাদৃশ্য আংশিকভাৱে দেখিবলৈ পাওঁ ; কিন্তু হায়, হে মানিনী, তোমাৰ সম্পূৰ্ণ সাদৃশ্য একে লগে কোনো ঠাইতে দেখা নাপাওঁ।

মেঘ দেখিলে ময়ূৰবিলাকে পৰ্বতে পৰ্বতে নৃত্য আৰম্ভ কৰে আৰু

---

১. মেঘদূত ২।২৫
২. ঐ ২।৪৪

কেকা-ধ্বনিৰে ময়ূৰ-ময়ূৰীয়ে পৰস্পৰে প্ৰীতি আনন্দ প্ৰকাশ কৰে। মেঘেৰে সৈতে ময়ূৰৰ ঘনিষ্ঠ সম্বন্ধ। মেঘ-দৰ্শনত ময়ূৰৰ আনন্দ নৃত্য আৰু কেকাৰৱ সাময়িক নিসৰ্গ-শোভাৰ এক বাস্তৱ সামগ্ৰী।

'ঋতুসংহাৰ'ৰ বৰ্ষা-বৰ্ণনাত কবিয়ে ময়ূৰ-ময়ূৰীৰ দাম্পত্য জীৱনৰ বিতোপন চিত্ৰেৰে পাঠকৰ মন আকৰ্ষণ কৰিছে:

সদা মনোজ্ঞং স্বনদুৎসৱোৎসুকং বিকীৰ্ণবিস্তীৰ্ণকলাপশোভিতম্।
সসংভ্ৰমালিঙ্গনচুম্বনাকুলং প্ৰবৃত্তনৃত্যং কুলমদ্য বৰ্হিণাম্॥[1]

নৱ বৰ্ষাৰ সমাগমত ময়ূৰবিলাক আজি আনন্দোৎসৱত উন্মত্ত হৈ উঠিছে। কলাপভাৰ প্ৰসাৰিত কৰি সিহঁতে শোভা ধাৰণ কৰিছে আৰু নিৰন্তৰ আলিঙ্গন আৰু চুম্বনৰ কাৰণে আকুল হৈ মনোহৰ কেকাধ্বনিৰে সিহঁত নৃত্যপৰায়ণ হৈছে।

বৰ্ষা কালৰ এই নৃত্যপৰায়ণ ময়ূৰ শৰৎ কালত হীনপ্ৰভ হয়। তেতিয়া তাৰ স্বৰ-লহৰীত সেই চিত্ত-হাৰিণী লয় নাই; ইয়াৰ বিচিত্ৰ সৌন্দৰ্যই দৰ্শকৰ মন আকৰ্ষণ নকৰে, পৰ্বতে পৰ্বতে ইয়াৰ আনন্দ-নৃত্যই মানুহক মুগ্ধ নকৰে, মেঘদৰ্শনত ইয়াৰ অভিলাষ নাই।

সেই মদমত্ত নীলকণ্ঠশ্ৰেণীয়ে কণ্ঠ উন্নত কৰি মেঘ-মেদুৰ আকাশৰ পিনে আজি নাচায়, 'পশ্যন্তি নোন্নতমুখা গগনং ময়ূৰাঃ।'[2] আজি ময়ূৰবিলাকে আগৰ দৰে নৃত্য কৰা বন্ধ কৰিছে, সেয়েহে জগদুন্মাদক মদনে ময়ূৰ-কুল পৰিত্যাগ কৰি মধুৰ গীত-মুখৰ কলহংসক আশ্ৰয় কৰিছে:

'নৃত্যপ্ৰয়োগৰহিতান্‌শিখিনো বিহায়
হংসানুপৈতি মদনো মধুৰপ্ৰগীতান্।'[3]

এইদৰে কবিয়ে শৰৎ কালৰ বিমৰ্ষ ময়ূৰৰ শোচনীয় দৃশ্য দৰ্শাইছে।

---

১. ঋতুসংহাৰ ২।৬
২. ঐ ৩।১২
৩. ঐ ৩।১৩

কোকিলৰ কলকণ্ঠই ভাৰতবাসীক চিৰ দিন মুগ্ধ কৰি আহিছে। বছৰে বছৰে নতুনকৈ ফুটি উঠা আম গছৰ চঞ্চল শাখাত বহি দিশে দিশে বসন্তৰ আগমন-বাৰ্তা বিলাই প্ৰকৃতিক মুখৰিত কৰা চৰাই-টোৱেই হৈছে কোকিল বা কুলি। কুলিৰ গীতেই বসন্তৰ প্ৰেৰণা যোগায়। কবিয়ে কেৱল বসন্ত কালতেই কোকিলৰ কণ্ঠস্বৰ পাঠকৰ শ্ৰুতি-গোচৰ কৰাইছে।

'ঋতুসংহাৰ'ত কবিয়ে মৃদু-মলয় সমীৰণত কম্পমান কুসুমিত সহকাৰ বৃক্ষৰ শাখাত বহি বসন্তৰ আগমন-বাৰ্তা ঘোষণা কৰা কোকিলৰ ছবি নিপুণভাৱে আঁকিছে:

'পুংস্কোকিলশ্চূতৰসাসৱেন মত্তঃ প্ৰিয়াং চুম্বতি ৰাগহৃষ্টঃ'[১]

আমৰ মঞ্জৰীৰ মধু-স্বৰূপ মদ পান কৰি অনুৰাগাক্ৰ হৃদয়েৰে পুৰুষ কোকিলবোৰে প্ৰগাঢ়ভাৱে সিহঁতৰ প্ৰিয়তমাক চুম্বন কৰিছে। 'ৰঘুবংশ'ত বসন্ত-ঋতুৰ আগ-জাননী জনাইছে:

প্ৰথমে ফুল ফুলিল, তাৰ পিছত কুঁহিপাত ওলাল। ভ্ৰমৰৰ ঝঙ্কাৰ আৰু কোকিলৰ কুহু-ধ্বনিত দিগ্‌মণ্ডল মুখৰিত হ'ল। এইদৰে নৱ-পল্লৱ-বিভূষিত বৃক্ষেৰে সমাকীৰ্ণ বনস্থলীত আবিৰ্ভূত হৈ বসন্তই নিজ চিহ্নেৰে সকলো ঠাই উপভোগৰ যোগ্য কৰি তুলিলে।[২]

কোকিল-দম্পতিৰ কণ্ঠস্বৰত যে মাদকতা আছে, সিহঁতৰ স্বৰ-বৈচিত্ৰ্যৰ মাজত যে অনিৰ্বচনীয় উত্তেজনা আছে কবিয়ে তাক 'ৰঘুবংশ'ত নিখুঁতভাৱে অঙ্কিত কৰিছে:

ত্যজত মানমলং বত বিগ্ৰহৈৰ্ন পুনৰেতি গতং চতুৰং ৱয়ঃ।
পৰভৃতাভিৰিতীৱ নিৱেদিতে স্মৰমতে ৰমতে স্ম বধূজনঃ॥[৩]

---

১. ঋতুসংহাৰ ৬।১৪

২. কুসুমজন্ম ততো নৱপল্লৱাস্তদনু ষট্‌পদকোকিলকূজিতম্।
ইতি যথাক্ৰমমাবিৰভূন্মধুৰ্দ্ৰুমৱতীমৱতীৰ্য ৱনস্থলীম্॥ (ৰঘু ৯।২৬)

৩. ৰঘুবংশ ৯।৪৭

মানিনীসকল, এতিয়া অভিমান পৰিত্যাগ কৰা, কলহ কৰি কি লাভ, পাহৰি নাযাবা, উপভোগ কৰিব লগীয়া এই দুৰ্লভ নৱ-যৌৱন বৰ চঞ্চল, এবাৰ গ'লে আৰু ঘূৰি নাহে। মুখৰ কুলিবোৰে যেন মদনদেৱৰ এই উপদেশ-বাণী সিহঁতৰ কমনীয় কণ্ঠৰ কুহু-ধ্বনিৰে শুনাবলৈ ধৰিলে আৰু মানিনীসকলেও স্বভাৱ-সুলভ নিজ নিজ দুৰ্জয় মান ত্যাগ কৰি তৃষিত প্ৰিয়জনেৰে সৈতে মিলিবলৈ ধৰিলে।

চক্ৰবাক চৰাইৰ মতা আৰু মাইকী দিনত যুগ্ম অৱস্থাত বিচৰণ কৰে, ৰাতি হ'লে সিহঁতৰ এটা নদীৰ এপাৰে আৰু আনটো সিপাৰে থাকি গোটেই ৰাতি উভয়ে উভয়ক করুণ স্বৰেৰে মাতি মাতি কাল কটায়।

কবিয়ে 'শকুন্তলা' নাটকৰ তৃতীয় অঙ্কত এই চক্ৰবাক-চক্ৰবাকীৰ জীৱনৰ বাস্তৱ ঘটনাৰে দুষ্মন্ত আৰু শকুন্তলাৰ প্ৰণয়ালাপৰ ব্যৱধান সময় যে সমাগতপ্ৰায় তাক সুন্দৰভাৱে প্ৰকাশ কৰিছে—'চক্ৰবাক-বধূকে আমন্ত্ৰয়স্ব সহচৰম্, উপস্থিতা ৰজনী।' চক্ৰবাকী, সহচৰক বিদায় দিয়া, ৰাতি উপস্থিত।

কবিয়ে আকৌ সেই নাটকৰে চতুৰ্থ অঙ্কত চক্ৰবাক আৰু চক্ৰবাকীৰ বিলাপ সম্পৰ্কে উল্লেখ কৰি কৈছে—সামান্য পদ্মপত্ৰৰ ব্যৱধান হ'লেই চক্ৰবাকে চক্ৰবাকীৰ কাৰণে বিলাপ কৰিবলৈ ধৰে। 'নলিনীপত্ৰান্তৰিতমপি সহচৰমপশ্যন্ত্যাতুৰা চক্ৰবাক্যাৰটতি।'

'মালৱিকাগ্নিমিত্ৰ' নাটকত অগ্নিমিত্ৰ আৰু মালৱিকাৰ মিলনৰ মাজত ৰাণী ধাৰিণী ৰজাৰ চকুত চক্ৰবাক আৰু চক্ৰবাকীৰ মাজত সমাগতা ৰজনীৰ দৰে প্ৰতিভাত হ'ল :

আজি মই ( অগ্নিমিত্ৰ ) যেন চক্ৰবাক আৰু প্ৰিয়তমা মালৱিকা যেন মোৰ সহচৰী, চক্ৰবাকী আৰু দেৱী ধাৰিণী যেন আমাৰ উভয়ৰে মাজত সাক্ষাৎ ৰজনী।[১] আমি দুজনৰ কি সম্বন্ধ, কি

১. মালৱিকাগ্নিমিত্ৰ ৫।৭

বন্ধন তাৰ সন্তেদ তেওঁ পাব কেনেকৈ? ৰজনী উপস্থিত হ'লে চক্ৰবাক আৰু চক্ৰবাকী ওচৰত থাকিও মিলিব নোৱাৰে, ধাৰিণীৰ উপস্থিতিত আমি জানো মিলিব পাৰিম?

কবিৰ 'বিক্ৰমোৰ্ৱশীয়' নাটকৰ চতুৰ্থ অঙ্কত বিৰহ-কাতৰ ৰজা পুৰুৰৱাই বনৰ ভিতৰত নানা জীৱক প্ৰিয়তমাৰ কথা সুধিছে। চক্ৰবাককো সুধিলে:

সৰোবৰত তোমাৰ আৰু চক্ৰবাকীৰ মাজত সামান্য পদ্মপত্ৰৰ ব্যৱধান থাকিলেও তোমাৰ প্ৰিয়া বহু আঁতৰি গৈছে বুলি ভাবি বিলাপ কৰা, উদ্‌গ্ৰীৱ হৈ মাতা; যদি পত্নী-স্নেহৰ কাৰণেই তোমাৰ পৃথক হৈ থকাৰ ইমান ভয়, তেনেহ'লে প্ৰিয়-বিৰহাৰ্ত এইজনক প্ৰিয়াৰ বাৰ্তা দিবলৈ তোমাৰ এই বিমুখতা কিয়?[1]

কবিয়ে 'ৰঘুবংশ'ৰ অষ্টম সৰ্গত অজৰ বিলাপ-প্ৰসঙ্গত চক্ৰবাকক স্মৰণ কৰিছে:

ইন্দুমতী, বিৰহিণী ৰজনীয়ে সুধাকৰক আৰু চক্ৰবাকীয়ে তাইৰ প্ৰিয়তম চক্ৰবাকক আকৌ পায় বুলিয়েই চন্দ্ৰ আৰু চক্ৰবাকে নিজ নিজ হৃদয়-বল্লভাৰ বিচ্ছেদ কথমপি সহ্য কৰি থাকে; কিন্তু তোমাৰ এই চিৰ বিচ্ছেদে যে মোক তিলতিলকৈ দগ্ধ কৰিব।[2]

কবিয়ে সেই একেখন মহাকাব্যতে এই বিহঙ্গম যুগলৰ দাম্পত্য জীৱনৰ চিত্তাকৰ্ষক চিত্ৰ আঁকিছে:

অত্ৰাবিযুক্তানি ৰথাঙ্গনাম্নামন্যোন্যদত্তোৎপলকেসৰাণি।
দ্বন্দ্বানি দূৰান্তৰবৰ্তিনা তে ময়া প্ৰিয়ে সস্পৃহমীক্ষিতানি॥[3]

প্ৰিয়তমা, এদিন এই পম্পাৰ জলত চক্ৰবাক-চক্ৰবাকীৰ দল যুগ্মভাৱে সম্মিলিত হৈ তৰঙ্গৰ তালে তালে নাচি নাচি ওপঙি ফুৰিছিল; ইটোৱে সিটোক উৎপল-কেশৰ দান কৰিছিল আৰু

১. বিক্ৰমোৰ্বশীয় ৪।২০
২. ৰঘুবংশ ৮।৫৬
৩. ঐ ১৩।৩১

তোমাৰ (সীতাৰ) বিৰহ-দগ্ধ ৰামে কাতৰ নয়নেৰে সেই মিলনৰ ছবি চাই আছিল; এয়ে সেই পম্পা-সলিল।

কবিৰ সাহিত্য-কাননত চাতক পক্ষীয়ে মেঘেৰে সৈতে এটা ঘনিষ্ঠ সম্বন্ধ ৰক্ষা কৰি আছে। ইয়াৰ বৈশিষ্ট্য হৈছে, ই বৰষুণৰ পানীৰ বাহিৰে আন পানী নাখায়। অম্বুগৰ্ভ মেঘৰ আগমন-কালত চাতকৰ চাঞ্চল্য প্ৰকাশ পায়; জলমুক্ত মেঘৰ সন্দৰ্শনত ই নিমাত হৈ পৰে। ইয়াৰ স্বৰ তীক্ষ্ণ; কিন্তু লয়-বিশিষ্ট।

বৰ্ষা কালত মেঘৰ আগমনৰ কাৰণে আকুলভাৱে অপেক্ষা কৰি থকা চাতকৰ চিত্ৰ কবিয়ে নিপুণভাৱে আঁকিছে:

তৃষাকুলৈশ্চাতকপক্ষিণাং কুলৈঃ প্ৰযাচিতাস্তোয়ভৰাৱলম্বিনঃ।
প্ৰযাতি মন্দং বহুধাৰবৰ্ষিণো বলাহকাঃ শ্ৰোতমনোহৰস্বনাঃ॥[১]

তৃষিত চাতককুলে মেঘক জলভিক্ষা কৰিবলৈ ধৰিছে। সেই মেঘ জলৰ ভৰত দীঘলীয়া হৈ ওলমি পৰিছে আৰু অজস্ৰ ধাৰা বৰ্ষণ কৰি কৰি শ্ৰৱণ-মনোহৰ শব্দেৰে ধীৰে ধীৰে আগ বাঢ়ি আহিছে। আকৌ সেই চাতকেই জলমুক্ত মেঘ দেখি নিমাত হৈ পৰে: 'ৰঘুৱংশ'ত মহৰ্ষি ৰৰতন্তুৰ শিষ্য কৌৎসই দানশীল মহাৰাজ ৰঘুৰ ওচৰত প্ৰাৰ্থিত ধন নাপাই আন কোনোবা বদান্য পুৰুষৰ ওচৰলৈ গৈ ধন সংগ্ৰহৰ প্ৰস্তাৱ কৰিলে আৰু ক'লে, মেঘৰ জলৰ বাহিৰে চাতক পক্ষীৰ আন কোনো পানী খাব লগীয়া নাথাকিলেও সি কিন্তু শৰতৰ জলহীন মেঘৰ ওচৰত পানীৰ পিয়াহত মৰি গ'লেও কেতিয়াও 'পানী পানী' বুলি প্ৰাৰ্থনা নকৰে, 'স্বস্ত্যস্তু তে নিৰ্গলিতাম্বুগৰ্ভং শৰদ্ঘনং নাৰ্দতি চাতকোঽপি।'[২]

হ্ৰদ আৰু সৰোবৰৰ ওচৰত সাৰস পক্ষীবিলাকে দলে দলে যুগ্ম অৱস্থাত বিচৰণ কৰে। কবিয়ে সেই সাৰস পক্ষীক গোদাবৰী নদী

---

১. ঋতুসংহাৰ ২।৩

২. ৰঘুৱংশ ৫।১৭

আৰু পম্পা সৰোবৰৰ লগত একেলগে আমাৰ ওচৰত উপস্থাপিত কৰিছে :

উপান্তয়ানীৰয়নোপগূঢ়ান্যালক্ষ্যপাৰিপ্লৱসাৰসানি।
দূৰাৱতীৰ্ণা পিবতীৱ খেদাদমূনি পম্পাসলিলানি দৃষ্টিঃ ॥[১]

লঙ্কাৰপৰা সীতাৰে সৈতে প্ৰত্যাবৰ্তন কৰা সময়ত শ্ৰীৰামচন্দ্ৰই পূৰ্বানুভূত জনস্থানৰ দৃশ্যাৱলী দেখি সীতাক কৈছে—বহু ওপৰৰপৰা চোৱা হেতু মোৰ দৃষ্টিয়ে যেন অতি কষ্টেৰে পম্পা-সৰোবৰৰ জল পান কৰিছে। এই জলৰ তীৰত জন্মা বেতৰ-কুঞ্জেৰে সমাচ্ছন্ন হোৱাত চঞ্চল সাৰসবিলাকক অস্পষ্ট দেখা গৈছে। আকৌ, জানকী, সৌ চোৱাঁ, গোদাবৰীৰ বুকুত বিহাৰ কৰা সাৰসশ্ৰেণী শূন্যত আমাৰ ৰথৰ পিনলৈ কেনে সুন্দৰভাৱে উৰি উৰি আহিছে। আমাৰ দিব্য ৰথৰ হেম-কিঙ্কিণীৰ কণ্ কণ্ ধ্বনি শুনি সিহঁত বোধ হয় তোমাকেই সম্ভাষণ জনাবলৈ উৰি আহিছে।

অমূৰ্বিমানান্তৰলম্বিনীনাং শ্ৰুত্বা স্বনং কাঞ্চনকিঙ্কিণীনাম্।
প্ৰত্যুদ্ব্ৰজন্তীৱ খমুৎপতন্ত্যো গোদাৱৰীসাৰসপঙ্‌ক্তয়স্ত্বাম্ ॥[২]

## প্ৰাতঃ-সন্ধ্যা, দিন-ৰাতি, চন্দ্ৰ-সূৰ্য, গ্ৰহ-নক্ষত্ৰ, আকাশ-পৃথিৱী :

প্ৰাতঃ-সন্ধ্যা, দিন-ৰাতি আদিৰ প্ৰাকৃতিক বৰ্ণনাৰে কবিৰ সাহিত্য সমৃদ্ধ হৈ আছে। প্ৰাতঃ-সন্ধ্যা, দিন-ৰাতি সকলোৱেই প্ৰাকৃতিক নিয়মৰ অধীন। বিশ্বৰ সকলো বস্তুৱেই প্ৰাকৃতিক নিয়মেৰে নিয়ন্ত্ৰিত। কোনেও এই নিয়ম লঙ্ঘন কৰিব নোৱাৰে। কবিয়ে বিশ্ব প্ৰকৃতিৰ সকলো বস্তুৰে, সকলো অৱস্থাৰে নিখুঁত চিত্ৰ আঁকি পাঠকৰ মন মুগ্ধ কৰি ৰাখিছে।

কবিয়ে 'ঋতুসংহাৰ'ত চন্দ্ৰ-কিৰণৰ অৱসানৰ লগে লগে ৰাতি-পুৱাৰ মনোহৰ দৃশ্যৰ বৰ্ণনা কৰিছে :

---

১. ৰঘুবংশ ১৩।৩০
২. ঐ ১৩।৩৩

সুন্দৰী ৰমণীসকলে ৰাতি ধৱল অট্টালিকাত সুখেৰে টোপনি যায়। প্ৰবল উৎকণ্ঠাৰে চন্দ্ৰই বহু ক্ষণ ধৰি তেওঁলোকৰ মুখ নিৰীক্ষণ কৰে আৰু যেন নিজেই লজ্জিত হৈ ৰাতিপুৱা পাণ্ডুবৰ্ণ ধাৰণ কৰে।[১] আকাশ-মণ্ডলৰ এপিনে সূৰ্য উদীয়মান, আন পিনে চন্দ্ৰ অস্তমিত। নায়কৰ সমুখত সমাগত নায়িকাৰ মুখত আনন্দ বিৰিঙি উঠাৰ দৰে সূৰ্যোদয়ৰ লগে লগে পদুমবোৰ বিকশিত হৈ উঠিল; আন পিনে স্বামী আঁতৰি গ'লে নাৰীৰ মুখ-মণ্ডল ম্লান হোৱাৰ দৰে চন্দ্ৰ-কিৰণৰ অভাৱত মৌকা ফুলবোৰে নিজ সৌন্দৰ্য সম্বৰণ কৰিলে।

'মালৱিকাগ্নিমিত্ৰ' নাটকত কৰিয়ে মধ্যাহ্ন সময়ৰ এটি মনোৰম দৃশ্য পাঠকৰ সম্মুখত উপস্থাপিত কৰিছে: বৈতালিকে কৈছে, মহাৰাজৰ জয় হওক। মহাৰাজ, প্ৰখৰ মধ্যাহ্ন কাল উপস্থিত। কিয়নো, সৌৱা চাওক, ক্ৰীড়া-সমাৰোহত পদ্মিনীসমূহৰ পাতৰ ছাঁত মুদ্ৰিত নয়নেৰে তাপক্লান্ত হংসশ্ৰেণীয়ে আশ্ৰয় লৈছে। অট্টালিকাৰ ছাদ অত্যন্ত উত্তপ্ত হোৱা হেতু পাৰাৱতকুলে তাৰ কাৰ্ণিচ পৰিত্যাগ কৰিছে। জলবিন্দু ওপৰলৈ উৎক্ষেপণ কৰা হেতু জলযন্ত্ৰ অনবৰত ওপৰলৈ ঘূৰিবলৈ ধৰিছে আৰু তাৰ চাৰিওপিনে ময়ূৰবিলাকে জল পান কৰিবৰ কাৰণে বিচৰণ কৰিবলৈ ধৰিছে। সকলো ৰাজগুণেৰে দীপ্ত আপোনাৰ দৰেই সূৰ্যও সমগ্ৰ সবল অংশুমালাৰে উদ্দীপ্ত।[২]

কবিৰ 'মেঘদূত' কাব্যত সন্ধ্যা, ৰাতি আৰু সূৰ্যোদয়ৰ মনোজ্ঞ দৃশ্য দেখিবলৈ পোৱা যায়। যক্ষই মেঘক লক্ষ্য কৰি কৈছে—সন্ধ্যা উপস্থিত হ'লে মহাকাল মন্দিৰত ভক্তি সহকাৰে মহাদেৱৰ আৰাধনা

১. ঋতুসংহাৰ ১।৯

২. পত্ৰচ্ছায়াসু হংসা মুকুলিতনয়না দীৰ্ঘিকাপদ্মিনীনাং
সৌধান্যত্যৰ্থতাপাদ্বলভিপৰিচয়দ্বেষিপাৰাৱতানি
বিন্দুৎক্ষেপান্ পিপাসুঃ পৰিপতত্তি শিখী ভ্ৰান্তিমদ্বাৰিযন্ত্ৰং
সৰ্বৈৰুস্ৰৈঃ সমগ্ৰৈস্ত্বমিৱ নৃপগুণৈৰ্দীপ্যতে সপ্তসপ্তিঃ ॥
(মালৱিকাগ্নিমিত্ৰ—২।১২)

আৰম্ভ হ'ব ! সেই পৰম শ্লাঘ্য সান্ধ্য পূজাত তুমি ঢোল বাজৰ কাৰ্য কৰি সুগম্ভীৰ গৰ্জনৰ সম্পূৰ্ণ ফল লাভ কৰিব পাৰিবা। সন্ধ্যা-অৰ্চনা সমাপ্ত হ'লে পশুপতিৰ নৃত্য আৰম্ভ হ'ব। সেই নৃত্যৰ সময়ত তুমি লোহিতবৰ্ণ সন্ধ্যাৰাগ ধাৰণ কৰি শিৱৰ উৰ্দ্ধবাহু যুগলক মণ্ডলাকাৰে সমাচ্ছন্ন কৰিবা। তেতিয়া ভৱানীয়ে নিকদ্বেগে স্তিমিত নয়নে তোমাৰ ভক্তি নিৰীক্ষণ কৰিব।[১]

উজ্জয়িনী নগৰত মাজ-নিশা সূচিভেদ্য অন্ধকাৰেৰে যেতিয়া ৰাজ-পথ সমাচ্ছন্ন হ'ব তেতিয়া অভিসাৰিকাৰ দল প্ৰিয়তমৰ আবাসলৈ গমন কৰিব, তেতিয়া তুমি বিজুলি-সঞ্চাৰে দেদীপ্যমান হৈ তেওঁ-লোকক পথ দেখুৱাবা। তেতিয়া গৰ্জন নাইবা জলবৰ্ষণ একোকে নকৰিবা, সেই ৰমণীসকল যে স্বভাৱতে অত্যন্ত ভীৰু।[২]

হে মেঘ, সূৰ্যোদয়ৰ সময়ত প্ৰণয়-প্ৰৱণ নায়কবোৰে খণ্ডিতা নায়িকাবোৰৰ চকুৰ জল মচি দিব। তেতিয়া তুমি দিবাকৰৰ খং মুতুলি তেওঁৰ পথ মুক্ত কৰি দিবা; কিয়নো তেওঁ প্ৰণয়িনী কমলিনীৰ কোমল বদনৰপৰা নিয়ৰ-ৰূপ নয়ন-জল অপনয়ন কৰিবলৈ পুনৰ আবিৰ্ভাৱ হৈছে। তুমি যদি তেতিয়া তেওঁৰ কিৰণ ৰোধ কৰা, তেন্তে তোমাৰ প্ৰতি তেওঁৰ ৰোষ আৰু দ্বেষ উভয়ে জন্মিব।[৩]

'বিক্ৰমোৰ্ৱশীয়' নাটকত কঞ্চুকীৰ মুখত সন্ধ্যাৰ বৰ্ণনা ৰমণীয় হৈ উঠিছে :

ৰাজ-ভৱনত সন্ধ্যাৰ দৃশ্য সঁচাকৈয়ে অতি মনোৰম হৈ উঠিছে; কিয়নো, এতিয়া ময়ূৰবিলাকে নিদ্ৰাত অলস হৈ বিশ্ৰাম লোৱা ঠাইত অৱস্থান কৰিছে; অনুমান হয়, ইহঁত যেন ভাস্কৰ্যৰ দৰে উৎকীৰ্ণ। খিৰিকীয়েদি ওলোৱা ধূপৰ ধোঁৱাই ছাদৰ কাৰ্ণিচবোৰ পাৰ চৰাই বুলি ভ্ৰম জন্মাইছে। অতঃপুৰত থকা বৃদ্ধাসকলে সদাচাৰ-সম্পন্ন হৈ

১. মেঘদূত ১।৩৯

২. ঐ ১।৪১

৩. ঐ ১।৪২

পুষ্পোপচাৰেৰে বিকীৰ্ণ বিশেষ বিশেষ ঠাইত উজ্জ্বল সান্ধ্য-মঙ্গল প্ৰদীপ জ্বলাইছে।[১]

কবিয়ে 'কুমাৰসম্ভৱ'ত সন্ধ্যাৰ বৰ্ণনা কৰিছে :

এই সন্ধ্যা সময়ত প্ৰায় অস্তমিত সূৰ্যৰ অৱশিষ্ট ৰক্তাভ ৰেখাকৃতিৰ কিৰণেৰে পশ্চিম দিশ উদ্ভাসিত হৈ উঠিছে। এই দৃশ্য দেখিলে অনুমান হয়, যেন ৰণভূমিৰ ৰক্ত-শোণিত খড়্গসমূহ ওপৰলৈ উঠি আছিছে।[২]

কবিৰ 'ৰঘুবংশ'ত সন্ধ্যাৰ সুন্দৰ বৰ্ণনা দেখিবলৈ পোৱা যায় :

নন্দিনী বননিৰপৰা (বসিষ্ঠৰ) আশ্ৰমলৈ উভতি আহিল। সেই নন্দিনীৰ বৰ্ণ নৱ কিশলৰ দৰে স্নিগ্ধ আৰু ৰঙা চুৱা। তেওঁৰ কপালত থকা ঈষৎ বেঁকা শুভ্ৰ ৰোমাৱলীৰে সৈতে (অমাৱস্যাৰ পিছত) নতুন চন্দ্ৰেৰে অলংকৃত ৰক্তাভ সন্ধ্যাৰ দৰে শোভা ধাৰণ কৰিলে।[৩]

আকৌ কবিয়ে কৈছে :

ৰাজ-মহিষী সুদক্ষিণাই গাভীৰ পিছে পিছে বনৰপৰা উভতি অহা দিলীপক সতৃষ্ণ নয়নেৰে নিৰীক্ষণ কৰিবলৈ ধৰিলে। ৰজা দিলীপ গাভীৰ পিছৰ পিনে আৰু আগ বাঢ়ি অহা ৰাজমহিষী সুদক্ষিণা গভীৰ সন্মুখত উপস্থিত হোৱাত নন্দিনী উভয়ৰে মাজত অৱস্থিত হৈ দিন আৰু ৰাতিৰ মধ্যবৰ্তী সন্ধ্যাৰ দৰে শোভিত হৈ উঠিল।[৪]

'মালৱিকাগ্নিমিত্ৰ' নাটকত ৰজা অগ্নিমিত্ৰই মালৱিকাৰ সৌন্দৰ্য বৰ্ণনা-প্ৰসঙ্গত ৰাতিৰ বৰ্ণনা দাঙি ধৰিছে :

অনতিলম্বিদুকূলনিৱাসিনী বহুভিৰাভৰণৈঃ প্ৰতিভাতি মে।
উড়ুগণৈৰুদয়োন্মুখচন্দ্ৰিকা গতহিমৈৰিৱ চৈত্ৰৱিভাৱৰী ॥[৫]

১. বিক্ৰমোৰ্বশীয় ২।২

২. কুমাৰসম্ভৱ ৮।৫৪

৩. ৰঘুবংশ—১।৮৩

৪. ঐ—২।২০

৫. মালৱিকাগ্নিমিত্ৰ ৫।৭

তললৈ বেছিকৈ ওলমি নপৰা পাটৰ কাপোৰ পৰিহিতা আৰু বিবিধ অলংকাৰেৰে বিভূষিতা মালৱিকাক কুঁৱলি-মুক্ত নক্ষত্ৰ-বিৰাজিত উদয়োন্মুখ চন্দ্ৰেৰে সৈতে সমুজ্জ্বল চ'ত মাহৰ নিশাৰ দৰে দেখা গৈছে।

কবিয়ে 'ঋতুসংহাৰ'ত শৰৎ কালৰ নিশাৰ মনোৰম বৰ্ণনা দিছে:

তাৰকাৰাজিৰ উৎকৃষ্ট অলংকাৰেৰে শোভিত, মেঘৰ আবৰণ-শূন্য চন্দ্ৰমুখ সমন্বিত, নিৰ্মল জ্যোৎস্নাৰ শুভ্ৰ বস্ত্ৰ পৰিহিত শৰৎ কালৰ নিশা তৰুণী যুৱতীৰ দৰে দিনে দিনে বৃদ্ধি পায়।[১]

কবিয়ে 'মেঘদূত'ত অলকা নগৰীৰ অপূৰ্ব বৰ্ণনা দাঙি ধৰিছে:

অলকাৰ আন আন সৌন্দৰ্যৰাশিৰ উপৰিও দেখা যায় তাৰ নিশা অত্যন্ত সুন্দৰ—সকলো সময়তে জ্যোৎস্নাৰে আলোকিত, অন্ধকাৰৰ লেশ মাত্ৰও তাত নাই: 'নিত্যজ্যোৎস্নাঃ প্ৰতিহততমোবৃত্তিৰম্যাঃ প্ৰদোষাঃ।'[২]

'বিক্ৰমোৰ্ৱশীয়' নাটকত ৰজা পুৰুৰৱাই মূৰ্চ্ছিতা উৰ্ৱশীয়ে চৈতন্য লাভ কৰা অৱস্থাৰ বৰ্ণনা কৰিছে:

চন্দ্ৰ উদয় হলে নিশা যিদৰে অন্ধকাৰৰপৰা মুক্ত হৈ লাৱণ্যময়ী হৈ উঠে, ৰাত্ৰিৰ অগ্নিশিখা যিদৰে ধূমমুক্ত হৈ উজ্জ্বলতৰ হৈ থাকে, পাৰ খহি পৰা গঙ্গাই যিদৰে ক্ৰমশঃ নিৰ্মলতা লাভ কৰে, অন্তৰ্মোহাচ্ছন্না এই চাৰুগাত্ৰীও সেইদৰে ক্ৰমশঃ কান্তিমতী হৈ উঠিল।[৩]

আকৌ সেই নাটকতে ৰজা পুৰুৰৱাক সূৰ্যৰ লগত তুলনা কৰি কবিয়ে কৈছে:

বৈতালিকে কয় 'আমি ভাবোঁ, ৰজা পুৰুৰৱা আৰু সূৰ্যৰ লক্ষ্য এক; কিয়নো ৰজাই বিনয়াদি শিক্ষাৰে প্ৰজাসমূহৰ অজ্ঞান-অন্ধকাৰ

১. ঋতুসংহাৰ ৩।৭
২. মেঘদূত ২।৩
৩. বিক্ৰমোৰ্ৱশীয় ১।৭

নাশ কৰে, সূৰ্যয়ো তেজঃপুঞ্জেৰে গ্ৰহ-নক্ষত্ৰসমূহৰ কাৰণে জগতৰ অন্ধকাৰ নাশ কৰে ; সূৰ্যই মধ্যাহ্ন সময়ত মুহূৰ্তৰ কাৰণে বিশ্ৰান্তি লয়, ৰজায়ো দিনৰ ষষ্ঠাংশ সময়ত বিশ্ৰাম কৰে।[১]

কবিয়ে 'ৰঘুবংশ'ৰ সপ্তদশ সৰ্গত মহাৰাজ অতিথিৰ বৰ্ণনা-প্ৰসঙ্গত চন্দ্ৰ-সূৰ্য, গ্ৰহ-নক্ষত্ৰ, দিন-ৰাতিৰ অধিক উল্লেখ কৰা দেখা যায় :

ৰাতিৰ শেষ প্ৰহৰৰপৰা বুদ্ধিয়ে যি দৰে প্ৰসন্নতা লাভ কৰে, সেইদৰে ৰাণী কুমুদ্বতীয়ে কুশৰপৰা অতিথিক লাভ কৰিলে 'পশ্চিমাদ্‌যামিনীযামাৎ প্ৰসাদমিৱ চেতনা।'[২] সূৰ্যই যিদৰে উত্তৰ দক্ষিণ উভয় দিশৰ পৱিত্ৰতা সাধন কৰে, সেইদৰে অনুপমকান্তি অতিথিয়েও মাতৃ আৰু পিতৃ উভয় কুলকে পৱিত্ৰ কৰিলেঃ অপুনাৎ সৱিতেৱোভৌ মাৰ্গাবুত্তৰদক্ষিণৌ।[৩]

তেওঁ কুমাৰ-ভাবৰপৰা ক্ৰমে যৌৱৰাজ্য আৰু যৌৱৰাজ্যৰপৰা পূৰ্ণ নৃপতিত্ব লাভ কৰি, ৰেখা-ভাবৰপৰা ক্ৰমে অৰ্ধেন্দু আৰু অৰ্ধেন্দুৰপৰা পূৰ্ণেন্দুৰ দৰে বিৰাজ কৰিবলৈ ধৰিলে : 'ৰেখাভাৱাদুপারূঢ়ঃ সামগ্ৰ্যমিৱ চন্দ্ৰমাঃ।'[৪] জুইৰ প্ৰথমে ধোঁৱা, পিছত শিখা ; সূৰ্যৰ প্ৰথমে উদয়, পিছত কিৰণমালা, তেজঃ পদাৰ্থৰ ই স্বভাৱ-সিদ্ধ নিয়ম ; অতিথি এই নিয়ম লঙ্ঘন কৰি একেবাৰে প্ৰথমৰপৰাই গুণ-গৰিমাৰে ভূষিত হৈ উদয় হ'ল।[৫] পুৰবাসিনী ৰমণীসমূহে প্ৰীতিপূৰ্ণ নয়নেৰে তেওঁক চাবলৈ ধৰিলে। সেই দৃশ্য দেখিলে অনুমান হয়, বিভাৱৰীসমূহে যেন শৰৎ কালৰ নিৰ্মল নক্ষত্ৰৰাজিৰে ধ্ৰুৱক অৱলোকন কৰিছে।[৬] গুপ্তচৰৰূপ ৰশ্মি-পৰম্পৰাৰে ব্যাপি থকা

---

১. বিক্ৰমোৰ্বশীয় ২।১
২. ৰঘুবংশ ১৭।১
৩. ঐ ১৭।২
৪. ঐ ১৭ ৩০
৫. ঐ ১৭ ৩৪
৬ ঐ ৭।৩৫

হেতু মেঘমুক্ত সূৰ্যমণ্ডলৰ দৰে সেই অতিথিৰ ৰাজ্যমণ্ডলত একো অজ্ঞাত নাছিল।[১] দিন আৰু ৰাতিক সমান ভাগত বিভক্ত কৰি যি সময়ত ৰজাৰ যি কৰ্তব্য হিচাপে নিৰ্দিষ্ট কৰা আছে, অতিথিয়ে তাক নিঃসংশয়ে নিয়ম মতে পালন কৰিছিল।[২]

সূৰ্যই উদিত হৈ দৰ্শন দি যিদৰে জগতৰ পাপ নাশ কৰে আৰু বস্তুৰ যথাৰ্থ স্বৰূপ প্ৰকাশ কৰি, অন্ধকাৰ আঁতৰাই লোকসমূহক স্বকৰ্মত প্ৰবৃত্ত কৰায়, সেইদৰে ৰজায়ো অভ্যুদিত হৈ দৰ্শন দি প্ৰজাসমূহৰ দুষ্কৃতি নাশ কৰে আৰু বস্তুতত্ত্বৰ যথাৰ্থ জ্ঞান জন্মাই অজ্ঞান আঁতৰ কৰে আৰু স্বকৰ্তব্য কৰিবলৈ স্থায়ীভাৱে স্বাধীন কৰি তোলে।[৩] চন্দ্ৰৰ কিৰণ পদ্মত প্ৰৱেশ নকৰে, সূৰ্যৰ অংশুৱে কুমুদত স্থান নাপায়; কিন্তু সেই গুণীৰ গুণ-পৰম্পৰা বিপক্ষৰ মাজতো স্থান লাভ কৰিছিল।

ইন্দোৰগতয়ঃ পদ্মে সূৰ্যস্য কুমুদেঽংশৱঃ।
গুণাস্তস্য বিপক্ষেঽপি গুণিনো লেভিৰেঽন্তৰম্ ॥[৪]

কবিয়ে মহাৰাজ দিলীপক সূৰ্যৰ লগত তুলনা কৰি কৈছে:

ৰজা দিলীপে প্ৰজাবৰ্গৰ অধিক হিতকৰ কাম কৰাৰ বাবে তেওঁলোকৰপৰা কৰ গ্ৰহণ কৰিছিল। সহস্ৰ গুণ অধিক জল বৰ্ষণ কৰি পৃথিৱীক ধন-ধান্যেৰে সুসমৃদ্ধ কৰি তোলাৰ কাৰণে সূৰ্যই পৃথিৱীৰপৰা জল আকৰ্ষণ কৰেঃ 'সহস্ৰগুণমুৎস্ৰষ্টুমাদত্তে হি ৰসং ৰৱিঃ।'[৫]

কবিয়ে 'ৰঘুবংশ'ৰ দ্বিতীয় সৰ্গত নন্দিনীৰ অৰণ্যত বিচৰণ কৰা প্ৰসঙ্গত কৈছে:

---

১. ৰঘুবংশ ১৭।৪৮
২. ঐ ১৭।৪৯
৩. দুৰিতং দৰ্শনেন ঘ্নংস্তত্ত্বাৰ্থেন নুদংস্তমঃ।
প্ৰজাঃ স্বতন্ত্ৰয়াংচক্ৰে শশ্বৎসূৰ্য ইবোদিতঃ ॥ ৰঘু ১৭।৭৪ )
৪. ৰঘুবংশ ১৭।৭৫
৫. ঐ ১।১৮

সংচাৰপূতানি দিগন্তৰাণি কৃত্বা দিনান্তে নিলয়ায় গন্তুম্।
প্ৰচক্ৰমে পল্লৱৰাগতাম্ৰা প্ৰভা পতঙ্গস্য মুনেশ্চ ধেনুঃ ॥[১]

পল্লৱৰাগ-লোহিত সূৰ্য কিৰণ আৰু বসিষ্ঠ ধেনু নন্দিনী উভয়েই তেওঁলোকৰ সঞ্চৰণৰ দ্বাৰা দিগন্ত পৱিত্ৰ কৰি দিনাৱসানত নিজ নিজ আবাসলৈ যাবলৈ উদ্যত হ'ল, অৰ্থাৎ সূৰ্যই অস্তাচললৈ আৰু মুনিৰ ধেনুৱে আশ্ৰমলৈ গতি কৰিছে।

সেই একেখন মহাকাব্যৰ পঞ্চম সৰ্গত গুৰু-দক্ষিণা-প্ৰাৰ্থী বৰতন্তুৰ শিষ্যই ৰজা ৰঘুক কৈছে :

হে মহাৰাজ, আমাৰ সকলো বিষয়েই কুশল। হে নাথ, আপুনি যিসকলৰ ৰক্ষাকৰ্তা সেই প্ৰজাবৰ্গৰ অমঙ্গলৰ আশঙ্কা ক'ত? সূৰ্যই যেতিয়া কিৰণ দি থাকে, তেতিয়া অন্ধকাৰে কেনেকৈ মানুহৰ দৃষ্টি আৱৰণ কৰিব পাৰে?[২]

'ৰঘুবংশ'ৰ দশম সৰ্গত কবিয়ে ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্নৰ ভ্ৰাতৃস্নেহ সম্বন্ধে উল্লেখ কৰি কৈছে—তেওঁলোকৰ সৌভ্ৰাতৃত্ব একে ধৰণৰ আছিল যদিও ৰাম-লক্ষ্মণৰ আৰু ভৰত-শত্ৰুঘ্নৰ প্ৰীতি-বন্ধন দৃঢ় হৈ উঠিছিল। বতাহ আৰু জুইৰ দৰে, চন্দ্ৰ আৰু সাগৰৰ দৰে যোৰে যোৰে একতা সদায় অবিচ্ছিন্ন আছিল।[৩]

ৰঘুবংশীয় ৰাজকুমাৰসকলৰ প্ৰজা-শাসন প্ৰণালীৰ বৰ্ণনা কবিয়ে দিনৰ দৃশ্যেৰে মনোৰম কৰি তুলিছে :

ৰাজকুমাৰসকলে গ্ৰীষ্ম কালৰ অন্তত কলা মেঘেৰে ঢকা দিন-বোৰৰ দৰে তেজস্বিতা আৰু স্নেহশীলতাৰ মাজেদি প্ৰজাবৰ্গৰ চিত্ত আকৰ্ষণ কৰিছিল।[৪]

---

১. ৰঘুবংশ ২।১৫

২. সৰ্বত্ৰ নো বাৰ্তমৱেহি ৰাজন্নাথে কুতস্ত্বয্যশুভং প্ৰজানাম্।
সূৰ্যে তপত্যাৱৰণায় দৃষ্টেঃ কল্পেত লোকস্য কথং তমিস্ৰা ॥ (ৰঘু ৫।১৩)

৩. ৰঘুবংশ ১০।৮১-২

৪. ঐ ১০।৮৩

'ৰঘুবংশ'ৰ ষষ্ঠ সৰ্গত সুনন্দাই মগধ-ৰাজক লক্ষ্য কৰি ইন্দুমতীক ক'লে :

আন আন সহস্ৰ ৰজা আছে সঁচা; কিন্তু পৃথিৱীয়ে তেওঁকেই একমাত্ৰ সুশাসক হিচাপে পাইছে। গ্ৰহ-নক্ষত্ৰ তাৰকাৰাজিৰে পৰিপূৰ্ণ হ'লেও, অকল চন্দ্ৰেৰেহে ৰজনী আলোকিত হৈ উঠে : 'নক্ষত্ৰ-তাৰাগ্ৰহসংকুলাপি জ্যোতিষ্মতী চন্দ্ৰমসৈৱ ৰাত্ৰিঃ।'[১] ইচ্ছা কৰিলে এওঁৰ ডিঙিত মালা অৰ্পণ কৰিব পাৰা।

'ৰঘুবংশ'ৰ অষ্টম সৰ্গত দেখিবলৈ পোৱা যায়, মহাৰাজ ৰঘুৱে ৰাজ্যভাৰ পৰিত্যাগ কৰি শেষ আশ্ৰম অৰ্থাৎ সন্ন্যাস আশ্ৰম অৱলম্বন কৰিলে আৰু জিতেন্দ্ৰিয় হৈ নগৰৰ উপকণ্ঠৰ নিৰ্জন ঠাইত কাল কটাবলৈ ধৰিলে। ৰাজকুমাৰ অজ অযোধ্যাৰ ৰাজ-সিংহাসনত প্ৰতিষ্ঠিত হ'ল। এই অভূতপূৰ্ব দৃশ্য বৰ্ণনা-প্ৰসঙ্গত কবিয়ে কৈছে :

শান্তি-মাৰ্গত মগ্ন, পুৰাতন ৰজা ৰঘু আৰু অভ্যুদয়েৰে দীপ্তিমান নতুন ৰজা অজেৰে, অস্তমিত-প্ৰায় চন্দ্ৰ আৰু উদয়শীল সূৰ্য-মণ্ডিত নভোমণ্ডলৰ দৰে শোভা ধাৰণ কৰিলে সেই ৰঘুকুলে।

প্ৰশমস্থিতপূৰ্বপাৰ্থিৱং কুলমভ্যুদ্যতনূতনেশ্বৰম্।
নভসা নিভৃতেন্দুনা তুলামুদিতাৰ্কেণ সমাৰুৰোহ তৎ॥[২]

কবিৰ অভিপ্ৰায়,

চন্দ্ৰ অস্ত যাবলৈ উন্মুখ আৰু সূৰ্য প্ৰকাশ পাবলৈ আৰম্ভ কৰিলে গগনমণ্ডলৰ যেনেকুৱা দৃশ্য হয়, প্ৰাচীন ৰজা ৰঘু শান্তিৰ পথত পদাৰ্পণ আৰু নতুন ৰজা অজ অভ্যুদয়েৰে দীপ্তিমান হোৱাত সেই ৰাজকুলেও তেনেকুৱা সাদৃশ্য লাভ কৰিলে।

কবিয়ে 'শকুন্তলা' নাটকৰ চতুৰ্থ অঙ্কত প্ৰভাত-কালৰ বৰ্ণনা কৰিছে আৰু জগতে নৈসৰ্গিক ঘটনাৰ মাজেদি মানৱ জীৱনৰ উত্থান-

---

১. ৰঘুবংশ ৬।২২
২. ঐ ৮।১৫

পতনৰ এটি বাস্তৱ ৰূপ দাঙি ধৰিছে :

যাত্যেকতোঽস্তশিখৰং পতিৰোষধীনা—
মাৱিষ্কৃতাৰুণপুৰঃসৰ একতোঽৰ্কঃ।
তেজোদ্বয়স্য যুগপদ্ব্যসনোদয়াভ্যাং
লোকো নিয়ম্যত ইৱাত্মদশান্তৰেষু॥[১]

এক দিশত ওষধিপতি চন্দ্ৰ প্ৰায় অস্তমিত হ'বলৈ ধৰিছে, আন দিশত সূৰ্যদেৱে অৰুণক সম্মুখত লৈ উদয় হ'বলৈ আৰম্ভ কৰিছে। তেজোময় এই বস্তু দুটাৰ একে লগে অস্ত আৰু উদয়ে মানুহক এই শিক্ষাকেই দিছে যে মানুহৰ জীৱনত অৱস্থাৰ পৰিবৰ্তন অৱশ্যম্ভাৱী।

আশ্ৰম ঃ

ভাৰতৰ আশ্ৰমসমূহ সুবিস্তীৰ্ণ অটব্য অৰণ্যৰ মাজত প্ৰতিষ্ঠিত হৈছিল। এই আশ্ৰমসমূহেই আছিল প্ৰাচীন ভাৰতীয় সংস্কৃতি আৰু সভ্যতাৰ প্ৰাণ-কেন্দ্ৰ। অৰণ্যৰ গভীৰ নিৰ্জনতাই ইয়াৰ প্ৰাণ শক্তি নিস্তেজ কৰিব পৰা নাই। বন্য পশু-পক্ষীৰ কোলাহলে ইয়াৰ শান্ত সুন্দৰ পৰিবেশ অশান্ত আৰু ভয়াবহ কৰি তোলা নাই। সেই ঠাইত জীৱ-জন্তুবোৰে হিংসা পৰিত্যাগ কৰি প্ৰীতি ভাবেৰে বাস কৰে। তৰু-লতা পশু-পক্ষী সকলোৱেই আশ্ৰমবাসীৰপৰা মৰম স্নেহ লাভ কৰি প্ৰতিপালিত আৰু পৰিবৰ্দ্ধিত হয়। ইয়াত শান্ত ৰস চিৰ প্ৰৱাহিত।

এই অশ্ৰম ঋষি-মুনিসকলৰ সাধনাৰ ক্ষেত্ৰ, তপস্যাৰ পৱিত্ৰ ধাম, ব্ৰহ্ম-বিত্তা লাভৰ পুণ্য-তীৰ্থ। এই আশ্ৰম ঐহিক জীৱনৰ প্ৰয়োজন সাধনৰ স্থান নহয়, ই আত্মোপলব্ধিৰ পুণ্য ধাম, ব্ৰহ্মপ্ৰাপ্তিৰ ৰাসায়নিক কেন্দ্ৰ।

কালিদাসৰ সময়ত আশ্ৰমৰ যুগ অতীত হৈ গ'লেও তেওঁ তেওঁৰ সাহিত্যত সম্মানেৰে সৈতে সেই আশ্ৰমৰ প্ৰতিচ্ছবি সুন্দৰ আৰু

১. শকুন্তলা ৪।২

স্পষ্টভাৱে অঙ্কিত কৰি প্ৰাচীন ভাৰতীয় সংস্কৃতি আৰু সভ্যতাৰ ঐতিহ্য সগৌৰৱে, সসম্ভ্ৰমে স্মৰণ কৰিছে।

কবিয়ে 'কুমাৰসম্ভৱ'ত দুখন আশ্ৰমৰ বৰ্ণনা কৰিছে। তাৰ প্ৰথম খন দেৱাদিদেৱ মহাদেৱৰ পৱিত্ৰ আশ্ৰম। এই আশ্ৰম হিমালয়ৰ মন্দাকিনীৰ তীৰত অৱস্থিত। কস্তুৰীমৃগ-নাভিৰ গন্ধেৰে ইয়াৰ চতুৰ্দিশ সুবাসিত, কিন্নৰবিলাকৰ গীত-ধ্বনিৰে মুখৰিত। ইয়াত শিৱৰ ভৃত্যসকলে নমেৰু ফুলৰ প্ৰসাধন লয়, সুখস্পৰ্শ ভূৰ্জপত্ৰ পৰিধেয় হিচাপে ব্যৱহাৰ কৰে, শৰীৰত মনঃশিলা ধাতুৰ প্ৰলেপ লয়, আৰু সুগন্ধি দ্ৰব্যেৰে পৰিব্যাপ্ত শিলাময় ঠাইত বাস কৰে। মহাদেৱৰ বৃষভে দৰ্প সহকাৰে খুৰাৰ আগভাগেৰে তুষাৰৰূপ শিলসমূহ খনন কৰে, গোজাতীয় প্ৰাণীবিলাকে উদ্বিগ্ন হৈ তাৰ পিনে কোনো প্ৰকাৰে চাই থাকে। সেই বৃষভে সিংহৰ ধ্বনি সহ্য কৰিব নোৱাৰি উচ্চ কণ্ঠে গৰ্জন কৰি উঠে।

যি স্বয়ং তপস্যাৰ অশেষ ফল বিধান কৰে, সেই অষ্টমূৰ্তি মহাদেৱ নিজৰেই অন্য মূৰ্তি প্ৰজ্বলিত অগ্নি স্থাপন কৰি, কোনো এক অনিৰ্বচনীয় ফলৰ অভিলাষী হৈ সেই তপোবনত তপস্যাত প্ৰবৃত্ত হ'ল: 'কেনাপি কামেন তপশ্চচাৰ।'[১]

হিমালয়ৰ গৌৰীশিখৰেই তপস্যাৰ আন এখন পৱিত্ৰ আশ্ৰম। মৃত্যুঞ্জয় শিৱক পতিৰূপে লাভ কৰিবলৈ গৌৰী তাত তপস্যাৰতা হৈছিল। সেই গৌৰীশিখৰ ময়ুৰশ্ৰেণীৰে ভৰপূৰ। তাত পৰস্পৰ-বিৰোধী প্ৰাণীবোৰে হিংসা ত্যাগ কৰে, তৰুবাজিয়ে বাঞ্ছিত ফলৰ দ্বাৰা অতিথিবৃন্দৰ সেৱা কৰে, নৱ-নিৰ্মিত পৰ্ণশালাত হোমাগ্নি সঞ্চিত হৈ থাকে ; ইয়াৰ ফলত সেই তপোবন পৱিত্ৰ হৈ উঠিছে। তপস্যাৰ সময়ত গৌৰীয়ে কোমল লতাত বিলাসকলা, হৰিণীবোৰত বিলোল-দৃষ্টি গচ্ছিত কৰি ৰাখিছিল। গৌৰীয়ে নিজেই সেই তপোবনৰ ক্ষুদ্ৰ বৃক্ষসমূহক কলহেৰে পানী দি পৰিচৰ্যা কৰিছিল। নিজ

১. কুমাৰসম্ভৱ ১।৫৭

সন্তানৰদৰে প্ৰতিপালন কৰা সেই লতা-বৃক্ষাদিয়েই আছিল পাৰ্বতীৰ প্ৰথম পুত্ৰকন্যা। সেইবোৰৰ তুলনাত কাৰ্তিক আছিল অনুজ। সেয়েহে কাৰ্তিকেও লতা-বৃক্ষাদিৰ প্ৰতি পাৰ্বতীৰ পুত্ৰবাৎসল্য হ্ৰাস কৰিব পৰা নাছিল। অৰণ্যজাত নীবাৰ ধান খুৱাই পাৰ্বতীয়ে হৰিণ-বিলাকক লালন-পালন কৰিছিল। হৰিণবিলাকৰ তেওঁৰ প্ৰতি কি অগাধ বিশ্বাস! তেওঁ যেতিয়া স্নান কৰি প্ৰজ্বলিত অগ্নিত ঘিঁউৰ আহুতি প্ৰদান কৰে আৰু স্তৱ পাঠ কৰে, তেতিয়া তেওঁক চাবলৈ ঋষি-মুনিসকল তাত আহি উপস্থিত হৈছিল। আশ্ৰমৰ কুটীৰত সংস্থাপিত যজ্ঞাগ্নিয়ে সমগ্ৰ তপোবনকে পবিত্ৰ কৰি তুলিছিল। সেই তপোবনৰ অহিংসা, অতিথি-সৎকাৰ আৰু অগ্নি-পৰিচৰ্যাই সমস্ত জগতকে পবিত্ৰ কৰি তুলিছিল।[1]

কবিয়ে 'ৰঘুবংশ'ত কেইবাখনো শান্ত-স্নিগ্ধ আশ্ৰমৰ উজ্জ্বল বৰ্ণনা পাঠকৰ সন্মুখত উপস্থাপিত কৰিছে। সেই মহাকাব্যৰ প্ৰথম সৰ্গত মহৰ্ষি বসিষ্ঠৰ পবিত্ৰ আশ্ৰমৰ বৰ্ণনা আছে।

## বসিষ্ঠৰ আশ্ৰম:

মহৰ্ষি বসিষ্ঠৰ আশ্ৰম[2] বহু ঋষি-মুনিৰ সাধনাৰ স্থল। সন্তান-কামী ৰজা দিলীপ সহধৰ্মিণী সুদক্ষিণাৰে সৈতে সন্ধ্যা সময়ত সেই আশ্ৰমত উপস্থিত হ'ল। ৰজা দিলীপে দেখিলে, তেতিয়া যজ্ঞীয় অগ্নিত সান্ধ্য আহুতি প্ৰদানৰ কাৰণে তপস্বীসকল দূৰ অৰণ্যৰপৰা সমিৎ-কুশ-ফল আদি আহৰণ কৰি সেই তপোবনলৈ প্ৰত্যাবৰ্তন কৰিবলৈ ধৰিছে। চাওঁতে চাওঁতে ঋষি-মুনিসকলেৰে সেই আশ্ৰমপদ ভৰি পৰিল। সেই সময়তে হৰিণবোৰ আহাৰ খাই অৰণ্যৰপৰা ঘূৰি আহি আশ্ৰমৰ পৰ্ণকুটীৰৰ সন্মুখত উপস্থিত হ'ল। ঋষি পত্নীসকলৰ-পৰা সিহঁতে নীবাৰ ধান খাবলৈ নোপোৱালৈকে সিহঁত কুটীৰৰ প্ৰৱেশ

---

১. কুমাৰসম্ভৱ ৫ম সৰ্গ

২. ৰঘুবংশ ১ম সৰ্গ

পথৰপৰা আঁতৰি নাযায়। হৰিণবিলাক ঋষি-পত্নীসকলৰ সন্তানৰ তুল্য। তেওঁলোকৰ হাতৰপৰা নীবাৰ ধান খোৱা যে সিহঁতৰ আজন্ম অভ্যাস!

সেই সন্ধ্যা সময়ত মুনি কন্যাবোৰে আশ্ৰমৰ গছ-গছনিবোৰৰ গুৰিত পানী দিবলৈ ধৰিছে আৰু গছৰ গুৰিত তৈয়াৰ কৰা মাটিৰ ঘেৰবোৰ পানীৰে উপচি পৰিলে তেওঁলোক গছৰ গুৰিৰপৰা আঁতৰি আছে। তেতিয়া চৰাইবিলাকে গছৰ গুৰিত সঞ্চিত হৈ থকা জল হেলাৰঙে পান কৰে।

সন্ধ্যাকালত অতিথিসকল আশ্ৰমলৈ আহিবলৈ ধৰিছে, তেতিয়া অগ্নিত আহুতি প্ৰদান আৰম্ভ হৈছে। সেই যজ্ঞীয় আহুতিৰ সুগন্ধ বতাহৰ লগত মিলি অতিথিসকলৰ শৰীৰ, মন আৰু প্ৰাণ পবিত্ৰ কৰি তুলিছে।

সেই সময়ত নীবাৰ ধানৰ বোজাবোৰ আনি পৰ্ণকুটীৰৰ চোতালত দমাই ৰখা হৈছে। হৰিণবিলাকে সেই চোতালতে শুই শুই চৰ্বিত-চৰ্বণ কৰিবলৈ ধৰিছে।

ৰজা দিলীপ কুলপতি-প্ৰদৰ্শিত পৰ্ণশালাত প্ৰৱেশ কৰিলে। ব্ৰতচাৰিণী পত্নীৰে সৈতে কুশশয্যাত শয়ন কৰিলে; কিন্তু কষ্ট অনুভৱ নকৰিলে; কিয়নো এয়া যে চিৰ শান্তিৰ নিকেতন।

**ৰৰতন্তুৰ আশ্ৰম:**

ৰৰতন্তুৰ শিষ্য কৌৎস গুৰু-দক্ষিণাৰ্থী হৈ মহাৰাজ ৰঘুৰ ওচৰ চাপিল। ৰঘুৱে শিষ্যৰ মুখৰপৰা ঋষি আৰু তেওঁৰ আশ্ৰমৰ[1] সবিশেষ বাৰ্তা জানিবলৈ বিচাৰিলে।

ঋষি-মুনিসকলে আশ্ৰমৰ গছ-লতাবোৰৰ গুৰিত পানী দি সেইবোৰক নিজ সন্তানৰ দৰে প্ৰতিপালন কৰে। অতিথিসকলে তাৰ গছৰ শীতল ছাঁত আশ্ৰয় লৈ শ্ৰম নিবাৰণ কৰে।

---

১. ৰঘুৱংশ ৫ম সৰ্গ

আশ্ৰমত নিত্য হোম অনুষ্ঠিত হয়। সেই হোমানুষ্ঠানৰ কাৰণে ঋষিসকলে প্ৰয়োজনীয় কুশ আহৰণ কৰে; কিন্তু তাত থকা হৰিণ-বিলাকক কুশ-ভক্ষণত বাধা প্ৰদান নকৰে। ঋষি-মুনিসকলে হৰিণ শিশুবিলাকক লালন-পালন কৰি ডাঙৰ-দীঘল কৰে। সিহঁতে ঋষিৰ কোলাত শয়ন কৰে আৰু সিহঁতৰ নাভিনাল তেওঁলোকৰ কোলাতে সৰি পৰে।

ঋষিসকলে নদীৰ পবিত্ৰ জলত নিয়মিতভাৱে স্নান কৰে, আৰু পিতৃপুৰুষৰ উদ্দেশ্যে তৰ্পণ আদি ক্ৰিয়া সম্পন্ন কৰে। তেওঁলোকে শস্য-পালকৰ শস্য-ক্ষেত্ৰত প্ৰকীৰ্ণ হৈ থকা ধানবোৰ সংগ্ৰহ কৰে। সেই ধানেৰে তেওঁলোকে নিজে খেতি কৰে, তাৰ ষষ্ঠাংশ ৰাজ-কৰ হিছাপে ৰজাক দিয়ে আৰু অৱশিষ্ট অংশেৰে অন্যান্য কাৰ্য সম্পাদন কৰে। অতিথি পৰিচৰ্যাৰ কাৰণে তেওঁলোকে নিবাৰ ধানৰ খেতি কৰে আৰু তাক গৰু, ম'হ বা আন বন্য জন্তুৰ উপদ্ৰৱৰপৰা সযত্নে ৰক্ষা কৰে।

**শৰভঙ্গৰ আশ্ৰম :**

ঋষিবৰ শৰভঙ্গৰ আশ্ৰম[1] অতি পবিত্ৰ স্থান। ইয়াত নিত্য হোমৰ অগ্নি সদায় প্ৰজ্বলিত। শৰণাৰ্থীৰ আশ্ৰয় স্থান হিছাপে এই তপোবন জগৎ-বিখ্যাত। ঋষিৰ অভাৱত আশ্ৰমৰ বৃক্ষসমূহেই পুত্ৰৰ দৰে কাম কৰে। বৃক্ষসমূহে ছায়া দানেৰে অতিথিসকলৰ পথশ্ৰম নিবাৰণ কৰে, মধুৰ আৰু সুস্বাদু ফল-দানেৰে ক্ষুধা নিবৃত্তি কৰে।

ছায়াবিনীতাধ্বপৰিশ্ৰমেষু ভূয়িষ্ঠসংভাব্যফলেষ্বমীষু।
তস্যাতিথীনামধুনা সপৰ্যা স্থিতা সুপুত্ৰেষ্বিৱ পাদপেষু ॥[2]

সেই সাগ্নিক ঋষি শৰভঙ্গই বহুকাল সমিধ নিক্ষেপ কৰি অগ্নিক পৰিতৃপ্ত কৰে আৰু নিজৰ দেহকো মন্ত্ৰপূত কৰি সেই অগ্নিত

১. ৰঘুবংশ—ত্ৰয়োদশ সৰ্গ
২. ঐ ১৩।৪৬

আহুতিৰূপে প্ৰদান কৰে : 'চিৰায় সন্তৰ্প্য সমিদ্ভিৰগ্নিং যো মন্ত্ৰপূতাং তনুমপ্যহৌষীৎ'।[১]

## অত্ৰিৰ তপোবন :

মুনিপ্ৰৱৰ অত্ৰিৰ প্ৰভামণ্ডিত তপোবনত[২] নিত্য শান্তি বিৰাজমান। ইয়াত হিংস্ৰ জন্তুবিলাকে স্বাভাৱিক হিংসাত্মক বৃত্তি পৰিত্যাগ কৰি প্ৰীতি আৰু শান্তিৰে বাস কৰে। এই আশ্ৰমত বিনা পুষ্পই গছবিলাকে ফল দান কৰে : 'অপুষ্পলিঙ্গাৎ ফলবন্ধিবৃক্ষম্' এই আশ্ৰমৰ অক্ষুণ্ণ প্ৰভাৱ সকলোৱে অনুভৱ কৰে। অত্ৰি মুনিৰ সহধৰ্মিণী অনসূয়াই এই ঠায়েদি ভাগীৰথী গঙ্গাক প্ৰবাহিত কৰাইছিল। তপোধনসকলে সেই গঙ্গাৰ পবিত্ৰ জলত অভিষেক-স্নান সমাপ্ত কৰিছিল। বায়ুহীন অৱস্থাত স্থিৰ হৈ থকা যজ্ঞবেদীৰ মধ্যস্থ গছবোৰক নিৰিষ্টমনে যোগাভ্যাস ব্ৰতী হৈ থকা তপস্বীসকলৰ দৰে ধ্যান-পৰায়ণ হৈ থকা যেন দেখা যায়। সেই গছৰ তলত বেদীত বহি ঋষিসকলে দিব্য-জ্যোতি লাভ কৰিবলৈ সাধনা কৰে।

## কণ্বৰ আশ্ৰম :

কবিৰ 'অভিজ্ঞানশকুন্তল'ত আমি দুখন আশ্ৰম দেখিবলৈ পাওঁ। তাৰ ভিতৰত প্ৰথমখন মহৰ্ষি কণ্বৰ আৰু আনখন প্ৰজাপতি মাৰীচৰ। প্ৰথমখন পৃথিৱীত আৰু আনখন স্বৰ্গলোকৰ সীমাত।

মহৰ্ষি কণ্বৰ আশ্ৰম মালিনী নদীৰ তীৰত অৱস্থিত।[৩] এই আশ্ৰমত মহৰ্ষিয়ে দহ হাজাৰ বিদ্যাৰ্থীক অন্নবস্ত্ৰাদিৰে পৰিপালন কৰি বেদ অধ্যয়ন কৰাইছিল, সেই কাৰণে কণ্ব কুলপতি হিচাপে চিৰ প্ৰসিদ্ধ। এই আশ্ৰমত পুৰুষ-স্ত্ৰী উভয় শ্ৰেণীৰ লোকেই আশ্ৰম-ধৰ্ম পালন কৰি বাস কৰে। গাৰ্হস্থ্য আশ্ৰমৰ দৰে এই আশ্ৰমতো মৰম-স্নেহ, মায়া-মমতা, আদৰ-অভ্যৰ্থনা, দয়া-দাক্ষিণ্য চিৰ বিৰাজমান।

---

১. ৰঘুবংশ ১৩।৪৫
২. ঐ ১৩।৫০
৩. এষ খলু কণ্বস্য কুলপতেৰনুমালিনীতীৰমাশ্ৰমো দৃশ্যতে।

মহৰ্ষি কণ্ব বনবাসী হ'লেও সামাজিক ৰীতি-নীতি আৰু লোকব্যৱহাৰ সম্বন্ধে সম্পূৰ্ণ অভিজ্ঞ : 'বনৌকসোঽপি সন্তো লৌকিকজ্ঞা বয়ম।'

আশ্ৰমৰ পৰ্ণকুটীৰেই তেওঁলোকৰ বাস-ভৱন। তাত নিত্য হোম আৰু যজ্ঞ অনুষ্ঠিত হয়। মুনিসকলে যজ্ঞানুষ্ঠানৰ কাৰণে যজ্ঞকাষ্ঠ সমিধ আদি নিজেই সংগ্ৰহ কৰে। আশ্ৰমবাসীসকল অতিথি শুশ্ৰূষা পৰায়ণ। অতিথি-অভ্যাগতৰ কাৰণে আশ্ৰমৰ দুৱাৰ সদায় মুকলি। তেওঁলোকে বনৰ ফল-মূলেৰে অতিথিক অভ্যৰ্থনা কৰে। অতিথি-সকলে বিশ্ৰাম লোৱাৰ কাৰণে গছৰ ছাঁত বেদী তৈয়াৰ কৰি ৰাখে।

মহাৰাজ দুষ্মন্ত অজ্ঞাতসাৰে মহৰ্ষি কণ্বৰ পবিত্ৰ আশ্ৰমৰ ওচৰত উপস্থিত হ'ল। তেতিয়া আশ্ৰমৰ সেই চিৰ প্ৰশান্ত পৰিবেশে যেন তেওঁক সতৰ্ক কৰি দিলে যে, তেওঁ এখন পুণ্য ক্ষেত্ৰত পদাৰ্পণ কৰিছে, আৰু তেওঁৰ মনৰপৰা চিকাৰ বৃত্তি আঁতৰাব লাগে। সেয়েহে মহাৰাজ দুষ্মন্ত এই আশ্ৰম দৰ্শনৰ একান্ত আগ্ৰহী হ'ল। তেওঁৰ ধাৰণা আশ্ৰম দৰ্শন কৰিলে তেওঁৰ মন-প্ৰাণ পবিত্ৰ হ'ব: 'পুণ্যাশ্ৰমদৰ্শনেন তাবদাত্মানং পুনীমহে।' আশ্ৰমৰ প্ৰান্তভূমিত উপস্থিত হৈ মহাৰাজ দুষ্মন্তই কৈ উঠিল, এয়া যে আশ্ৰমপদ তাক আনে উলিয়াই দিয়াৰ প্ৰয়োজন নাই ; কিয়নো,

নীৱাৰাঃ শুকগৰ্ভকোটৰমুখভ্ৰষ্টাস্তৰূণামধঃ
প্ৰস্নিগ্ধাঃ কচিদিঙ্গুদীফলভিদঃ সূচ্যন্ত এৱোপলাঃ।
বিশ্বাসোপগমাদভিন্নগতয়ঃ শব্দং সহন্তে মৃগা-
স্তোয়াধাৰপথাশ্চ বল্কলশিখানিষ্যন্দৰেখাঙ্কিতাঃ ॥[১]

ইয়াত গছৰ খোৰোঙত ভাটৌবিলাকৰ বাস, সেই খোৰোঙৰ মুখৰপৰা ওলাই পৰা নীবাৰ ধানবোৰ গছৰ তলত সিঁচৰতি হৈ পৰি আছে। কোনো কোনো ঠাইত ইঙ্গুদী গছৰ ফলবোৰ পিহাৰ কাৰণে শিলাপ্ৰস্তৰসমূহ তেলেৰে মসৃণ হৈ আছে। অপৰিচিত লোকৰ আগমনৰ শব্দ শুনিও হৰিণবিলাকে বিশ্বাসৰ কাৰণে নিজৰ

১. শকুন্তলা ১।১৪

গতিপথৰ সলনি কৰা নাই, শব্দ সহ্যহে কৰিছে। ঋষি-মুনিসকলে স্নান কৰা হেতু তেওঁলোকৰ পৰিধেয় বল্কলৰ আগভাগৰপৰা পৰি থকা পানীৰে গোটেই পথ ৰেখাঙ্কিত হৈ আছে।

গাহন্তাং মহিষা নিপানসলিলং শৃঙ্গৈর্মুহুস্তাড়িতং
ছায়াবদ্ধকদম্বকং মৃগকুলং ৰোমন্থমভ্যস্যতু।
বিশ্ৰদ্ধং ক্ৰিয়তাং বৰাহততিভির্মুস্তাক্ষতিঃ পল্বলে
বিশ্ৰামং লভতামিদং চ শিথিলজ্যাবন্ধমস্মদ্ধনুঃ ॥[১]

আজি ম'হবিলাকে শিঙেৰে বাৰে বাৰে জল আলোড়িত কৰোকাত বুৰ মাৰক, গছৰ ছাঁত দল বান্ধি হৰিণবিলাকে আহাৰ চৰ্বিত-চৰ্বণ কৰক, গাহৰিবোৰে নিৰ্ভয়ে পিতনিত মুস্তা খাঁহবোৰ খান্দক আৰু গুণ শিথিল কৰা আমাৰ ধনুৰেও বিশ্ৰাম লাভ কৰক।

এই আশ্ৰমৰ পৰিবেশ অতি শান্ত। আশ্ৰমপদত বিনীত বেশেৰে প্ৰৱেশ কৰিব লাগে। ইয়াত জাকজমকতা, ভুমুজে, আড়ম্বৰে নুশুৱায়: 'শান্তমিদমাশ্ৰমপদম্। বিনীতবেষেণ প্ৰৱেষ্টব্যানি তপোৱনানি।'

আশ্ৰমবাসী বালিকাবিলাকে নিতৌ গছ-লতাৰ গুৰিত পানী দিয়ে আৰু পশু-পক্ষীবিলাকক আহাৰ দি প্ৰতিপালন কৰে। শকুন্তলাই আশ্ৰমৰ প্ৰতিজুপি তৰু-লতাকে নিজ ভাই-ভনীৰ দৰে মৰম-স্নেহ কৰে। নিজে প্ৰসাধনপ্ৰিয় হ'লেও গছৰ পল্লৱ আনি ভূষণ হিছাপে ব্যৱহাৰ নকৰে। গছৰ গুৰিত জল নিদিয়াকৈ নিজে জল পান নকৰে। হৰিণবিলাকক নীবাৰ-ধান নিজ হাতেৰে নুখুৱালে শান্তি নাপায়। কুশবনৰ আঘাতত কোনো কোনো হৰিণ পোৱালিৰ মুখ ক্ষত হ'লে ইঙ্গুদী তেলৰ প্ৰলেপ দি তাক নিৰাময় কৰি তোলে।

এই আশ্ৰমত প্ৰকৃতিৰে সৈতে মানুহৰ কি অনুপম সৌহাৰ্দ্য।

---

১. শকুন্তলা ২।৬

## মাৰীচৰ আশ্ৰম :

পৃথিৱী আৰু স্বৰ্গৰ সীমাত অৱস্থিত হেমকূট কিন্নৰ-পৰ্বত। পূব আৰু পশ্চিম সাগৰক স্পৰ্শ কৰি ব্যাপি থকা, সন্ধ্যা কালৰ মেঘৰ দৰে সুদৃশ্য এই হেমকূট পৰ্বত। এই পৰ্বতৰপৰা স্বৰ্ণাভ জলীয় পদাৰ্থ সদায় নিৰ্গত হৈ থাকে। সেই পৰ্বততে ঋষিপ্ৰৱৰ মাৰীচৰ আশ্ৰম। ই তপস্বীসকলৰ পৰম সিদ্ধিক্ষেত্ৰ। এই আশ্ৰম মন্দাৰ, অশোক আদি নানা গছ-গছনিৰে ভৰপূৰ। মন্দাৰ গছবিলাকক মাৰীচ-পত্নী অদিতিয়ে পুত্ৰবৎ প্ৰতিপালন কৰে: 'অদিতিপৰিবৰ্ধিতমন্দাৰবৃক্ষং প্ৰজাপতেৰাশ্ৰমম্।' হিংস্ৰ জন্তুৰ হিংসাত্মক বৃত্তি ইয়াত নাই। ইয়াত বালকে মাকৰ স্তনৰপৰা সিংহ-শাৱকক টানি আনি সিহঁতৰ লগত উমলি-জামলি মুখ মেলি দাঁত গণনা কৰে। সিংহ-শাৱকৰ প্ৰতি তেনে আচৰণ কৰিলে ঋষি-পত্নীসকলে মনত দুখ পায়। আশ্ৰমৰ তিৰোতাসকলে মাটিৰ পুতলা তৈয়াৰ কৰি বালকক ওমলা বস্তুৰ যোগান ধৰে। এই আশ্ৰমতে সৰ্বদমনে বৰ্ণ-বিচিত্ৰ মৃত্তিকাৰ ময়ূৰৰ লগত ধেমালি কৰে।

এই আশ্ৰম কল্পবৃক্ষেৰে ভৰপূৰ; সেই বৃক্ষৰ তলত বহি কেৱল বায়ু ভক্ষণ কৰিয়েই ঋষিসকলে জীৱন নিৰ্বাহ কৰে; অথচ কল্পবৃক্ষৰ ওচৰত ভোগৰ বস্তু প্ৰাৰ্থনা নকৰে; স্বৰ্ণপদ্মৰ ৰেণুৰে সুবাসিত হ্ৰদৰ জলত ধৰ্মানুষ্ঠানৰ কাৰণে স্নান কৰে; কিন্তু জলক্ৰীড়াৰ উপভোগৰ প্ৰতি মন নেমেলে; ৰত্ন-খচিত শিলাত বহি ধ্যান কৰে; কিন্তু তাক বিলাসৰ সামগ্ৰী হিচাপে ব্যৱহাৰ নকৰে। সেই আশ্ৰমত অইনহে নালাগে স্বৰ্গৰ অপ্সৰীসকলেৰে পৰিবেষ্টিত হ'লেও ঋষিসকল নিত্য-সংযমী। মৰ্ত্যৰ ঋষি-মুনিসকলে তপস্যাৰ ফলস্বৰূপে যি স্বৰ্গ-সুখ কামনা কৰে, মাৰীচৰ আশ্ৰমৰ তপস্বীসকলে সেই স্বৰ্গ-সুখৰ মাজত থাকিও তাক তুচ্ছ জ্ঞান কৰে।

প্ৰাণানামনিলেন বৃত্তিকচিতা সৎকল্পবৃক্ষে ৱনে
তোয়ে কাঞ্চনপদ্মৰেণুকপিশে ধৰ্মাভিষেকক্ৰিয়া।
ধ্যানং ৰত্নশিলাতলেষু ৱিবুধস্ত্ৰীসংনিধৌ সংযমো
যৎকাঙ্ক্ষন্তি তপোভিৰন্যমুনয়স্তস্মিংস্তপস্যন্ত্যমী ॥[১]

মহৰ্ষি কণ্বৰ আশ্ৰত যাগ-যজ্ঞাদিৰ আড়ম্বৰ আছে; যাগ-যজ্ঞৰ সহায়েৰে স্বৰ্গ-প্ৰাপ্তিৰ কামনাও আছে; কিন্তু প্ৰজাপতি মাৰীচৰ আশ্ৰমত সেই যাজ্ঞিক অনুষ্ঠানৰ অৱকাশ নাই, স্বৰ্গ-প্ৰাপ্তিৰ কামনাই বা থাকিব কেনেকৈ? ই তপস্যাৰ সিদ্ধি-ক্ষেত্ৰ: 'তপঃ সংসিদ্ধিক্ষেত্ৰম্' ই ঋষি-মুনিসকলৰ কেৱল পৰব্ৰহ্মৰ ধ্যান-নিমগ্ন ধাম।

মহৰ্ষিয়ে অৱসৰ সময়ত ধৰ্ম সম্বন্ধীয় আলোচনাত মনোনিবেশ কৰে, আন মহৰ্ষিসকলে পত্নীৰে সৈতে সেই আলোচনা শুনে: 'দাক্ষায়ণ্যা পতিব্ৰতাধৰ্মমধিকৃত্য পৃষ্টস্তস্মৈ মহৰ্ষিপত্নীসহিতায়ৈ কথয়তি।'

মহাৰাজ দুষ্মন্তই প্ৰজাপতি মাৰীচৰ প্ৰভামণ্ডিত ধ্যান-ধামত প্ৰৱেশ কৰি কয়, এই স্থান স্বৰ্গতকৈও অধিক শান্তিদায়ক; আশ্ৰমত প্ৰৱেশ কৰিলে অমৃত-হ্ৰদত স্নান কৰা যেন লাগে: 'স্বৰ্গাদধিকতৰং নিৰ্বৃতিস্থানম্। অমৃতহ্ৰদমিৱাৱগাঢ়োঽস্মি।' এই আশ্ৰম অনাবিল আনন্দৰ অমিয় আলয়।

## প্ৰকৃতিৰ দ্বিবিধ অৱস্থা:

কালিদাসৰ কাব্যত আমি স্থিতিশীল আৰু গতিশীল ভেদে প্ৰকৃতিৰ দ্বিবিধ অৱস্থাৰ বৰ্ণনা পাওঁ। স্থিতিশীল অৱস্থাই প্ৰকৃতিৰ স্বাভাৱিক অৱস্থা। স্থিতিশীল বস্তুৰ বৰ্ণনা গতিশীল বস্তুৰ বৰ্ণনাতকৈ তুলনামূলকভাৱে সহজ; কিয়নো অলৰ-অচৰ বস্তু এটাতকৈ চলন্ত বস্তু এটাৰ চিত্ৰ অঁকাত শিল্পীৰ যথেষ্ট পাৰদৰ্শিতাৰ প্ৰয়োজন।

কবিয়ে স্থিতিশীল বস্তুৰ মনোৰম চিত্ৰ অঁকাৰ দৰেই গতিশীল

১. শকুন্তলা—৭।১২

বস্তুৰ বৰ্ণনাকো স্বাভাৱিক কৰি তুলিছে। চলন্ত বস্তুৰ স্বাভাৱিক বৰ্ণনা যেতিয়া পৰিস্ফুট হৈ উঠে, সি স্থিতিশীল বস্তুৰ বৰ্ণনাতকৈ অধিক হৃদয়গ্ৰাহী হয়, আৰু এই চলন্ত বস্তুৰ স্বাভাৱিক বৰ্ণনাই পাঠক হৃদয় বিশেষভাৱে মুগ্ধ কৰি তোলে।

চলন্ত বস্তুৰ এটি আকৰ্ষক দৃশ্য 'ৰঘুবংশ'ত বসন্ত-বৰ্ণনা প্ৰসঙ্গত দেখিবলৈ পোৱা যায়ঃ

বনত সান্ধ্য মল্লিকাসমূহৰ কলিবোৰ ফুলিল; সুবাসেৰে চৌদিশ আমোলমোলাই গ'ল। গুণ্‌ গুণ্‌ শব্দ কৰি ইটো কলিৰপৰা সিটো কলিলৈ ভোমোৰাবিলাকে অহা-যোৱা কৰিলে। সিহঁত যেন কলি-বিলাকৰ গণনাতে মগ্ন, এনে অনুমান হ'ল।[1]

'কুমাৰসম্ভৱ'ত অকাল বসন্ত-বৰ্ণনা প্ৰসঙ্গত

মদমত্ত হৈ বতাহৰ বিপৰীত পিনে লৰি যোৱা হৰিণাবোৰৰ চকুত প্ৰিয়ালমঞ্জৰীৰ ৰেণুবোৰ উৰি আহি পৰিল। সিহঁত চকুৰে নেদেখা হৈও বনত ডেও দি দি আগ বাঢ়ি গ'ল; সিহঁতৰ খোজত গছৰ তলত সৰি পৰি থকা শুকান পাতবোৰৰ মৰ্‌মৰ্‌ শব্দই গোটেই বননি মুখৰিত কৰি তুলিলে।[2]

কালিদাসৰ প্ৰাকৃতিক বৰ্ণনাৰ পৰ্যালোচনা কৰিলে যিদৰে প্ৰকৃতিৰ স্থিতি আৰু গতিশীল অৱস্থা পৰিলক্ষিত হয়, সেইদৰে প্ৰাকৃতিক দৃশ্য উপভোগ কৰা দৰ্শককো স্থিতিশীল আৰু গতিশীল ভেদে দুই অৱস্থাত দেখিবলৈ পোৱা যায়। স্থিতিশীল প্ৰকৃতিৰ বৰ্ণনা যেনে স্বাভাৱিক, স্থিতীশীল দৰ্শকৰ চকুতো প্ৰাকৃতিক দৃশ্যৰ শোভা দৰ্শন স্বভাৱসিদ্ধ। কিন্তু গতিশীল দৰ্শকৰ চকুত প্ৰাকৃতিক দৃশ্যৰ বৰ্ণনাই আমাক বিশেষ আনন্দ দিয়ে; কিয়নো এখন উদ্যানত বহি উদ্যানৰ বৰ্ণনা কৰা বা

---

১. বনেষু সায়ংতনমল্লিকানাং বিজৃম্ভণোদ্গন্ধিষু কুড্‌মলেষু।
প্ৰত্যেকনিক্ষিপ্তপদঃ সশব্দং সংখ্যামিৱৈষাং ভ্ৰমৰশ্চকাৰ॥ (ৰঘু ১৬।৪৭)

২. মৃগাঃ প্ৰিয়ালদ্ৰুমমঞ্জৰীণাং ৰজঃকণৈৰ্বিঘ্নিতদৃষ্টিপাতাঃ।
মদোদ্ধতাঃ প্ৰত্যনিলং বিচেৰুৰ্বনস্থলীৰ্মৰ্মৰপত্ৰমোক্ষাঃ॥ (কুমাৰ ৩।৩১)

তাৰ সৌন্দৰ্য অনুভৱ কৰা সহজ; কিন্তু গতি কৰি থকা অৱস্থাত উত্থান দেখি তাৰ বৰ্ণনা মনোগ্ৰাহী কৰি তোলা কঠিন। কালিদাসৰ অতুল তুলিকাৰ স্পৰ্শত গতিশীল দৰ্শকৰ দৃষ্টিৰে বৰ্ণিত প্ৰাকৃতিক দৃশ্যই পাঠকৰ মন চিৰ দিনৰ কাৰণে জয় কৰি ৰাখিছে। 'ৰঘুবংশ'ৰ ত্ৰয়োদশ সৰ্গত ৰাৱণ-নিধনকাৰী ৰামে সীতাৰে সৈতে আকাশ মাৰ্গেৰে লঙ্কাৰপৰা অযোধ্যালৈ প্ৰত্যাবৰ্তন কৰা সময়ত শ্ৰীৰামচন্দ্ৰই আকাশৰ পৰা ভ্ৰমণশীল অৱস্থাত পৃথিৱীৰ প্ৰাকৃতিক দৃশ্যৰ যি বৰ্ণনা দিছে সি আজিও কালিদাসপ্ৰেমীৰ মন আকৰ্ষণ কৰি ৰাখিছে। প্ৰকৃতি-সেৱক কালিদাসে আকাশ মাৰ্গেৰে গতি কৰি নিম্ন স্থানলৈ অৱতৰণ কৰা সময়ত মনুষ্য-লোকৰ দৃশ্য কেনে ৰমণীয় তাক অসাধাৰণ বৰ্ণনা-শক্তিৰে বৰ্ণনাইছে। পৃথিৱীখন যেন স্পষ্ট দৃশ্যমান পৰ্বত-শিখৰৰপৰা ওলাই নামি আহিবলৈ ধৰিছে। গছৰ শখা-প্ৰশাখাবোৰ স্পষ্টভাৱে দেখিবলৈ পোৱাত সিহঁতক পাতৰ আৱৰণৰপৰা মুক্ত হোৱা যেন দেখা গৈছে। ক্ষীণকায় যেন দেখাৰ কাৰণে যি নদীসমূহৰ জল দেখা পোৱা নগৈছিল, এতিয়া সেইবোৰ স্পষ্ট হৈ উঠাত সেইবোৰে বিশালতা লাভ কৰা দেখা গৈছে। সমগ্ৰ পৃথিৱীখনকে কোনোবাই অৱতৰণকাৰীৰ ওচৰলৈ ওপৰৰ পিনে দাঙি নিয়া যেন লাগে।

কবিয়ে এই বৰ্ণনা 'শকুন্তলা' নাটকৰ সপ্তম অঙ্কত মহাৰাজ দুষ্মন্তৰ মুখেদি প্ৰকাশ কৰিছে: 'ৱেগাৱতৰণাদাশ্চৰ্যদৰ্শনঃ সংলক্ষ্যতে মনুষ্যলোকঃ।'

আমি আগেয়ে উল্লেখ কৰি আহিছোঁ, স্থিতিশীল বস্তুতকৈ গতিশীল বস্তুৰ বৰ্ণনা স্বাভাৱিক কৰি তোলা কঠিন। তাতোকৈ কঠিন হ'ল, দৰ্শক আৰু দৃশ্য উভয়ে যেতিয়া গতিশীল অৱস্থাত থাকে। কালিদাসে গতিশীল দৃশ্য-দৰ্শকৰ অনুপম চিত্ৰ আঁকি কবিৰ অনন্য-সাধৰণ কাল্পনিক শক্তিৰ পৰিচয় দিছে।

'অভিজ্ঞানশকুন্তল' নাটকত মৃগয়া-বিহাৰী ৰজা দুষ্মন্তই কৃষ্ণসাৰ মৃগৰ প্ৰতি শৰ নিক্ষেপ কৰিবলৈ বিচাৰিলে। প্ৰাণৰ ভয়ত হৰিণে

দ্ৰুততৰ গতিৰে দৌৰিবলৈ ধৰিলে। ৰজাই হৰিণৰ দ্ৰুত গতিৰ প্ৰতি লক্ষ্য কৰি ক'লে, এই সাৰথিয়েই অনেক দূৰলৈ আকৰ্ষণ কৰি আনিলে।

এতিয়াও হৰিণটোৱে পিছে পিছে যোৱা ৰথৰ ফালে ডিঙি বেঁকা কৰি বাৰে বাৰে মোহনীয়ভাৱে দৃষ্টিপাত কৰি কেৱল দৌৰি আছে, শৰ আহি পৰাৰ ভয়ত শৰীৰৰ পিছৰ অংশৰ অধিক ভাগ আগৰ অংশত সোমাই লৈছে, পথ ক্লান্তিৰে মেল খোৱা মুখখনৰপৰা আধা চোবোৱা কুশঘাঁহবোৰ ওলোৱাত গোটেই পথ ব্যাপ্ত হৈছে, আৰু অতি জোৰেৰে জঁপিয়াই জঁপিয়াই যোৱাৰ কাৰণে অধিক পৰিমাণ শূন্যেৰে আৰু নিচেই কম পৰিমাণ ভূমিত পদক্ষেপ কৰিছে।[১] পিছে পিছে দৌৰি থকা সত্ত্বেও কথমপিহে সি মোৰ দৃষ্টিগোচৰলৈ আহে।

তাকে দেখি ৰজাই সাৰথিক দ্ৰুতবেগে ৰথ চলাবলৈ নিৰ্দেশ দিলে। সাৰথিয়েও ক্ষিপ্ৰতাৰে ৰথ চলাবলৈ ধৰিলে। কবিয়ে দ্ৰুতগতিত চলন্ত ৰথৰ বৰ্ণনা দিছে :

লেকামবোৰ ঢিলাই দিয়া হেতু ঘোঁৰাবিলাকে সিহঁতৰ শৰীৰৰ আগৰ অংশ সম্পূৰ্ণ প্ৰসাৰিত কৰিছে, সিহঁতৰ চামৰ-ৰূপ শিৰোভূষণৰ শিখাবোৰ নিষ্কম্পিত হৈছে, নিস্পন্দ কাণবোৰ ওপৰৰ পিনে স্থিৰ হৈ উঠিছে, আৰু সিহঁতৰ নিজৰ খুৰাৰপৰা উৎপন্ন হোৱা ধূলিৰ বাধাকো অতিক্ৰম কৰি দৌৰি আছে। ইয়াক দেখিলে অনুমান হয়, হৰিণৰ গতি-বেগ সহ্য কৰিব নোৱাৰি যেন সিহঁত দৌৰিবলৈ ধৰিছে।

ৰথ যে ক্ষিপ্ৰ গতিত চলিবলৈ ধৰিছে তাক ৰজা দুষ্মন্তই দৰ্শাইছে: দ্ৰুতগামী ৰথৰপৰা দূৰৈৰ বস্তু সূক্ষ্ম অৰ্থাৎ ক্ষীণাকাৰ বা ক্ষুদ্ৰ দেখা গৈছে, ৰথখন ওচৰ চাপি আহিলত সেই বস্তুটো সুস্পষ্ট আৰু বৃহদাকাৰত প্ৰকাশ পাইছে। আকৌ ওচৰৰপৰা যিহকে বিচ্ছিন্ন দেখা গৈছে, দূৰলৈ গ'লে অনুমান হয় যে সিহঁত সংলগ্ন হৈ আছে, আকৌ যি হয়তো বক্ৰভাৱে অৱস্থিত তাক দূৰৈৰপৰা সমান ৰেখাত

১. শকুন্তলা ১।৭
২. ঐ ১।৮

অৱস্থিত বুলি অনুমান হয়। আকৌ ৰথৰ গতি হেতু যি এইমাত্ৰ দূৰত, সি ততালিকে ওচৰত, যি এইমাত্ৰ ওচৰত, সি আকৌ তৎক্ষণাৎ দূৰত অৱস্থিত হৈছে।[১]

শকুন্তলাই নৱমালিকা লতাৰ গুৰিত পানী দি থকা সময়ত এটা ভোমোৰাই নৱমালিকা ফুললৈ ভ্ৰূক্ষেপ নকৰি শকুন্তলাৰ মুখখনক পদুম যেন দেখি তাতে পৰিল। শকুন্তলাই হাতেৰে ভোমোৰাক বাৰে বাৰে বাধা দিবলৈ ধৰিলে। এই দৃশ্য দেখি দুষ্যন্তই আক্ষেপ কৰি ক'লে:

হে মধুকৰ, আমি কেৱল তত্ত্ব অন্বেষণ কৰি ভাগৰি পৰিলোঁ। তুমি কিন্তু ভাগ্যৱান; কিয়নো তুমি বাধা পায়ো তেওঁৰ (শকুন্তলাৰ) কম্পিত চঞ্চল চকুযুৰি বাৰে বাৰে স্পৰ্শ কৰিছা, কাণৰ ওচৰলৈ গৈ গোপন-ভাষীৰ দৰে বাৰে বাৰে গুণ্ গুণ্ শব্দ কৰি কতনো মধুৰ কথা কৈছা, হাতেৰে বাধা দিয়াৰ চেষ্টা কৰিলেও বাৰে বাৰে ৰতিমূল অধৰ পান কৰিছা।[২]

কবিৰ উক্ত নাটকত দেখা যায় ক্ষিপ্ৰ-গতিত চলা দুষ্যন্তৰ ৰথ দেখি এটা বনৰীয়া হাতী প্ৰাণৰ ভয়ত ঢাপলি মেলিলে। এই হাতীটো দেখি আশ্ৰমৰ তপস্বীসকলে ক'বলৈ ধৰিলে:

ৰথ দেখি ভয়ত হাতীটোৱে দ্ৰুত গতিৰে লৰ ধৰাত দাঁত এটা গা-গছত জোৰেৰে লাগি ভাগি গ'ল, লতা-জালেৰে ভৰি কেইখন মেৰ খাই ধৰিলে, হৰিণৰ জাকসমূহ ভয়ত সন্ত্ৰস্ত হৈ ইফালে-সিফালে লৰা-ঢপৰা কৰিবলৈ ধৰিলে; এই হাতী তপস্যাৰ মূৰ্ত বিঘ্নৰূপে আমাৰ এই তপোৱনত প্ৰৱেশ কৰিছে।[৩]

কবিয়ে প্ৰকৃতিক মানুহেৰে সৈতে বিচ্ছিন্ন কৰি নীৰৱ, নিষ্ক্ৰিয় আৰু জড় পদাৰ্থ হিচাপে অঙ্কিত কৰা নাই, মানুহেৰে সৈতে

---

১. শকুন্তলা ১।৯
২. ঐ ১।২১
৩. ঐ ১।৩০

বিশ্ব-প্ৰকৃতিৰ এক অপূৰ্ব, মধুৰ মিলনৰ চিত্ৰহে পৰিস্ফুট কৰি তুলিছে। মানুহৰ সুখ-দুখৰ প্ৰতি প্ৰকৃতিৰ প্ৰাণস্পৰ্শী সহানুভূতিয়েই কালিদাসৰ কাব্যৰ বৈশিষ্ট্য। ঐশ্বৰ্য-সম্পদৰ সময়ত প্ৰকৃতি মানুহেৰে সৈতে আনন্দ-বিভোৰ হয় আৰু দুৰ্দিন বিষাদৰ সময়ত ই সমানে দুখভাগী হৈ মানুহৰ লগতে সমবেদনাৰ সুৰ মিলায়। প্ৰকৃতিৰ বুকুত চিৰ-প্ৰবাহিত চৈতন্যময়ী শক্তিৰে সৈতে কবিয়ে মানৱ-আত্মাৰ ৰাসায়নিক সংযোগ ঘটাইছে। সেই চৈতন্যময়ী শক্তিয়ে প্ৰকৃতিৰ সৰু-বৰ সকলো পদাৰ্থকে প্ৰাণৰ স্পন্দনেৰে উদ্দীপ্ত কৰি তুলিছে। জীৱন্ত প্ৰাণীৰ দৰে প্ৰকৃতিৰ সমূহ পদাৰ্থই সুখ-দুখ অনুভৱ কৰিব পাৰে, সিহঁত অন্তঃসজ্ঞা বিশিষ্ট। কবিৰ কি অপূৰ্ব ধাৰণা! মানুহ আৰু প্ৰকৃতিৰ মাজত অভিন্ন সম্বন্ধ স্থাপন কৰি কবি প্ৰকৃতিৰ কবি হিচাপে লব্ধ-প্ৰতিষ্ঠ, বিশ্ববিশ্ৰুত।

কালিদাসৰ চৰিত্ৰসমূহে প্ৰকৃতিৰ লগত মিলি নিজ নিজ ভাবৰ আদান-প্ৰদান কৰিছে। সেই চৰিত্ৰসমূহৰ সুখ-সম্পদত প্ৰকৃতি আনন্দ-মুখৰ আৰু দুখ-দৈন্যত বিষাদৰ কালিমাৰে ম্ৰিয়মান। প্ৰয়োজনৰ সময়ত প্ৰকৃতিয়ে মানুহলৈ সহায় আগ বঢ়ায়, বিপদৰ সময়ত ই ৰক্ষক হিচাপে আগ বাঢ়ি আহে। কবিৰ সাহিত্যত প্ৰকৃতিৰ ধাৰণা সূক্ষ্মৰপৰা সূক্ষ্মতমলৈ গৈছে। কবিয়ে প্ৰকৃতিৰ মাজত দাৰ্শনিক তথ্যৰ সন্ধান মিলাইছে। 'ঋতু-সংহাৰ' আৰু 'মালৱিকাগ্নিমিত্ৰ' নাটকত প্ৰকৃতিৰ উদ্দীপ্ত আৰু চাঞ্চল্যকৰ বৰ্ণনাই পাঠকৰ মন মুগ্ধ কৰি তোলে। প্ৰকৃতি ইয়াত কেৱল প্ৰেমময় ৰূপতে দেখা দিছে।

'মেঘদূত'ত প্ৰকৃতিয়ে সচেতন ৰূপ ধাৰণ কৰি পাঠকক এখন নতুন ৰাজ্যলৈ লৈ গৈছে। এই কাব্যত বিৰহী যক্ষই ৰামগিৰি আশ্ৰমৰ কোনো এটি নিভৃত কোণত অন্তৰৰ আকুল বেদনাৰে বিলাপ কৰিছে যদিও সেই বিলাপৰ ধ্বনি বিশ্ব-প্ৰকৃতিৰ বুকুত প্ৰতিধ্বনিত হৈছে। সেই বিষাদৰ কালিমাৰে সমগ্ৰ প্ৰকৃতিয়ে সমবেদনাৰ সুৰ বজাইছে।

'কুমাৰসম্ভৱ'ত কবিয়ে প্ৰকৃতিক চৈতন্যময়ী শক্তিৰে উদ্ভাসিত কৰি তুলিছে। নগাধিৰাজ হিমালয় দেৱতাৰ আত্মা-স্বৰূপ, ভগৱান বিষ্ণুৰ নিশ্চল অৱস্থাৰ অন্যতম ৰূপ, জগৎ-মাতা পাৰ্বতীৰ পৰম স্নেহশীল পিতা।

হিমালয়ে দিনত ভয়াবিষ্ট অন্ধকাৰক নিজ গুহাত স্থান দি সূৰ্যৰপৰা ৰক্ষা কৰে: 'দিৱাকৰাদ্ৰক্ষতি যো গুহাসু লীনং দিৱাভীতমিৱান্ধকাৰম্।'[১] হিমালয়ে নিজ গুহাৰপৰা ওলোৱা বতাহেৰে কীচকৰ (বাঁহ বিশেষৰ) ছিদ্ৰ পূৰ্ণ কৰি বংশীধ্বনি কৰে: 'যঃ পূৰয়ন্ কীচকৰন্ধ্ৰভাগান্দৰীমুখোত্থেন সমীৰণেন।'[২] কবিয়ে হিমালয়ক চৈতন্য-বিশিষ্টৰূপে পাঠকৰ সন্মুখত উপস্থাপিত কৰিছে।

কবিয়ে পুনঃ 'ৰঘুবংশ'ত প্ৰকৃতিৰ সচেতনতা সুন্দৰভাৱে সংস্থাপিত কৰিছে। সেই কাব্যৰ দ্বিতীয় সৰ্গত বসিষ্ঠাশ্ৰমত নন্দিনী-শুশ্ৰূষা-পৰায়ণ মহাৰাজ দিলীপৰ জয়গান কৰিছে, অৰণ্যবাসী পক্ষীসমূহে 'আলোকশব্দং বয়সাং বিৰাবৈঃ।'[৩] পৌৰ-কন্যাবিলাকে লাজাঞ্জলি অৰ্পণ কৰাৰ দৰে বনলতাবিলাকে ৰজাৰ মূৰত পুষ্পবৃষ্টি কৰি ৰজাক সম্বৰ্দ্ধনা জনালে 'অৱাকিৰন্ বাললতাঃ প্ৰসূনৈৰাচাৰলাজৈৰিৱ পৌৰ-কন্যাঃ।'[৪] ছিদ্ৰেৰে বতাহপূৰ্ণ কীচক (বাঁহ)-বোৰে বংশীধ্বনি আৰু লতাগৃহত বনদেৱতাসকলে মুক্তকণ্ঠে ৰজাৰ যশোগান কৰিবলৈ ধৰিলে:

স কীচকৈৰ্মাৰুতপূৰ্ণৰন্ধ্ৰৈঃ কূজদ্ভিৰাপাদিতবংশকৃত্যাম্।
শুশ্ৰাৱ কুঞ্জেষু যশঃ স্বমুচ্চৈৰুদ্গীয়মানং বনদেৱতাভিঃ॥[৫]

জলবিন্দুবাহী সমীৰণে ছত্ৰহীন ব্ৰতাসক্ত ৰজাক সূৰ্যৰ তাপৰ

১. কুমাৰসম্ভৱ ১।১২
২. কুমাৰসম্ভৱ ১।৮
৩. ৰঘুবংশ ২।৯
৪. ঐ ২।১
৫. ঐ ২।১২

ক্লান্তি আঁতৰাই শুশ্ৰূষা কৰিলে : 'তমাতপক্লান্তমনাতপত্ৰমাচাৰপূতং পৱনঃ সিষেৱে ।'[১]

নৱম সৰ্গত মৃগয়াকাৰী ৰজা দশৰথ অৰণ্যত প্ৰৱেশ কৰাত বন-দেৱতাবিলাকে ভ্ৰমৰযুক্ত বনলতাত অনুপ্ৰৱিষ্ট হৈ ৰজাক নিৰীক্ষণ কৰিবলৈ ধৰিলে ।[২]

ত্ৰয়োদশ সৰ্গত সমুদ্ৰ বৰ্ণনা প্ৰসঙ্গত কবিয়ে নদী আৰু সমুদ্ৰৰ তৰঙ্গবিলাকৰ পৰস্পৰ সংঘাতক অধৰ দান আৰু অধৰ পান বুলি বৰ্ণনা কৰি স্ত্ৰী-পুৰুষৰ প্ৰেমলীলাৰ লগত তুলনা কৰিছে : 'অনন্য-সামান্যকলত্ৰবৃত্তিঃ পিৱত্যসৌ পায়য়তে চ সিন্ধুঃ' ।[৩]

ৰামচন্দ্ৰৰ উপমাতা ধাত্ৰী সৰযূ পুত্ৰকল্প ৰামক বহু দিন নেদেখি ম্ৰিয়মানা । ৰামচন্দ্ৰক অযোধ্যালৈ প্ৰত্যাবৰ্তন কৰা দেখি পুত্ৰ-বিৰহত শোকাতুৰা সৰযূৱে সুগন্ধি বায়ু-প্ৰৱাহিত তৰঙ্গ-স্বৰূপ স্নেহ-শীতল হাতেৰে ৰামক আঁকোৱালি ল'বলৈ বিচাৰিছে :

সেয়ং মদীয়া জননীৱ তেন মান্যেন ৰাজ্ঞা সৰযূৰ্ৱিযুক্তা ।
দূৰে ৱসন্তং শিশিৰানিলৈৰ্মাং তৰঙ্গহস্তৈৰুপগূহতীৱ ॥[৪]

চতুৰ্দশ সৰ্গত লক্ষ্মণে সীতাক নিৰ্বাসন দিবলৈ বনলৈ লৈ গ'ল । তেওঁ গৈ গঙ্গা নদীৰ ওচৰত উপস্থিত হ'ল । তেতিয়া গঙ্গাই তৰঙ্গ-ৰূপ হাতেৰে লক্ষ্মণৰ এনে নিষ্ঠুৰ কাৰ্যৰ প্ৰতিবাদ জনালে :

'অৱাৰ্যতেৱোত্থিতৱীচিহস্তৈৰ্জহ্নোৰ্দুহিত্ৰা স্থিতয়া পুৰস্তাৎ ।'[৫]

নাৰী-হৃদয়ৰ বাহিৰে নাৰীৰ হৃদয়-ব্যথা আন কোনে বুজিব ?

অভাগিনী সীতাক অকলে অৰণ্যত এৰি আঁতৰিল নিষ্ঠুৰ লক্ষ্মণ । নিৰ্বাসিতা সীতাৰ হিয়াভৰা ক্ৰন্দনৰ আকুল বিননিয়ে

১. ৰঘুৱংশ ২।১৩
২. ঐ ৯।৫২
৩. ঐ ১৩।৯
৪. ঐ ১৩।৬৩
৫. ঐ ১৪।৫১

অৰণ্যৰ নিঃশব্দতা ভঙ্গ কৰিলে। করুণ-বিলাপিনী সীতাৰ কাতৰ ক্ৰন্দনৰ ধ্বনিত বনৰ গছ-লতা, পশু-পক্ষী সকলোৱে উৎকণ্ঠিত হৈ কান্দিবলৈ আৰম্ভ কৰিলে :

নৃত্যং ময়ূৰাঃ কুসুমানি বৃক্ষা দৰ্ভানুপাত্তান্বিজহুৰ্হৰিণ্যঃ।
তস্যাঃ প্ৰপন্নে সমদুঃখভাৱমত্যন্তমাসীদ্ৰুদিতং ৱনেঽপি ॥[১]

'অভিজ্ঞানশকুন্তল'ত কবিয়ে প্ৰকৃতিক চেতনাভিন্ন হিছাপে অঙ্কিত কৰিছে। এই নাটকত প্ৰকৃতি নাটকীয় পাত্ৰ-বিশেষ। মানুহ আৰু প্ৰকৃতিৰ মাজত কোনো ভেদাভেদ নাই। শকুন্তলাই আশ্ৰমৰ পশু-পক্ষী, গছ-লতা সকলোৰে সৈতে ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰে। গছ-লতাবোৰৰ গুৰিত পানী দি প্ৰতিপালন আৰু পৰিবৰ্দ্ধন কৰে। হৰিণবিলাকক কুশ-বনৰ আঘাতত ক্ষত মুখত ইঙ্গুদীৰ তেলৰ প্ৰলেপ দি আৰোগ্য কৰে। মাউৰা হৰিণ-শিশুক পুত্ৰৰ নিচিনাকৈ প্ৰতিপালন কৰে। ৰাতিপুৱা হৰিণ-হৰিণীবিলাক শকুন্তলাৰ হাতৰপৰা নীবাৰ ধান নোখোৱালৈকে আঁতৰি নাযায়, লতাবোৰে শাখাৰে শকুন্তলাক আহ্বান কৰে। তৰুবিলাকে শাখাবাহুৰে শকুন্তলাক আবৰি ধৰি আলিঙ্গন কৰে।

শকুন্তলা পতি-গৃহলৈ যোৱাৰ বেলিকা মানুহ আৰু প্ৰকৃতিৰ ভিতৰত কি ঘনিষ্ঠ সম্বন্ধ, কেনে মধুৰ মিলন, কিমান সৌহাৰ্দ্যপূৰ্ণ আত্মীয়তা কবিয়ে তাক স্পষ্ট কৰি তুলিছে। এনে হেন সম্বন্ধৰ মৰ্মন্তুদ বিচ্ছেদ বৰ্ণনাৰে কবিয়ে সহৃদয় পাঠকৰ অন্তৰত গভীৰ বেদনাৰ সৃষ্টি কৰিছে।

পতি-গৃহলৈ যোৱাৰ সময়ত আশ্ৰমসুলভ প্ৰসাধনেৰে শকুন্তলাক অলঙ্কৃত কৰা হ'ল। এজোপা গছে পৰিধানৰ কাৰণে চন্দ্ৰৰ দৰে শুভ্ৰ পাটৰ কাপোৰ দান কৰিলে, আন এজোপাই বা চৰণযুগল ৰঞ্জিত কৰাৰ কাৰণে লাক্ষাৰস প্ৰদান কৰিলে, আকৌ আন কোনোবা

১. ৰঘুবংশ ১৪।৬৯

এজোপা গছে বন-দেৱতাৰ হাতেৰে নৱ-পল্লৱৰ লগত বিজাৰ পৰা অলঙ্কাৰ প্ৰদান কৰিলে।

শকুন্তলা পতি-গৃহলৈ যাত্ৰাৰ কাৰণে প্ৰস্তুত। আশ্ৰমৰ অন্যতম ব্যক্তি হিচাপে জ্ঞান কৰা আশ্ৰমৰ তৰু-লতাক সম্বোধন কৰি মহৰ্ষি কণ্বই শকুন্তলাৰ পতি-গৃহ-গমনৰ অনুমোদন বিচাৰিলে: হে সন্নিহিত তপোবন-তৰুৰাজি, তোমালোকক জল দান নকৰাকৈ যি পানী এটুপিও গ্ৰহণ নকৰে, নিজে প্ৰসাধন-প্ৰিয় হৈও তোমালোকৰ প্ৰতি স্নেহবশতঃ পল্লৱ ভাঙি আনি ভূষণ হিচাপে পৰিধান নকৰে, তোমালোকৰ ফুল ফুলিলে যি সবাতোকৈ আগতে আনন্দোৎসৱত বিভোৰ হয়—সেই শকুন্তলা আজি পতিগৃহলৈ যায়, সকলোৱে অনুমতি প্ৰদান কৰা।

পাতুং ন প্ৰথমং ব্যৱস্যতি জলং যুষ্মাস্বপীতেষু যা
নাদত্তে প্ৰিয়মণ্ডনাপি ভৱতাং স্নেহেন যা পল্লৱম্।
আদ্যে ৱঃ কুসুমপ্ৰসূতিসময়ে যস্যা ভৱত্যুৎসৱঃ
সেয়ং যাতি শকুন্তলা পতিগৃহং সৰ্বৈৰনুজ্ঞায়তাম্॥[1]

আন আন আশ্ৰমবাসীৰ দৰে আশ্ৰমৰ তৰুলতায়ো শকুন্তলাৰ বিদায়ত অংশ গ্ৰহণ কৰিছে। বন-দেৱতাই আকাশী-বাণীৰে শকুন্তলাৰ যাত্ৰাৰ কুশল কামনা কৰিলে। বনৰ বান্ধৱ বৃক্ষসমূহে শকুন্তলাক প্ৰস্থানৰ অনুমতি দিছে, সিহঁতৰ শাখাত অৱস্থিত কোকিলৰ মধুৰ কণ্ঠস্বৰকে সিহঁতে সিহঁতৰ প্ৰত্যুত্তৰ হিচাপে ব্যৱহাৰ কৰিছে। কণ্বই কৈছে:

অনুমতগমনা শকুন্তলা তৰুভিৰিয়ং ৱনৱাসবন্ধুভিঃ।
পৰভৃতৱিৰুতং কলং যথা প্ৰতিৱচনীকৃতমেভিৰীদৃশম্॥[2]

শকুন্তলাৰ যাত্ৰাৰ সময় সমাগত; আশ্ৰম শোকত উৎকণ্ঠিত, তৰু-লতা, পশু-পক্ষীসকলো শোকাতুৰ।

---

১. শকুন্তলা ৪।৯
২. ঐ ৪।১০

ময়ূৰবিলাকে নৃত্য পৰিত্যাগ কৰিলে, হৰিণবিলাকে তৃণ-ভক্ষণ ত্যাগ কৰি বিষণ্ণ মনেৰে ওপৰৰ পিনে চাই থাকিল। হৰিণ-শিশুৱে পিছৰপৰা শকুন্তলাৰ পৰিধেয় বস্ত্ৰৰ আঁচলত কামোৰ মাৰি ধৰি শকুন্তলাক বাধা দিবলৈ চেষ্টা কৰিলে। লতাসমূহে শুকান পাতবোৰ পেলাই অশ্রু-মোচন কৰিবলৈ ধৰিলে :

উদ্গলিতদৰ্ভকৱলা মৃগ্যঃ পৰিত্যক্তনৰ্ত্তনা ময়ূৰাঃ।
অপসৃতপাণ্ডুপত্ৰা মুঞ্চন্ত্যশ্ৰূণীৱ লতাঃ ॥[১]

শকুন্তলাই তেতিয়া ভগিনী বনজ্যোৎস্নাৰপৰা বিদায় ল'লে। শকুন্তলাই বনজ্যোৎস্নাক আলিঙ্গন কৰিলে : বনজ্যোৎস্না, আমগছেৰে সৈতে তুমি মিলিত হ'লেও মোৰ পিনে আগ বাঢ়ি আহাঁ, শাখাবাহুৰে প্ৰত্যালিঙ্গন কৰাঁ, আজি ধৰি মই তোমালোকৰপৰা বহু আঁতৰত থাকিমগৈ যে!

কালিদাসৰ সাহিত্যত প্ৰকৃতি ব্যক্তিত্বাভিমানী নহয়, সাক্ষাৎ ব্যক্তিবিশেষ। শকুন্তলা সখীদ্বয়ৰ হাতত এই বনজ্যোৎস্নাৰ ৰক্ষণা-বেক্ষণৰ ভাৰ ন্যস্ত কৰি আশ্বস্ত হ'ল।

আশ্ৰমৰ এবিধ বস্তুৰপৰা আন এবিধ বস্তুলৈ শকুন্তলাৰ চিন্তাৰ সোঁত বৰলৈ ধৰিলে। শকুন্তলাই কণ্বক ক'লে : পিতা, পৰ্ণ-কুটীৰৰ প্ৰান্তত বিচৰণ কৰি থকা মন্থৰগতি সগৰ্ভা হৰিণ-বধূৱে নিৰ্বিঘ্নে পোৱালি দিয়া প্ৰিয় সংবাদটো কাৰোবাক পঠিয়াই মোক দিয়ে যেন। এইদৰে কৈ শকুন্তলাই খোজ দিবলৈ ধৰোঁতে কোনোবাই কাপোৰৰ আঁচলত ধৰি টানিলে। তাকে দেখি কণ্বই শকুন্তলাক ক'লে : তুমি জানো নাজানা, এয়া সেই তোমাৰ পুত্ৰকল্প মাতৃহীন হৰিণ-শিশু—যাৰ কুশ-খাঁহৰ আঘাতেৰে ক্ষত হোৱা মুখত তুমি ইঙ্গুদী-তেলৰ প্ৰলেপ দি আৰোগ্য কৰিছিলা, নীবাৰ ধান মুঠিয়ে মুঠিয়ে খুৱাই প্ৰতিপালন কৰিছিলা। সি আজি তোমাৰ পথ এৰি দিয়ে কেনেকৈ?

আশ্ৰমৰ গছ-লতা, পশু-পক্ষী কোনেও যেন শকুন্তলাৰ বিৰহ

১. শকুন্তলা ৪।১২

সহজে গ্ৰহণ কৰিব পৰা নাই। লতাৰে সৈতে ফুলৰ যি সম্বন্ধ আশ্ৰমেৰে সৈতে শকুন্তলাৰো ঠিক একেই সম্বন্ধ। ফুল সৰিলে লতাৰ দৃশ্য যেনে শোচনীয় হয়, শকুন্তলাৰ অভাৱত আশ্ৰমৰো ঠিক তেনেই অৱস্থা হ'ল। শকুন্তলা যে তৰু লতা, পশু-পক্ষী সকলোৰে স্নেহশীলা জননী!

'শকুন্তলা' নাটকৰ পঞ্চম অঙ্কত আমি দেখিবলৈ পাওঁ, ৰজা দুষ্যন্তই শকুন্তলাক প্ৰত্যাখ্যান কৰিলে। প্ৰত্যাখ্যাতা শকুন্তলাই পুনৰ পশু-পক্ষী, তৰু-লতা সমন্বিতে মহৰ্ষি মাৰীচৰ প্ৰভা-মণ্ডিত আশ্ৰম-পদত স্থান লভিলে। ষষ্ঠ অঙ্কত বিৰহক্লিষ্ট দুষ্যন্তক প্ৰকৃতিয়ে সমবেদনা জনাইছে:

চূতানাং চিৰনিৰ্গতাপি কলিকা বধ্নাতি ন স্বং ৰজঃ
সংনদ্ধং যদপি স্থিতং কুৰবকং তৎকোৰকাৱস্থয়া।
কণ্ঠেষু স্খলিতং গতেঽপি শিশিৰে পুংস্কোকিলানাং ৰুতং
শঙ্কে সংহৰতি স্মৰোঽপি চকিতস্তূৰ্ণাৰ্ধকৃষ্টং শৰম্ ॥[১]

আমৰ মুকুলবোৰ কেতিয়াবাই দেখা দিছে; কিন্তু সেইবোৰত পৰাগ দেখা দিয়া নাই, কুৰবক ফুলৰ কলিবোৰ ওলাই কলি অৱস্থাতে আছে, শীত কাল অতীত হ'লেও কোকিলৰ কণ্ঠস্বৰ কণ্ঠতে স্খলিত হৈছে, স্ফুটভাৱে প্ৰকাশ হোৱা নাই। অনুমান হয়, কামদেৱেও ভীত হৈ তূণৰপৰা ফুলশৰ আধা উলিয়াই আকৌ তূণৰ ভিতৰতে সুমুৱাই থৈছে।

এইদৰে বিৰহ-কাতৰ দুষ্যন্তৰ অন্তৰৰ আবেগেৰে সৈতে সমগ্ৰ বিশ্ব-প্ৰকৃতিয়ে যেন সুৰ মিলাই সমবেদনা জ্ঞাপন কৰিছে।

কালিদাসে 'অভিজ্ঞানশকুন্তল'ত প্ৰকৃতিৰে সৈতে মানুহৰ চিত্তৰ যি সুগভীৰ ৰাসায়নিক সংযোগৰ অতুলনীয় চিত্ৰ আঁকিছে, সেয়া পৃথিৱীৰ আন কোনো প্ৰাচীন কবিৰ পক্ষে সম্ভৱ হৈছে নে নাই সন্দেহ।

১. শকুন্তলা ৬।৪

# কালিদাস আৰু শিক্ষা

সংস্কৃত সাহিত্য-গগনত উজ্জ্বল জ্যোতিষ্কৰাজিৰ মাজত কালিদাস উজ্জ্বলতম জ্যোতিষ্ক হিচাপে চিৰ উজ্জ্বল হৈ আছে। জন্মভূমি ভাৰতবৰ্ষৰ ভৌগোলিক সীমাৰেখাই তেওঁৰ যশস্যাৰ ভাস্বৰ ৰশ্মি আবদ্ধ কৰি ৰাখিব পৰা নাই। সেই ৰশ্মিয়ে দেশ-দেশান্তৰৰ সাহিত্য ৰসপিপাসুৰ অন্তৰ উদ্ভাসিত কৰি তুলিছে। সেয়েহে কালিদাসে বিশ্ববৰেণ্য কবি হিচাপে আজিও প্ৰতিষ্ঠা লাভ কৰি আছে। উচ্চ ভাব-ধাৰাক উচ্চতৰ কল্পনা-মাধুৰ্যেৰে মণ্ডিত কৰি তুলিব পৰা হেতু কালিদাসৰ কাব্যই বিশ্ব-সাহিত্যত উচ্চতম আসন অধিকাৰ কৰিব পাৰিছে।

কালিদাসৰ সাহিত্যত ভাৰতৰ প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ ৰূপ-ৰেখা আজিও স্পষ্ট হৈ জিলিকি আছে। এই সভ্যতা আৰু সংস্কৃতিৰ ভেটি স্থাপিত হৈছে ভাৰতৰ প্ৰাচীন শিক্ষা-পদ্ধতিৰ ওপৰত। শিক্ষা-পদ্ধতি সামাজিক ব্যৱস্থা আৰু ৰাজনৈতিক পৰিস্থিতিৰ ওপৰত প্ৰতিষ্ঠিত। ই দেশত সদায় সমাজ আৰু ৰাজনীতিৰ গতি অনুসৰি গঢ় লৈ উঠে। গতিকে, কোনো যুগৰ শিক্ষা সম্বন্ধে আলোচনা কৰিব লাগিলে সেই যুগৰ সামাজিক ব্যৱস্থা আৰু ৰাজনৈতিক অৱস্থাৰ কথা অহাটো স্বাভাৱিক। কালিদাসৰ সাহিত্যত শিক্ষা সম্বন্ধে আলোচনা কৰিবলৈ ল'লে সেই যুগৰ সমাজ আৰু ৰাজনীতিৰ কথা অৱশ্যেই উল্লেখ কৰিব লাগিব।

মানুহৰ শৰীৰটো যিদৰে ক্ষিতি, অপ্, তেজ, মৰুৎ, ব্যোম— এই পাঁচটা অৱয়ৱেৰে গঠিত সেইদৰে শিক্ষা পদ্ধতিও পাঁচোটা অঙ্গেৰে গঠিত।

১. শিক্ষাৰ বিষয়

২. শিক্ষাৰ প্ৰতিষ্ঠান

৩. শিক্ষক

৪. শিক্ষাৰ্থী

৫. শিক্ষাদানৰ পদ্ধতি

শিক্ষাৰ এই পাঁচটা অবয়ৱক কেন্দ্ৰ কৰিয়ে কালিদাসৰ সাহিত্যৰ শিক্ষাৰ বিষয় আলোচনা কৰা হ'ব। কিন্তু এই আলোচনাত প্ৰৱেশ কৰাৰ পূৰ্বে কালিদাসৰ শিক্ষাৰ উদ্দেশ্য বা আদৰ্শ কি আছিল তাক বিচাৰ কৰি চোৱা উচিত হ'ব, কিয়নো শিক্ষাৰ উদ্দেশ্য বা আদৰ্শ সম্বন্ধে দেশ-বিদেশৰ শিক্ষাবিদ্‌সকলৰ মাজত যথেষ্ট মতভেদ দেখা যায়। অপাৰ, অনন্ত জ্ঞান-সমুদ্ৰত শিক্ষাৰ নাওখন উদ্দেশ্যহীনভাৱে মেলি দিলে কোনো দিনেই ফল-পুষ্পেৰে মণ্ডিত মনোৰম কূলত উপনীত হোৱা সম্ভৱপৰ হ'ব নোৱাৰে। গতিকে আমাৰ মনত প্ৰশ্ন উঠে, শিক্ষাৰ উদ্দেশ্য কি? এই যাত্ৰা-পথৰ শেষ সীমা ক'ত? কিছুমানে কয়, আমাৰ মনোবৃত্তিসমূহৰ সম্যক্ বিকাশ-সাধনেই শিক্ষাৰ ঘাই উদ্দেশ্য; আন কিছুমানে কয়, ব্যক্তিত্বৰ উন্মেষ-সাধনেই শিক্ষাৰ কাম্য বস্তু; আকৌ আন কিছুমানে কয়, চৰিত্ৰৰ উৎকৰ্ষ-সাধনেই শিক্ষাৰ পৰম লক্ষ্য।

মহাকবি কালিদাসৰ মতে 'সম্যক্‌ভাৱে লাভ কৰা বিদ্যাই জ্ঞান দিয়ে আৰু চৰিত্ৰ গঠন কৰে': "সম্যগাবাধিতা ৱিদ্যা প্ৰবোধৱিনয়াৱিৱ।"[১] "যিউৱে জুইৰ স্বাভাৱিক শক্তি বৰ্দ্ধিত কৰাৰ দৰে সুশিক্ষাই স্বাভাৱিক নম্ৰ স্বভাৱকো পৰিবৰ্দ্ধিত কৰে": 'স্বাভাৱিকং ৱিনীতত্বং তেষাং ৱিনয়কৰ্মণা'[২] অৰ্থাৎ কবিৰ মতে জ্ঞান লাভ আৰু চৰিত্ৰ গঠনেই শিক্ষাৰ চৰম আৰু পৰম লক্ষ্য। জ্ঞান আৰু চৰিত্ৰৰ উৎকৰ্ষই মানৱীয় বৃত্তিসমূহৰ উৎকৰ্ষ সাধন কৰে। এই মানৱীয় বৃত্তিসমূহৰ

১. ৰঘুবংশ ১০।৭১

২. ঐ ১০।৭৯

উৎকৰ্ষ সাধন হ'লে মানুহে সুখৰ পোহৰ দেখে। আৰু তেতিয়া নৈতিক ভাৱধাৰাই মানুহৰ মনৰ ওপৰত পূৰ্ণ প্ৰভাৱ বিস্তাৰ কৰিবলৈ প্ৰয়াস পায়। এই নৈতিক ভাৱ-ধাৰাৰ মাজেদিয়েই প্ৰকাশ হয় বিশ্বপ্ৰেম, অহিংসা, নিঃস্বাৰ্থ সেৱা, পিতা-মাতাৰ প্ৰতি কৰ্তব্য, শিক্ষকৰ প্ৰতি কৰ্তব্য, সমাজৰ প্ৰতি কৰ্তব্যবোধ। সেয়েহে প্ৰাচীন উক্তিয়ে কয়, 'ৱিদ্যা দদাতি ৱিনয়ম্।' যি পিতা-মাতা, যি শিক্ষক, যিখন সমাজে মানুহৰ শিক্ষা-লাভৰ কাৰণে অশেষ কষ্ট স্বীকাৰ কৰিব লগীয়া হয়, সিসকলৰ ঋণ-শোধ আৰু কল্যাণ-বিধানৰ দায়িত্ব দিব পাৰে কেৱল নৈতিক চিন্তা-ধাৰাৰে পৰিশুদ্ধ প্ৰাচীন ভাৰতৰ শিক্ষা পদ্ধতিয়ে। মহাকবি কালিদাস ভাৰতৰ সেই প্ৰাচীন শিক্ষা-পদ্ধতিৰ একনিষ্ঠ সেৱক। তেওঁ সাহিত্যত শিক্ষাৰ সেই মহান আদৰ্শ স্পষ্ট কৰি তুলিছে। প্ৰাচীন ভাৰতৰ শিক্ষা-পদ্ধতি গুৰুকুল পদ্ধতি বুলি চিৰ প্ৰসিদ্ধ। গুৰুকুল পদ্ধতিৰ অৰ্থ হ'ল, উপনয়ন সংস্কাৰ সমাপ্ত হোৱাৰ পিছত সমাজৰ বালকবিলাকে গুৰু-গৃহলৈ গৈ ব্ৰহ্মচৰ্য ব্ৰত পালন কৰি শিক্ষা গ্ৰহণ কৰা। আৰু তাত কম পক্ষেও বাৰ বছৰ কাল যাপন কৰিব লাগে। গুৰু-গৃহত থাকি বিদ্যা লাভ কৰা হেতু এই শিক্ষাৰ নাম গুৰুকুল-পদ্ধতি বুলি কোৱা হয়। কালিদাসৰ যুগত ভাৰতৰ গুৰুকুল-পদ্ধতিৰ ভাস্বৰ দীপশিখা সমধিক-ভাৱে প্ৰজ্বলিত হৈ আছিল। কবিৰ মহাকাব্য 'ৰঘুৱংশ'ৰ পঞ্চম সৰ্গত এই গুৰুকুল পদ্ধতিৰ এখনি উৎকৃষ্ট চিত্ৰ দেখিবলৈ পোৱা যায়।

## শিক্ষাৰ বিষয়ঃ

প্ৰাচীন ভাৰতৰ শিক্ষাৰ বিষয়সমূহক বিদ্যা বুলি অভিহিত কৰা হৈছিল। কালিদাসে শিক্ষাৰ সমানাৰ্থক ক্ৰিয়া, বিদ্যা আৰু বিনয় আদি শব্দ প্ৰয়োগ কৰিলেও, শিক্ষা আৰু শিক্ষকক বুজোৱা তেওঁৰ প্ৰিয় প্ৰতিশব্দ যথাক্ৰমে বিনয় আৰু বিনেতা।[১] এই শব্দ দুটাই

১. (ক) ৱন্ধ্যান্‌ৱিনেষ্যান্নিৱ দুষ্টসত্ত্বান্। ( ৰঘু ২।৮ )
(খ) সম্যগ্ৱিনীয়ানুমতো গৃহায়। ( ৰঘু ৫।১০ )
(গ) স্বাভাৱিকং ৱিনীতত্বং তেষাং ৱিনয়কৰ্মণা ( ৰঘু ১০।৭৯ )

যেন কবিৰ মানত শিক্ষাৰ মুখ্য উদ্দেশ্য আৰু শিক্ষাৰ প্ৰধান দায়িত্ব সম্যকৰূপে বহন কৰে।

'ছান্দোগ্য উপনিষদ'ত[১] ব্ৰহ্মবিদ্যাৰ্থী নাৰদ মুনিয়ে গুৰু সনৎকুমাৰৰ ওচৰত তেওঁ অধ্যয়ন কৰা বিষয়সমূহৰ নামোল্লেখ কৰিছে :

ঋগ্বেদ, যজুৰ্বেদ, সামবেদ, অথৰ্ববেদ, ইতিহাস, পুৰাণ, ব্যাকৰণ, শ্ৰাদ্ধতত্ত্ব, গণিত, দৈববিদ্যা, নিধিবিদ্যা, তৰ্কশাস্ত্ৰ, নীতিশাস্ত্ৰ, শিক্ষা, কল্প, নিৰুক্ত, জ্যোতিষ, ছন্দ, ভূতবিদ্যা, ধনুৰ্বেদ, সৰ্পবিদ্যা, গন্ধৰ্বশাস্ত্ৰ।

ইয়াৰপৰা উপনিষদৰ যুগত প্ৰচলিত অধ্যয়নৰ বিষয়সমূহৰ আভাস পোৱা যায়। ভগৱান মনুৰ[২] মতে এই বিদ্যাৰ সংখ্যা চৈধ্য, যেন— শিক্ষা, কল্প, ব্যাকৰণ, জ্যোতিষ আৰু ছন্দ—এই ছয় অঙ্গ; ঋক্, যজুঃ, সাম আৰু অথৰ্ব-এই চাৰি বেদ; মীমাংসা, ন্যায়শাস্ত্ৰ, ধৰ্মশাস্ত্ৰ আৰু পুৰাণ—এই চৈধ্য প্ৰকাৰ বিদ্যা।

মহৰ্ষি যাজ্ঞবল্ক্যৰ[৩] মতেও বিদ্যা চৈধ্য প্ৰকাৰৰ। অমৰকোষৰ মতে বিদ্যা এঘাৰ প্ৰকাৰৰ; যেনে—শ্ৰুতি, বেদাঙ্গ, ইতিহাস, আন্বীক্ষিকী, দণ্ডনীতি, তৰ্কবিদ্যা, অৰ্থশাস্ত্ৰ, উপলব্ধাৰ্থ, পুৰাণ, প্ৰবন্ধ, স্মৃতিশাস্ত্ৰ।

মহাকবি কালিদাসৰ সাহিত্যত এই আটাইবোৰ বিদ্যাৰ উল্লেখ আছে। 'ৰঘুবংশ'ৰ পঞ্চম সৰ্গত আমি দেখিবলৈ পাওঁ যে, কৌৎসই গুৰুগৃহত বিদ্যা সমাপ্ত হোৱাত গুৰু বৰতন্তুক গুৰু-দক্ষিণা গ্ৰহণ কৰিবলৈ আবেদন জনালে। মহৰ্ষিয়ে কিন্তু, শিষ্যৰ অবিচলিত ভক্তিকেই উপযুক্ত দক্ষিণা বুলি গণ্য কৰি আন কোনো ৰূপ দক্ষিণা গ্ৰহণত অনিচ্ছা প্ৰকাশ কৰিলে। শিষ্যই কিন্তু বাৰে বাৰে দক্ষিণা

---

১. ছান্দোগ্য উপনিষদ ৭।১।২

২. অঙ্গানি বেদাশ্চত্বাৰো মীমাংসা ন্যায়বিস্তৰঃ।
পুৰাণং ধৰ্মশাস্ত্ৰং চ বিদ্যা হ্যেতাশ্চতুৰ্দশ॥

৩. পুৰাণন্যায়মীমাংসা ধৰ্মশাস্ত্ৰাঙ্গমিশ্ৰিতাঃ।
বেদাঃ স্থানানি বিদ্যানাং ধৰ্মস্য তু চতুৰ্দশ॥

গ্ৰহণ কৰিবলৈ অনুৰোধ জনালে। ক্ৰুদ্ধ হৈ গুৰুৱে শিষ্যক ক'লে, 'তুমি মোৰ ওচৰত অধ্যয়ন কৰা চতুৰ্দশ বিদ্যাৰ সংখ্যা-পৰিমিত চতুৰ্দশ কোটি স্বৰ্ণমুদ্ৰা গুৰুদক্ষিণাৰ কাৰণে আনা।'

'বিত্তস্য বিদ্যাপৰিসংখ্যয়া মে কোটীশ্চতস্ৰো দশ চাহৰেতি।'[১]

ইয়াত কবিয়ে যি চতুৰ্দশ বিদ্যাৰ কথা কৈছে, সি ভগৱান মনুৱে নিৰ্দেশ কৰা চৈধ্য প্ৰকাৰ বিদ্যাৰ বাহিৰে আন একো নহয়। কালি-দাসৰ অভিপ্ৰায় এই যে (১) শিক্ষা (বৰ্ণোচ্চাৰণবিবেক) (২) কল্প (বেদাঙ্গ) (৩) ব্যাকৰণ (৪) নিৰুক্ত (বৈদিক অভিধান) (৫) জ্যোতিষ (৬) ছন্দশাস্ত্ৰ (৭) সাম (৮) ঋক্ (৯) যজুঃ (১০) অথৰ্ব (১১) মীমাংসা (১৩) ন্যায় (১৩) পুৰাণ (১৪) ধৰ্মশাস্ত্ৰ। এই চৈধ্য প্ৰকাৰেই ঘাইকৈ গুৰুকুল-পদ্ধতিৰ শিক্ষণীয় বিষয় আছিল।

কবিয়ে 'ৰঘুবংশ'ত ৰঘুবংশীয় ৰজাসমূহৰ চৰিত্ৰ বৰ্ণনা-প্ৰসঙ্গত বিদ্যাৰ উল্লেখ কৰি কৈছে যে, তেওঁলোকৰ আটাইবোৰেই শিশু কালত বিদ্যা আয়ত্ত কৰিছিল: 'শৈশৱেঽভ্যস্তবিদ্যানাম্।'[২] ইয়াত বিদ্যাৰ দ্বাৰা প্ৰচলিত সমূহ বিদ্যাৰাজিৰ কথাকে কোৱা হৈছে। সেই মহা-কাব্যৰ প্ৰথম সৰ্গত কবিয়ে মহাৰাজ দিলীপৰ বিষয়ে কৈছে, 'তেওঁৰ বিষয়ৰ প্ৰতি কোনো আসক্তি নাই, তেওঁ সৰ্বশাস্ত্ৰ বিশাৰদ': 'অনাকৃষ্টস্য বিষয়ৈৰ্বিদ্যানাং পাৰদৃশ্বনঃ।'[৩] পঞ্চম সৰ্গত গুৰু-দক্ষিণাৰ্থী বৰতন্তু-শিষ্য কৌৎসই মহাৰাজ ৰঘুৰ ওচৰ চাপি গুৰু-দক্ষিণাৰ কথা নিৱেদন কৰা প্ৰসঙ্গত কবিয়ে বেদৰ কথা উল্লেখ কৰিছে: 'ইত্থং দ্বিজেন দ্বিজৰাজকান্তিৰাৱেদিতো ৱেদৱিদাং বৰেণ।'[৪] এই দৰে শ্ৰেষ্ঠ বেদজ্ঞ ব্ৰাহ্মণ-বালক কৌৎসই মহাৰাজ ৰঘুক নিৱেদন কৰিলত···।

১. ৰঘুবংশ ৫।২১
২. ঐ ১।৮
৩. ঐ ১।২৩
৪. ঐ ৫।২৩

মহৰ্ষি বাল্মীকিয়ে নিজ আশ্ৰমত কুশ-লৱক শৈশৱ কাল অতিক্ৰম কৰাত অঙ্গসমূহেৰে সৈতে বেদ অধ্যয়ন কৰাইছিল। ইয়াত কৱিয়ে বেদ আৰু বেদাঙ্গসমূহৰ স্পষ্ট উল্লেখ কৰিছে: 'সাঙ্গং চ বেদমধ্যাপ্য কিংচিদুৎক্ৰান্তশৈশৱৌ।'[১] বেদৰ ছটা[২] অঙ্গ, যেনে—শিক্ষা, কল্প, ব্যাকৰণ, নিৰুক্ত, ছন্দঃশাস্ত্ৰ আৰু জ্যোতিঃশাস্ত্ৰ। 'বিক্ৰমোৰ্ৱশীয়' নাটকত কৱিয়ে বেদৰ উল্লেখ কৰিছে: 'বেদাভ্যাসজড়ঃ····পুৰাণো মুনিঃ।'[৩] বেদ চৰ্চা কৰি কৰি যি জড়বুদ্ধি হৈছে,···সেই পুৰণি ঋষি।

'ৰঘুবংশৰ প্ৰথম সৰ্গত ৰঘুবংশীয় ৰজাসমূহৰ আদি ৰজা সূৰ্য-তনয় মনুৰ উল্লেখ কৰি কৱিয়ে কৈছে, 'আসীন্মহীক্ষিতামাদ্যঃ প্ৰণৱশ্ছন্দসামিৱ।'[৪] বেদৰ ভিতৰত যিদৰে প্ৰণৱ (সকলো মন্ত্ৰৰ আদিভূত), সেইদৰে সেই ৰাজকুলত মনু নামে এজন ৰজা আছিল। কৱিয়ে বেদৰ প্ৰথম আখৰ প্ৰণৱৰ অৰ্থাৎ ওঙ্কাৰৰ দৰে বুলি কৈ বেদক স্মৰণ কৰিছে।

ৰঘুনন্দন অজই গুৰুৰপৰা মন্ত্ৰ গ্ৰহণৰ বেলিকা কৱিয়ে অথৰ্ৱ-বেদৰ উল্লেখ কৰিছে: 'স বভূৱ দুৰাসদঃ পৰৈৰ্গুৰুণাথৰ্ৱৱিদা কৃতক্ৰিয়ঃ'[৫] অথৰ্ৱবেদবিদ্ গুৰুৱে (বসিষ্ঠই) বিধি অনুসাৰে প্ৰয়োগ কৰা মন্ত্ৰেৰে অভিষিক্ত হোৱা অজ সময়ত শত্ৰুসমূহৰ দুৰ্দ্ধৰ্ষ হৈ উঠিল। সেই অথৰ্ৱবেদবিদ্ বসিষ্ঠৰ উল্লেখ 'ৰঘুবংশ'ৰ প্ৰথম সৰ্গতো পোৱা যায় 'অথাথৰ্বনিধেস্তস্য···· ।'[৬]

কালিদাসৰ সময়ত বেদৰ অধ্যয়ন সমাজত নিয়মিতভাৱে চলি আছিল। হিন্দুশাস্ত্ৰ অনুসাৰে মানুহে এই সংসাৰত জন্ম গ্ৰহণ

---

১. ৰঘুবংশ—১৫।৩৩
২. শিক্ষা কল্পো ব্যাকৰণং নিৰুক্তং ছন্দসাং চয়ঃ।
জ্যোতিষাময়নং চৈৱ বেদাঙ্গানি ষড়েৱ তু॥
৩. বিক্ৰমোৰ্ৱশীয় ১।৮
৪. ৰঘুবংশ ১।১১
৫. ঐ ৮।৪
৬. ঐ ১।৫৯

কৰোঁতে তিনিটা ঋণ[১] লগত লৈ আহে। এই তিনিটা ঋণ হ'ল, ঋষি-ঋণ, দেৱ-ঋণ আৰু পিতৃ-ঋণ। মানুহ বেদ-অধ্যয়ন, যজ্ঞানুষ্ঠান আৰু সন্তান উৎপাদনৰ দ্বাৰা যথাক্ৰমে ঋষি-ঋণ, দেৱ-ঋণ আৰু পিতৃ-ঋণৰপৰা মুক্ত হ'ব পাৰে। ইয়াৰ যি কোনো এটাৰ অভাৱত মানুহ এই সহজাত ঋণত্ৰয়ৰপৰা মুক্ত হ'ব নোৱাৰে। কবিয়ে অজৰ চৰিত্ৰ বৰ্ণনা-প্ৰসঙ্গত ইয়াক স্পষ্ট কৰি তুলিছে:

ঋষিদেৱগণস্বধাভুজাং শ্ৰুতযাগপ্ৰসৱৈঃ স পাৰ্থিৱঃ।
অনৃণত্বমুপেয়িৱান্‌বভৌ পৰিধেৰ্মুক্ত ইৱোষ্ণদীধিতিঃ॥[২]

শাস্ত্ৰ-অধ্যয়ন, যাগ-যজ্ঞ আৰু সন্তান উৎপাদনৰ দ্বাৰা ৰঘুনন্দন অজই ঋষি-ঋণ, দেৱ-ঋণ আৰু পিতৃ-ঋণ পৰিশোধ কৰিলে। পৰিধিমুক্ত প্ৰখৰ সূৰ্যৰ দৰে তেওঁৰ দীপ্তি আছিল।

শাস্ত্ৰ-অধ্যয়নৰ দ্বাৰা মানুহক সুশিক্ষিত কৰি তোলাৰ ব্যৱস্থা যে সমাজত প্ৰচলিত আছিল তাক সহজে অনুমান কৰিব পাৰি।

কবিয়ে শ্ৰুতি আৰু স্মৃতিৰ স্পষ্টভাৱে উল্লেখ কৰিছে 'ৰঘুবংশ'ৰ দ্বিতীয় সৰ্গত। শ্ৰুতি শব্দই বেদক বুজায় আৰু স্মৃতি শব্দই মনু আদি মহৰ্ষিসকলে প্ৰণয়ন কৰা স্মৃতিশাস্ত্ৰক বুজায়। স্মৃতিয়ে সদায় শ্ৰুতি বা বেদৰ নিৰ্দেশ অনুসৰণ কৰে। সন্তানকামী ৰজা দিলীপে যেতিয়া মহৰ্ষি বসিষ্ঠৰ ধেনু নন্দিনীক আশ্ৰমৰপৰা বনলৈ পৰিচৰ্যাৰ কাৰণে লৈ যায়, তেতিয়া দিলীপৰ সহধৰ্মিণী সুদক্ষিণা কিছু দূৰলৈ নন্দিনীৰ পিছে পিছে যায়। সুদক্ষিণাৰ নন্দিনীৰ অনুসৰণক কবিয়ে শ্ৰুতিক স্মৃতিয়ে অনুসৰণ কৰাৰ লগত ৰিজাইছে: 'শ্ৰুতেৰিৱাৰ্থং স্মৃতিৰন্বগচ্ছৎ।'[৩]—স্মৃতিয়ে যিদৰে শ্ৰুতিক অনুগমন কৰে।

---

১. জায়মানো হ বৈ ব্ৰাহ্মণস্ত্ৰিভিৰ্ঋণৈৰ্ঋণবাজায়তে। ব্ৰহ্মচৰ্যেণৰ্ষিভ্যো যজ্ঞেন দেৱভ্যঃ প্ৰজয়া পিতৃভ্যঃ। এষ বা অনৃণো যঃ পুত্ৰো যজ্বা ব্ৰহ্মচাৰী (তৈত্তিৰীয়-সংহিতা ৬।৩।১০)। তথা চোক্তং
ঋণং দেৱস্য যাগেন ঋষীণাং পাঠ-কৰ্মণা।
সন্তত্যা পিতৃলোকানাং শোধয়িত্বা পৰিব্ৰজেৎ॥

২. ৰঘুবংশ ৮।৩০

৩. ঐ ২।২

'ৰঘুবংশ'ৰ তৃতীয় সৰ্গত ৰঘুৰ বিদ্যা-গ্ৰহণৰ বেলিকা কবিয়ে চাৰি প্ৰকাৰ বিদ্যাৰ কথা উল্লেখ কৰিছে :

ধিযঃ সমগ্ৰৈঃ স গুণৈৰুদাৰধীঃ ক্ৰমাচ্চতস্ৰশ্চতুৰ্বৰ্ণৰোপমাঃ।
ততাৰ বিদ্যাঃ পৱনাতিপাতিভির্দিশো হৰিদ্ভিৰ্হৰিতামিৱেশ্বৰঃ॥[১]

দিক্‌পতি সূৰ্যই যিদৰে বেগশালী অশ্বেৰে বায়ুৰ বেগক পৰাভূত কৰি চাৰিটা সমুদ্ৰৰ দৰে চাৰি দিক ক্ৰমশঃ উত্তীৰ্ণ হয়, তীক্ষ্নবুদ্ধি ৰঘুৱে সমগ্ৰ বুদ্ধি-বৃত্তিৰে চাৰি-সমুদ্ৰ-সদৃশ চাৰি বিদ্যা ক্ৰমশঃ অতিক্ৰম কৰিলে ( অৰ্থাৎ আয়ত্ত কৰিলে )।

কবিয়ে ইয়াত যি চাৰি বিদ্যাৰ উল্লেখ কৰিছে সেয়া হ'ল— আন্বীক্ষিকী, ত্ৰয়ী ( বেদ ), বাৰ্তা আৰু দণ্ডনীতি। এই চাৰি প্ৰকাৰ বিদ্যাক প্ৰাচীন মহৰ্ষিসকলে সংসাৰ-যাত্ৰাৰ বাবে অপৰিহাৰ্য বুলি অভিহিত কৰিছে। কামন্দকৰ[২] মতে এই চাৰি বিদ্যাই সমাজৰ স্থিতিৰ কাৰণ। আন্বীক্ষিকী আদি চাৰি প্ৰকাৰ বিদ্যাৰ প্ৰয়োজনীয়তা সম্পৰ্কে কামন্দকে কয়, আত্ম-বিদ্যাৰ কাৰণে অন্বিক্ষিকী, ধৰ্ম আৰু অধৰ্মৰ কাৰণে বেদ ( ত্ৰয়ী ), অৰ্থ আদি লাভৰ কাৰণে কৃষি ( বাৰ্তা ) আৰু ৰাজ-শাসনৰ বাবে দণ্ডনীতিৰ প্ৰয়োজন।[৩] আন্বীক্ষিকীৰ দ্বাৰা যি আত্ম-বিদ্যাৰ কথা কোৱা হ'ল, সেই আত্ম-বিদ্যাৰ অৰ্থ সম্বন্ধে কামন্দকে কয়, যি বিদ্যাৰে সুখ আৰু দুখৰ প্ৰকৃত স্বৰূপ নিৰ্ণয় কৰিব পাৰি তাক আন্বীক্ষিকী বা আত্ম-বিদ্যা বোলে। এই আত্ম-বিদ্যাৰে পৰমাৰ্থ তত্ত্বক দৰ্শন কৰা মুমুক্ষু ব্যক্তি হৰ্ষ আৰু বিষাদৰ কবলৰপৰা মুক্ত হয়।[৪] আত্মদৰ্শনকাৰী ব্যক্তি হৰ্ষ-শোকৰ-

---

১. ৰঘুবংশ ৩।৩০

২. আন্বীক্ষিকী ত্ৰয়ি ৱাৰ্তা দণ্ডনীতিশ্চ শাশ্বতী।
এতা ৱিদ্যাশ্চতস্ৰস্তু লোকসংস্থিতিহেতৱঃ॥

৩. আন্বীক্ষিক্যাত্মৱিজ্ঞানং ধৰ্মাধৰ্মৌ ত্ৰয়ীস্থিতৌ।
অৰ্থানৰ্থৌ তু ৱাৰ্তায়াং দণ্ডনীতৌ নয়ানয়ৌ॥

৪. আন্বীক্ষিক্যাত্মৱিদ্যা স্যাদীক্ষণাৎসুখদুঃখয়োঃ।
ঈক্ষমাণস্তয়া তত্ত্বং হৰ্ষশোকৌ ব্যুদস্যতি॥

পৰা যে মুক্ত হয় সেই বিষয়ে 'কঠোপনিষদ'ত পোৱা যায়, ধীৰ ব্যক্তি সেই সনাতন আৰু স্বপ্ৰকাশ আত্মাক অধ্যাত্ম যোগৰ সহায়েৰে সাক্ষাৎ কৰি সুখ-দুখৰপৰা মুক্ত হয়।[১]

ত্ৰয়ী শব্দই বেদক বুজায়। ইয়াত বেদক অঙ্গেৰে সৈতে বুজোৱা হৈছে। এই সম্বন্ধে কামন্দকে কয়,

অঙ্গানি বেদাশ্চত্বাৰো মীমাংসা ন্যায়বিস্তৰঃ।
ধৰ্মশাস্ত্ৰং পুৰাণং চ ত্ৰয়ীদং সৰ্ব্বমুচ্যতে ॥

বাৰ্তাৰ দ্বাৰা কৃষিকৰ্ম আৰু দণ্ডনীতিৰ দ্বাৰা অখিল ৰাজ-শাসন-তন্ত্ৰক বুজাইছে।

ৰঘু মূলতঃ এই চাৰি প্ৰকাৰ বিদ্যাত সুনিপুণ হৈ উঠিছিল। ৰঘুবংশীয় ৰজাসমূহৰ এই চাৰি প্ৰকাৰ বিদ্যাই আছিল কুলবিদ্যা অৰ্থাৎ বংশ পৰম্পৰা হিচাপে চলি অহা বিদ্যা। কবিয়ে কৈছে:

তমাদৌ কুলবিদ্যানামৰ্থমৰ্থবিদাং বৰঃ।
পশ্চাৎপাৰ্থিবকন্যানাং পাণিমগ্ৰাহয়ৎপিতা ॥[২]

অৰ্থবিদ্‌সকলৰ অগ্ৰগণ্য পিতা কুশই পুত্ৰ অতিথিক কুলবিদ্যা-সমূহৰ মৰ্ম উপলব্ধি কৰোৱাৰ পিছত ৰাজকুমাৰীসকলৰ পাণি-গ্ৰহণ কৰালে।

কবিয়ে ইয়াত কুলবিদ্যাৰ দ্বাৰা আন্বীক্ষিকী, ত্ৰয়ী, বাৰ্তা আৰু দণ্ডনীতিকে বুজাইছে (আন্বীক্ষিকীত্ৰয়ীবাৰ্তাদণ্ডনীতীনাম্—মল্লিনাথ)। কুলবিদ্যা সম্পৰ্কে সকলোৰে এটা নিজস্ব অভিমান থাকে। কবিয়ে সেই কথা 'মালৱিকাগ্নিমিত্ৰ' নাটকত নাট্যাচাৰ্য গণদাসৰ মুখেৰে প্ৰকাশ কৰিছে: 'কামং খলু সৰ্ব্বস্যাপি কুলবিদ্যা বহুমতা।'[৩] এই কুলবিদ্যা পিতাৰপৰা পুত্ৰ-পৌত্ৰাদিক্ৰমে বংশধৰসকলৰ হাতলৈ আহে। গতিকে বংশ পৰম্পৰা হিচাপে চলি অহা বিদ্যাত বংশধৰ-সকলৰ বিশেষ অভিজ্ঞতা থকা বুলি গৌৰৱ কৰে। সেই দেখি

---

১. অধ্যাত্মযোগাধিগমেন দেৱং
মত্বা ধীৰো হৰ্ষশোকৌ জহাতি (কঠোপনিষদ ১।২।১২)

২. ৰঘুবংশ ১৭।৩

৩. মালৱিকাগ্নিমিত্ৰ ২য় অঙ্ক।

কুলবিদ্যাক মানুহে ত্যাগ কৰা উচিত নহয়। কালিদাসে কয়, যি সহজাত কাৰ্য সি নিন্দনীয় হ'লেও তাক ত্যাগ কৰা উচিত নহয়: 'সহজং কিল যদ্বিনিন্দিতং ন খলু তৎকৰ্ম বিৱৰ্জনীয়ম্।'[১]

**ব্ৰহ্মবিদ্যা:**

ব্ৰহ্মবিদ্যা বা আত্মবিদ্যাই প্ৰাচীন ভাৰতবৰ্ষৰ শিক্ষা পদ্ধতিৰ একমাত্ৰ কাম্য বস্তু আছিল। ভাৰতৰ সমগ্ৰ উপনিষদত এই ব্ৰহ্মবিদ্যাৰ স্বৰূপ আৰু তাক লাভ কৰাৰ উপায় সম্বন্ধে বিশদ বিৱৰণ দিয়া আছে। সেই কাৰণে এই ব্ৰহ্মবিদ্যাৰ আন এটা নাম হ'ল উপনিষদ-বিদ্যা। ব্ৰহ্মবিদ্যা বা আত্মবিদ্যা নাইবা অধ্যাত্মবিদ্যা একে বস্তু। উপনিষদ-বিদ্যাও ইয়াৰেই নামান্তৰ মাথোন। কবিয়ে 'মালৱিকাগ্নিমিত্ৰ' নাটকত উপনিষদৰ অধ্যাত্মবিদ্যাৰ উল্লেখ কৰিছে:

মঙ্গলালংকৃতা ভাতি কৌশিক্যা যতিৱেষয়া।
ত্ৰয়ী ৱিগ্ৰহৱত্যেৱ সমমধ্যাত্মৱিদ্যয়া॥[২]

ৰজা অগ্নিমিত্ৰই দেৱী ধাৰিণীৰ আগমন লক্ষ্য কৰি কৈছে, দেৱী ধাৰিণী—সন্ন্যাসিনীৰ বেশ লোৱা কৌশিকীৰে সৈতে মাঙ্গলিক অলংকাৰ পৰিধান কৰি অধ্যাত্ম-বিদ্যাৰে সৈতে শৰীৰ ধাৰণ কৰা বেদত্ৰয়ী যেন উপস্থিত হ'ল।

ত্ৰয়ী শব্দেৰে ঋক্, যজুঃ আৰু সাম এই তিনি বেদক বুজায়। অথৰ্ব বেদ এই তিনিখন বেদতকৈ অৰ্বাচীন আৰু ইয়াৰ বিষয়বস্তু ভিন্ন; গতিকে ইয়াক তুল্য মৰ্যাদা দিয়া হোৱা নাই। গতিকে ত্ৰয়ী শব্দৰ দ্বাৰা অথৰ্ব বেদৰ বাহিৰে বাকী তিনিখন বেদকে বুজায়। কবিয়ে ত্ৰয়ী শব্দ প্ৰয়োগ কৰি তাকেই উল্লেখ কৰিছে।

অধ্যাত্ম-বিদ্যা বুলিলে আত্মা সম্বন্ধীয় বিদ্যাকে বুজায়। অধ্যাত্ম শব্দৰ নিৰ্বচনৰ পৰা তাক সহজে অনুমান কৰিব পাৰি: 'আত্মানং ব্ৰহ্ম অধিকৃত্য যা বিদ্যা সা অধ্যাত্মবিদ্যা' অৰ্থাৎ পৰমাত্মা বা ব্ৰহ্ম সম্বন্ধীয়

---

১. শকুন্তলা ৬।১
২. মালৱিকাগ্নিমিত্ৰ ১।১৪

জ্ঞানেই অধ্যাত্ম-বিদ্যা। অধ্যাত্ম শব্দেৰে ব্ৰহ্মৰ অংশভূত জীৱৰ দেহ-স্বৰূপ আত্মাক অৱলম্বন কৰি ভোক্তাৰূপে অৱস্থান কৰাকে বুজায়।* জীৱাত্মাৰ সম্বন্ধে সম্যগ্ জ্ঞান দিব পৰা বিদ্যাৰ নামেই অধ্যাত্মবিদ্যা। এই বিদ্যাই জীৱাত্মা আৰু পৰমাত্মা যে এক, অভিন্ন তাক স্পষ্ট কৰি দিয়ে। জীৱাত্মা অবিদ্যা বা মায়াৰ কবলৰপৰা মুক্ত হ'লে ব্ৰহ্মৰ লগত এক হৈ মিলি যায়। এই মিলনৰ পিছত পুনৰ সুখ-দুখ ভোগ কৰিবলৈ জীৱাত্মা সংসাৰলৈ উভতি নাহে। শ্ৰুতিয়ে কয়, 'তেষাং ন পুনৰাবৃত্তিঃ'।[১] এই অৱস্থা লাভ কৰিবলৈ হ'লে জীৱাত্মা শুভ, অশুভ সকলো প্ৰকাৰ কৰ্ম-বাসনাৰপৰা মুক্ত হ'ব লাগিব। কৰ্ম-বাসনাৰপৰা সম্পূৰ্ণ নিষ্কৃতিয়েই নিঃশ্ৰেয়স্ বা নিৰবচ্ছিন্ন কল্যাণ বা মুক্তিৰ হেতু বা ব্ৰহ্মপ্ৰাপ্তিৰ সোপান স্বৰূপ।

কবিয়ে 'ৰঘুবংশ'ত ব্ৰহ্মবিদ্যাৰ উল্লেখ কৰিছে :

যশোভিৰাব্ৰহ্মসভং প্ৰকাশঃ স ব্ৰহ্মভূয়ং গতিমাজগাম।
ব্ৰহ্মিষ্ঠমাধায় নিজেঽধিকাৰে ব্ৰহ্মিষ্ঠমেব স্বতনুপ্ৰসূতম্ ॥[২]

তেওঁ (হিৰণ্যনাভে) যশস্যাৱলী বিস্তাৰ কৰি ব্ৰহ্মসভা পৰ্যন্ত প্ৰসিদ্ধি লাভ কৰিলে, যথাসময়ত তেওঁ 'ব্ৰহ্মিষ্ঠ' নামৰ নিজ ব্ৰহ্মবিদ্ পুত্ৰৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি ব্ৰহ্মেৰে সৈতে মিলি গ'ল অৰ্থাৎ মুক্তি লাভ কৰিলে।

কবিয়ে আকৌ সেই একেখন মহাকাব্যতে মহাৰাজ কাৰ্তবীৰ্য যে ব্ৰহ্মবিদ্যাত নিপুণ আছিল তাৰ উল্লেখ কৰিছে : 'বভূব যোগী কিল কাৰ্তবীৰ্যঃ'[৩] কাৰ্তবীৰ্য ব্ৰহ্মবিদ্যাৰ অধিকাৰী হৈ অনন্যসাধাৰণ হৈ উঠিছিল।

---

*স্বস্য এৱ ব্ৰহ্মণ এৱ অংশতয়া জীৱৰূপেণ ভৱনং স্বভাৱঃ ; স এৱ আত্মানাং দেহমধিকৃত্য ভোক্তৃত্বেন বৰ্তমানোঽধ্যাত্ম শব্দেন উচ্যতে ( শ্ৰীধৰ স্বামী ) গীতা ৮।৩

১. বৃহদাৰণ্যকোপনিষদ ৬।২।১৫
২. ৰঘুবংশ ১৮।২৮
৩. ৰঘুবংশ ৬।৩৮

## জ্যোতির্বিদ্যা :

জ্যোতির্বিজ্ঞান বেদৰ ছয় অঙ্গৰ অন্যতম। কবিয়ে জ্যোতির্বিদ্যাৰ অনেক তথ্য তেওঁৰ কাব্য আৰু নাটকত সন্নিবিষ্ট কৰিছে।

জ্যোতিষ শাস্ত্ৰ মতে মানুহৰ জন্ম-ক্ষণৰ সময়ত যদি ৰবিৰপৰা দূৰত উচ্চ গ্ৰহ থাকে, তেন্তে সেই মানুহজনৰ ভাগ্য সম্পদ বৃদ্ধি হয়। কালিদাসে ৰঘুৰ জন্ম-ক্ষণত ৰবিৰপৰা দূৰবৰ্তী স্থানত পাঁচটা গ্ৰহই উচ্চ বা তুঙ্গ-স্থানত অৱস্থান কৰা হেতু কুমাৰৰ ভাগ্য-সম্পদৰ কথা উল্লেখ কৰিছে :

গ্ৰহৈস্ততঃ পঞ্চভিৰুচ্চসংশ্ৰয়ৈৰসূৰ্যগৈঃ সূচিতভাগ্যসংপদম্।
অসূত পুত্ৰং সময়ে শচীসমা ত্ৰিসাধনা শক্তিৰিৱাৰ্থমক্ষয়ম্॥[১]

যিদৰে ত্ৰিসাধনা শক্তিয়ে (প্ৰভাৱ, মন্ত্ৰ আৰু উৎসাহ) অক্ষয় অৰ্থ উৎপাদন কৰে, সেইদৰে শচী-সদৃশ মহিষী সুদক্ষিণাই যথা সময়ত এটি পুত্ৰ প্ৰসৱ কৰিলে। সেই সময়ত ৰবিৰপৰা দূৰববৰ্তী স্থানত সংস্থিত পাঁচটা গ্ৰহ তুঙ্গ-স্থানত অৱস্থিত থকাত কুমাৰৰ ভাগ্য-সম্পদ সূচিত হৈছিল।

ইয়াত এইটো মন কৰিব লগীয়া কথা যে জ্যোতিষ শাস্ত্ৰত দ্বাদশ ৰাশিৰ প্ৰত্যেককে ত্ৰিশ ভাগত ভাগ কৰা হৈছে। এই ৰাশিসমূহৰ ভিতৰত কেইটামান ৰাশিৰ নিৰ্দিষ্ট ভাগ-বিশেষক কেইটামান গ্ৰহৰ উচ্চ বা তুঙ্গ স্থান বুলি নিৰ্দেশ কৰা হৈছে, যেনে—মেষৰ দশম ভাগাংশ সূৰ্যৰ, বৃষৰ তৃতীয়াংশ চন্দ্ৰৰ, মকৰৰ অষ্টাবিংশ অংশ মঙ্গলৰ, কন্যাৰ পঞ্চদশ অংশ বুধৰ, কৰ্কটৰ পঞ্চম অংশ বৃহস্পতিৰ, মীনৰ সপ্তবিংশ অংশ শুক্ৰৰ আৰু তুলাৰ বিংশতি ভাগাংশ শনিৰ পৰম উচ্চ স্থান বা সুতুঙ্গ আৰু উক্ত ৰাশিসমূহৰ বিপৰীত সপ্তমৰাশিৰ সেই নিৰ্দিষ্ট ভাগাংশবোৰ সেই সেই গ্ৰহসমূহৰ পৰম নীচ স্থান।[২]

---

১. ৰঘুবংশ ৩।১৩

২. অজবৃষভমৃগাঙ্গনাকুলীৰা ঝষৱণিজৌ চ দিবাকৰাদিতুঙ্গাঃ।
দশশিখিমনুযুক্তিথীন্দ্ৰিয়াংশৈস্ত্ৰিনৱকবিংশতিভিশ্চ তেঽস্তনীচাঃ॥
(মল্লিনাথৰ টীকা)

উক্ত সপ্ত গ্ৰহৰ ভিতৰত এটা গ্ৰহ উচ্চ হ'লে সুখী, দুটাত শ্ৰেষ্ঠ, তিনিটাত ৰাজতুল্য, চাৰিটাত ৰজা আৰু পাঁচটাত দেৱতুল্য। পাঁচটা গ্ৰহ উচ্চ স্থানত থাকিলে অতুল ভাগ্য-সম্পদ লাভ হয়।[১]

কিন্তু এই গ্ৰহসমূহ সূৰ্যৰপৰা দূৰত অৱস্থান কৰিব লাগিব; কিয়নো যি কোনো গ্ৰহই সূৰ্যৰ ৰাশিত (সিংহ ৰাশিত) থাকিলে, সূৰ্যৰে সৈতে সহাৱস্থান কৰিলে নাইবা সূৰ্যৰ দ্বাৰা দৃষ্ট হ'লে সেই গ্ৰহ অস্তমিত অৰ্থাৎ প্ৰভাৱশূন্য হৈ পৰে।[২]

কালিদাসে দিলীপ-নন্দন ৰঘুৰ জন্ম সময়ত নিৰ্দিষ্ট পাঁচটা উচ্চ গ্ৰহৰ উল্লেখ কৰি ৰঘু যে সময়ত দেৱতুল্য লোক হ'ব তাক নিৰ্দেশ কৰিছে। দেৱোপম লোকৰ জন্ম-ক্ষণতহে পাঁচটা উচ্চ গ্ৰহৰ সমাৱেশ হয়।

কবিয়ে 'মালৱিকাগ্নিমিত্ৰ' নাটকত জ্যোতিষ চৰ্চা লোকক দৈৱ-চিন্তক বুলি উল্লেখ কৰিছে। দৈৱ সম্বন্ধে যিসকলে গণনা কৰিছিল তেওঁলোকক দৈৱচিন্তক বোলা হৈছিল। দৈৱ-চিন্তকসকলে জনাইছে যে ৰজা অগ্নিমিত্ৰৰ ওপৰত গ্ৰহসমূহৰ অশুভ প্ৰভাৱ পৰিছে, গতিকে ৰজাৰ কেতবোৰ বিপদ নাইবা উপসৰ্গই আহি দেখা দিছে। ৰাজ-বন্দীবোৰক মুক্ত কৰি দিলে ৰজাৰ প্ৰতিকূল গ্ৰহসমূহ অনুকূল অৱস্থালৈ আহি মঙ্গল বিধান কৰিব পাৰে; কিয়নো, মুক্ত বন্দী-সকলে সৰ্বান্তঃকৰণে ৰজাক আশীৰ্বাদ জনাব। মানুহৰ শুভাশীষে গ্ৰহৰ কোপ লাঘৱ কৰে, গ্ৰহ-দোষৰ উপশম ঘটায়।

'জ্যোতিষীসকলে কৈছে যে ৰজাৰ গ্ৰহ-বিশেষ প্ৰতিকূলে গৈছে, গ্ৰহ-দোষ উপশম কৰিবলৈ হ'লে ৰাজবন্দীসকলৰ মুক্তি বিধেয়।'[৩]

---

১. সুখিনঃ প্ৰকৃষ্টকাৰ্যা ৰাজাপ্ৰাত্ৰ্কপকাশ্চ ৰাজানঃ।
একদ্বিত্ৰিচতুৰ্ভিৰ্জায়ন্তেঽতঃ পৰং দিব্যাঃ॥
(মল্লিনাথৰ টীকা)

২. ক্ৰূৰাক্ৰান্তঃ ক্ৰূৰগতঃ ক্ৰূৰদৃষ্টস্তু যো গ্ৰহঃ।
ৰিৰশ্মিভাৎ প্ৰপন্নশ্চ স ৱিনষ্টো বুধৈঃ স্মৃতঃ॥ (চাৰিত্ৰবৰ্ধনব্যাখ্যা)

৩. দৈৱচিন্তকৈৰ্বিজ্ঞাপিতো ৰাজা সোপসৰ্গং বো নক্ষত্ৰং সৰ্ববন্ধনমোক্ষঃ ক্ৰিয়তামিতি। (মালৱিকাগ্নিমিত্ৰ—৪ৰ্থ অঙ্ক)

জ্যোতিষ শাস্ত্ৰৰ মতে কোনো এটা গ্ৰহই কোনো এটা ৰাশি এবাৰ অতিক্ৰম কৰি পুনৰ সেই ৰাশিলৈ প্ৰত্যাগমন কৰিলে তাক সেই গ্ৰহৰ বক্ৰগতি বোলে আৰু গ্ৰহটোৰ নাম হয় বক্ৰী গ্ৰহ। মঙ্গল গ্ৰহৰ এনে বক্ৰ গতিয়ে মানুহৰ ভাগ্যলৈ সদায় অমঙ্গল আৰু অনিষ্ট আনে। মঙ্গলগ্ৰহ স্বভাৱতে ক্ৰূৰ আৰু জলি থকা এঙাৰ-সদৃশ ইয়াৰ বৰ্ণ। সেই কাৰণে ইয়াৰ আন এটা নাম অঙ্গাৰক (অঙ্গাৰ ইৱ)। কবিয়ে সেই একেখন নাটকৰ তৃতীয় অঙ্কত অঙ্গাৰক গ্ৰহৰ বক্ৰ গতিৰ উল্লেখ কৰিছে। বিদূষকে ৰজা অগ্নিমিত্ৰক লক্ষ্য কৰি কৈছে, 'গতিকে আমিও সোনকালে মঙ্গল গ্ৰহই ৰাশিলৈ বক্ৰ গতিৰে প্ৰত্যাৱৰ্তন কৰাৰ আগেয়ে আঁতৰি যাওঁ।'[১]

জ্যোতিষে কয়, আকাশত ধূমকেতুৰ আবিৰ্ভাৱ হ'লে জনসাধাৰণৰ বিশেষ অমঙ্গল সাধন হয়। ধূমকেতুৰ দৰ্শন সদায় অশুভ-সূচক। কবিয়ে 'কুমাৰসম্ভৱ'ত সেই ধূমকেতুৰ উল্লেখ কৰিছে :

·······তাৰকাখ্যো মহাসুৰঃ।

উপপ্লৱায় লোকানাং ধূমকেতুৰিৱোত্থিতঃ।[২]

তাৰক নামৰ মহাসুৰ ধূমকেতুৰ নিচিনা জনসাধাৰণৰ সৰ্বনাশৰ কাৰণে আৱিৰ্ভূত হৈছে।

এই ধূমকেতুৰ আবিৰ্ভাৱ সম্বন্ধে 'গাৰ্গ্যসংহিতা'ত কৈছে : ভয়াবহ ধূমকেতু যেতিয়া নভোমণ্ডলত আবিৰ্ভাৱ হ'ব, তেতিয়া এই চৰাচৰ জগৎ শীঘ্ৰে ধ্বংস প্ৰাপ্ত হ'ব।[৩]

জ্যোতিৰ্বিদে কয়, মানুহে শুক্ৰ গ্ৰহক সন্মুখত ৰাখি কোনো ঠাইলৈ যাত্ৰা কৰিব নাপায়। এই গ্ৰহক সন্মুখত ৰাখি যাত্ৰা

---

১. বিদূষক : তৱস্বং শীঘ্ৰমপক্ৰমামঃ। যাৱদঙ্গাৰকো ৰাশিমিৱানুবক্ৰং প্ৰতিগমনং ন কৰোতি। (মালৱিকাগ্নিমিত্ৰ—তৃতীয়-অঙ্ক)

১. কুমাৰসম্ভৱ ২।৩২

২. উত্তিষ্ঠতি যদা ভৌমো ধূমকেতুৰ্নভস্থলে।
তদা বিনশ্যতি ক্ষিপ্ৰং জগদেতচ্চৰাচৰম্॥

কৰিলে কাৰ্য সিদ্ধি নহয়; অনিষ্ট হে হয়। অইন নালাগে কেতিয়াবা মানুহ মৃত্যুৰ মুখত পৰিব লগীয়াও হ'ব পাৰে। কালিদাসে জ্যোতিষ-শাস্ত্ৰৰ এই তথ্যটো সেই একেখন মহাকাব্যতে কামদেৱে যেতিয়া সমাধিস্থ, মহাদেৱৰ ধ্যান ভঙ্গ কৰিবলৈ যাত্ৰা কৰে সেই সময়ত উল্লেখ কৰিছে:

দৃষ্টিপ্ৰপাতং পৰিহৃত্য তস্য কামঃ পুৰঃশুক্ৰমিৱ প্ৰয়াণে।

প্ৰান্তেষু সংসক্তনমেৰুশাখং ধ্যানাস্পদং ভূতপতেৰ্বিৱেশ॥[১]

যাত্ৰাৰ সময়ত শুক্ৰাধিষ্ঠিত দিশ ত্যাগ কৰাৰ দৰে, নন্দীৰ দৃষ্টি-পথ এৰাই মদন মহাদেৱৰ ধ্যান স্থলত উপস্থিত হ'ল। সেই স্থান নমেৰুবৃক্ষৰ শাখাসমূহেৰে পৰিবেষ্টিত।

এই সম্পৰ্কত মল্লিনাথে ('কুমাৰসম্ভৱ'ৰ টীকাকাৰ) এটা উদ্ধৃতি দিছে:

প্ৰতিশুক্ৰং প্ৰতিবুধং প্ৰত্যঙ্গাৰকমেৱ চ।

অপি শক্ৰসমো ৰাজা হতসৈন্যো নিৱৰ্ততে॥

যাত্ৰাৰ সময়ত সন্মুখত শুক্ৰ, বুধ বা মঙ্গল গ্ৰহ থাকিলে ইন্দ্ৰৰ সমতুল্য ৰজায়ো নিজ সৈন্য বিনষ্ট হোৱাত পৰাজিত হৈ উভতি আহিব লগা হয়।

বিৱাহ হিন্দুৰ দশ-সংস্কাৰৰ অন্যতম। বিৱাহ সংস্পৰ্কে জ্যোতিষ শাস্ত্ৰত বিশেষ আলোচনা আছে। দৰা-কন্যাৰ যোটন শুদ্ধিৰপৰা আৰম্ভ কৰি বিৱাহৰ দিন, তিথি, নক্ষত্ৰ আৰু লগ্ন আদিৰ বিস্তৃত আলোচনা আছে। বিৱাহৰ দৰে শুভ কাৰ্য কৃষ্ণ পক্ষতকৈ শুক্ল পক্ষত প্ৰশস্ত। কালিদাসে নগাধিৰাজ হিমালয়ে কন্যা পাৰ্বতীৰ বিয়াৰ তিথি ধাৰ্য কৰা প্ৰসঙ্গত কৈছে:

অথৌষধীনামধিপস্য বৃদ্ধৌ তিথৌ চ জামিত্ৰগুণান্বিতায়াম্।

সমেতবন্ধুৰ্হিমৱানসুতায়া ৱিৱাহদীক্ষাৱিধিমন্বতিষ্ঠৎ॥[২]

---

১. কুমাৰসম্ভৱ ৩।৪৩

২. কুমাৰসম্ভৱ ৭।১

পিছত ওষধিপতি চন্দ্ৰৰ বৃদ্ধি অৰ্থাৎ শুক্ল পক্ষত লগ্নৰপৰা সপ্তম স্থানৰ শুদ্ধি-সম্পন্ন তিথিত হিমালয় বন্ধুবৰ্গেৰে সৈতে মিলি কন্যাৰ বিৱাহ-দীক্ষা বিধিৰ অনুষ্ঠানত প্ৰবৃত্ত হ'ল।

প্ৰাচীন কালত তিৰোতাবিলাকৰ পক্ষে বিৱাহকে উপনয়ন-স্বৰূপ দীক্ষা-বিধি বুলি গ্ৰহণ কৰা হৈছিল। বিৱাহ আদি শুভ কাৰ্যৰ বাবে শুক্ল পক্ষ বিশেষ শুভ ফলদায়ক। যি তিথিত লগ্নৰ-পৰা সপ্তমস্থানত কোনো গ্ৰহ নাথাকে সেই তিথিয়েই বিৱাহৰ কাৰণে প্ৰশস্ত। জামিত্ৰ শব্দৰ দ্বাৰা জন্ম-লগ্নৰপৰা সপ্তম স্থানকে বুজায়। সপ্তমস্থান পুৰুষৰ পক্ষে পত্নী আৰু তিৰোতাৰ পক্ষে স্বামীৰ স্থান। এই স্থানত চন্দ্ৰ আদি কোনো গ্ৰহৰ অশুভ দৃষ্টি বা স্থিতি অশুভ বুলি গণ্য কৰা হয়। ইয়াৰ ব্যাখ্যা প্ৰসঙ্গত টীকাকাৰ মল্লিনাথৰ উক্তি দ্ৰষ্টব্য।[১]

আকৌ এইদৰে পোৱা যায়, কোনো পাপ গ্ৰহৰপৰা চন্দ্ৰ সপ্তমস্থ হ'লে জামিত্ৰ নামৰ দোষান্তৰ ঘটে।[২]

বিৱাহৰ সময়ত কন্যাক অলংকাৰ পিন্ধোৱা এটা মাঙ্গলিক কাৰ্য। এই মাঙ্গলিক কাৰ্য এটা পবিত্ৰ মুহূৰ্তত অনুষ্ঠিত হ'ব লাগে। এই অলংকাৰ পতি-পুত্ৰৱতী তিৰোতাইহে কন্যাক পিন্ধাব লাগে। বিৱাহৰ পূৰ্বে পাৰ্বতীক অলংকৃত কৰা প্ৰসঙ্গত কবিয়ে কৈছে :

মৈত্ৰে মুহূৰ্তে শশলাঞ্ছনেন যোগং গতাসূত্তৰফল্গুনীষু।

---

২. [জামিত্ৰগুণান্বিতায়াং তিথৌ] জামিত্ৰং লগ্নাৎসপ্তমং স্থানং তস্য গুণঃ শুদ্ধিঃ সা চ গ্ৰহৰাহিত্যং তেনান্বিতায়াং সত্যাম্। যদ্যপি জামিত্ৰশুদ্ধিৰ্লগ্নধৰ্মস্তথাপি তদ্দ্বাৰা তিথেৰপি তথা ব্যপদেশে ন দোষঃ।

৩. পাপগ্ৰহাচ্চন্দ্ৰো যদি সপ্তমস্থঃ স্যাত্তদা জামিত্ৰবেধো নাম দোষান্তৰং জায়তে পুনঃ,

ৰৱিমন্দকুজাক্ৰান্তং মৃগাঙ্কাৎসপ্তমং ত্যজেৎ।
বিৱাহযাত্ৰাচূড়াসু গৃহকৰ্মপ্ৰৱেশনে॥

তস্যাঃ শৰীৰে প্ৰতিকৰ্ম চক্ৰুৰ্বন্ধুস্ত্ৰিয়ো যাঃ পতিপুত্ৰৱত্যঃ ॥[১]

মৈত্ৰ মুহূৰ্ত অৰ্থাৎ সূৰ্য উদয়ৰপৰা তৃতীয় মুহূৰ্ত উপস্থিত। উত্তৰফল্গুনী নক্ষত্ৰেৰে সৈতে চন্দ্ৰ সংযুক্ত হ'ল। যিসকল বন্ধু-স্ত্ৰীৰ পতি আৰু পুত্ৰ উভয়ে আছে, তেওঁলোকে সেই শুভ লগ্নত উমাৰ শৰীৰ অলংকৃত কৰিবলৈ ধৰিলে।

মল্লিনাথৰ মতে সূৰ্য উদয়ৰ তৃতীয় মুহূৰ্ত (এক মুহূৰ্ত সমান ৪৮ মিনিট) অৰ্থাৎ সূৰ্য উদয়ৰপৰা ১ ঘণ্টা ৩৬ মিনিট উকলি যোৱাত সিংহ আৰু কন্যা ৰাশ্যাশ্ৰিত উত্তৰফল্গুনী নামৰ দ্বাদশ নক্ষত্ৰই বিবাহ আদি মাঙ্গলিক কাৰ্যৰ কাৰণে প্ৰশস্ত বুলি কোৱা হৈছে।

জ্যোতিৰ্বিদসকলে সৌৰমণ্ডলক সাতাইশটা ভাগত বিভক্ত কৰিছে। এই সাতাইশটা বিভাগেই সাতাইশটা নক্ষত্ৰ। এই নক্ষত্ৰসমূহক কবিসকলে প্ৰজাপতি দক্ষৰ দুহিতা আৰু চন্দ্ৰৰ ভাৰ্যা ৰূপে কল্পনা কৰিছে।[২] এই ভাৰ্যাসমূহৰ ভিতৰত ৰোহিণী চন্দ্ৰৰ সবাতোকৈ প্ৰিয়। গ্ৰীষ্ম কালত ৰোহিণী নক্ষত্ৰৰ পিছতেই চিত্ৰা আৰু বিশাখা নক্ষত্ৰ অতি উজ্জ্বল হৈ উঠে।

কালিদাসে তেওঁৰ কাব্যৰ কেইবা ঠাইতো স্থান, কাল আৰু পাত্ৰৰ সামঞ্জস্য ৰক্ষা কৰি চন্দ্ৰেৰে সৈতে এই নক্ষত্ৰত্ৰয়ৰ মধুৰ মিলনৰ মনোৰম চিত্ৰ সুন্দৰভাৱে আঁকিছে।

শুদ্ধ বেশেৰে মহাৰাজ দিলীপ আৰু মহিষী সুদক্ষিণা ৰথত একেখন আসনতে বহি মহৰ্ষি বশিষ্ঠৰ আশ্ৰমলৈ যায়। ৰজা-ৰাণীৰ এই মিলন-শোভাই অপৰূপ ধাৰণ কৰিছিল। কবিয়ে সেই মনোৰম মিলন-শোভাৰ বৰ্ণনা কৰিছে—এয়া যেন চন্দ্ৰ আৰু চিত্ৰা নক্ষত্ৰৰ সংযোগ ঘটিছে।[৩] কবিৰ ধাৰণা শুদ্ধ বেশেৰে ৰজা আৰু ৰাণীৰ শোভা হিমমুক্ত চন্দ্ৰ আৰু চিত্ৰাৰ মিলন-শোভাৰ দৰে দৰ্শনীয় হৈ উঠিছে।

---

১. কুমাৰসম্ভৱ ৭।৬

২. নৱেন্দ্ৰকন্যাস্তমৱাপ্য সৎপতিং তমোনুদং দক্ষসুতা ইৱাবভুঃ। (ৰঘু ৩।৩৩)

৩. হিমনিৰ্মুক্তয়োৰ্যোগে চিত্ৰাচন্দ্ৰমসোৰিৱ। (ৰঘু ১।৪৬)

'শকুন্তলা' নাটকত দেখা যায়, দুষ্যন্তৰ প্ৰতি শকুন্তলাৰ আকৰ্ষণ লক্ষ্য কৰি সখী প্ৰিয়ংবদাই ক'লে, 'সাগৰক এৰি মহানদী আন ক'লৈ যাব।' প্ৰিয়ংবদাৰ কথা শুনি ৰজাই গম্ভীৰভাৱে উত্তৰ দিলে, "বিশাখা নক্ষত্ৰই যে সদায় চন্দ্ৰলেখাৰ অনুসৰণ কৰে তাত আচৰিত হ'ব লগা কিবা আছে জানো?"[১]

সেই নাটকৰে শেষ অঙ্কত ৰজা দুষ্যন্তই তেওঁৰে সৈতে শকুন্তলাৰ পুনৰ্মিলনক 'গ্ৰহণৰ পিছত ৰোহিণী নক্ষত্ৰই যেন চন্দ্ৰৰ ওচৰত (সংযোগৰ কাৰণে) উপস্থিত হৈছে'।[২] বুলিছে। কবিৰ ধাৰণা, দুৰ্বাসাৰ অভিশাপ-ৰূপ ৰাহুৰ মোহান্ধ গ্ৰাসৰপৰা মুক্ত চন্দ্ৰতুল্য দুষ্যন্তেৰে সৈতে মিলন-কামনাৰে যেন ৰোহিণীৰূপা শকুন্তলা ৰজাৰ সম্মুখত উপস্থিত হ'ল। ৰোহিণী আৰু চন্দ্ৰৰ সংযোগ সম্বন্ধে কবিয়ে 'বিক্ৰমোৰ্বশীয়' নাটকত বিশেষকৈ তৃতীয় অঙ্কত কেইবাবাৰো উল্লেখ কৰিছে। সেই নাটকৰ প্ৰথম অঙ্কত দেখা যায়, ৰম্ভাই ৰজা পুৰূৰৱাৰ আগমন সম্বন্ধে উল্লেখ কৰিছে, এয়া প্ৰিয়সখী চিত্ৰলেখাৰে সৈতে উৰ্বশীক লৈ ৰাজৰ্ষি উপস্থিত হৈছে। এই দৃশ্য দেখিলে অনুমান হয়, স্বয়ং চন্দ্ৰদেৱ যেন বিশাখাৰ ওচৰত উপস্থিত হৈছে।[৩]

কালিদাসে তেওঁৰ সাহিত্যত ভাগ্য, দৈৱ, ইত্যাদি শব্দ প্ৰয়োগ কৰি জ্যোতিষ-শাস্ত্ৰৰ প্ৰতি বিশেষ শ্ৰদ্ধা নিবেদন কৰিছে।

অহো দৈৱস্যানুকম্পনীয়া মালৱিকা[৪]—সঁচাকৈয়ে মালৱিকা অদৃষ্টৰ অনুকম্পাৰ যোগ্য। 'দৈৱমস্যাঃ প্ৰতিকূলং শময়িতুং সোমতীৰ্থং গতঃ।[৫] সম্প্ৰতি কণ্বই শকুন্তলাৰ প্ৰতিকূল দৈৱ প্ৰশমিত কৰিবলৈ সোম-

---

১. কিমত্ৰ চিত্ৰং যদি বিশাখে শশাঙ্কলেখামনুবৰ্তেতে। (শকুন্তলা-তৃতীয় অঙ্ক)

২. উপৰাগান্তে শশিনঃ সমুপগতা ৰোহিণী যোগম্ (শকুন্তলা ৭।২২)

৩. এষ চিত্ৰলেখাদ্বিতীয়াং প্ৰিয়সখীমুৰ্বশীং গৃহীত্বা বিশাখাসমীপগত ইৱ ভগৱাংশ্চন্দ্ৰ উপস্থিতো ৰাজৰ্ষিঃ। (বিক্ৰমোৰ্বশীয়—১ম অঙ্ক)

৪. মালৱিকাগ্নিমিত্ৰ ৫ম অঙ্ক

৫. শকুন্তলা ১ম অঙ্ক।

তীৰ্থলৈ গৈছে। ভাগেষ্বনুৎসেকিনী[1] : ভাগ্য লৈ গৰ্বিত নহ'বা। ভাগ্যায়ত্তমতঃ পৰং[2] : ইয়াৰ পিছত তেওঁৰ ভাগ্যত যি আছে সেয়ে হ'ব।

## ব্যাকৰণ :

বেদৰ আন এটা অঙ্গ হ'ল ব্যাকৰণ। ব্যাকৰণক বেদৰ মুখ বুলি অভিহিত কৰা হৈছে। কালিদাসৰ সাহিত্যত ব্যাকৰণৰ বিচাৰ কৰিবলৈ গ'লে এটা সুকীয়া প্ৰবন্ধৰ প্ৰয়োজন; কিয়নো কবিৰ কাব্যত এনে কিছুমান প্ৰয়োগ আছে, যিবোৰ পাণিনি-ব্যাকৰণ-সম্মত নহয়। ইয়াৰপৰা এইটো অনুমান কৰিব পাৰি যে কবিয়ে বোধ হয় তেওঁৰ সময়ত প্ৰচলিত আন কোনো বৈয়াকৰণৰ মত অনুসৰণ কৰিছিল। এই প্ৰবন্ধত তেনে বিস্তৃত আলোচনা নিষ্প্ৰয়োজন। কবিয়ে উল্লেখ কৰা ব্যাকৰণৰ কিছুমান মৌলিক কথাহে ইয়াত উল্লেখ কৰা হ'ব।

কবিয়ে 'ৰঘুবংশ'ত ৰাম আদি ভ্ৰাতৃ-চতুষ্টয়ৰ বিবাহ-প্ৰসঙ্গত উল্লেখ কৰিছে :

তা নৰাধিপসুতা নৃপাত্মজৈস্তে চ তাভিৰগমন্‌কৃতাৰ্থতাম্‌
সোঽভবদ্বৰবধূসমাগমঃ প্ৰত্যয়প্ৰকৃতিযোগসংনিভঃ ॥[3]

ৰাজকুমাৰসকলে সেই ৰাজকুমাৰীসকলেৰে সৈতে আৰু ৰাজকুমাৰীসকলে সেই ৰাজকুমাৰসকলেৰে সৈতে মিলি চৰিতাৰ্থতা লাভ কৰিলে। ফলতঃ সেই বৰ-বধূৰ মিলন যেন প্ৰকৃতি আৰু প্ৰত্যয়ৰ যোগৰ নিচিনা অতি মনোৰম হ'ল।

কবিয়ে ইয়াত ক'বলৈ বিচাৰিছে যে প্ৰকৃতি আৰু প্ৰত্যয় মিলিত হৈ এটা অৰ্থৰ সাধন বা জ্ঞান জন্মাবলৈ হ'লে যিদৰে পৰস্পৰৰ সাহায্য

---

১. শকুন্তলা ৪ৰ্থ অঙ্ক ১৮।
২. ঐ ৪ৰ্থ অঙ্ক ১৭।
৩. ৰঘুবংশ ১১।৫৬

নহ'লে সমৰ্থ হ'ব নোৱাৰে, ঠিক সেইভাৱে এই ক্ষেত্ৰতো দম্পতি-যুগলৰ অভিলষিত অৰ্থ, অৰ্থাৎ ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ ইয়াৰ যি কোনো অৰ্থ সাধন কৰিবলৈ বাঞ্ছা কৰিলে সি স্বামী আৰু স্ত্ৰীৰ উভয়ৰে সাহায্য বিনা কেতিয়াও সম্পাদিত হ'ব নোৱাৰে।

প্ৰকৃতি[১] শব্দৰ দ্বাৰা প্ৰাতিপদিকক বুজায় আৰু প্ৰত্যয়ৰ[২] দ্বাৰা সুপ্, তিঙ্, কৃৎ, তদ্ধিত, সমাস আদিক বুজায়। যাৰ দ্বাৰা অৰ্থ নিশ্চিতভাৱে জনা যায় তাক প্ৰত্যয় বোলে। প্ৰকৃতি আৰু প্ৰত্যয়ৰ মিলনৰ দ্বাৰা বিশিষ্ট অৰ্থৰ প্ৰতিপাদন হয়। কবিয়ে ব্যাকৰণৰপৰা লোৱা এই উৎকৃষ্ট উদাহৰণেৰে তেওঁৰ অভিপ্ৰেত অৰ্থ পৰিস্ফুট কৰি তুলিছে।

কবিয়ে সেই মহাকাব্যত পুনৰ ব্যাকৰণৰ আন এটা তথ্য উল্লেখ কৰিছে :

স হত্বা বালিনং বীৰস্তৎপদে চিৰকাঙ্ক্ষিতে।
ধাতোঃ স্থান ইৱাদেশং সুগ্ৰীৱং সংন্যৱেশয়ৎ ॥[৩]

তেওঁ (বীৰবৰ ৰামে) বালীক বধ কৰিলে ; বহু দিনৰ আকাঙ্ক্ষিত সেই ৰাজপদত, 'আদেশ' বিধি অনুযায়ী এটা ধাতুৰ ঠাইত আন এটা ধাতু সন্নিবেশ হোৱাৰ দৰে সুগ্ৰীৱক প্ৰতিষ্ঠিত কৰিলে।

ব্যাকৰণৰপৰা লোৱা এই সুন্দৰ উপমাটিৰে কবিয়ে ব্যক্ত কৰিবলৈ বিচাৰিছে যে সুগ্ৰীৱ বালীৰ সমকক্ষ বীৰ! আৰু বালীৰ স্থান পূৰাবলৈ সুগ্ৰীৱৰ পূৰ্ণ যোগ্যতা আছে এটা শব্দৰ ঠাইত আন এটা শব্দৰ বিধিপূৰ্বক আবিৰ্ভাৱকে আদেশ[৪] বোলে। আকৌ,

---

১. প্ৰক্ৰিয়তে ইতি প্ৰকৃতিঃ

২. প্ৰতীয়তে অৰ্থোঽনেন ইতি প্ৰত্যয়ঃ।

৩. ৰঘুবংশ ১২।৫৮
'ধাতোঃ স্থান ইৱাদেশঃ' ইয়াৰ দ্বাৰা কবিয়ে ক'ব খুজিছে, যিদৰে 'ইণোগালুঙি' ( পাণিনি সূত্ৰ ২।৪।৪৫ ) এই সূত্ৰ অনুসাৰে লুঙ্ বিভক্তিত 'ইণ্' ধাতুৰ ঠাইত 'গা' আদেশ হয়, যাৰ ফলত ইণ্ ধাতুৰ ঠাইত 'অগাৎ' এই নতুন শব্দ সন্নিবিষ্ট হয়, সেইদৰে ৰামে বালীক বধ কৰি বালীৰ ঠাইত সুগ্ৰীৱক প্ৰতিষ্ঠা কৰিলে।

৪. 'আদেশো নাম শব্দান্তৰস্য স্থানে বিধীয়মানং শব্দান্তৰমভিধীয়তে
( মল্লিনাথ )

আদেশৰ আগমন হয় শত্ৰুৰ দৰে। সুগ্ৰীৱ আৰু বালী উভয়ে শত্ৰু আছিল। সুগ্ৰীৱ বালীৰ সমকক্ষ বা সমপৰ্যায়ৰ বীৰ ; গতিকে, বালীৰ ঠাইত সুগ্ৰীৱৰ আগমন ব্যাকৰণমতে যুক্তিযুক্তই হৈছে।

কবিৰ সেই একেখন মহাকাব্যৰপৰাই ব্যাকৰণৰ আন এটা উদাহৰণ উল্লেখ কৰিব পাৰি :

যঃ কশ্চন ৰঘূণাং হি পৰমেকঃ পৰন্তপঃ।
অপৱাদ ইৱোৎসৰ্গং ব্যাৱৰ্তয়িতুমীশ্বৰঃ ॥[১]

এটা বিশেষ বিধিয়ে যিদৰে সামান্য বিধিক বাধিত কৰিব পাৰে, সেইদৰে ৰঘুবংশৰ যি কোনো এজনেই শত্ৰু নিধন কৰিবলৈ সমৰ্থ।

লৱণ নামৰ অসুৰক নিহত কৰিবলৈ ঋষিসকলে ৰামচন্দ্ৰক আবেদন কৰাত তেওঁ নিজে সেই দৈত্য নিধনৰ কাৰণে নগৈ কনিষ্ঠ ভ্ৰাতা শত্ৰুঘ্নক পঠিয়ালে ; কিয়নো ৰঘুবংশীয় যি কোনো এজনেই অকলে শত্ৰু সংহাৰ কৰিবলৈ সমৰ্থ। সেই কাৰণে শত্ৰুঘ্নকেই আদেশ কৰা হ'ল। ব্যাকৰণৰপৰা এটা উপমাৰে কবিয়ে ৰামৰ এই কাৰ্য সমৰ্থন কৰিলে, 'অপৱাদ ইৱোৎসৰ্গং ব্যাৱৰ্তয়িতুমীশ্বৰঃ'। অৰ্থাৎ সামান্য বিধি (general rule) যিদৰে অপৱাদ অৰ্থাৎ বিশেষ বিধিৰ (an exception) দ্বাৰা বাধিত হয়। আন কথাত, অপৱাদ বা বিশেষ বিধিয়ে যেনেকৈ সামান্য বা উৎসৰ্গ বিধিক বাধা দিয়ে। অৰ্থাৎ, সামান্য বিধিতকৈ বিশেষ বিধি বলবান। সামান্য বহুব্যাপক, বিশেষ অল্পব্যাপক।[২]

---

১. ৰঘুবংশ ১৫।৭

২. সামান্য বিধিয়ে কয়, কোনো প্ৰাণীকে হিংসা নকৰিব 'মা হিংস্যাৎ সৰ্বাণি ভূতানি' ; কিন্তু বিশেষ বিধিয়ে কয়, যজ্ঞানুষ্ঠানকাৰীয়ে পশু হত্যা কৰিব 'অগ্নিষোমীয়ং পশুমালভেত' ; গতিকে দেখা গ'ল যে বিশেষ বিধি সামান্য বিধিৰ বাধক হ'ল ; নহ'লে বিশেষ বিধিৰ অৱকাশ নোহোৱা হয়।

ৰাম-ৰাজ্যৰ যি কোনো শত্ৰুৱেই ৰঘুবংশীয় ৰজাসকলৰ পক্ষে সমান বা সামান্য আৰু তাক নিধন কৰিবলৈ সেই বংশৰ যি কোনোৱেই বিশেষ বা অপবাদ। বিশেষেই সামান্যক আঁতৰ কৰি প্ৰভুত্ব বিস্তাৰ কৰে।

কবিয়ে 'কুমাৰসম্ভৱ'ত পুনৰ এই উপমাকে উল্লেখ কৰিছে।[১] 'ৰঘুবংশ'ত আমি আকৌ দেখিবলৈ পাওঁ, ব্যাকৰণৰ আন কিছুমান উল্লেখ। ৰামচন্দ্ৰৰ আদেশমতে শত্ৰুঘ্নই লৱণ দৈত্যৰ নিধনৰ কাৰণে যাত্ৰা কৰিলে। শত্ৰুঘ্নৰ কাৰ্য-সিদ্ধিৰ কাৰণে ৰামৰ আদেশত সৈন্যসমূহ তেওঁৰ অনুগমন কৰিবলৈ প্ৰবৃত্ত হ'ল। কবিয়ে তাক ব্যাকৰণৰপৰা লোৱা উপমাৰে সমৰ্থন কৰি কৈছে:

> ৰামাদেশাদনুগতা সেনা তস্যাৰ্থসিদ্ধয়ে।
> পশ্চাদধ্যয়নাৰ্থস্য ধাতোৰধিৰিৱাভৱৎ ॥[২]

অধ্যয়নাৰ্থক ধাতুৰে (ই ধাতুৰে) সৈতে অধি উপসৰ্গ যুক্ত হৈ যিদৰে অৰ্থসিদ্ধিৰ সহায়ক হয়, সেইদৰে ৰামৰ আদেশত সেনা-বাহিনীও তেওঁৰে (শত্ৰুঘ্নৰ) সৈতে যুক্ত হৈ কাৰ্য-সিদ্ধিৰ সহায়ক হ'ল।

কবিয়ে ইয়াত কবলৈ বিচাৰিছে, ই ধাতুৱে নিজেই অধ্যয়ন অৰ্থ বুজায়। অধি এই উপসৰ্গটোক ই ধাতুৰ অৰ্থ বুজোৱাৰ সহায়ক হিছাপে মাত্ৰ ব্যৱহাৰ কৰা হৈছে। কেতিয়াবা কেতিয়াবা উপসৰ্গই ধাতুৰ অৰ্থকেই অনুবৰ্তন কৰে।[৩]

---

১. লব্ধপ্ৰতিষ্ঠাঃ প্ৰথমং যূয়ং কিং বলৱত্তৰৈঃ
অপৱাদৈৰিবোৎসৰ্গাঃ কৃতব্যাবৃত্তয়ঃ পৰৈঃ ॥ (কুমাৰ ২।২৭)
বিশেষ শাস্ত্ৰৰ দ্বাৰা সামান্য শাস্ত্ৰ ব্যাহত হোৱাৰ দৰে, তোমালোকে কি প্ৰথমে প্ৰতিষ্ঠা লাভ কৰি পিছত বলৱান শত্ৰুৰ দ্বাৰা অপসাৰিত হ'বলৈ ওলাইছা।

২. ৰঘুবংশ ১৫।৯

৩. ধাত্বৰ্থং বাধতে কশ্চিৎকশ্চিত্তমনুবৰ্ত্ততে।
তমেৰ বিশিনষ্ট্যন্য উপসৰ্গগতিস্ত্ৰিধা ॥

ইয়াত আমি দেখিবলৈ পাওঁ, ৰামৰ আদেশক্ৰমে সেনাবাহিনীয়ে শত্ৰুঘ্নৰ অনুবৰ্ত্তন কৰিছিল ; কিন্তু শত্ৰুঘ্ন অকলেই শত্ৰু নিধন কৰিবলৈ সমৰ্থ। এই সৈন্যসমূহ কেৱল সহায়ক। ই ধাতুৱে নিজেই অধ্যয়ন অৰ্থ বুজাবলৈ সমৰ্থ। অধি উপসৰ্গ সহায়ক মাত্ৰ।

কবিয়ে এইদৰে ব্যাকৰণ আৰু স্মৃতি শাস্ত্ৰৰপৰা[1] আহৰণ কৰা উপমাৰাজিৰপৰা আমি সহজেই অনুমান কৰিব পাৰোঁ যে কবিৰ পাঠকসমূহে এই উপমাবোৰ সহজে বুজিব পাৰিছিল। ইয়াৰ দ্বাৰা কবিৰ যুগত যে শিক্ষাৰ প্ৰভাৱ অক্ষুণ্ণ আছিল তাকো সহজে অনুমান কৰিব পাৰি।

কালিদাসে প্ৰায়ে শব্দৰ ব্যুৎপত্তিগত অৰ্থৰ (etymological meaning) সন্ধান দি আনন্দ পায়। শব্দবিলাকৰ এই ব্যুৎপত্তিগত বা প্ৰকৃতি আৰু প্ৰত্যয় নিৰ্বচন ব্যাকৰণৰ অঙ্গীভূত। উদাহৰণ-স্বৰূপে কবিয়ে ক্ষত্ৰিয় শব্দৰ নিৰ্বচন দেখুৱাইছে 'ক্ষতাৎকিল ত্ৰায়ত ইত্যুদগ্ৰঃ ক্ষত্ৰস্য শব্দো ভুৱনেষু ৰূঢ়ঃ।'[2] 'ক্ষতৰ (বিপদৰ) পৰা ত্ৰাণ কৰে' এই অৰ্থতেই ক্ষত্ৰিয় শব্দটো জগৎ-প্ৰসিদ্ধ। চন্দ্ৰ, তপন আৰু ৰাজা শব্দৰ ব্যাখ্যা দিছে :

যথা প্ৰহ্লাদনাচ্চন্দ্ৰঃ প্ৰতাপাত্তপনো যথা।
তথৈৱ সোঽভূদন্বৰ্থো ৰাজা প্ৰকৃতিৰঞ্জনাৎ ॥[3]

যিদৰে আহ্লাদ দিয়া হেতু চন্দ্ৰ আৰু তাপ দিয়া হেতু তপন (সূৰ্য) ; সেইদৰে প্ৰজাৰঞ্জন কৰা হেতু তেওঁৰ (ৰঘুৰ) 'ৰাজা' নাম সাৰ্থক হৈছে।

শত্ৰুঘ্ন নামৰ অন্বৰ্থ দেখুৱাইছে :

আদিদেশাথ শত্ৰুঘ্নং তেষাং ক্ষেমায় ৰাঘৱঃ।
কৰিষ্যন্নিৱ নামাস্য যথাৰ্থমৰিনিগ্ৰহাৎ ॥[4]

---

১. শ্ৰুতেৰিৱাৰ্থং স্মৃতিৰন্বগচ্ছৎ ( ৰঘু ২।২ )
২. ৰঘুবংশ ২।৫৩
৩. ঐ ৪।১২
৪. ঐ ১৫।৬

তেওঁলোকৰ ( মুনিসকলৰ ) মঙ্গল কৰাৰ কাৰণে, 'শত্ৰু বধ কৰি নিজৰ নাম সাৰ্থক কৰক' এই উদ্দেশ্যেই যেন ৰামে শত্ৰুঘ্নকেই আদেশ দিলে। দশৰথৰ ব্যাখ্যা দিছে :

দশৰশ্মিশতোপমদ্যুতিং যশসা দিক্ষু দশস্বপি শ্ৰুতম্।
দশপূৰ্বৰথং যমাখ্যয়া দশকণ্ঠাৰিগুৰুং বিদুৰ্বুধাঃ ॥[১]

দশশত ৰশ্মি অৰ্থাৎ সহস্ৰাংশু সূৰ্যৰ দৰে তেওঁ জ্যোতিসম্পন্ন আৰু দশোদিশে প্ৰথিতযশা হ'ব। এওঁ দশানন ৰাৱণ-ঘাতকৰ (অৰ্থাৎ ৰামচন্দ্ৰৰ) জনক হ'ব, গতিকে পণ্ডিতসকলে তেওঁৰ নামকৰণ কৰিলে দশৰথ।

কবিয়ে ৰঘুৰ নামকৰণ সম্বন্ধে কৈছে :

শ্ৰুতস্য যায়াদয়মন্তমৰ্ভকস্তথা পৰেষাং যুধি চেতি পাৰ্থিবঃ।
অৱেক্ষ্য ধাতোৰ্গমনাৰ্থমৰ্থবিচ্চকাৰ নাম্না ৰঘুমাত্মসংভৱম্ ॥[২]

এই বালক ( সময়ত ) যিদৰে শস্ত্ৰপাৰঙ্গম হ'ব, সেইদৰে যুদ্ধত শত্ৰু দমনত পাৰদৰ্শী হ'ব; সেই কাৰণে ধাতুৰ অৰ্থজ্ঞ দিলীপে 'লঘ্' ধাতুৰ গমন অৰ্থ বিবেচনা কৰি পুত্ৰৰ নামকৰণ কৰিলে 'ৰঘু'। অৰ্থাৎ গমনাৰ্থ লঘ্ ধাতুৰ পিছত উ প্ৰত্যয় যোগ কৰিলে ৰঘু পদ নিষ্পন্ন হয়; গতিকে দিলীপে ধাতুৰ অৰ্থ অনুসাৰে 'ৰঘু' এই সাৰ্থক নাম ৰাখিলে।

এনে ধৰণৰ ব্যাকৰণ সম্বন্ধীয় কথা কবিৰ সাহিত্যত বহু আছে। উদাহৰণ গুণীকৃত কৰি প্ৰবন্ধৰ কলেৱৰ বৃদ্ধি কৰাৰ লোভ সামৰা হ'ল। এইখিনিতে এইটো উল্লেখ কৰিব পাৰি যে, মানুহৰ নাম আৰু কামৰ মাজত সামঞ্জস্য মানুহৰ আদৰৰ বস্তু আছিল। ইয়াৰ-পৰাও পাঠকসকল যে ৰুচিসম্পন্ন আছিল তাক অনুমান কৰিব পাৰি। শিক্ষাই মানুহক সুৰুচিসম্পন্ন কৰে।

---

১. ৰঘুবংশ ৮।২৯
২. ঐ ৩।২১

**কলাবিদ্যা :**

কালিদাসৰ সাহিত্যত সংগীত, অভিনয় আৰু চিত্ৰ আদি নানা সুকুমাৰ কলাবিদ্যাৰ উল্লেখ পোৱা যায়। তেওঁৰ যুগত যে সংগীত বিদ্যাৰ বহুল প্ৰচলন আছিল তাক তেওঁৰ 'মালৱিকাগ্নিমিত্ৰ'[১] নাটকৰপৰা ভালদৰে বুজিব পাৰি। নৃত্য, গীত আৰু বাদ্যৰ সমাহাৰকে সংগীত বুলি আখ্যা দিয়া হৈছিল ;[২] ই অকল গানতে আবদ্ধ নাছিল। সংগীত-বিদ্যাৰ চৰ্চাৰ কাৰণে উপযুক্ত শিক্ষক নিয়োগ কৰা হৈছিল আৰু ইয়াৰ পৰিচালনাৰ কাৰণে সংগীত শালা (music hall) আৰু অভিনয় প্ৰদৰ্শনৰ বাবে প্ৰেক্ষাগৃহ (representation hall)-ৰ ব্যৱস্থা আছিল। মালৱিকা 'চলিত' নামৰ এবিধ নৃত্য-কলাত বিশেষ পাৰদৰ্শী হৈ উঠিছিল। সেই মালৱিকাই 'পঞ্চাঙ্গাভিনয়'তো সুনিপুণা হৈ দৰ্শকসকলক বিমোহিত কৰিছিল। অৱস্থাৰ অনুকৰণেই অভিনয়। এই অভিনয় চাৰি প্ৰকাৰৰ, যেনে—আঙ্গিক, বাচিক, আহাৰ্য আৰু সাত্ত্বিক।[৩]

পাঁচটা অঙ্গেৰে যি অভিনয় প্ৰদৰ্শন কৰা হয় তাক পঞ্চাঙ্গাভিনয় বোলে। এই পাঁচটা অঙ্গ হ'ল, মন, চকু, চকুৰ ভ্ৰূ, হাত আৰু ভৰি। এই পাঁচটা অঙ্গেৰে প্ৰদৰ্শিত নৃত্যক চলিতক নৃত্য বোলা হৈছিল। মালৱিকা এই চলিতক নৃত্যতে নিপুণা হৈ উঠিছিল। নৃত্য, গীতৰ তাল, মান আৰু লয় সম্পূৰ্ণভাৱে ৰক্ষা কৰা হৈছিল।

কবিৰ সাহিত্যত বীণা আদি তন্ত্ৰ বাদ্য, মৃদঙ্গ আদি চৰ্ম বাদ্য, মুৰলী আদি ছিদ্ৰ বাদ্যৰ উল্লেখ পোৱা যায়। দেবৰ্ষি নাৰদ দক্ষিণ দিশলৈ যাওঁতে তেওঁৰ বীণাৰ আগ ভাগত সন্নিবিষ্ট দিব্য কুসুম-মালা হঠাৎ খহি ইন্দুমতীৰ বুকুত পৰিল। আৰু মালাৰ স্পৰ্শত ইন্দুমতীৰ জীৱনৰ অৱসান ঘটিল।[৪]

---

১. তদাৱত্যতাং সংগীতম্ ; প্ৰবৃত্তং সংগীতকম্ (মালৱিকাগ্নিমিত্ৰ ১ম অঙ্ক)

২. নৃত্যং গীতং তথা বাদ্যং ত্ৰয়ং সংগীতমুচ্যতে।

৩. ভবেদভিনয়োঽৱস্থানুকাৰঃ স চতুৰ্বিধঃ।
আঙ্গিকো বাচিকশ্চৈৱমাহাৰ্যঃ সাত্ত্বিকস্তথা ॥ (সাহিত্য-দৰ্পণ ৬।২)

৪. ৰঘুবংশ ৮।৩৩

মেঘদূত'ত যক্ষ-পত্নীয়ে সুমধুৰ কণ্ঠেৰে প্ৰিয়তমৰ গুণানুকীৰ্তন কৰি গান গাবলৈ লোৱাত তেওঁৰ চকুৰ জলে বীণাৰ তাঁৰ তিয়াই পেলোৱাৰ বৰ্ণনা আছে 'তন্ত্ৰীমাৰ্দ্ৰাং নয়নসলিলৈঃ।'[১]

'ৰঘুবংশ'ৰ ত্ৰয়োদশ সৰ্গত মৃদঙ্গাদি বাদ্য যন্ত্ৰৰ সহায়েৰে সংগীত চৰ্চাৰ উল্লেখ পোৱা যায়ঃ 'প্ৰসক্তসংগীত মৃদঙ্গঘোষঃ।'[২] মৃদঙ্গৰ আন এটা নাম পুষ্কৰ। 'ৰঘুবংশ'ত[৩] দুইবাৰ ইয়াৰ উল্লেখ আছে। নৰ্তকীসকলে নৃত্য কৰাৰ সময়ত ৰজা অগ্নিবৰ্ণই নিজে মৃদঙ্গ বজাইছিল। কবিৰ কাব্যৰ নানা ঠাইত মৃদঙ্গৰ ধ্বনি শুনি মেঘৰ গৰ্জন বুলি ভ্ৰম কৰি ময়ূৰবিলাকে নাচিবলৈ ধৰা বৰ্ণনা পোৱা যায়। অলকা নগৰীত সংগীত গোৱাৰ সময়ত মৃদঙ্গৰ ব্যৱহাৰ আমাৰ চকুত পৰে। আকৌ অলকাপুৰীৰ প্ৰাসাদসমূহত সংগীতেৰে সৈতে স্নিগ্ধ-গম্ভীৰ মুৰজ ধ্বনিত হৈ থাকেঃ 'সংগীতায় প্ৰহৃতমুৰজাঃ স্নিগ্ধগম্ভীৰঘোষম্।[৪]

'ৰঘুবংশ'ৰ দ্বিতীয় সৰ্গত পোৱা যায়ঃ

স কীচকৈৰ্মাৰুতপূৰ্ণৰন্ধ্ৰৈঃ কূজদ্ভিৰাপাদিতবংশকৃত্যম্।
শুশ্ৰাৱ কুঞ্জেষু যশঃ স্বমুচ্চৈৰুদ্গীয়মানং বনদেৱতাভিঃ॥[৫]

মহাৰাজ দিলীপে কোনোবা এঠাইত শুনিলে যেন বাঁহৰ ফুটাইদি বতাহ সোমাই কীচক (বাঁহ বিশেষ)-বিলাক শব্দায়মান হৈ যেন বাঁহীৰ ধ্বনি কৰিছে আৰু কোনো ঠাইত শুনিলে যেন বন-দেৱতা-সকলে লতা-গৃহৰ মাজত মুক্তকণ্ঠে তেওঁৰ যশোগান গাবলৈ আৰম্ভ কৰিছে। কবিৰ সেই একেখন মহাকাব্যতে দেখিবলৈ পোৱা যায়, মহাৰাজ অজৰ ইন্দুমতী আছিল ললিত-কলা বিদ্যা-গ্ৰহণৰ প্ৰিয়তমা

১. মেঘদূত ২।২৬
২. ৰঘুবংশ ১৩।৪০
৩. ঐ ১৭।১১; ১৯।১৪
৪. মেঘদূত ২।১
৫. ৰঘুবংশ ২।১২

শিষ্যা ( প্ৰিয়াশিষ্যা ললিতে কলাবিধৌ )।[১] ৰজা অগ্নিবৰ্ণই তিৰোতাসকলক নৃত্যাভিনয় শিকাইছিল ( স্ত্ৰীষু নৃত্যমুপধায় দৰ্শয়ন্[২] )

'বিক্ৰমোৰ্শীয়' নাটকত সংগীত অনুশীলনৰ[৩] উপৰিও ৰস, ৰাগ আদি পাৰিভাষিক সংজ্ঞাৰ উল্লেখ পোৱা যায়।

কালিদাসৰ সময়ত সংগীতৰ যে বিশেষ প্ৰচলন আছিল তাক সহজে অনুমান কৰিব পাৰি। 'শকুন্তলা' নাটকত দেখা যায়, সেই নাটকৰ অভিনয়ত দৰ্শকবৃন্দক গ্ৰীষ্মকালৰ বৰ্ণনামূলক গীতেৰে আদৰণি জনোৱা হৈছিল।[৪] সেই নাটকৰ পঞ্চম অঙ্কত উপেক্ষিতা হংসপদিকাই ৰাগ-পৰিবাহিনী গীতেৰে ৰজা দুষ্মন্তক ভৰ্ৎসনা কৰিছিল।[৫] সেয়েহে বিদূষকে ৰজাক ক'লে, বন্ধু, সংগীতশালাৰ পিনে কাণ দিয়া। স্পষ্ট বিশুদ্ধ মধুৰ সংগীতৰ ধ্বনি শুনিবলৈ পোৱা গৈছে।[৬] বিদূষকৰ কথা শুনি ৰজা দুষ্মন্তই ক'লে, কেনে মধুৰ ৰাগ-পৰিপূৰ্ণ গীত। আকৌ ৰজাই কৈ উঠিল, এনেকুৱা গীত শুনি অভিলষিত জনৰপৰা বিযুক্ত নোহোৱাকৈয়ে দেখিছোঁ মনটো অত্যন্ত বিচলিত হৈ উঠিছে।[৭] ইয়াৰ দ্বাৰা উচ্চ স্তৰৰ সংগীত-বিদ্যা চৰ্চাৰ অনুমান অনায়াসে কৰিব পাৰি।

'মালৱিকাগ্নিমিত্ৰ' নাটকত ৰজাৰ নয়ন-মধু মালৱিকাই প্ৰথম প্ৰেম নিবেদন কৰিছিল সংগীতৰ মাধ্যমেৰে।[৮] 'ৰঘুবংশ'ত লব-কুশৰ

১. ৰঘুবংশ ৮।৬৭
২. ঐ ১৯।৩৬
৩. বিদূষক : নিপুণিকে সংগীতব্যাপাৰমুদ্দিশ্য ক্ব প্ৰস্থিতাসি।
( বিক্ৰমোৰ্শীয় ১ম অঙ্ক )
৪. সূত্ৰধাৰ :—তদিমমেৱ তাবদচিৰপ্ৰবৃত্তমুপভোগক্ষমং গ্ৰীষ্মসময়মধিকৃত্য গীয়তাম্। ( শকুন্তলা—প্ৰস্তাৱনা )
৫. শকুন্তলা ৫।১
৬. বিদূষক : ভো ৱয়স্য সংগীতশালাভ্যন্তৰেঽৱধানং দেহি। কলবিশুদ্ধায়া গীতেঃ স্বৰসংযোগঃ শ্ৰূয়তে। ( শকুন্তলা ৫ম অঙ্ক )
৭. ৰাজা—অহো, ৰাগপৰিবাহিনী গীতিঃ।...কিং নু খলু গীতমেবংবিধাৰ্থমাকৰ্ণ্যেষ্টজনবিৰহাদৃতেঽপি বলৱদুৎকণ্ঠিতোঽস্মি। ( শকুন্তলা ৫ম অঙ্ক )
৮. মালৱিকাগ্নিমিত্ৰ ২।৪

সুমধুৰ স্বৰেৰে গোৱা ৰামচৰিতে আজিও পাঠকৰ হৃদয় শোকাকুল কৰি তোলে।[১]

এতিয়া আমি কৱিৰ চিত্ৰ-কলালৈ আহোঁ। কৱিৰ সাহিত্যত চিত্ৰ-কলাৰ চানেকি বহু পৰিমাণে পোৱা যায়। 'অভিজ্ঞান-শকুন্তল'ত কৱিয়ে শকুন্তলাৰ ৰূপ-বৰ্ণনা প্ৰসঙ্গত কৈছে, বিধাতাই যেন প্ৰথমে শকুন্তলাক চিত্ৰত আঁকি লৈ পিছত জীৱ দান কৰিছে: 'চিত্ৰেনিৱেশ্য পৰিকল্পিতসত্ত্বযোগা।'[২] নহ'লে বিধাতাৰ পক্ষে একেবাৰতে এনে নিখুঁত ৰূপৰ সৃষ্টি সম্ভৱ নহ'লহেঁতেন। চিত্ৰত আঁকি লোৱা হেতু সংশোধনৰ সুযোগ পাই এই ৰূপ সৃষ্টি সম্ভৱপৰ হৈ উঠিছে।

সেই নাটকৰ চতুৰ্থ অঙ্কত পোৱা যায়, শকুন্তলা পতি-গৃহলৈ যাত্ৰা কৰা সময়ত আশ্ৰমৰ বৃক্ষসমূহে বিবিধ আভৰণ প্ৰদান কৰিলে। সেইবোৰ দেখি প্ৰিয়ংবদা আৰু অনুসূয়াই ক'লে, এই অলংকাৰবোৰৰ কোনটো কোন অঙ্গত পিন্ধাব লাগিব সেই বিষয়ে অভিজ্ঞতা নাথাকিলেও ছবি অঁকাৰ বিদ্যাৰপৰা আমাৰ যি জ্ঞান হৈছে তাৰ দ্বাৰা শকুন্তলাৰ অঙ্গত অলংকাৰবোৰ পিন্ধাই দিম:

'চিত্ৰকৰ্মপৰিচয়েনাঙ্গেষু ত আভৰণৱিনিযোগং কুৰ্ৱঃ।'[৩]

'শকুন্তলা' নাটকৰ ষষ্ঠ অঙ্কত বিৰহ-কাতৰ দুষ্মন্তৰ হাতত শকুন্তলাৰ চিত্ৰ প্ৰদান কৰি চতুৰিকাই ক'লে, এয়া মহাৰাণীক চিত্ৰত দেখা গৈছে। (ইয়ং চিত্ৰগতা ভট্টিনী)। চিত্ৰ দেখি ৰজাৰ আক্ষেপপূৰ্ণ উক্তি মন কৰিব লগীয়া:

'সাক্ষাৎপ্ৰিয়ামুপগতামপহায় পূৰ্ৱং
চিত্ৰাৰ্পিতাং পুনৰিমাং বহুমন্যমানঃ।'[৪]

---

১. ৰঘুবংশ ১৬।৬৬

২. শকুন্তলা ২।৯

৩. ঐ ৪ৰ্থ অঙ্ক

৪. ঐ ৬।১৬

সাক্ষাৎ সমাগতা প্ৰিয়তমাক প্ৰথমে পৰিত্যাগ কৰি এতিয়া চিত্ৰত অঙ্কিত এওঁৰ ওপৰত গুৰুত্ব আৰোপ কৰিছোঁ।

সেই নাটকতে একে সন্দৰ্ভতে দেখা যায় ৰজা দুষ্যন্ত নিজেও এজন নিপুণ চিত্ৰশিল্পী আছিল। ৰজাই বিৰহৰ অৱস্থাত প্ৰিয়তমা শকুন্তলাৰ চিত্ৰ আঁকি তাপিত হৃদয়ত সান্ত্বনা লভিবলৈ ব্যাকুল হৈছিল। ৰজাই শকুন্তলাৰ অৰ্ধ-সমাপ্ত চিত্ৰটো বিদূষকক দেখুৱালে। বিদূষকে ৰজাৰ চিত্ৰ-কৰ্মৰ প্ৰশংসা কৰিলে ; তথাপি ৰজাই ক'লে, এতিয়াও কিছু আঁকিবলৈ বাকী আছে। সেইবিলাক সম্পূৰ্ণ কৰিব লাগিব।

'কুমাৰসম্ভৱ'ত কবিয়ে পাৰ্বতীৰ ৰূপ-বৰ্ণনা প্ৰসঙ্গত ব্যক্ত কৰিছে : পাৰ্বতীৰ শৰীৰটো যেন তুলিকাৰ দ্বাৰা উদ্ভাসিত চিত্ৰ 'উন্মীলিতং তূলিকয়েৱ চিত্ৰম্।'[1]

কবিৰ সেই মহাকাব্যতে চিত্ৰ সম্বন্ধে আকৌ পোৱা যায়—নন্দীৰ আজ্ঞাত সকলোৱেই চিত্ৰত অঙ্কিত কৰাৰ দৰে নিশ্চল হৈ অৱস্থান কৰিলে : 'চিত্ৰাৰ্পিতাৰম্ভমিৱাৱতস্থে।'[2]

'ৰঘুবংশ'তো কবিয়ে একে ধৰণে চিত্ৰ সম্বন্ধে উল্লেখ কৰিছে : সিংহৰ শৰীৰলৈ শৰ নিক্ষেপ কৰিবলৈ উদ্যত হোৱা ভাৰত-সম্ৰাট ৰঘু চিত্ৰত অঙ্কিত কৰাৰ দৰে যেন নিশ্চল হৈ ৰ'ল : 'চিত্ৰাৰ্পিতাৰম্ভ ইৱাৱতস্থে।'[3]

কবিৰ 'মালৱিকাগ্নিমিত্ৰ' নাটকতো চিত্ৰ আৰু চিত্ৰশালাৰ বিষয়ে পোৱা যায়—চিত্ৰত মহাৰাণীৰ ওচৰতে সেইজনক দেখা গৈছে 'দেব্যাঃ পাৰ্শ্বগতঃ স জনশ্চিত্ৰে দৃষ্টঃ।'[4] ৰাণীয়ে চিত্ৰশালালৈ গৈছে 'চিত্ৰ-শালাংগতা দেৱী।'[5] চিত্ৰশালাৰ (hall of painting) উল্লেখে চিত্ৰকলাৰ বহুল প্ৰচলনৰ কথা সূচায়। সেই নাটকত ৰজা

১. কুমাৰসম্ভৱ ১।৩২
২. ঐ ৩।৪২
৩. ৰঘুবংশ ২।৩১
৪. মালৱিকাগ্নিমিত্ৰ—১ম অঙ্ক।
৫. ঐ ঐ

অগ্নিমিত্ৰই মালৱিকাৰ ৰূপ সম্বন্ধে কৰা উক্তিও এই ক্ষেত্ৰত উল্লেখযোগ্য :

চিত্ৰগতায়ামস্যাং কান্তিবিসংবাদশঙ্কি মে হৃদয়ম্।
সংপ্ৰতি শিথিলসমাধিং মন্যে যেনেয়মালিখিতা ॥[১]

মোৰ মানস-চিত্ৰত অঙ্কিত মালৱিকাৰ ৰূপ-লাৱণ্যৰ বিষয়ে মোৰ মনত সন্দেহ হৈছিল ; কিন্তু এতিয়া চিত্ৰকৰে অঁকা তেওঁৰ চিত্ৰ দেখি অনুমান হয়, যিজনে এওঁৰ ছবি আঁকিছে তেওঁ ভালদৰে মনোযোগ দি আঁকিব পৰা নাই।

'বিক্ৰমোৰ্বশীয়' নাটকত চেটীয়ে বিদূষকক লক্ষ্য কৰি কৈছে, এই যে ছবিত আঁকা বান্দৰৰ দৰে আৰ্য মানবক নিশ্চলভাৱে বহি আছে।[২]

কবিয়ে তেওঁৰ কাব্যত দুষ্মন্ত, পুৰূৰৱা, যক্ষ, ৰজা অগ্নিবৰ্ণ, যক্ষপত্নী আদি পাত্ৰসমূহক চিত্ৰাঙ্কনত নিপুণ বুলি বৰ্ণনা কৰিছে। অকল চিত্ৰাঙ্কনতে নহয়, সুন্দৰ চিত্ৰক জীৱন্ত কৰি তুলিবলৈ পাৰ্শ্ব-ভূমিৰ প্ৰয়োজনীয়তা দেখুৱাই কবিয়ে শিল্প নৈপুণ্যৰ জ্ঞান প্ৰকট কৰিছে। উদাহৰণ-স্বৰূপে কণ্বৰ আশ্ৰমত দেখা শকুন্তলাৰ প্ৰথম-দৰ্শনৰ চিত্ৰ নিৰ্মাণ কৰি ৰজা দুষ্মন্ত সন্তুষ্ট নহ'ল ; সেয়া যেন আধকৰা হৈ ৰ'ল, তাক নিখুঁত কৰিবলৈ যিবোৰ বস্তুৰ প্ৰয়োজন তাক বৰ্ণনা কৰি ক'লে :

কাৰ্যা সৈকতলীনহংসমিথুনা স্ৰোতোবহা মালিনী
পাদাস্তামভিতো নিষণ্ণহৰিণা গৌৰীগুৰোঃ পাৱনাঃ
শাখালম্বিতবল্কলস্য চ তৰোৰ্নিৰ্মাতুমিচ্ছাম্যধঃ
শৃঙ্গে কৃষ্ণমৃগস্য ৱামনয়নং কণ্ডূয়মানাং মৃগীম্ ॥[৩]

এই ছবিত আঁকিব লাগিব মালিনী নদী, যাৰ বালিময় তটভূমিত

১. মালৱিকাগ্নিমিত্ৰ ২।২
২. এৰ খৰালিখিতো ৱানৰ ইৱ কিমপি তূষ্ণীংভূত আৰ্যমানৱকস্তিষ্ঠতি। (বিক্ৰমোৰ্বশীয় ২য় অঙ্ক)
৩. শকুন্তলা ৬।১৭

হংসমিথুন জিৰণি লৈ আছে; (আৰু) যাৰ দুয়ো দাঁতিত অৱস্থিত পবিত্ৰ হিমালয়ৰ কাষৰ পৰ্বতশ্ৰেণীত হৰিণবোৰ বহি আছে; আৰু এডাল গছ, যাৰ শাখাত বকলবোৰ প্ৰলম্বিত হৈ আছে; তাৰ তলতেই মই আঁকিব খোজোঁ। এনে এটি মৃগী, যি তাইৰ বাঁও চকুটো এটা কৃষ্ণমৃগৰ শিঙত খজুৱাই আছে।

কবিৰ এই উক্তিসমূহৰপৰা বুজা যায় যে কবিৰ সময়ত ৰুচিসম্পন্ন চিত্ৰকলাৰ অনুশীলন হৈছিল আৰু লগতে ইয়াকো সহজে অনুমান কৰিব পাৰি যে চিত্ৰবিদ্যাই জনসাধাৰণৰ মন বিশেষভাৱে আকৰ্ষণ কৰিছিল।

**ধনুৰ্বিদ্যা :**

কলাবিদ্যাৰ দৰে ধনুৰ্বিদ্যাৰো উল্লেখ কালিদাসৰ সাহিত্যত যথেষ্ট পোৱা যায়। ৰঘুবংশীয় ৰজাসমূহ আটায়ে ধনুৰ্বিদ্যাত পাৰদৰ্শী আছিল। এই বিদ্যা পিতাৰপৰা পুত্ৰই লাভ কৰিছিল। মহাৰাজ ৰঘুৱে পিতা দিলীপৰপৰা ধনুৰ্বিদ্যা লাভ কৰিছিল। দিলীপ ধনু-বিদ্যাত বিশেষ অভিজ্ঞ আছিল, সেই কাৰণে ৰঘুৱে আন শিক্ষকৰ ওচৰ নচপাকৈয়ে অদ্বিতীয় ধনুৰ্ধাৰী পিতাকৰপৰা সেই বিদ্যাৰ বিশেষ জ্ঞান লাভ কৰিব পাৰিছিল : 'অশিক্ষিতাস্ত্ৰং পিতুৰেৱ মন্ত্ৰৱৎ।'[১]

ধনুৰ্ধাৰী দিলীপৰ বিষয়ে কবিয়ে কৈছে :

স পাটলায়াং গৱি তস্থিৱাংসং ধনুৰ্ধৰঃ কেসৰিণং দদৰ্শ।[২]

ততো মৃগেন্দ্ৰস্য মৃগেন্দ্ৰগামী ৱধায় ৱধ্যস্য শৰং শৰণ্যঃ।

জাতাভিষঙ্গো নৃপতিৰ্নিষঙ্গাদুদ্ধৰ্তুমৈচ্ছৎপ্ৰসভোদ্ধৃতাৰিঃ॥[৩]

ধনুৰ্বাণ হাতত লৈ ৰজা দিলীপে পাটল বৰণৰ গাভীৰ ওপৰত উপবিষ্ট এটা সিংহ দেখিলে।

তাৰ পিছত বলপূৰ্বক শত্ৰুঘাতী আশ্ৰিত-বৎসল মৃগেন্দ্ৰগতি ৰজা

১. ৰঘুবংশ ৩,৩১
২. ঐ ২।২৯
৩. ঐ ২।৩০

দিলীপে এইদৰে পৰাভৱ অনুভৱ কৰি নিধনযোগ্য সেই সিংহৰ নিধনৰ কাৰণে তূণৰপৰা শৰ গ্ৰহণ কৰিবলৈ অভিলাষ কৰিলে ।

মহাৰাজ দশৰথ আছিল এজন বিখ্যাত ধনুৰ্ধাৰী। কবিয়ে কয়, মহাৰাজ দশৰথে গিৰিগুহাত থকা বাঘবোৰ সম্মুখত উপস্থিত দেখি বিশেষ অভ্যাস থকা হেতু ক্ষিপ্ৰ হস্ত চালন কৰি নিমিষৰ ভিতৰতে সিহঁতৰ মুখগহ্বৰ বাণেৰে পূৰ্ণ কৰি তূণৰ আকৃতিত পৰিণত কৰিলে : 'শিক্ষাবিশেষলঘুহস্ততয়া নিমেষাত্তূণীচকাৰ শৰপূৰিতবক্ত্ৰ-ৰন্ধ্ৰান্ ।'[১]

দশৰথ-তনয় ৰঘুকুল-শিৰোমণি ৰামচন্দ্ৰ যে কি অসাধাৰণ ধনুৰ্ধাৰী আছিল, তাক জনক ৰাজ-কন্যাৰ ধনুৰ্ভঙ্গ-পণত প্ৰমাণ কৰি দেখুৱাইছিল :

ভজ্যমানমতিমাত্ৰকৰ্ষণাত্তেন বজ্ৰপৰুষস্বনং ধনুঃ ।[২]

ৰামে প্ৰবলভাৱে আকৰ্ষণ কৰা সেই ধনু বজ্ৰৰ দৰে শব্দ কৰি ভাগি গৈছিল ।

'অভিজ্ঞানশকুন্তল'ত মহাৰাজ দুষ্যন্ত যে এজন ধনুৰ্বিদ্যাবিদ আছিল সেইটো জনা যায়। অনবৰত ধনুৰ্গুণ আকৰ্ষণ কৰা হেতু তেওঁৰ (দুষ্যন্ত) দেহৰ পূৰ্বভাগ সুদৃঢ় হৈছে ।[৩]

এই ধনুৰ্বিদ্যা দুৰ্বলৰ ৰক্ষাৰ কাৰণে, নিষ্পাপীৰ নিধনৰ কাৰণে নহয় : 'আৰ্তত্ৰাণায় বঃ শস্ত্ৰং ন প্ৰহৰ্তুমনাগসি ।'[৪] প্ৰাচীন ভাৰতৰ ধনুৰ্বিদ্যা শিক্ষাৰ এয়ে আছিল উজ্জ্বল আদৰ্শ। এই বিদ্যা গ্ৰহণৰ বেলিকা বিদ্যাৰ্থীৰ শাৰীৰিক অৱস্থা কেনে হয় কবিয়ে 'ৰঘুবংশ'ত তাৰ সুন্দৰ বৰ্ণনা দিছে :

---

১. ৰঘুবংশ ৯।৬৩

২. ঐ ১১।৪৬

৩. অনৱৰতধনুৰ্জ্যাস্ফালনক্ৰূৰপূৰ্বম্ (শকুন্তলা ২।৪)

৪. শকুন্তলা ১।১১

বদ্ধ্যহ স্থিতঃ কিংচিদিবোন্নবার্ধমূৰ্দ্ধচূড়োহঞ্চিতসব্যজানুঃ।
আকর্ণমাকৃষ্টসবাণধন্বা ব্যবোচতাস্ত্রে স বিনীয়মানঃ ॥[১]

ধনুর্বিদ্যা শিকা সময়ত তেওঁ ( সুদর্শন ) শৰীৰৰ পূর্ব ভাগ কিছু পৰিমাণে প্ৰসাৰিত কৰে, মূৰৰ চূড়া (crest) বান্ধি লয়, বাঁও আঁঠু আকুঞ্চিত কৰে আৰু ধনুত বাণ লগাই কাণ পৰ্যন্ত আকৰ্ষণ কৰে, তেতিয়া তেওঁক দেখিবলৈ বিশেষ ধুনীয়া হৈ উঠে।

## আয়ুর্বিদ্যা ঃ

কালিদাসৰ সাহিত্যত আয়ুর্বিদ্যাই পাঠকৰ দৃষ্টি বিশেষভাৱে আকৰ্ষণ কৰিছে। আয়ুর্বিজ্ঞানে মানুহৰ শৰীৰ নিৰাময় কৰি ৰখাৰ সন্ধান দিয়ে। কবিয়ে কয় শৰীৰটো ৰক্ষা কৰাই শ্ৰেষ্ঠ ধর্ম : 'শৰীৰমাদ্যং খলু ধৰ্মসাধনম্।'[২] শৰীৰ, বাক্য, বুদ্ধি, ধন আদি নানা উপায়েৰে ধৰ্ম সাধন কৰিব পাৰি ; কিন্তু এইবিলাকৰ ভিতৰত শৰীৰেই মুখ্য সাধন। ধর্ম, অর্থ, কাম আৰু মোক্ষ—এই চতুর্বর্গ শৰীৰৰ দ্বাৰাহে লাভ কৰিব পাৰি। শৰীৰৰ অভাৱত ই অসম্ভব, সেয়েহে কবিৰ মতে, 'শৰীৰমাদ্যং খলু ধৰ্মসাধনম্।'

মানুহৰ শৰীৰ সুস্থ অৱস্থাত ৰাখিবলৈ হ'লে ঠিক সময়ত আহাৰ কৰিব লাগে, নহ'লে স্বাস্থ্যৰ ক্ষতি কৰে। শৰীৰ-ৰক্ষা —আয়ুর্বিদ্যা বা আয়ুর্বেদৰ এটা প্ৰধান উপদেশ। কবিয়ে 'মালবিকাগ্নিমিত্ৰ' নাটকত আয়ুর্বেদোক্ত এই তথ্যটো উল্লেখ কৰি কৈছে, 'উচিতবেলাতিক্ৰমে চিকিৎসকা দোষমুদাহৰন্তি।'[৩] কবিৰ সাহিত্যত ঔষধ আৰু চিকিৎসক উভয়ৰে উল্লেখ পোৱা যায়। 'ৰঘুবংশ'ত উল্লেখ কৰা হৈছে, 'অজৰ বেমাৰ চিকিৎসকে আঁতৰ কৰিব নোৱাৰিব, অৰ্থাৎ তেওঁৰ বেমাৰ অসাধ্য।[৪] কিছুমান ৰোগ যে

১. ৰঘুবংশ ১৮।৫১
২. কুমাৰসম্ভৱ ৫।৩৩
৩. মালবিকাগ্নিমিত্ৰ ২য় অঙ্ক
৪. প্ৰাণান্তহেতুমপি তং ভিষজামসাধ্যং লাভং প্ৰিয়ানুগমনে ত্বৰয়া স মেনে।
( ৰঘু ৮.৯৩ )

অসাধ্য; কৱিয়ে তাক 'কুমাৰসম্ভৱ'তো উল্লেখ কৰিছে, সাংনিপাতিক ৰোগত বীৰ্যৱান ঔষধসমূহো ব্যৰ্থ হয়।'[১]

প্ৰাচীন ভাৰতীয় চিকিৎসা বনৌষধি চিকিৎসা আছিল। পশু-পক্ষীৰ বেমাৰ হ'লে সিহঁতে কি বন-লতা খাই আৰোগ্য লাভ কৰে মানুহে তালৈ লক্ষ্য কৰি, সেই বন-লতা আদিৰপৰা ঔষধ তৈয়াৰ কৰিছিল। বেমাৰ হ'লে পশুবিলাকে এনে কিছুমান বন খায় যাৰ দ্বাৰা সিহঁতৰ বেমাৰ নাইকিয়া হয়, এয়া প্ৰকৃতিৰ দান। ৰোগাক্ৰান্ত পশু-পক্ষীৰ আচৰণ লক্ষ্য কৰি এই বনৌষধিৰ আবিষ্কাৰ কৰিছিল। আজিও বননিত বাস কৰা মানুহে কেৱল বনৌষধি ব্যৱহাৰ কৰিয়েই ৰোগমুক্ত হোৱা দেখা যায়। শৰীৰত জখম হ'লে বনৌষধি প্ৰয়োগ কৰি নিৰাময় লাভ কৰাৰ কথা কৱিয়ে উল্লেখ কৰিছে, 'হনুমানে অনা সঞ্জীৱনী ঔষধৰ প্ৰভাৱত লক্ষ্মণ নীৰোগ হৈ তেওঁ পুনঃ ৰাক্ষসবিলাক বিনাশ কৰিবলৈ ধৰিলে।'[২] কৱিৰ মতে মানুহৰ শৰীৰ সুস্থকৈ ৰাখিবলৈ হ'লে চিকিৎসকৰ পৰামৰ্শ মানি চলিব লাগে; অন্যথা মানুহে অকালতে মৃত্যু বৰণ কৰিব লগীয়া হয়। ৰাজবৈদ্য-সকলে ৰজা অগ্নিবৰ্ণক চৰিত্ৰ সংশোধন কৰিবলৈ সঁকীয়াই দিছিল; কিন্তু তেওঁ তালৈ ভ্ৰূক্ষেপ নকৰি ইন্দ্ৰিয় চৰিতাৰ্থ কৰিবলৈ শৰীৰৰ ওপৰত যথেচ্ছ ব্যৱহাৰ কৰি মৃত্যু বৰণ কৰিব লগীয়া হৈছিল।[৩]

আচাৰ্য সুশ্ৰুতৰ মতে আয়ুৰ্বেদৰ ঘাইকৈ আঠটা অঙ্গ বা ভাগ আছে। এই কাৰণে ইয়াৰ আন এটা নাম অষ্টাঙ্গ আয়ুৰ্বেদ। এই আঠটা ভাগৰ ভিতৰত কুমাৰভৃত্যা বা শিশু-চিকিৎসাও এটা প্ৰধান ভাগ। এই ভাগত গৰ্ভস্থ সন্তানৰ বাবে ল'ব লগা যত্ন, সন্তান-সম্ভৱা তিৰোতাৰ বাবে ল'ব লগা পৰিচৰ্যা আৰু নৱজাত শিশুৰ প্ৰতি ল'ব

---

১. ৱীৰ্যৱন্তৌষধানীৱ ৱিকাৰে সাংনিপাতিকে।
(প্ৰতিহতক্ৰিয়াঃ) (কুমাৰ ২।৪৮)

২. 'স মাৰুতিসমানীতমহৌষধিহৃতব্যথঃ।' (ৰঘু ১২।৭৮)

৩. ৰঘুবংশ ১৯।৪৯

লগা বস্ত্ৰ আদি বিষয় আলোচিত হৈছে। কবিয়ে এই কুমাৰভৃত্যা সম্বন্ধে উল্লেখ কৰিছে :

শিশু-চিকিৎসাত নিপুণ বিশ্বস্ত চিকিৎসকৰ দ্বাৰা গৰ্ভস্থ শিশুৰ পুষ্টি-সাধন কাৰ্য সম্পাদিত হোৱাৰ পিছত ৰজা দিলীপে দশম মাহত প্ৰীত হৈ আসন্নপ্ৰসৱা প্ৰিয়া মহিষীক গ্ৰীষ্ম কালৰ অৱসানত মেঘৰ ভৰত আনত বৰ্ষণোন্মুখ আকাশৰ দৰে দেখিলে।[১]

## সৰ্পবিদ্যা :

কবিৰ 'মালৱিকাগ্নিমিত্ৰ' নাটকত সৰ্পবিদ্যা সম্বন্ধে উল্লেখ আছে আৰু এই বিদ্যাৰ যে বিশেষ চৰ্চা আছিল, তাকো ভালদৰে বুজা যায়। ৰজা অগ্নিমিত্ৰৰ বন্ধু বিদূষকে জনালে যে তেওঁক সাপে কামুৰিছে। এই সম্পৰ্কত কবিয়ে সৰ্প-দংশনৰ প্ৰাথমিক চিকিৎসাৰ বিষয়ে উল্লেখ কৰিছে :

'সাপে কামুৰিলে প্ৰথমে ক্ষত ঠাই কাটি পেলাব লাগে বুলি শুনা যায়। গতিকে তেওঁৰো ইয়াকেই প্ৰথমে কৰিব লাগে।

সৰ্পই দংশন কৰা মাত্ৰে ক্ষত ঠাইখিনি কাটি, পুৰি নাইবা ছিদ্ৰ কৰি ভাৰপৰা তেজ বাহিৰ কৰিব লাগে—এইবোৰেই জীৱন-ৰক্ষাৰ উপায়।'[২]

প্ৰাচীন ভাৰতত অস্ত্ৰোপচাৰৰ যে প্ৰচলন আছিল, তাক ইয়াৰ-পৰা অনুমান কৰিব পাৰি।

'বৈদ্যচন্দ্ৰোদয়'ত কৈছে :

সৰ্পদষ্ট ঠাই অস্ত্ৰেৰে ফালি তেজ উলিয়াই পেলাব লাগে। তেজৰ

---

১. কুমাৰভৃত্যাকুশলৈৰনুষ্ঠিতে ভিষগ্‌ভিৰাপ্তৈৰথ গৰ্ভভৰ্মণি।
পতিঃ প্ৰতীতঃ প্ৰসৱোন্মুখীং প্ৰিয়াং দদৰ্শ কালে দিৱমভ্ৰিতামিৱ॥
(ৰঘু ৩।১২)

২. পৰিব্ৰাজকা—তেন হি দংশচ্ছেদঃ পূৰ্বকৰ্মেতি শ্ৰূয়তে। স তাৱদস্য ক্ৰিয়তাম্।
ছেদো দংশস্য দাহো বা ক্ষতেৰ্বা ৰক্তমোক্ষণম্
এতানি দষ্টমাত্ৰাণামায়ুষ্যাঃ প্ৰাতপত্তয়ঃ॥ (মালৱিকাগ্নিমিত্ৰ ৪।৪)

বেগ বাহিৰলৈ আহিলে বিষ নাইকিয়া হয়। তেজৰ বেগ ওপৰলৈ ৰবলৈ ধৰিলে মন্ত্ৰ বা ঔষধে কোনো ক্ৰিয়া কৰিব নোৱাৰে।'[১]

সৰ্প-দংশনৰ বিষ উপশম কৰাৰ কাৰণে 'উদকুম্ভবিধান' নামৰ এবিধ বিশেষ কৰ্মানুষ্ঠানৰ প্ৰয়োগ প্ৰচলিত আছিল। উদকুম্ভ শব্দৰ অৰ্থ মন্ত্ৰপূত জলৰ কলহ। সৰ্প-দংশনৰপৰা ৰক্ষা পাবলৈ মন্ত্ৰপূত কলহৰ পানীৰ প্ৰয়োগ সম্বন্ধে 'ভৈৰৱতন্ত্ৰ'ত বিশদভাৱে দিয়া আছে। তাৰ বিৱৰণ ইয়াত নিষ্প্ৰয়োজন।

কবিয়ে এই উদকুম্ভ বিধান প্ৰয়োগ কৰি বিদূষকক সৰ্প-দংশনৰ সুনিশ্চিত মৃত্যুৰপৰা ৰক্ষা কৰাৰ কথা উল্লেখ কৰিছে:

ধ্ৰুৱসিদ্ধিয়ে জনাইছে যে, 'উদকুম্ভবিধান' প্ৰয়োগ কৰিবলৈ হ'লে সৰ্পমুদ্ৰা-অঙ্কিত কিবা এটা বস্তুৰ প্ৰয়োজন।

সৰ্পমুদ্ৰাঙ্কিত কোনো মন্ত্ৰ-পৰিশুদ্ধ পদাৰ্থৰে মন্ত্ৰপূত উদকুম্ভৰ পানী সৰ্পদষ্ট ঠাইত ছটিয়ালে ৰোগীয়ে সৰ্পবিষৰপৰা উপশম লাভ কৰে।

ধ্ৰুৱসিদ্ধি ৰাজবৈদ্য আছিল। তেওঁ বিষৰ বিশেষজ্ঞ। গতিকে তেওঁ বিষ-বৈদ্য বুলি খ্যাত। সৰ্পবিদ্যা-বিশাৰদ ধ্ৰুৱসিদ্ধিৰ চিকিৎসা যে অব্যৰ্থ তাক তেওঁৰ নামটোৰপৰাই বুজা যায়, যি ৰোগ নাশ কৰাটো নিশ্চিত, তেৱেঁই ধ্ৰুৱসিদ্ধি ( ধ্ৰুৱা সিদ্ধিৰ্যস্য )।

বিদূষকক যে সবিষ সৰ্পই দংশন কৰিছিল, তাক তেওঁৰ শৰীৰৰ লক্ষণৰপৰা বুজা গৈছিল—'মোৰ অঙ্গ-প্ৰত্যঙ্গবোৰৰ কঁপনি উঠিছে'- 'সিমসিমায়ন্তি মেঽঙ্গানি।' বিষৰ লক্ষণ সম্বন্ধে 'বসন্তৰাজ'ত[৩] বিচাৰ কৰিছে।

---

১. আদৌ তু স্ৰাৱয়েদ্ৰক্তং ছিত্বা শস্ত্ৰেণ দংশতঃ।
বহিৰ্বেগীকৃতে ৰক্তে বিষং তস্মাদ্বিনশ্যতি ॥
উৰ্দ্ধস্ৰোতোন্মুখে ক্ষেড়ে ন মন্ত্ৰা নৌষধিক্ৰিয়া।
( কাটয়বেমৰ টীকাত উদ্ধৃত )

২. ধ্ৰুৱসিদ্ধিৰ্বিজ্ঞাপয়তি। উদকুম্ভবিধানে সৰ্পমুদ্ৰিতং কিমপি কল্পয়িতব্যম্।
( মালবিকাগ্নিমিত্ৰ ৪ৰ্থ অঙ্ক )

৩. বৈৱৰ্ণ্যং বেপথুৰ্দাহঃ ফেনঃ ৰক্তস্ৰু ভঞ্জনম্।
স্তম্ভঃ জাড্যং মৃতিশ্চেতি বিষবেগাঃ স্যুৰষ্টধা ॥ ( বসন্তৰাজ )

তিৰোতাবিলাকেও বনৌষধি প্ৰয়োগ কৰি শৰীৰৰ ক্ষত হোৱা ঠাইৰ চিকিৎসা কৰাৰ কথা জানিছিল। কুশবনৰ আগ ভাগেৰে হৰিণৰ মুখ ক্ষত হ'লে, শকুন্তলাই ইঙ্গুদীৰ তেলৰ প্ৰলেপ দি সিহঁতৰ সেই ক্ষত ঠাই শুকুৱাই ভাল কৰিছিল। সুচিকিৎসাৰ ব্যৱস্থা থাকিলেও ভাৰতবাসীৰ এটা বিশ্বাস যে, পৰমায়ুস শেষ হ'লে ৰোগ উপশমৰ চেষ্টা সদায় বিফল হয়।[১]

## স্ত্ৰী-শিক্ষা ঃ

ভাৰতবৰ্ষত বৈদিক যুগৰপৰাই যে স্ত্ৰী-শিক্ষাৰ প্ৰচলন আছিল তাক গাৰ্গী, মৈত্ৰেয়ী আদি বিদুষী নাৰীসকলৰ কাহিনীৰপৰা সুন্দৰ-ভাৱে উপলব্ধি কৰিব পাৰি। কালিদাসৰ সময়তো স্ত্ৰী-শিক্ষাৰ ধাৰা যে প্ৰৱাহিত হৈ আছিল তাক তেওঁৰ সাহিত্য পাঠ কৰিলে স্পষ্টভাৱে বুজিব পাৰি। প্ৰাচীন ভাৰতত গুৰু-শিষ্য পৰম্পৰা হিচাপে শিক্ষাৰ সোঁত মুখে মুখে চলি আছিল। স্ত্ৰীসকলে আশ্ৰমত ঋষি-মুনিসকলৰ-পৰা মুখে মুখে শুনিয়েই শিক্ষা লাভ কৰিছিল। 'অভিজ্ঞানশকুন্তল'ত আমি দেখিবলৈ পাওঁ, অদিতিৰ অনুৰোধক্ৰমে ভগৱান মাৰীচে তেওঁৰ আশ্ৰমপদত মুনি-পত্নীসকলক পতিব্ৰতা ধৰ্মৰ উপদেশ দিছিল।[২]

মহৰ্ষি কণ্বৰ আশ্ৰমৰ অনসূয়া আৰু প্ৰিয়ংবদা যে শিক্ষিত আছিল আৰু বিশেষকৈ পুৰাণ, ইতিহাস আদি যে তেওঁলোকৰ পাঠ্যক্ৰমৰ অন্তৰ্গত আছিল তাক তেওঁলোকৰ কথাৰপৰাই বুজিব পাৰি। দুষ্মন্তৰ প্ৰতি শকুন্তলাৰ প্ৰেমানুৰাগৰ কথা যেতিয়া তেওঁ সখীদ্বয়ৰ আগত ব্যক্ত কৰিবলৈ টান পাইছিল, তেতিয়া অনসূয়াই কৈছিল, 'হেৰা; শকুন্তলা, প্ৰেম-বিষয়ৰ আমাৰ নিজৰ অভিজ্ঞতা নাই সঁচা; কিন্তু ইতিহাস,

১. প্ৰতিকাৰবিধানমায়ুষঃ সতি শেষে হি ফলায় কল্পতে (ৰঘু ৮।৪০)

২. দাক্ষায়ণ্যা পতিব্ৰতাধৰ্মমধিকৃত্য পৃষ্টস্তস্যৈ মহৰ্ষিপত্নীসহিতায়ৈ কথয়তি (অভিজ্ঞানশকুন্তল ৭ম অঙ্ক)

পুৰাণ; লৌকিক কাহিনী প্ৰভৃতিত প্ৰেমিকসকলৰ যেনেকুৱা অৱস্থা হোৱাৰ কথা শুনিছোঁ, তোমাৰ অৱস্থাও তেনেকুৱাই দেখিছোঁ।'[১]

শকুন্তলাৰ সখীদ্বয়ৰ লগত হোৱা কথা-বতৰাৰপৰা বুজিব পাৰি, তিৰোতাবিলাক লিখাতো অভ্যস্ত আছিল। তেওঁলোক ছন্দোবদ্ধ কবিতা ৰচনাতো পাকৈত আছিল। প্ৰিয়ংবদাই শকুন্তলাক দুষ্মন্ত লৈ প্ৰেমপত্ৰ লিখাৰ উপদেশ দি কৈছিল—'হেৰা, তোমাৰ নিজৰ বিষয় লৈ কোনো ছন্দোবদ্ধ মধুৰ পদ ৰচনা কৰিবলৈ মনোনিবেশ কৰা।'[২] তেতিয়া শকুন্তলাই কলে, 'হেৰা, শ্লোকৰ বক্তব্য-বিষয় চিন্তা কৰিলোঁ। কিন্তু লিখাৰ সঁজুলি যে নাই'[৩] ইয়াৰ প্ৰত্যুত্তৰত প্ৰিয়ংবদাই ক'লে, 'তোমাৰ বক্তব্য-বিষয়, এই শুকপক্ষীৰ বক্ষস্থলৰ দৰে কোমল শ্যাম পদ্মপত্ৰৰ ওপৰত নখেৰে অক্ষৰাঙ্কিত কৰা।'[৪] প্ৰিয়ংবদাৰ উপদেশমতে শকুন্তলাই পদুমৰ পাতত নখেৰে শ্লোক লিখি উলিয়াই সখীদ্বয়ৰ অনুমোদনৰ কাৰণে পঢ়ি শুনালে। আৰু, কথাখিনি ঠিক হৈছে নে নাই সুধিলে।'[৫]

ইয়াৰপৰা বুজিব পাৰি যে তিৰোতাবিলাক লিখা আৰু পঢ়া উভয়তে নিপুণ আছিল।

কবিয়ে লিখাৰ সঁজুলি আৰু বৰ্ণ ( যাৰ আন এটা অৰ্থ ৰং নাইবা আজিকালিৰ ভাষাত চিয়াহী ) উল্লেখ কৰি ভাৰতত লিখাৰ প্ৰণালী

---

১. অনসূয়া—হলা শকুন্তলে অনভ্যন্তৰে খল্বাবাং মদনগতস্য বৃত্তান্তস্য।
কিংতু যাদৃশীতিহাসনিবন্ধেষু কাময়মানানামবস্থা শ্ৰূয়তে তাদৃশী তব পশ্যামি। ( অভিজ্ঞানশকুন্তল ৩য় অঙ্ক )

২. প্ৰিয়ংবদা—তেন হ্যাত্মন উপন্যাসপূৰ্বং চিন্তয় তাৱৎকিমপি ললিতপদবন্ধনম্। ( অভিজ্ঞানশকুন্তল ৩য় অঙ্ক )

৩. শকুন্তলা—হলা চিন্তিতং ময়া গীতবস্তু। অসংনিহিতানি পুনৰ্লেখনসাধনানি (অ. শকুন্তলা ৩য় অঙ্ক )

৪. প্ৰিয়ংবদা—এতস্মিন্ শুকোদৰসুকুমাৰে নলিনীপত্ৰে নখৈৰ্নিক্ষিপ্তবৰ্ণং কুৰু।

৫. শকুন্তলা—হলা শৃণুতমিদানীং সংগতাৰ্থং ন বেতি।

যে অতি প্ৰাচীন কালৰপৰাই প্ৰচলিত আছিল তাৰ নিৰ্দেশ কৰিছে।

ভূৰ্জপত্ৰক ( ভূৰ্জ গছৰ বাকলিৰপৰা তৈয়াৰ কৰা ) লিখাৰ উপকৰণ হিচাপে ব্যৱহাৰ কৰাৰ উল্লেখ কবিৰ 'কুমাৰসম্ভৱ'ত পোৱা যায়। কবিয়ে তাত ভূৰ্জপত্ৰত প্ৰেমপত্ৰ লিখাৰ স্পষ্ট উল্লেখ কৰিছে : 'ৱ্ৰজন্তি ৱিদ্যাধৰসুন্দৰীণামনঙ্গলেখক্ৰিয়য়োপযোগম্।'[১] এই ভূৰ্জপত্ৰই সুন্দৰী বিদ্যাধৰীবিলাকৰ প্ৰেমপত্ৰ লিখাত সহায় কৰে। 'ৱিক্ৰমোৰ্ৱশীয়' নাটকতো ভূৰ্জপত্ৰত প্ৰেমপত্ৰ লিখাৰ উল্লেখ পোৱা যায়। উৰ্বশীয়ে ক'লে, 'দিব্যবলেৰে ভূৰ্জপত্ৰ নিৰ্মাণ কৰি তাতেই উত্তৰ দিম।'[২]

তিৰোতাসকল কেৱল লিখা-পঢ়াতে নহয়, সংগীত-চৰ্চাতো পাকৈত আছিল। 'শকুন্তলা' নাটকত বিদূষকে ৰজা দুষ্মন্তক কৈছে, 'বন্ধু, সংগীতশালাৰ ভিতৰৰ পিনে কাণ দিয়ক। বিশুদ্ধ মধুৰ গীতৰ ধ্বনি শুনা গৈছে। বোধ হয় হংসপদিকাই গান গাবলৈ অভ্যাস কৰিছে।[৩]

তিৰোতাবিলাক যে অকল সংগীততে পাকৈত আছিল এনে নহয়, তেওঁলোক নৃত্যতো নিপুণ আছিল। কবিৰ 'মালৱিকাগ্নিমিত্ৰ' নাটকত নায়িকা মালৱিকাৰ নৃত্যত দৰ্শকবৃন্দ মুগ্ধ। মালৱিকাই ৰাজকীয় পৰিৱেশত সুনিপুণ শিক্ষাৰ সহায়ত সংগীত-বিদ্যাত বিশেষ নিপুণতা লাভ কৰিছিল। পৰম নিপুণা আৰু মেধাৱিনী মালৱিকা সম্বন্ধে শিক্ষক গণদাসে কয় যে, শিক্ষা লাভ কৰি মালৱিকাই তাৰ

৩. কুমাৰসম্ভৱ ১।৭

৪. উৰ্ৱশী—...'প্ৰভাৱনিৰ্মিতেন ভূৰ্জপত্ৰেণ সংপাদিতোত্তৰা ভৱিতুমিচ্ছামি।'
ৰাজা—ভূৰ্জপত্ৰগতোঽয়মক্ষৰবিন্যাসঃ। ( ৱিক্ৰমোৰ্ৱশীয় ২য় অঙ্ক )

৫. বিদূষকঃ—ভো ৱয়স্য, সংগীতশালান্তৰেঽৱধানং দেহি। কলৱিশুদ্ধায়া গীতেঃ স্বৰসংযোগঃ শ্ৰূয়তে। জানে তত্ৰভৱতী হংসপদিকা ৱৰ্ণপৰিচয়ং কৰোতীতি। ( শকুন্তলা ৫ম অঙ্ক )

প্ৰয়োগ বিদবে দেখুৱাইছে, তাতে অনুমান হয় যেন তেওঁ এতিয়া শিক্ষকো প্ৰত্যুপদেশ দিব পৰা হৈছে।[১]

কবিৰ সেই একেখন নাটকতে আমি পাওঁ, কৌশিকী এজনী বিদুষী নাৰী আছিল। তেওঁক পণ্ডিত কৌশিকী বুলি অভিহিত কৰা হৈছিল: 'পণ্ডিতকৌশিকী খলু ভগৱতী।'[২] আচাৰ্যসকলৰ ভিতৰত কোনো মতদ্বৈধ হ'লে তাৰ বিচাৰৰ ভাৰ পৰিছিল কৌশিকীৰ হাতত।[৩]

কবিৰ 'ৰঘুবংশ'ত আমি দেখিবলৈ পাওঁ, মহাৰাজ অগ্নিবৰ্ণই নিৰ্জনত ৰমণীসকলক আঙ্গিক, বাচিক আৰু সাত্ত্বিক—এই ত্ৰিবিধ নৃত্যাভিনয় শিকাইছিল আৰু তাৰ প্ৰদৰ্শন কৰি সহচৰসকলৰ সম্মুখত অভিনয়-নিপুণ নাট্যাচাৰ্যসকলৰ ভিতৰত তৰ্ক লগাই দিছিল।[৪]

কবিৰ সেই একেখন কাব্যতে আমি পুনৰ দেখিবলৈ পাওঁ, ইন্দুমতীয়ে মহাৰাজ অজৰ ওচৰত ললিত-কলা বিদ্যা চৰ্চা কৰিছিল। অজই ইন্দুমতীক কলাবিদ্যাৰ প্ৰিয় শিষ্যা বুলি কৈছে:

গৃহিণী সচিবঃ সখী মিথঃ প্ৰিয়শিষ্যা ললিতে কলাবিধৌ।
কৰুণাবিমুখেন মৃত্যুনা হৰতা ত্বাং বদ কিং ন মে হৃতম্॥[৫]

হে প্ৰিয়তমা, তুমি মোৰ গৃহিণী, পৰামৰ্শৰ সচিব, প্ৰেমৰ বধূ, আৰু গীত-বাদ্য আদি ললিত-কলাৰ আদৰৰ শিষ্যা। নিষ্কৰুণ বিধিয়ে

১. যন্তৎপ্ৰয়োগবিষয়ে ভাৱিকমুপদিশ্যতে ময়া তস্যৈ।
তত্তদ্বিশেষকৰণাৎ প্ৰত্যুপদিশতীৱ মে বালা॥ (মালৱিকাগ্নিমিত্ৰ ১।৫)

২. মালৱিকাগ্নিমিত্ৰ—১ম অঙ্ক।

৩. ৰাজা—ভগৱতি তত্ৰভৱতোৰ্হৰদত্তগণদাসয়োঃ পৰস্পৰং বিজ্ঞানসংঘৰ্ষো জাতঃ। তদত্ৰ ভগৱত্যা প্ৰাশ্নিকপদমধ্যাসিতব্যম্। (মালৱিকাগ্নিমিত্ৰ ১ম—অঙ্ক)

৪. অঙ্গসত্ত্বৱচনাশ্ৰয়ং মিথঃ স্ত্ৰীষু নৃত্যমুপধায় দৰ্শয়ন্।
স প্ৰয়োগনিপুণৈঃ প্ৰযোক্তৃভিঃ সংজঘৰ্ষ সহ মিত্ৰসংনিধৌ॥ (ৰঘু ১৯।৩৬)

৫. ৰঘুবংশ ৮।৬৭

তোমাক কাঢ়ি নি মোৰ আক হৰণ কৰিবলৈ জানো কিবা বাকী থ'লে, কোৱাঁ।

কালিদাসৰ সময়ত প্ৰায়বোৰ তিৰোতাৰে বিয়াহ হৈছিল আৰু যিবিলাকৰ বিয়াহ হোৱা নাছিল তেওঁলোকে শিক্ষাক আজীৱন ব্ৰত হিচাপে আচৰণ কৰিছিল। 'শকুন্তলা' নাটকত ৰজা দুষ্মন্তই শকুন্তলাৰ বিষয় অনুসন্ধান কৰা প্ৰসঙ্গত উল্লেখ কৰিছে:

বৈখানসং কিমনয়া ব্ৰতমাপ্ৰদানা-
ব্যাপাৰৰোধি মদনস্য নিষেৱিতব্যম্।
অত্যন্তমাত্মসদৃশেক্ষণৱল্লভাভি-
ৰাহো নিৱৎস্যতি সমং হৰিণাঙ্গনাভিঃ ॥[১]

আপোনালোকৰ সখীৰ বিষয়ে জানিব খোজোঁ। বিয়াহ-সম্বন্ধ নঘটালৈকে এওঁ প্ৰণয়ৰ সম্পূৰ্ণ বিৰোধী, তপস্বীজনোচিত ব্ৰত উদ্‌যাপন কৰিব নে চকু দুটা একেবাৰে সিহঁতৰ দৰে হোৱা হেতু প্ৰিয় হৰিণবধূবোৰেৰে সৈতে একে লগে চিৰকাল বাস কৰিব?

## শিক্ষক:

কালিদাসৰ সাহিত্যত প্ৰাচীন ৰীতি অনুসাৰে শিক্ষকক গুৰু, আচাৰ্য, উপাধ্যায়, কুলপতি আদি শব্দেৰে অভিহিত কৰা হৈছে। প্ৰতিটি শব্দৰে একোটা স্বকীয়া অৰ্থ আছে। সূক্ষ্ম দৃষ্টিসম্পন্ন কবি কালিদাসে যথা স্থানত যথোপযোগী শব্দ প্ৰয়োগ কৰি পাঠকৰ চিত্ত বিশেষ আনন্দেৰে আহ্লাদিত কৰি তোলে। কবিৰ সমাজত শিক্ষকৰ স্থান আছিল অতি উচ্চ আৰু সম্মানজনক। তেওঁলোক আছিল সকলোৰে নমস্য, সকলোৰে শ্ৰদ্ধাভাজন। আশ্ৰমীয় আৰু অনাশ্ৰমীয় হিচাপে শিক্ষা-প্ৰতিষ্ঠান যিদৰে দুই প্ৰকাৰৰ আছিল, সেইদৰে আশ্ৰমবাসী আৰু অনাশ্ৰমবাসী হিচাপে শিক্ষকো আছিল দুই প্ৰকাৰৰ। ৰাজ্যিক শিক্ষা-প্ৰতিষ্ঠানত যিসকলে শিক্ষা দান

---

১. অভিজ্ঞানশকুন্তল ১।২৪

কৰিছিল, তেওঁলোকেই অনাশ্ৰমী অৰ্থাৎ নগৰবাসী শিক্ষক। শিক্ষা দানৰ কাৰণে এওঁলোকক নিয়োগ কৰা হৈছিল। এওঁলোক বেতন-ভোগী শিক্ষক। কবিৰ 'মালৱিকাগ্নিমিত্ৰ' নাটকত এই বেতন-ভোগী শিক্ষকৰ উল্লেখ পোৱা যায়। হৰদত্ত আৰু গণদাস নামৰ নাট্যাচাৰ্য দুজনৰ মাজত কোন অধিক নিপুণ তাক প্ৰমাণ কৰিব লগীয়া হোৱাত বিদূষকে ক'লে, 'শিল্প-বিজ্ঞানৰ প্ৰয়োগ দেখুৱাই নিজৰ নিপুণতা প্ৰমাণ কৰক, নহ'লে এওঁলোকক বেতন দি ৰখাৰ প্ৰয়োজনেই বা কি ঃ 'কিং মুধা বেতনদানেন।'[1]

সংসাৰৰ সকলো কামনা, সকলো বাসনা, সকলো ভোগ-বিলাস বিসৰ্জন দি অৰণ্যলৈ গৈ ধ্যানমগ্ন ধূৰ্জটিৰ দৰে জ্ঞান-অন্বেষণত মগ্ন হৈ যিসকলে জীৱন যাপন কৰিছিল, তেওঁলোকেই আছিল আশ্ৰমবাসী শিক্ষক। এওঁলোকেই আছিল ভাৰতীয় সংস্কৃতি আৰু সভ্যতাৰ জীৱন্ত প্ৰতিষ্ঠান আৰু পুঞ্জীভূত জ্ঞানময় শক্তি বিস্ফোৰণৰ মূলাধাৰ। সমাজত, দেশত তথা ৰাষ্ট্ৰত জ্ঞানৰ বিতৰণ আৰু বিশেষকৈ সমাজৰ নৱাগত বংশধৰসকলক জ্ঞান-দীপ্তিৰে উদ্ভাসিত কৰি তোলাই আছিল তেওঁলোকৰ জীৱনৰ ব্ৰত : 'লোকেন চৈতন্যমিৱোষ্ণৰশ্মেঃ।'[2] চৰাচৰ জগতে যিদৰে উষ্ণ ৰশ্মি সূৰ্যৰপৰা চৈতন্য লাভ কৰে, সেইদৰে বিদ্যাৰ্থী-সকল গুৰুৰপৰা জ্ঞান লাভ কৰি উদ্দীপ্ত হৈ উঠে। সূৰ্যই প্ৰাণীসমূহৰ প্ৰাণ; প্ৰাণীসমূহ জীয়াই থাকিবলৈ সূৰ্যৰ প্ৰাণময় শক্তিৰ ওচৰত ঋণী, বিদ্যাৰ্থীসমূহো গুৰুৰ জ্ঞানময় ভাণ্ডাৰৰ ওচৰত ঋণী।

এইখিনিতে এইটো উল্লেখ কৰিব পাৰি যে, কবিয়ে অজ্ঞানৰ আৱৰণ নাশ কৰি জ্ঞানৰ জ্যোতিৰে শিক্ষাৰ্থীসকলক উদ্দীপ্ত কৰি তোলা শিক্ষকক নিশাৰ অন্ধকাৰ নাশ কৰি চৰাচৰ বিশ্বক চৈতন্য প্ৰদান কৰা সূৰ্যৰ লগত তুলনা কৰি শিক্ষকক সকলোৰে বৰেণ্য পদত প্ৰতিষ্ঠিত কৰিছে।

১. মালৱিকাগ্নিমিত্ৰ--১ম অঙ্ক।

২. ৰঘুবংশ ৫।৪

শিক্ষকৰপৰা লাভ কৰা জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰে শিক্ষাৰ্থীসকলৰ ভাবী জীৱনৰ প্ৰতিষ্ঠা। সেয়েহে শিক্ষকসকলক বোলা হৈছিল গুৰু। তেৱেঁই গুৰু। তেওঁ বিদ্যাৰ্থীক উপনয়নেৰে সংস্কৃত কৰি বেদাধ্যয়ন কৰাইছিল: 'স গুৰুৰ্যঃ ক্ৰিয়াং কৃত্বা বেদমস্মৈ প্ৰযচ্ছতি।' শিক্ষা লাভৰ কাৰণে আচাৰ্যৰ ওচৰলৈ অনা সংস্কাৰকে উপনয়ন বোলে। মহৰ্ষি পাণিনিয়ে উপনয়নৰ অৰ্থ কৰিছে: 'উপনয়নং আচাৰ্যকৰণম্।' ব্ৰত, অধ্যয়ন আৰু উপাসনা—এই তিনিবিধ আছিল তেওঁলোকৰ জীৱনৰ সাধনা: 'ত্ৰিবিধং তপস্তৎ।'[১] এই ত্ৰিবিধ সাধনাৰে তেওঁলোকে শৰীৰৰ উৎকৰ্ষ, মনৰ পৱিত্ৰতা আৰু বাক্যৰ প্ৰসাৰ অৰ্জন কৰি সমাজত সকলোৰে সম্মানাৰ্হ হৈছিল।

দেশৰ ৰজা-প্ৰজা সকলোৱে গুৰুক দেৱতাৰ দৰে জ্ঞান কৰিছিল। ৰাজ্যত যি কোনো সমস্যা উপস্থিত হ'লে ৰজাই গুৰুৰ পৰামৰ্শমতে সেই সমস্যা সমাধানৰ ব্যৱস্থা হাতত লৈছিল। মহাৰাজ দিলীপে মহৰ্ষি বসিষ্ঠক সকলো দৈৱিক আৰু মানৱীয় আপদৰে প্ৰতিকাৰ-কৰ্তা বুলি বিশ্বাস কৰিছিল: 'দৈৱীনাং মানুষীণাং চ প্ৰতিহৰ্তা ত্বমাপদাম্।'[২] ৰজাই ইয়াকো বিশ্বাস কৰিছিল যে, তেওঁৰ মন্ত্ৰ-প্ৰভাৱত অদৃষ্ট শত্ৰুসমূহো দূৰতে প্ৰশমিত হৈথাকে: 'তৱ মন্ত্ৰকৃতো মন্ত্ৰৈৰ্দূৰাৎপ্ৰশমিতাৰিভিঃ।'[৩] দিলীপৰ শৰে দৃষ্ট লক্ষ্যক ভেদ কৰে, গুৰুৰ মন্ত্ৰপ্ৰভাৱে অদৃষ্ট শত্ৰুকো দূৰতে বিদূৰ কৰে। মহাৰাজ দিলীপৰ গুৰুৰ প্ৰতি কি অটল বিশ্বাস, প্ৰগাঢ় ভক্তি আৰু অসীম শ্ৰদ্ধা আছিল, তাক সহজেই অনুমান কৰিব পাৰি। অকল যে শিষ্যৰ অন্তৰখনেই গুৰুৰ প্ৰতি অচলা ভক্তিৰে পৰিপূৰ্ণ হৈ আছিল এনে নহয়, গুৰুসকলৰো হৃদয় শিষ্যৰ প্ৰতি অনুৰূপ অনুকম্পাৰে ভৰপূৰ আছিল। 'ৰঘুবংশ'ৰ অষ্টম সৰ্গত আমি দেখিবলৈ পাওঁ, পত্নী-বিয়োগত কাতৰ মহাৰাজ অজৰ ওচৰলৈ

---

১ ৰঘুবংশ ৫।৫
২. ঐ ১।৬০
৩. ঐ ১।৬১

মহৰ্ষি বসিষ্ঠ কাৰ্যান্তৰৰ ব্যৱধানত যাব নোৱাৰিলে; কিন্তু শিষ্য এজনক পঠিয়াই উপদেশ-বাণীৰে শোক-সন্তপ্ত হৃদয়ৰ শোকৰ ভাৰ নাইকিয়া কৰিলে।[১] শিষ্যৰ সৰ্বতোভাৱে কল্যাণ কামনা কৰাই গুৰুৰ একমাত্ৰ কাম্য বস্তু। কবিৰ 'ৰঘুবংশ'ৰ পঞ্চম সৰ্গত মহৰ্ষি বৰতন্তুৰ শিষ্য গুৰু-দক্ষিণাৰ্থী কৌৎস আৰু ভাৰত-সম্ৰাট ৰঘুৰ মাজত হোৱা কথোপকথনৰপৰা সমাজত শিক্ষকৰ সন্মান কিমান উচ্চ আৰু শিক্ষাৰ কিমান সমাদৰ আছিল, তাক সহজেই অনুমান কৰিব পাৰি।[২]

গুৰুৰ প্ৰতি শিষ্যৰ অসীম ভক্তি, শিষ্যৰ প্ৰতি গুৰুৰ অকৃত্ৰিম স্নেহ—এনে মধুৰ সম্পৰ্কৰ মাজেদি জ্ঞানৰ আদান-প্ৰদান আৰু বিকাশ-বিতৰণৰ ফলত প্ৰাচীন ভাৰতবৰ্ষ জ্ঞানান্বেষণৰ পুণ্য তীৰ্থক্ষেত্ৰ হৈ পৃথিৱীৰ বুকুত জিলিকি উঠিছিল।

গুৰুভক্তি বিনা বিদ্যা ফলৱতী নহয়। 'শ্বেতাশ্বতৰ-উপনিষদ'ত কৈছে:

যস্য দেৱে পৰা ভক্তিৰ্যথা দেৱে তথা গুৰৌ
তস্যৈতে কথিতা হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ।[৩]

যাৰ পৰমেশ্বৰৰ প্ৰতি পৰা ভক্তি আৰু পৰমেশ্বৰৰ প্ৰতি যেনেকুৱা গুৰুৰ প্ৰতিও তেনেকুৱা ভক্তি আছে, সেই মহান ব্যক্তিৰ ওচৰতে উপনিষদৰ বিষয়সমূহ অনুভৱৰ যোগ্য হয়।

## শিক্ষকৰ গুণ:

শিষ্যক বিদ্বান আৰু কলাকৃষ্টিত পাৰদৰ্শী কৰি তুলিব পাৰিলেহে শিক্ষকৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰা হৈছিল। কবিয়ে 'মালৱিকাগ্নিমিত্ৰ' নাটকত উল্লেখ কৰিছে:

উপদেশং বিদুঃ শুদ্ধং সন্তস্তমুপদেশিনঃ।

---

১. ৰঘুবংশ ৮।৭৫-৯৩
২. ঐ ৫।১-৩৫
৩. শ্বেতাশ্বতৰোপনিষদ ৬।২৩

শ্যামায়তে ন ৱিষ্বগ্নু যঃ কাঞ্চনমিৱাগ্নিষু ॥[১]

অগ্নিত সংযোগ কৰিলে যিদৰে সোণৰ বিশুদ্ধতা বুজিব পাৰি, সেইদৰে বিদ্বান লোকৰ সম্মুখত শিষ্যই প্ৰয়োগ কৰা নিৰ্ভুল বিষয়ৰ-পৰা জ্ঞানীসকলে শিক্ষকৰ নিৰ্দোষ প্ৰশিক্ষণৰ কথা অনুমান কৰে।

'অভিজ্ঞানশকুন্তল'ত কৰিয়ে কৈছে, বিদ্বানসকলৰ সন্তুষ্টি সাধন নোহোৱালৈকে শিল্পকলাৰ প্ৰয়োগ কৌশলক যথাযথ অৰ্থাৎ দোষ ৰহিত বুলি বিবেচনা কৰিব নোৱাৰি: 'আ পৰিতোষাদ্বিদুষাং ন সাধু মন্যে প্ৰয়োগবিজ্ঞানম্।'[২]

'কুমাৰসম্ভৱ'তো কৰিয়ে কয়, 'সাধাৰণতে মহান ব্যক্তিসকলে সমাদৰ জনালে মানুহৰ নিজৰ গুণৰ ওপৰত বিশ্বাস জন্মে: 'প্ৰায়ঃ প্ৰত্যয়মাধত্তে স্বগুণেষূত্তমাদৰঃ।'[৩]

প্ৰাচীন ভাৰতত শিক্ষকসমূহে আন্তৰিকতাৰে সৈতে শিষ্যবৰ্গক প্ৰশিক্ষণ দি নিপুণ কৰি তুলিছিল। এই একনিষ্ঠ সেৱাৰ কাৰণে তেওঁলোকৰ আসন সমাজত সদায় উচ্চ আছিল। আন্তৰিকতাৰ অভাৱেই সম্মানৰ লাঘৱ আনে। কৰিৰ মতে উপযুক্ত শিক্ষাৰ্থী নিৰ্বাচন কৰিব পৰাটোৱেই শিক্ষকৰ প্ৰধান গুণ। বিচাৰ-দৃষ্টিৰ অভাৱত শিক্ষকে উপযুক্ত শিক্ষাৰ্থী বাছি ল'ব নোৱাৰে। 'মালৱিকা-গ্নিমিত্ৰ'ত শিক্ষক গণদাসে শিষ্যা মালৱিকা সম্বন্ধে অভিমত দিছে, 'মালৱিকা অকল নিপুণাই নহয়, মেধাৱিনীও,: 'পৰমনিপুণা মেধাৱিনী চেতি।'

উপযুক্ত অধিকাৰীত দান কৰা বিদ্যা শক্তিশালী হৈ উঠে। প্ৰাচীন ভাৰতীয় শিক্ষা-পদ্ধতিত বিদ্যা গ্ৰহণৰ উপযুক্ত অধিকাৰী কোন—এই বিষয়ে বিশদ বিৱৰণ পোৱা যায়। বিদ্যা গ্ৰহণৰ বিশিষ্ট পাত্ৰ সম্পৰ্কত কৰিয়ে কয়, উপযুক্ত পাত্ৰত প্ৰযুক্ত হ'লেই বিদ্যা

---

১. মালৱিকাগ্নিমিত্ৰ ২।৯
২. অভিজ্ঞানশকুন্তল ১।২
৩. কুমাৰসম্ভৱ ৬।২০

ফলৱতী হয়ঃ 'ক্ৰিয়া হি ৱস্তূপহিতা প্ৰসীদতি।'[১] কবিয়ে আকৌ কৈছেঃ

পাত্ৰৱিশেষে ন্যস্তং গুণান্তৰং ব্ৰজতি শিল্পমাধাতুঃ।
জলমিৱ সমুদ্ৰশুক্তৌ মুক্তাফলতাং পয়োদস্য॥[২]

সমুদ্ৰৰ শামুকৰ খোলাত মেঘৰ পানী পৰিলে মুক্তাৰ ৰূপ ধাৰণ কৰাৰ দৰে উপযুক্ত পাত্ৰত শিক্ষা প্ৰদান কৰিলে শিক্ষকৰ নৈপুণ্যই শ্ৰেষ্ঠ উৎকৰ্ষ লাভ কৰে।

'মালৱিকাগ্নিমিত্ৰ'ত নাট্যাচাৰ্য হৰদত্ত আৰু গণদাসৰ মাজত কোন অধিক নিপুণ শিক্ষক এই সম্পৰ্কে ঘটা বিবাদৰ মাজেদি শিক্ষকৰ আন কিছুমান গুণৰ আভাস পোৱা যায়। নিজে সুশিক্ষিত হ'লেও প্ৰত্যেক মানুহে শিক্ষা দানত সমানে নিপুণতা দেখুৱাব নোৱাৰে।

কিছুমান শিক্ষকে কেৱল নিজেই বিদ্যাভ্যাসত পাৰদৰ্শিতা দেখুৱাব পাৰে, আন কিছুমানে আনক (শিষ্যক) পাৰ্গত কৰি নিজৰ পাৰদৰ্শিতা দেখুৱাব পাৰে। আন হাতে যিসকলে নিজৰ পাৰদৰ্শিতাৰে আনকো পাৰদৰ্শী কৰি তুলিব পাৰে তেৰেঁই শিক্ষকবৰ্গৰ ভিতৰত শ্ৰেষ্ঠ আসনৰ যোগ্য অধিকাৰী হয়।

শিষ্টা ক্ৰিয়া কস্যচিদাত্মসংস্থা সংক্ৰান্তিৰন্যস্য ৱিশেষযুক্তা।
যস্যোভয়ং সাধু স শিক্ষকাণং ধুৰি প্ৰতিষ্ঠাপয়িতব্য এৱ॥[৩]

নিজে অভিজ্ঞ হোৱাই শিক্ষকৰ পক্ষে যথেষ্ট নহয়, আনক অভিজ্ঞ কৰি তুলিব পাৰিলেহে তেওঁৰ দায়িত্ব যথাৰ্থভাৱে বহন কৰা হয়। কবিয়ে আকৌ ব্যক্ত কৰিছেঃ

লব্ধাস্পদোঽস্মীতি ৱিৱাদভীৰোস্তিতিক্ষমাণস্য পৰেণ নিন্দাম্।
যস্যাগমঃ কেৱলজীৱিকায়ৈ তং জ্ঞানপণ্যং ৱণিজং ৱদন্তি॥[৪]

১. ৰঘুবংশ ৩।২৯
২. মালৱিকাগ্নিমিত্ৰ ১।৬
৩. মালৱিকাগ্নিমিত্ৰ ১.৬
৪. ঐ ১।১৭

যিসকল শিক্ষকে প্ৰতিষ্ঠা লাভ কৰা বুলি ভাবি কোনো বিচাৰ্য বিষয়ৰপৰা আঁতৰি যায় আৰু আনৰপৰা অহা নিন্দাক নিৰয়ে শঙ্কা কৰে, আৰু যাৰ বিদ্যা কেৱল জীৱিকা-নিৰ্বাহতে পৰ্যবসিত তেনে শিক্ষক কেৱল জ্ঞান বিক্ৰী কৰা ব্যৱসায়ী মাথোন।

শিক্ষা-দানৰ নিপুণতা শিক্ষকৰ নিজস্ব বস্তু। বিদ্যা-দানৰ কৌশল শিক্ষকক আনে শিকোৱা বস্তু নহয়। নিজস্ব অনুভূতিৰপৰা জন্মা ই এটা বিশেষ শক্তি। সকলোৰে এই শক্তি নাথাকে। প্ৰত্যেক নিপুণ শিক্ষকৰ শিক্ষা-প্ৰণালী স্বকীয়া স্বকীয়া। সমান বিদ্বান লোকৰ মাজত সদায় এজনে আনজনৰ মান-যশৰ প্ৰতি ঈৰ্ষাপৰায়ণ হয়: 'প্ৰায়ঃ সমানবিদ্যাঃ পৰস্পৰযশঃপুৰোভাগাঃ।'[১] বিশিষ্ট শিক্ষক-সকলক তীৰ্থ বুলি অভিহিত কৰা হৈছিল: 'ময়া তীৰ্থাদভিনয়বিদ্যা শিক্ষিতা।'[২]

প্ৰাচীন ভাৰতৰ আশ্ৰমবাসী শিক্ষকসকলে দেশৰ শিক্ষাৰ দায়িত্ব বহন কৰা হেতু তেওঁলোকক ৰাজ-কৰৰপৰা ৰেহাই দিয়া হৈছিল। ৰজাই সেই শিক্ষকসকলৰ অধ্যয়ন আৰু অধ্যাপনা-ৰূপ তপস্যাক বিঘ্নমুক্ত কৰি ৰাখিছিল, সেয়েহে মহৰ্ষিসকলে ৰজাৰ মঙ্গলৰ কাৰণে তেওঁলোকৰ তপস্যাৰ ষষ্ঠাংশ দান কৰিছিল।[৩]

সেই আশ্ৰমবাসী শিক্ষকসকলে বিদ্যা-দানৰ বিনিময়ত বিদ্যাৰ্থীৰ-পৰা কোনো অৰ্থ গ্ৰহণ কৰা নাছিল। বিদ্যা সমাপ্ত হ'লে গুৰু-দক্ষিণা দিয়াৰ প্ৰথাও প্ৰচলিত নাছিল; কিন্তু 'ৰঘুবংশ'ৰ পঞ্চম সৰ্গত মহৰ্ষি বৰতন্তুৰ শিষ্য কৌৎসৰ কাহিনীৰপৰা গুৰু-দক্ষিণাৰ প্ৰচলনৰ আভাস পোৱা যায়। কিন্তু সি গুৰুৰ অনিচ্ছাকৃত। কিয়নো মহৰ্ষি বৰতন্তু কৌৎসৰ গুৰু-ভক্তিতে সন্তুষ্ট আছিল; কিন্তু শিষ্যই বাৰে বাৰে গুৰু-

---

১. মালবিকাগ্নিমিত্ৰ ১।২০

২. ঐ ১ম অঙ্ক।

৩. তপঃষড়্‌ভাগমক্ষয্যং দদত্যাৰণ্যকা হি নঃ (শকুন্তলা ২।১৩)
ষষ্ঠাংশবৃত্তেৰপি ধৰ্ম এষঃ (শকুন্তলা ৫।৪); ৰঘুবংশ ১৭।৬৫

দক্ষিণা ল'বলৈ আৱেদন কৰাত গুৰুৱে ক্ৰুদ্ধ হৈ তেওঁৰ ওচৰত অধ্যয়ন কৰা চতুৰ্দশ বিদ্যাৰ সংখ্যানুসাৰে চতুৰ্দশ কোটি সুবৰ্ণ মুদ্ৰা দিবলৈ আদেশ দিলে।

ৰজাই বিদ্যাৰ্থীসকলক গুৰু-দক্ষিণা দিয়াত সহায় কৰিছিল। কোনো কোনো ক্ষেত্ৰত ৰজাক গুৰু-দক্ষিণাৰ প্ৰয়োজনতকৈও অধিক ধন দিবলৈ ইচ্ছুক দেখা যায়:

'গুৰুপ্ৰদেয়াধিকনিঃস্পৃহোঽৰ্থী নৃপোঽৰ্থিকামাদধিকপ্ৰদশ্চ।'[১]

এয়ে আছিল ভাৰতবৰ্ষৰ প্ৰাচীন শিক্ষা-পদ্ধতিৰ মানদণ্ড। বিদ্যাৰ্থী প্ৰয়োজনতকৈ অধিক ধন ল'বলৈ অনিচ্ছুক; কিন্তু ভাৰতৰ ৰাজ-সিংহাসন অতিৰিক্ত ধন দিবলৈ প্ৰস্তুত।

যিসকল আশ্ৰমবাসী শিক্ষকে বিদ্যা-বিতৰণৰ মহান ব্ৰত লৈ আজীৱন কাল কটাইছিল তেওঁলোকক ৰজাই ভূমি দান কৰাও দেখা যায়। 'ৰঘুবংশ'ৰ ষোড়শ সৰ্গত পোৱা যায়, মহাৰাজ কুশই সমগ্ৰ কুশাৱতী নগৰখন বেদজ্ঞ ব্ৰাহ্মণসকলক দান কৰিছিল:

কুশাৱতীং শ্ৰোত্ৰিয়সাৎস কৃত্বা যাত্ৰানুকূলেঽহনি সাৱৰোধঃ।
অনুদ্ৰুতো ৱায়ুৰিৱাভ্ৰবৃন্দৈঃ সৈন্যৈৰযোধ্যাভিমুখঃ প্ৰতস্থে॥[২]

ৰজা কুশই কুশাৱতী নগৰী বেদজ্ঞ ব্ৰাহ্মণসকলক দান কৰি যাত্ৰাৰ অনুকূল দিনত অন্তঃপুৰৰ ৰমণীসকলেৰে সৈতে অযোধ্যাভিমুখে যাত্ৰা কৰিলে; মেঘৰাশিয়ে যেনেকৈ বায়ুৰ অনুসৰণ কৰে, সৈন্যসকলে তেনেকৈ তেওঁৰ অনুগমন কৰিলে।

বেদজ্ঞ ব্ৰাহ্মণেইহে এনে দানৰ অধিকাৰী আছিল, সাধাৰণ ব্ৰাহ্মণে সেই অধিকাৰ নাপাইছিল।

## শিক্ষা-প্ৰতিষ্ঠান:

শিক্ষা-প্ৰতিষ্ঠান বুলি ক'লে সাধাৰণতে আজিকালি আমাৰ

---

১. ৰঘুবংশ ৫।৩১
২ ঐ ১৬।২৫

মনত যেনে ভাবৰ উদয় হয় প্ৰচীন ভাৰতত তেনে ধৰণৰ শিক্ষা-প্ৰতিষ্ঠান নাছিল। প্ৰাচীন ভাৰতৰ অৰণ্যসমূহত অৱস্থিত তপোবনসমূহেই আছিল শিক্ষা-দানৰ প্ৰধান প্ৰতিষ্ঠান, তত্ত্বান্বেষণৰ গৱেষণাগাৰ, দূৰ-দূৰণিৰপৰা জ্ঞানপিপাসু লোকসকলে এই ঋষি-মুনি প্ৰতিষ্ঠিত আশ্ৰমলৈ আহি জ্ঞান আহৰণ কৰিছিল।

উপনয়ন সংস্কাৰ সমাপন হোৱাৰ পিছত বিদ্যাৰ্থী বালকসকল বিদ্যা-গ্ৰহণৰ কাৰণে এই আশ্ৰমলৈ আহিছিল। ৰজা-প্ৰজা, ধনী-দুখী সকলোৱে ল'ৰাই এই আশ্ৰমলৈ আহি একে লগে সমভাৱে বাস কৰিছিল। তেওঁলোকৰ মাজত উচ্চ-নীচ, হীন-পৰ ভাব নাই। সকলোৱে একেটা পৰিয়ালৰ মানুহ হিচাপে বাস কৰিছিল। তেওঁ-লোকে আশ্ৰমৰ নীতি-নিয়ম আৰু গুৰুৰ পৰিচৰ্যা আদি একান্ত মনে পালন কৰিব লগীয়া হৈছিল। আৰু, আশ্ৰমত থকা কালত তেওঁলোকে অবিপ্লুত ব্ৰহ্মচৰ্য ব্ৰত অৱলম্বন কৰিব লগীয়া হৈছিল। গুৰু-গৃহত থাকি বিদ্যা গ্ৰহণ কৰা হেতু এই বিদ্যাৰ্থীসকলক অন্তেবাসী বুলি অভিহিত কৰা হৈছিল।

কালিদাসৰ 'ৰঘুবংশ'ৰ পঞ্চম সৰ্গত মহাৰাজ ৰঘু আৰু মুনিপ্ৰবৰ বৰতন্তুৰ শিষ্য গুৰু-দক্ষিণাৰ্থী কৌৎসৰ কথোপকথনৰ মাজেদি প্ৰাচীন ভাৰতৰ আশ্ৰমীয় শিক্ষা-প্ৰতিষ্ঠানৰ এটি সুন্দৰ আভাস পোৱা যায়।

কবিৰ কাব্যত আমি শিক্ষা-প্ৰতিষ্ঠান-স্বৰূপ বহু আশ্ৰমৰ উল্লেখ দেখিবলৈ পাওঁ। এইবোৰেই আছিল সেই যুগৰ বিদ্যা-চৰ্চাৰ প্ৰাণকেন্দ্ৰ। কবিৰ 'অভিজ্ঞানশকুন্তল'ত মহৰ্ষি কণ্বৰ যি আশ্ৰমৰ উল্লেখ পোৱা যায়, সি আছিল শিক্ষা-দানৰ ঘাই কেন্দ্ৰ। মহৰ্ষি কণ্বক কুলপতি আখ্যা দিয়া হৈছিল।

দহ হাজাৰ বিদ্যাৰ্থীক যি আচাৰ্যই বিনা মূল্যই থকা, খোৱা আৰু শিক্ষা দান কৰিছিল তেওঁকেই কুলপতি বুলি অভিহিত কৰা হৈছিল :

মুনীনাং দশসাহস্ৰং যোঽন্নদানাদিপোষণাৎ।

অধ্যাপয়তি ৱিপ্ৰৰ্ষিৰসৌ কুলপতিঃ স্মৃতঃ ॥[১]

ইয়াৰপৰা মহৰ্ষি কণ্বৰ আশ্ৰম যে প্ৰাচীন ভাৰতৰ এখন অন্যতম শিক্ষা-প্ৰতিষ্ঠান আছিল তাক সহজেই অনুমান কৰিব পাৰি। এই আশ্ৰমত বেদ, পুৰাণ, ইতিহাস, নিবন্ধ আদি বিভিন্ন শাস্ত্ৰৰ অধ্যয়ন চলিছিল। স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সকলোৱে এই বিদ্যা গ্ৰহণৰ সুযোগ লাভ কৰিছিল।

কবিৰ 'ৰঘুবংশ' কাব্যত আমি আন এজন কুলপতিৰ নাম পাওঁ। তেওঁ মহৰ্ষি বসিষ্ঠ। বসিষ্ঠৰ আশ্ৰমো মহৰ্ষি কণ্বৰ আশ্ৰমৰ দৰে আন এখন প্ৰখ্যাত শিক্ষা-প্ৰতিষ্ঠান আছিল। মহাৰাজ দিলীপ ব্ৰতাচৰণৰ কাৰণে বিদ্যাৰ্থী বালকৰ দৰে আশ্ৰমৰ নিয়ম পালন কৰি কুলপতি বসিষ্ঠৰ আশ্ৰমত বাস কৰিব লগীয়া হৈছিল। মহাৰাজ দিলীপে কুলপতি বসিষ্ঠ-প্ৰদৰ্শিত পৰ্ণশালাত প্ৰৱেশ কৰি ব্ৰতচাৰিণী পত্নীৰে সৈতে কুশ-শয্যাত শয়ন কৰিলে আৰু সেই আশ্ৰমস্থ ঋষিৰ শিষ্যবৰ্গৰ বেদ-পাঠৰ ধ্বনি শুনি ৰাতি পুৱাল বুলি অনুমান কৰি শয্যা ত্যাগ কৰিলে :

নিৰ্দিষ্টাং কুলপতিনা স পৰ্ণশালামধ্যাস্য প্ৰযতপৰিগ্ৰহদ্বিতীয়ঃ।

তচ্ছিষ্যাধ্যয়ননিৱেদিতাৱসানাং সংৱিষ্টঃ কুশশয়নে নিশাং নিনায় ॥[২]

'অভিজ্ঞানশকুন্তল'ত আমি আন এখন আশ্ৰমৰ উল্লেখ পাওঁ। সেইখনেই মহৰ্ষি মাৰীচৰ আশ্ৰম। ভগৱান মাৰীচে মুনিৰ স্ত্ৰীসকলক পতিব্ৰতা ধৰ্মৰ উপদেশ দিয়াৰ উল্লেখ আছে। মাৰীচৰ আশ্ৰম সম্বন্ধে দুষ্যন্তৰ উক্তি প্ৰণিধানযোগ্য—স্বৰ্গতকৈও অধিক আনন্দৰ স্থান : 'স্বৰ্গাদধিকতৰং নিৰ্বৃতিস্থানম্।'[৩]

'ৰঘুবংশ'ত উল্লিখিত আদিকবি বাল্মীকিৰ আশ্ৰম শিক্ষা-প্ৰতিষ্ঠান হিচাপে অতি প্ৰসিদ্ধ আছিল। এই তপোবনত মহৰ্ষিয়ে শ্ৰীৰামচন্দ্ৰৰ যমজ সন্তান লৱ-কুশৰ একাদশ বছৰত যথাবিধি উপনয়ন

১. ৰাঘৱভট্টৰ টীকা ( অভিজ্ঞানশকুন্তল—১ম অঙ্ক )
২. ৰঘুবংশ ১।৯৫
৩. শকুন্তলা ৭ম অঙ্ক

সংস্কাৰ কৰ্ম সমাপ্ত কৰি বেদ-বেদাঙ্গৰ শিক্ষা দান কৰাৰ উপৰিও সংগীত-কলাৰ শিক্ষা দি অতি নিপুণ কৰি তুলিছিল :

সাঙ্গং চ বেদমধ্যাপ্য কিংচিদুৎক্রান্তশৈশবৌ ।
স্বকৃতিং গাপয়ামাস কবিপ্রথমপদ্ধতিম্ ॥[১]

তেওঁলোকে ( লব-কুশই ) শৈশৱ কাল কিছু পৰিমাণে অতিক্ৰম কৰিলত মহৰ্ষিয়ে উভয়কে অঙ্গেৰে সৈতে বেদাধ্যয়ন কৰালে। পৰৱৰ্তী কবিসকলৰ কাব্যৰ প্ৰধান উপজীব্য স্বৰূপ স্বপ্ৰণীত কাব্য ৰামায়ণ গান কৰিবলৈ শিকালে।

ইয়াৰপৰা বাল্মীকিৰ এই শিক্ষা প্ৰতিষ্ঠানত অকল বেদাধ্যয়নেই নহয়, ইয়াত সংগীত চৰ্চাও যে হৈছিল তাক সহজে অনুমান কৰিব পাৰি। এই সংগীত শিক্ষাৰ মানো যে অতি উচ্চ স্তৰৰ আছিল তাক ৰামায়ণৰ গায়কযুগলৰ গীতৰপৰাই বুজিব পাৰি। ৰামায়ণৰ এই গীত শুনি স্বয়ং ৰামচন্দ্ৰই প্ৰশ্ন কৰিলে :

গেয়ে কো নু বিনেতা বাং কস্য চেয়ং কৃতিঃ কবেঃ ।
ইতি ৰাজ্ঞা স্বয়ং পৃষ্টৌ তৌ বাল্মীকিমশংসতাম্ ॥[২]

কোনে তোমালোকক এই গান শিকালে, এই গানৰ কবিয়ে বা কোন? এইদৰে ৰামে নিজে প্ৰশ্ন কৰাত তেওঁলোকে মহৰ্ষি বাল্মীকিৰ নামকে উচ্চাৰণ কৰিলে।

ইয়াৰপৰা স্পষ্টকৈ বুজিব পাৰি যে, এই শিক্ষা-প্ৰতিষ্ঠানসমূহত অকল বেদ-বেদাঙ্গসমূহৰে অধ্যয়নেই চলা নাছিল, ইবোৰ সুকুমাৰ-কলা-বিদ্যাৰ চৰ্চাৰো কেন্দ্ৰ আছিল।

মুনি শতকৰ্ণিৰ আশ্ৰমো সংগীত-চৰ্চাৰ কেন্দ্ৰ আছিল : 'প্ৰসক্তসং-গীতমৃদঙ্গঘোষঃ।'[৩]

'ৰঘুবংশ'ৰ ত্ৰয়োদশ সৰ্গত আমি একাদিক্ৰমে কেইবাখনো

১. ৰঘুবংশ ১৫।৩৩
২. ঐ ১৫।৬৯
৩ ঐ ১৩।৪০

আশ্ৰমৰ উল্লেখ দেখিবলৈ পাওঁ। দণ্ডকাৰণ্যৰ অন্তৰ্গত গোদাৱৰী নদীৰ দাঁতিত অৱস্থিত চিৰ প্ৰসিদ্ধ পঞ্চৱটী আশ্ৰম। বনবাসৰ সময়ত শ্ৰীৰামচন্দ্ৰই এই আশ্ৰমপদতে অধিক সময় অতিবাহিত কৰিছিল। এই আশ্ৰম অগস্ত্য মুনিৰ আশ্ৰমৰপৰা দুই যোজন (প্ৰায় ২০ মাইল) আঁতৰত আছিল। কবিয়ে সেই সৰ্গতে প্ৰশান্ত চৰিত তপস্বী সুতীক্ষ্ণৰ আশ্ৰম, শৰভঙ্গ ঋষিৰ অতি পৱিত্ৰ শৰণ্য আশ্ৰমপদ আৰু মহৰ্ষি অত্ৰিৰ মহা প্ৰভাৱশালী তপোবনৰ কথা শ্ৰদ্ধাৰে উল্লেখ কৰিছে।

প্ৰাচীন ভাৰতবৰ্ষৰ এই আশ্ৰমসমূহেই আছিল বিদ্যাৰ্থীসকলৰ শিক্ষা-প্ৰতিষ্ঠান, মুনিসকলৰ জ্ঞানান্বেষণৰ ৰাসায়নিক কেন্দ্ৰ, ঋষি-সকলৰ ব্ৰহ্ম-প্ৰাপ্তিৰ পৱিত্ৰ ধাম আৰু তপস্বীসকলৰ সাধনাৰ তীৰ্থ-ক্ষেত্ৰ।

## শিক্ষাৰ পদ্ধতি আৰু শিক্ষাৰ্থী :

প্ৰাচীন ভাৰতৰ শিক্ষা-পদ্ধতিলৈ লক্ষ্য কৰিলে দেখা যায়, এই শিক্ষা গুৰু-শিষ্য পৰম্পৰা হিচাপে মুখে মুখে চলি আহিছিল। গুৰুৰ মুখৰপৰা শুনি শিষ্যই নিজৰ মনত ইয়াক ধাৰণ কৰি ৰাখিছিল। এইদৰে শিক্ষণীয় বিষয়সমূহ মানুহৰ মুখে মুখে পুৰুষানুক্ৰমে চলি আহিছিল। কালৰ ক্ৰমাৱৰ্তনৰ লগে লগে লেখাৰ পদ্ধতি আৱিষ্কাৰ হ'ল আৰু এই প্ৰথাৰো পৰিৱৰ্তন ঘটিল। কালিদাসৰ সময়ত লেখাৰ পদ্ধতিৰ প্ৰচলন আছিল। তাৰ প্ৰমাণ কবিৰ কাব্যত যথেষ্ট পোৱা যায়।

প্ৰাচীন ভাৰতৰ শিক্ষা-পদ্ধতিৰ লগত সংস্কাৰ-কৰ্মৰ এটা ঘনিষ্ঠ সম্বন্ধ আছিল। প্ৰাচীন সমাজত ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য—এই তিনি বৰ্ণৰ বালকসমূহৰ প্ৰথম বা তৃতীয় বছৰত চূড়াকৰণ নামৰ

সংস্কাৰ কৰা হৈছিল আৰু পঞ্চম বছৰত তেওঁলোকৰ বিদ্যাৰম্ভ হৈছিল।[১]

কবিৰ মহাকাব্য 'ৰঘুবংশ'ত ৰঘুৰ শিক্ষা-লাভ প্ৰসঙ্গত পোৱা যায়, ৰঘুৱে মন্ত্ৰীৰ পুতেকসকলৰ লগত একেলগে অক্ষৰ গ্ৰহণ আৰু শব্দৰ জ্ঞান লাভ কৰিছিল:

স বৃত্তচূলশ্চলকাকপক্ষকৈৰমাত্যপুত্ৰৈঃ সৱয়োভিৰন্বিতঃ।
লিপেৰ্যথাৱদ্‌গ্ৰহণেন ৱাঙ্‌ময়ং নদীমুখেনেৱ সমুদ্ৰমাৱিশৎ ॥[২]

যথা সময়ত চূড়াকৰণ সুসম্পন্ন হ'লত তেওঁ (ৰাজকুমাৰ ৰঘুৱে) চঞ্চল শিখাৰে শোভিত সম বয়সীয়া মন্ত্ৰীৰ পুতেকসকলেৰে সৈতে একে লগে বৰ্ণমালা সুন্দৰভাৱে আয়ত্ত কৰিলে আৰু নদী-মুখেৰে যেনেকৈ (ঘৰিয়াল আদিয়ে) সমুদ্ৰত প্ৰৱেশ কৰে তেনেকৈ তেওঁ (অপাৰ) শব্দ-শাস্ত্ৰত প্ৰৱেশ কৰিলে।

অৰ্থাৎ ৰঘুৱে চূড়াকৰণ হৈ যোৱাৰ পিছত অমাত্য পুত্ৰসকলেৰে সৈতে চাৰি বেদৰ বাহিৰে আন সমুদায় শাস্ত্ৰ অধ্যয়ন কৰিবলৈ ধৰিলে, কিয়নো উপনয়ন সংস্কাৰ হৈ যোৱাৰ পিছতহে বেদ অধ্যয়নৰ অধিকাৰ জন্মে।

ইয়াৰপৰা বুজিব পাৰি যে বিদ্যাৰম্ভ হৈছিল বৰ্ণ-পৰিচয়েৰে। বৰ্ণৰ লগত পৰিচয় হলেহে শব্দৰ লগত পৰিচয় হোৱা সম্ভৱ। গতিকে বৰ্ণৰ পৰিচয় প্ৰথম প্ৰয়োজন। কবিয়ে তাকেই 'লিপেৰ্যথাৱদ্‌গ্ৰহণেন ৱাঙ্‌ময়ম্' বুলি উল্লেখ কৰিছে।

কবিয়ে বৰ্ণমালা সম্বন্ধে আকৌ কৈছে:

অস্তাক্ষৰামক্ষৰভূমিকায়াং কাৎস্ন্যেন গৃহ্লাতি লিপিং ন যাৱৎ।

---

১ চূড়াকৰ্ম দ্বিজাতীনাং সৰ্বেষামেৱ ধৰ্মতঃ।
প্ৰথমেঽব্দে তৃতীয়ে ৱা কৰ্তব্যং শ্ৰুতিচোদনাৎ॥ (মনু ২।৩৫)
আকৌ 'প্ৰাপ্তে তু পঞ্চমে ৱৰ্ষে বিদ্যাৰম্ভং চ কাৰয়েৎ।

২. ৰঘুবংশ ৩।২৮

সৰ্বাণি তাৰচ্ছ তৰুদ্ধযোগাৎফলান্যুপাযুঙ্‌ক্ত স দণ্ডনীতেঃ ॥[১]

লিখাৰ অঙ্কুলিত (writing board) অক্ষৰসমূহ সম্পূৰ্ণভাৱে বিন্যাস ( লিখিব ) কৰিবলৈ জনাৰ আগেয়ে, তেওঁ ( সুদৰ্শনে ) জ্ঞান-বৃক্ষসকলৰ সান্নিধ্যত থকা হেতু দণ্ডনীতিৰ সকলো ফলাফল জানিব পাৰিছিল।

'ৰঘুবংশ'ৰ টীকাকাৰ মল্লিনাথে লিপি শব্দৰ ব্যাখ্যা কৰিছে— 'পঞ্চাশদ্বৰ্ণাত্মিকায়া মাতৃকায়া' অৰ্থাৎ পঞ্চাশ প্ৰকাৰ (স্বৰ আৰু ব্যঞ্জন বৰ্ণ) অক্ষৰ যুক্ত বৰ্ণমালাৰ[২] জ্ঞান লাভ হ'লে বাঙ্‌ময় অৰ্থাৎ শব্দজ্ঞান আয়ত্ত কৰিব পাৰি।

বৰ্ণ শব্দৰ আন এটা অৰ্থ ৰং, অৰ্থাৎ ৰঙীণ পদাৰ্থেৰে যাক লিখা হয় তাৰেই নাম বৰ্ণ। এই বৰ্ণসমূহৰ বিশুদ্ধ উচ্চাৰণ প্ৰয়োজন। বিশুদ্ধভাৱে উচ্চাৰিত বাক্যই ফলৱতী অৰ্থাৎ অভিপ্ৰেত অৰ্থ বহন কৰিব পাৰে। কবিয়ে বৰ্ণৰ বিশুদ্ধ উচ্চাৰণ সম্বন্ধে কয়ঃ

পুৰাণস্য কবেস্তস্য বৰ্ণস্থানসমীৰিতা।
বভূব কৃতসংস্কাৰা চৰিতাৰ্থৈৱ ভাৰতী ॥[৩]

সেই প্ৰাচীন কবিৰ কণ্ঠ-বিনিসৃত বাণী অতি বিশুদ্ধভাৱে উচ্চাৰিত হোৱা হেতু অনুমান হয়, সেই বাণী সাৰ্থক হৈছে অৰ্থাৎ সেই বাণীয়ে অভিপ্ৰেত অৰ্থ বহন কৰিছে।

ভিন ভিন বৰ্ণৰ উচ্চাৰণৰ কাৰণে মানুহৰ শৰীৰৰ ভিন ভিন

---

১. ৰঘুবংশ ১৮।৪৬

২. অকাৰাদিক্ষকাৰান্তা বৰ্ণমালা যয়া পুনঃ।
সমস্তং ৱাঙ্‌ময়ং ব্যাপ্তং ত্ৰৈলোক্যমিৱ বিষ্ণুনা॥ ( প্ৰাচীন উক্তি )
ভগৱান বিষ্ণুৱে যি দৰে সমস্ত ত্ৰিলোক ব্যাপি আছে সেইদৰে অকাৰৰপৰা ক্ষকাৰ পৰ্যন্ত এই বৰ্ণমালাই সমস্ত শব্দৰাশি ব্যাপি আছে। ( অকাৰাদিক্ষকাৰান্তা বৰ্ণমালা প্ৰকীৰ্তিতা—পুৰুষোত্তম )

৩. ৰঘুবংশ ১০।৩৬

অজ্ঞক নিৰ্দিষ্ট কৰা হৈছে।[১] নিৰ্দিষ্ট উচ্চাৰণ-স্থানৰপৰা বৰ্ণবিলাক উচ্চাৰিত হ'লে সিবোৰে বিশুদ্ধতা লাভ কৰে। বিশুদ্ধ উচ্চাৰণে অভিপ্ৰেত ফল দিয়ে। অশুদ্ধ উচ্চাৰণে কলৰ ক্ষতি কৰে।

কবিয়ে বৰ্ণৰ বিশুদ্ধ উচ্চাৰণৰ প্ৰয়োজনীয়তা সম্বন্ধে কৈ শব্দ-বিলাকৰ শ্ৰেণী বিভাগ সম্পৰ্কেও উল্লেখ কৰিছে :

পুৰাণস্য কবেস্তস্য চতুৰ্মুখসমীৰিতা।
প্ৰবৃত্তিৰাসীচ্ছব্দানাং চৰিতাৰ্থা চতুষ্টয়ী ॥[২]

আদি কবি চতুৰ্মুখ ব্ৰহ্মাৰ মুখ চতুষ্টয়ৰপৰা সেই চতুৰ্বয়ৰ শব্দ প্ৰয়োগ উচ্চাৰিত হোৱাত সৰ্বতোভাৱে সাৰ্থক হৈছে।

দ্ৰব্য, গুণ, ক্ৰিয়া আৰু জাতি ভেদে শব্দ প্ৰয়োগৰ চাৰিটা অবয়ব। অৰ্থাৎ শব্দ চাৰি প্ৰকাৰৰ, যেনে জাতিবাচক, দ্ৰব্যবাচক, গুণবাচক, আৰু ক্ৰিয়াবাচক।[৩]

এই চতুৰ্বিধ শব্দৰ চাৰি প্ৰকাৰ প্ৰবৃত্তি অৰ্থাৎ ব্যৱহাৰ হয়; যেনে, বৈখৰী, মধ্যমা, পশ্যন্তী আৰু সূক্ষ্মা। বৈখৰী—স্ফুট ধ্বনি (নৱ-জাত শিশুৰ উচ্চাৰিত শব্দ-ধ্বনি), মধ্যমা—স্ফুট ধ্বনি (শিশুৰ উচ্চাৰিত কাণত পৰা শব্দ-ধ্বনি) পশ্যন্তী—সাৰ্থক ধ্বনি (ব্যৱহাৰো-পযোগী শব্দ-ধ্বনি) সূক্ষ্মা—স্থায়ী সাৰ্থক শব্দ-ধ্বনি, যি শব্দ-ধ্বনিয়ে

---

১. বৰ্ণৰ উচ্চাৰণ সম্বন্ধে পাণিনীয় শিক্ষাত পোৱা যায় :

অষ্টৌ স্থানানি বৰ্ণানামুৰঃ কণ্ঠঃ শিৰস্তথা।
জিহ্বামূলং চ দন্তাশ্চ নাসিকৌষ্ঠৌ চ তালু চ ॥

বৰ্ণসমূহ আঠোটা স্থানৰপৰা উচ্চাৰণ হয়; যেনে উৰ, কণ্ঠ, শিৰ, জিহ্বামূল, দন্ত, নাসিকা, ওষ্ঠ আৰু তালু।

২. কুমাৰসম্ভৱ ২।১৭ ; ৰঘুবংশ ১০।৩৬ দ্ৰষ্টব্য

৩. শব্দেন প্ৰতিপন্নস্তে জাতিদ্ৰব্যগুণক্ৰিয়াঃ
চাতুৰ্বিধ্যাদমুষ্মিন্ শব্দোঽপ্যুক্তশ্চতুৰ্বিধঃ ॥ প্ৰাচীন উক্তি
জাতিবাচক, যেনে গো, দ্ৰব্যবাচক, যেনে ক্ষিতি, গুণবাচক, যেনে শুক্ল, ক্ৰিয়াবাচক, যেনে গমন।

মানুহৰ মনত স্থায়ীভাৱে অৰ্থৰ বোধ জন্মায়।[১]

কবিয়ে বৰ্ণ আৰু শব্দৰ বিষয়ে উল্লেখ কৰি শব্দ আৰু অৰ্থৰ সম্বন্ধ কেনে ধৰণৰ সেই সম্পৰ্কে কৈছে :

বাগৰ্থাবিব সংপৃক্তৌ বাগৰ্থপ্ৰতিপত্তয়ে।
জগতঃ পিতৰৌ বন্দে পাৰ্বতীপৰমেশ্বৰৌ ॥[২]

শব্দ আৰু অৰ্থৰ সম্যক জ্ঞান লাভৰ কাৰণে শব্দ আৰু অৰ্থৰ দৰে নিত্য মিলিত জগতৰ জনক-জননী পাৰ্বতী আৰু পৰমেশ্বৰক নমস্কাৰ কৰোঁ।

কবিয়ে ইয়াত 'শব্দ আৰু অৰ্থৰ দৰে নিত্য মিলিত' বুলি কৈ যি ক'বলৈ বিচাৰিছে সি হ'ল, শব্দ আৰু অৰ্থৰ সম্বন্ধ নিত্য নিবন্ধ। উদাহৰণ স্বৰূপে ক'ব পাৰি, বৃক্ষ—এই শব্দটো উচ্চাৰণ কৰাৰ লগে লগে শাখা, পল্লৱ আদি যুক্ত উদ্ভিদ বিশেষৰ জ্ঞান আমাৰ মনলৈ আহে। এয়ে হ'ল বৃক্ষ শব্দৰ অৰ্থ। গতিকে উক্ত অৰ্থেৰে সৈতে বৃক্ষ—এই শব্দটোৰ নিয়ত অভেদ সম্বন্ধ আছে। এই সম্বন্ধই নিত্য সম্বন্ধ। এই সম্বন্ধ কোনো দিনেই ধ্বংস নহয়। শব্দ আৰু অৰ্থ নিত্য-সম্বন্ধ-বিশিষ্ট। যি নিত্য সি ধ্বংসৰ অতীত।

কবিয়ে 'কুমাৰসম্ভৱ'ত এই শব্দ আৰু অৰ্থৰ সম্বন্ধ বুজাবলৈ পাৰ্বতীক মহাদেৱৰ ওচৰত কন্যা-ৰূপে দান কৰা প্ৰসঙ্গত ব্যক্ত কৰিছে :

'তমৰ্থমিৱ ভাৰত্যা সুতয়া যোক্তুমৰ্হসি।'[৩]

বাক্যেৰে সৈতে অৰ্থৰ নিচিনা, আপোনাৰ (হিমালয়ৰ) কন্যাক তেওঁৰে (মহাদেৱৰে) সৈতে সংযোজিত কৰক। কবিয়ে এইদৰে

---

১. এই সম্বন্ধে মল্লিনাথে উদ্ধৃত কৰিছে :
বৈখৰী শব্দনিষ্পত্তিৰ্মধ্যমা শ্ৰুতিগোচৰা।
দ্যোতিতাৰ্থা চ পশ্যন্তী সূক্ষ্মা বাগনপায়িনী ॥

২. ৰঘুবংশ ১।১

৩. কুমাৰসম্ভৱ ৬।৭৯

শিক্ষাৰ্থীসকলৰ প্ৰথম শিক্ষণীয় বিষয় হিচাপে বৰ্ণ, শব্দ আৰু শব্দ আৰু অৰ্থৰ সম্বন্ধ উল্লেখ কৰিছে। তেওঁলোকৰ বেদাধ্যয়ন উপনয়ন সংস্কাৰৰ পিছত আৰম্ভ হৈছিল ; সেই কথা ৰঘুৰ বিদ্যা-গ্ৰহণলৈ লক্ষ্য কৰিলে বুজা যায়ঃ 'অথোপনীতং বিধিবদ্বিপশ্চিতো বিনিন্যুৰেনং গুৰবো গুৰুপ্ৰিয়ম্।'[১]

তাৰ পিছত তেওঁৰ (ৰঘুৰ) উপনয়ন সংস্কাৰ বিধিপূৰ্বক সম্পন্ন হ'লত গুৰুৱে সেই প্ৰিয় শিষ্যক শিক্ষা দান কৰিবলৈ আৰম্ভ কৰিলে।

ইয়াৰপৰা স্পষ্টকৈ বুজা যায়, উপনয়ন সংস্কাৰৰ পিছত বেদাধ্যয়ন আৰম্ভ হৈছিল। ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য—এই তিনি বৰ্ণৰ বালকক উপনয়ন দিয়াৰ ব্যৱস্থা আছিল।[২]

গৰ্ভাবধি অষ্টম বৰ্ষত ব্ৰাহ্মণৰ, একাদশ বৰ্ষত ক্ষত্ৰিয়ৰ আৰু দ্বাদশ বৰ্ষত বৈশ্যৰ উপনয়ন-সংস্কাৰ সম্পন্ন কৰা হৈছিল।[২]

ৰঘুৰ একাদশ বৰ্ষত উপনয়ন-সংস্কাৰ সম্পন্ন হোৱাত বেদাধ্যয়নত প্ৰৱেশ কৰোৱা হৈছিল। উপনীত বালকসকলে ব্ৰহ্মচাৰী হিচাপে গুৰু-গৃহত বাস কৰি বিদ্যা গ্ৰহণ কৰিছিল। এই ব্ৰহ্মচাৰীসকলক শিষ্য বা অন্তেবাসী বুলি অভিহিত কৰা হৈছিল। ৰঘুৱে কৃষ্ণমৃগৰ চৰ্ম পৰিধান কৰি পিতাকৰ ওচৰত শিক্ষা লাভ কৰিছিলঃ

'ত্বচং স মেধ্যাং পৰিধায় ৰৌৰবীমশিক্ষতাস্ত্ৰং পিতুৰেব মন্ত্ৰবৎ।'[৩]

শিক্ষাৰ্থী ব্ৰহ্মচাৰীসকলে মৃগচৰ্ম পৰিধান কৰা প্ৰথা আছিল।[৪] গুৰুগৃহত শিষ্যসকলে পৰ্ণ-শয্যাত শয়ন কৰিছিল। বসিষ্ঠৰ আশ্ৰমত

১. ৰঘুবংশ ৩।২৯

২. গৰ্ভাষ্টমেঽব্দে কুৰ্বীত ব্ৰাহ্মণস্যোপনায়নম্।
গৰ্ভাদেকাদশে ৰাজ্ঞো গৰ্ভাত্তু দ্বাদশে বিশঃ॥ (মনু ২।৩৬)

৩. ৰঘুবংশ ৩।৩১

৪. কাৰ্ষ্ণৰৌৰববাস্তানি চৰ্মাণি ব্ৰহ্মচাৰিণঃ।
বসীৰন্নানুপূৰ্ব্বেণ শাণক্ষৌমাবিকানি চ॥ (মনু ২।৪১)

ব্ৰতাৱলম্বী মহাৰাজ দিলীপৰ বৰ্ণনাৰপৰা ইয়াক বুজা যায়: 'কুশশয়নে নিশাং নিনায়।'[১]

গুৰুগৃহত শিষ্যবিলাকে গো-পালন, সমিধ আহৰণ আদি কাৰ্যেৰে গুৰুৰ শুশ্ৰূষা কৰিছিল। গুৰু-শুশ্ৰূষাৰ বাহিৰে তেওঁলোকে আন কোনো অৰ্থ ব্যয় কৰিব লগীয়া হোৱা নাছিল। শিষ্যসকলে গুৰুগৃহত প্ৰায় ১২ বছৰ কাল অধ্যয়ন কৰিছিল। তাৰ পিছত তেওঁলোকৰ সমাৱৰ্তন উৎসৱ অনুষ্ঠিত হৈছিল। সমাৱৰ্তন উৎসৱৰ পিছত স্নাতকসকলে নিজ ঘৰলৈ উভতি আহি গাৰ্হস্থ্য জীৱন যাপন কৰিছিল। 'ৰঘুবংশ'ৰ পঞ্চম সৰ্গত গুৰুৱে স্নাতকক গাৰ্হস্থ্য জীৱনত প্ৰৱেশ কৰিবলৈ অনুমতি দিয়াৰ উল্লেখ আছে: 'কালো হ্যয়ং সংক্ৰমিতুং দ্বিতীয়ম্।'[২]

বেদ-বেদাঙ্গ আদি শাস্ত্ৰ অধ্যয়ন কৰাৰ উপৰিও বিদ্যাৰ্থীসকলে গুৰুগৃহত গাৰ্হস্থ্য জীৱনৰ অভিজ্ঞতা লাভ কৰিছিল।

শিক্ষাৰ্থীসকলৰ যোগ্যতাৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হৈছিল। কাৰণ যোগ্যতা নথকা বিদ্যাৰ্থীক বিদ্যা দান কৰিলে সেই বিদ্যা ফলৱতী হ'ব নোৱাৰে। বিদ্যাৰ্থীসকলৰ যোগ্যতা সম্পৰ্কে কামন্দকে কয়:

শুশ্ৰূষা শ্ৰৱণং চৈৱ গ্ৰহণং ধাৰণং তথা।
উহাপোহাৰ্থৱিজ্ঞানং তত্ত্বজ্ঞানং চ ধীগুণাঃ॥[৩]

শুশ্ৰূষা—শুনিবলৈ ইচ্ছা, অৰ্থাৎ জ্ঞান লাভৰ কাৰণে ঐকান্তিক আগ্ৰহ; শ্ৰৱণ—মনৰ একাগ্ৰতা; গ্ৰহণ—সম্যকবোধ; ধাৰণ—শুনা কথা মনত ৰাখিব পৰা শক্তি; উহা—পুঙ্খানুপুঙ্খভাৱে বিবেচনা কৰিব পৰা শক্তি; অপোহ—শুদ্ধ অৰ্থবোধ; তত্ত্বজ্ঞান—সাৰ-মৰ্ম বুজাৰ ক্ষমতা – এই কেইবিধেই বুদ্ধিৰ গুণ। এই বুদ্ধি-গুণ-সম্পন্ন বিদ্যাৰ্থীয়েই বিদ্যা-গ্ৰহণৰ উপযুক্ত পাত্ৰ। কবিয়ে ৰঘুৰ বিদ্যা-গ্ৰহণৰ

১. ৰঘুৱংশ — ১।১৯
২. ৰঘুৱংশ — ৫।১০
৩. মল্লিনাথৰ টীকাত উদ্ধৃত

যোগ্যতা সম্পৰ্কে উল্লেখ কৰিছে: 'ধিয়ঃ সমগ্ৰৈঃ স গুণৈৰুদাৰধীঃ।'[1] তীক্ষ্ণবুদ্ধি ৰঘু বুদ্ধিৰ সমস্ত গুণৰ দ্বাৰা (চাৰি) বিদ্যাৰ শেষ সীমাত উপনীত হৈছিল।

কবিয়ে শিক্ষাৰ্থীসকলৰ পক্ষে বিদ্যা আয়ত্ত কৰাৰ ক্ষেত্ৰত অভ্যাসকেই শ্ৰেষ্ঠ উপায় হিচাপে নিৰ্দেশ কৰিছে আৰু তাৰ কথা বহু বাৰ উল্লেখ কৰিছে। 'ৰঘুবংশ'ত গুৰু বসিষ্ঠই শিষ্য দিলীপক এই অভ্যাসৰ কথা কৈছে:

বন্যবৃত্তিৰিমাং শশ্বদাত্মানুগমনেন গাম্।
বিদ্যামভ্যসনেনেৱ প্ৰসাদয়িতুমৰ্হসি॥[2]

অভ্যাসৰ দ্বাৰা বিদ্যাক যিদৰে প্ৰসন্ন কৰা যায়, সেইদৰে এতিয়া আপুনি বন্যবৃত্তি অৱলম্বন অৰ্থাৎ বনৰ ফলমূল আহাৰ কৰি এই গাভীক নিৰন্তৰ অনুসৰণ কৰি সন্তুষ্ট কৰক।

ইয়াত নন্দিনী বিদ্যা-স্বৰূপা, অনুসৰণেই অভ্যাস, দিলীপ বিদ্যাৰ্থী আৰু প্ৰসাদন সাধাৰণ ধৰ্ম। অৰ্থাৎ বিদ্যাৰ্থীয়ে গুৰু-মুখ-নিঃসৃত বিদ্যাক অভ্যাসৰ দ্বাৰা যিদৰে প্ৰসন্ন বা আয়ত্ত কৰিব পাৰে, আপুনিও নন্দিনীৰ স্বেচ্ছা গতিৰ অনুসৰণ কৰি তেওঁৰ প্ৰসন্নতা বা সন্তুষ্টি লাভ কৰিব পাৰিব।

কালিদাসে জন্মান্তৰীয় বিদ্যাৰ কথাও উল্লেখ কৰিছে। আন জন্মত অভ্যাস কৰা বিদ্যা পৰবৰ্তী জন্মত অনায়াসে আয়ত্ত হয়। কবিয়ে প্ৰকাশ কৰিছে:

স পূৰ্বজন্মান্তৰদৃষ্টপাৰাঃ স্মৰন্নিৱাক্লেশকৰো গুৰূণাম্।
তিস্ৰস্ত্ৰিবৰ্গাধিগমস্য মূলং জগ্ৰাহ বিদ্যাঃ প্ৰকৃতীশ্চ পিত্ৰ্যাঃ॥[3]

পূৰ্ব জন্মত অৰ্জিত বিদ্যাসমূহ স্মৰণ কৰিয়েই যেন তেওঁ (সুদৰ্শনে) গুৰুসকলক কোনো কষ্ট নিদিয়াকৈ ত্ৰিবৰ্গ (ধৰ্ম, অৰ্থ আৰু কাম)

১. ৰঘুবংশ ৩।৩০
২. ৰঘুবংশ ১।৮৮
৩. ৰঘুবংশ ১৮।৫০

আয়ত্ত কৰাৰ উপায়-স্বৰূপ তিনিটা বিদ্যা আৰু পিতৃ-ৰাজ্যৰ প্ৰজা-সমূহক অনায়াসে আয়ত্তলৈ আনিলে।

এই জন্মান্তৰীয় বিদ্যা সম্বন্ধে 'কুমাৰসম্ভৱ'তো পোৱা যায়—পূৰ্ব জন্মত উপাৰ্জন কৰা বিদ্যাই নিজে আহি পাৰ্বতীক আশ্ৰয় কৰিলে: 'প্ৰপেদিৰে প্ৰাক্তনজন্মবিদ্যাঃ।'[১]

ঐকান্তিক শ্ৰদ্ধা সহকাৰে আয়ত্ত কৰা বিদ্যাৰ বীজ জন্মান্তৰলৈ যায়। উপযুক্ত পৰিৱেশত জন্মান্তৰীয় বিদ্যাৰ উন্মেষ হয়।

কবিয়ে শিক্ষা সম্বন্ধীয় আন এটা গুৰুত্বপূৰ্ণ দিশৰো উল্লেখ কৰিছে। সেইটো হ'ল, পৰীক্ষা, অৰ্থাৎ শিক্ষক নাইবা শিক্ষাৰ্থীৰ যোগ্যতা নিৰ্ণয়কৰণ। 'মালবিকাগ্নিমিত্ৰ' নাটকৰ প্ৰথম অঙ্কত দেখা যায়, হৰদত্ত আৰু গণদাস নামৰ অভিনয়-বিদ্যাৰ আচাৰ্য দুজনৰ মাজত কাজিয়া। এজনে আনজনক নিন্দা কৰে আৰু নিজকে অধিক পাৰদৰ্শী বুলি অভিমান কৰে। এদিনাখন দুয়োজন গৈ ৰজাৰ ওচৰত উপস্থিত হ'ল আৰু তেওঁলোকৰ ভিতৰত প্ৰকৃততে কোন শ্ৰেষ্ঠ সেইটো বিচাৰ কৰিবলৈ গোচৰ তৰিলে। মহাৰাজ নিজেই বিশেষজ্ঞ আৰু বিচাৰক হ'ব লাগে: 'দেৱ এৱ নৌ ৱিশেষজ্ঞঃ প্ৰাশ্নিকঃ।' ৰজাই ক'লে, অকলে বিচাৰ কৰিলে ৰাণীয়ে পক্ষপাত কৰা বুলি সন্দেহ কৰিব পাৰে: 'পক্ষপাতমত্ৰ দেৱী মন্যতে।' গতিকে ৰাণীৰ সন্মুখতে পণ্ডিত কৌশিকীৰে সৈতে বিচাৰ কৰা হ'ব: 'তত্ৰভৱত্যাঃ পণ্ডিতকৌশিক্যা সহিতায়াঃ সমক্ষমেৱ ন্যায্যো ৱ্যৱহাৰঃ।' সেই বুলি তেওঁলোক দুয়োজনকে মাতি অনা হ'ল আৰু কৌশিকী আহি পোৱাৰ লগে লগে ৰজাই ক'লে, এই পণ্ডিত দুজনৰ মাজত 'বিজ্ঞান-সংঘৰ্ষ' হৈছে, আপুনি এওঁলোকৰ পৰীক্ষা ল'ব লাগে: 'ভৱত্ৰ ভগৱত্যা প্ৰাশ্নিকপদমধ্যাসিতৱ্যম্।' কৌশিকীয়ে ক'লে, চহৰ থাকোঁতে জানো বস্তু পৰীক্ষা কৰিবলৈ গাঁৱলৈ যায়?[২] ৰজাই ক'লে, নহয়, নহয়

১. কুমাৰসম্ভৱ ১।৩০

২. পত্তনে বিদ্যমানেঽপি গ্ৰামে ৰত্নপৰীক্ষা।

মোৰ আৰু ৰাণীৰ উভয়ৰে দুয়োজনৰ প্ৰতি পক্ষপাত আছে: 'পক্ষপাতিনাৱনয়োৰহং দেৱী চ।' গতিকে আপুনি মধ্যস্থ হ'ব লাগে। লগতে ৰজাই সুধিলে, 'উপস্থিত আচাৰ্য দুজনৰ কোনজনৰ পৰীক্ষা প্ৰথমে লোৱা হ'ব? উত্তৰত কৌশিকীয়ে ক'লে, অভিজ্ঞতাত দুয়োজন সমান হ'লেও বয়সত জ্যেষ্ঠ হোৱা হেতু গণদাসৰেই প্ৰথম অধিকাৰ। তথাপি কৌশিকীয়ে শেষ মন্তব্য কৰিলে—অকলে সিদ্ধান্ত ল'লে সকলো জনাজনৰো দোষ থাকে: 'সৰ্বজ্ঞস্যাপ্যে-কাকিনো নিৰ্ণয়াভ্যুপগমো দোষায়।'

উপৰ্যুক্ত কথাৰপৰা এইটো সন্দেহ নোহোৱাকৈ ক'ব পাৰি যে সৰ্ববিদ্ হ'লেও একজন পৰীক্ষকৰ দ্বাৰা পৰীক্ষাৰ্থীৰ ন্যায্য বিচাৰ হোৱাৰ আশঙ্কা থাকে। পৰীক্ষাৰ্থীৰ লগত সম্বন্ধ থকাজনক পৰীক্ষক নিযুক্ত কৰিলে অন্যায়ৰ সম্ভাৱনা অধিক। গতিকে দুজন বা অধিক নিৰপেক্ষ লোকক পৰীক্ষক হিচাপে নিয়োগ কৰিলে সাধাৰণতে পৰীক্ষাৰ্থীৰ প্ৰতি অবিচাৰৰ ভয় নাথাকে। এয়ে পৰীক্ষা সম্বন্ধে কবিৰ স্পষ্ট ধাৰণা।

কালিদাসৰ সাহিত্যত শিক্ষা সম্বন্ধে কিঞ্চিৎ আলোচনা কৰা হ'ল। এতিয়া সামৰণিত এইটো উল্লেখ কৰা উচিত হ'ব যে, কবিয়ে ৰঘুবংশীয় ৰজাসকলৰ চৰিত্ৰ-বৰ্ণনা প্ৰসঙ্গতে শিক্ষাৰ মূল তাৎপৰ্য পাঠকৰ সম্মুখত সুন্দৰভাৱে উপস্থাপিত কৰিছে। সেই ৰঘুবংশীয় ৰজাসকল:

শৈশৱেঽভ্যস্তৱিদ্যানাং যৌৱনে বিষয়ৈষিণাম্।
বাৰ্দ্ধকে মুনিবৃত্তীনাং যোগেনান্তে তনুত্যজাম্॥[১]

শৈশৱকালত বিদ্যানুশীলন, যৌৱনত বিষয়-ভোগ, বাৰ্দ্ধক্যত মুনিবৃত্তি-পৰায়ণ হৈ পৰিণত বয়সত যোগবলেৰে দেহত্যাগ কৰিছিল।

ইয়াৰপৰা এইটো প্ৰতীয়মান হয় যে ভাৰতৰ পূৰ্বপুৰুষসকলে মানুহৰ জীৱনক চাৰিটা স্তৰত বিভক্ত কৰিছিল; যেনে, শৈশৱ, যৌৱন,

---

১. ৰঘুবংশ ১।৮

বাৰ্দ্ধক্য আৰু অন্তিম। তেওঁলোকে এপিনে যিদৰে জীৱনটোক চাৰি ভাগত বিভক্ত কৰিছিল আনপিনে সেইদৰে এই চাৰিটা স্তৰত পালন কৰিব লগীয়া কৰ্তব্যসমূহৰ কাৰণে চাৰি আশ্ৰমৰ ব্যৱস্থা কৰিছিল; যেনে, ব্ৰহ্মচৰ্যাশ্ৰম, গাৰ্হস্থ্যাশ্ৰম, বানপ্ৰস্থাশ্ৰম আৰু সংন্যাসাশ্ৰম। শিক্ষা বা অধ্যয়নেই আছিল তেওঁলোকৰ জীৱন জোৰা প্ৰক্ৰিয়া। ব্ৰহ্মচৰ্যাশ্ৰমত বেদাধ্যয়ন, গাৰ্হস্থ্যাশ্ৰমত ব্ৰাহ্মণ গ্ৰন্থৰ আলোচনা, বানপ্ৰস্থাশ্ৰমত আৰণ্যক গ্ৰন্থৰ পৰ্যালোচনা আৰু সংন্যাসাশ্ৰমত উপনিষদৰ তত্ত্বান্বেষণত জীৱন অতিবাহিত কৰি নশ্বৰ দেহ ত্যাগ কৰি পৰমাত্মাৰ লগত লীন হৈছিল।

এইদৰে জীৱনৰ বিভিন্ন আশ্ৰমত বিভিন্ন শাস্ত্ৰ আলোচনা কৰি মুক্তি লাভ কৰিছিল। এই মুক্তিয়েই আছিল শিক্ষাৰ চৰম লক্ষ্য। সেয়েহে উপনিষদৰ ঋষিসকলে কৈছিল: 'সা বিদ্যা যা বিমুক্তয়ে।' তাকেই বিদ্যা বোলে যি আমাক মুক্তিৰ সন্ধান দিব পাৰে। কালিদাসৰ আকাঙ্ক্ষা আছিল যেন শিক্ষাই আমাক হিংসা, বিদ্বেষ, পৰশ্ৰীকাতৰতা আৰু নীচতাৰপৰা মুক্ত কৰি এখন সুস্থ, সবল আৰু সুসংস্কৃত সমাজত বসবাস কৰিব পৰা কৰে; ৰাজ্যৰ প্ৰশাসন যেন প্ৰজাৰ মঙ্গলৰ কাৰণে অনুষ্ঠিত হয়, বিদ্বান লোকসকলৰ মহদ্বাণীলৈ যেন সমাজৰ মানুহৰ আগ্ৰহ আৰু শ্ৰদ্ধা জন্মে।

প্ৰৱৰ্ততাং প্ৰকৃতিহিতায় পাৰ্থিৱঃ
সৰস্বতী শ্ৰুতমহতাং মহীয়তাম্।[১]

---

১ শকুন্তলা ৭।৩৫

# কালিদাসৰ সমাজ

সাহিত্য সমাজৰ দাপোণ-স্বৰূপ। সমাজ আৰু সাহিত্যৰ সম্বন্ধ অতি ঘনিষ্ঠ। সমাজ-নিৰপেক্ষ সাহিত্যত প্ৰাণ থাকিলেও স্পন্দন নাথাকে। সমাজেই সাহিত্যৰ উৰ্বৰা ভূমি। সমাজক বাদ দিলে সাহিত্য হয় দুৰ্বল, নিস্তেজ আৰু ক্ষীণকলেৱৰ। মানুহ সমাজ-সত্তাৰ অবয়ব-স্বৰূপ আৰু সেই অবয়বসমূহৰ মাজেদি প্ৰতিফলিত হোৱা আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম, সংঘাত-সংঘৰ্ষ, ধ্যান-ধাৰণা, ধৰ্ম-দৰ্শন, অভিজ্ঞতা আৰু অনুভূতিসমূহে সমাজখনৰ এটি বাস্তৱ ৰূপ চিত্ৰিত কৰি তোলে। সেই চিত্ৰত পৰিস্ফুট হৈ উঠে দেশ-কাল-পৰিস্থিতি আৰু পাৰিপাৰ্শ্বিকতাৰ অপ্ৰতিহত প্ৰভাৱ। দেশ-কাল-পৰিস্থিতি আৰু পাৰিপাৰ্শ্বিকতাক বাদ দিলে সাহিত্য হয় নিৰ্জীৱ, নিষ্প্ৰাণ। সাহিত্যিকে নিৰ্মাণ কৰা সমূহ চৰিত্ৰই সমাজৰ একো একোজন ব্যক্তিবিশেষ। সাহিত্যিকে বিশেষ পৰিস্থিতি আৰু পাৰিপাৰ্শ্বিকতাৰ মাজেদি উদ্ভাসিত হৈ উঠা সেই ব্যক্তিসমূহৰ চৰিত্ৰৰ বৈশিষ্ট্য, কাৰ্য্যকলাপৰ পৰিণাম, ধৰ্ম আৰু নীতিৰ শেষ পৰিণতি আদি বৰ্ণনা কৰে। সেই বৰ্ণনাৰ মাজেদি কটকটীয়াকৈ জিলিকি উঠে সমাজখনৰ এখন নিখুঁত আলেখ্য। কাৰণ সাহিত্যিকে সেই ব্যক্তিসমূহৰ সেই বিশেষ পৰিস্থিতি আৰু পাৰিপাৰ্শ্বিকতাক নিজৰ কৰি লয় আৰু নিজৰ অলৌকিক অনুভূতিৰে তেওঁলোকৰ জীৱন-লীলাক সাৰ্বজনিকত্ব প্ৰদান কৰে। সাহিত্যিকৰ চিন্তাৰ উৎকৰ্ষ, অভিজ্ঞতাৰ গাম্ভীৰ্য আৰু বৰ্ণনাৰ বৈচিত্ৰ্যই সাহিত্যক স্পন্দিত কৰি তোলে। স্পন্দনহীন সাহিত্য গন্ধহীন পুষ্পৰ দৰে অনাদৃত।

ব্যক্তিগত আৰু সামাজিক অভিজ্ঞতাই সাহিত্য-সৃষ্টিৰ মূল উপজীৱ্য। সেই সামাজিক অভিজ্ঞতাৰ সঞ্জীৱনী শক্তিয়ে প্ৰাণ প্ৰতিষ্ঠা কৰা সাহিত্যত বিকশিত হয় সমাজৰ বিতোপন চিত্ৰ।

ভাৰতীয় সমাজৰ গতি চিৰ মন্থৰ। ই সুদৃঢ় ভেটিত প্ৰতিষ্ঠিত হোৱা হেতু ইয়াৰ চিৰ প্ৰচলিত প্ৰথাক কোনেও লৰচৰ কৰিব নোখোজে। সমাজ-ব্যৱস্থাক অক্ষুণ্ণ ৰাখিব পৰাটো সমাজ-জীৱনৰ বিশেষ কৰ্তব্য বুলি ভবা হয় আৰু কোনো ধৰণৰ পৰিবৰ্তন বিচৰা নহয়। পৰিবৰ্তনক কেৱল ব্যভিচাৰৰে ৰূপান্তৰ বুলি ভবা হয়। ব্যভিচাৰ হ'লে সমাজৰপৰা শৃঙ্খলাই মেলানি মাগে। বিশৃঙ্খল সমাজেই জাতীয় জীৱনৰ ধ্বংসৰ অন্যতম কাৰণ। সেয়েহে যুগ যুগ ধৰি প্ৰচলিত হৈ অহা প্ৰথা আজিও সমাজত প্ৰচলিত হৈ আছে আৰু থাকিব; কাৰণ ই ভাৰতৰ জলবায়ুৰ লগত জড়িত। আজিও এনে এক শ্ৰেণীৰ লোক আছে যিসকলে ভাবে বিজ্ঞানৰ সহায়েৰে প্ৰকৃতিৰ ঐশ্বৰ্য-সম্পদক কৰায়ত্ত কৰি মানুহে নিজ সুখ-স্বাচ্ছন্দ্যৰ বাবে ব্যৱহাৰ কৰিব পাৰে; কিন্তু কোনেও তাৰ প্ৰভাৱক কোনো দিনে বশীভূত কৰিব নোৱাৰে। নতুন জ্ঞানৰ আলোকত কিমান বৈজ্ঞানিক পদ্ধতিৰ পৰিবৰ্তন ঘটিল! মনুৰ প্ৰবৰ্তিত পদ্ধতিৰ জানো সেইদৰে পৰিবৰ্তন ঘটিল। তাৰ পৰিবৰ্তনৰ গতি এতিয়াও পূৰ্বৰ দৰেই মন্থৰ।

ভাৰতৰ প্ৰাচীন সমাজ বৰ্ণ আৰু আশ্ৰমৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণে সেই সমাজক বৰ্ণাশ্ৰম সমাজ বোলা হৈছিল। বৰ্ণাশ্ৰম সমাজৰ প্ৰচলিত আচাৰ-ব্যৱহাৰ, নীতি-নিয়মাদিক বৰ্ণাশ্ৰম ধৰ্ম বুলি অভিহিত কৰা হৈছিল। বৰ্ণাশ্ৰম বোলাৰ অৰ্থ এই যে সমাজৰ লোকসমূহক চাৰিটা বৰ্ণ বা ভাগত বিভক্ত কৰা হৈছিল; যেনে, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ। এই চাৰিপ্ৰকাৰৰ বিভাজনৰ মূল তাৎপৰ্য আছিল—শিক্ষা, শক্তি, সম্পদ আৰু সেৱা। অৰ্থাৎ সমাজৰ শিক্ষাৰ ভাৰ ব্ৰাহ্মণৰ, সমাজ তথা দেশৰ ৰক্ষাৰ ভাৰ ক্ষত্ৰিয়ৰ, সমাজ

তথা দেশৰ বাণিজ্য-সম্পদ বঢ়োৱাৰ ভাৰ বৈশ্যৰ আৰু সমাজ সেৱাৰ ভাৰ আছিল শূদ্ৰৰ হাতত।

সেই সমাজৰ প্ৰতিজন লোকৰ জীৱন-দশাক মানৱ-জীৱনৰ পূৰ্ণ সাৰ্থকতা উপলব্ধি কৰিবলৈ চাৰিটা স্তৰত বিভক্ত কৰা হৈছিল আৰু সেই চাৰিটা স্তৰৰ নাম দিয়া হৈছিল চাৰি আশ্ৰম; যেনে, ব্ৰহ্মচৰ্য, গাৰ্হস্থ্য, বানপ্ৰস্থ আৰু সংন্যাস। এই চাৰি আশ্ৰমৰ মুখ্য উদ্দেশ্য পৰিপূৰ্ণ কৰিবলৈ শিক্ষণীয় বিষয়ো আছিল চাৰিবিধ— বেদ, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ। এই চতুৰ্বিধ জ্ঞান চতুৰাশ্ৰমৰ কাৰণে প্ৰয়োজনীয় বুলি স্থিৰ কৰা হৈছিল। মানৱ জীৱনৰ চৰম উদ্দেশ্যকো চাৰিটা ভাগতে ভাগ কৰিছিল; যেনে, ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ। ইয়াকেই চাৰি পুৰুষাৰ্থ বোলা হৈছিল; কাৰণ ইয়াৰ বাহিৰে মানুহৰ জীৱনত আন কোনো কাম্য বস্তু থাকিব নোৱাৰে।

প্ৰাচীন ভাৰতৰ বৰ্ণাশ্ৰম ধৰ্মৰ চৰম আৰু পৰম উদ্দেশ্য আছিল এখন সুশিক্ষিত, সুৰক্ষিত আৰু সুসমৃদ্ধ সমাজ তথা দেশ গঢ়ি তোলা যাতে সমাজৰ প্ৰতিজন লোকে সুশিক্ষিত নাগৰিক হৈ সমাজৰ সৰ্বতোভাৱে কল্যাণ সাধন কৰিব পাৰে আৰু জীৱনৰ বিগলিত বয়সত আত্মোপলব্ধিৰ মাজেদি অনন্ত আনন্দৰ অধিকাৰী হৈ আনন্দতে আত্ম নিবেদন কৰিব পাৰে। মানুহৰ ইহলৌকিক আৰু পাৰলৌকিক অভ্যুদয়ৰ কাৰণেই আৰ্যসকলে বৰ্ণাশ্ৰম ধৰ্মৰ প্ৰবৰ্তন কৰিছিল। এই ধৰ্মৰ মাজেদিয়েই সমাজ-ব্যৱস্থা, অৰ্থ-ব্যৱস্থা, শাসন-ব্যৱস্থা আৰু ধৰ্ম-ব্যৱস্থা নিয়ন্ত্ৰিত হৈছিল, যাৰ ফলত সমাজৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত শান্তি, মৈত্ৰী, প্ৰীতি আৰু সংহতিৰ সৌধ নিৰ্মিত হৈছিল।

ভাৰতবৰ্ষৰ সুদূৰ অতীতৰ বৰ্ণাশ্ৰম সমাজৰ উজ্জ্বল চিত্ৰ কালিদাসৰ সাহিত্যত আজিও সমুজ্জ্বল হৈ আছে। মহাকাব্য 'ৰঘুবংশ'ৰ আদিতে কালিদাসে ৰঘুবংশীয় ৰজাসকলৰ চৰিত্ৰ বৰ্ণনা কৰিছে:

শৈশৱেঽভ্যস্তৱিদ্যানাং যৌৱনে বিষয়ৈষিণাম্।
ৱাৰ্দ্ধকে মুনিবৃত্তিনাং যোগেনান্তে তনুত্যজাম্॥[১]

ৰঘুবংশীয় ৰজাসকলে শিশুকালত বিদ্যাভ্যাস, যৌৱনত বিষয়োপভোগ, বাৰ্দ্ধক্যত মুনিসকলৰ আচৰণ আৰু অৱশেষত যোগ-বলেৰে দেহ ত্যাগ কৰিছিল।

উক্ত বংশীয় ৰজাসকলে শৈশৱত বিদ্যা শিক্ষা, তৰুণ বয়সত বিষয় সম্ভোগ, বৃদ্ধাৱস্থাত মুনিবৃত্তি আৰু সদৌ শেষত যোগ অৱলম্বন কৰি শৰীৰ ত্যাগ কৰাৰ উল্লেখ কৰি কবিয়ে ক্ৰমে—ব্ৰহ্মচৰ্য, গাৰ্হস্থ্য, বানপ্ৰস্থ, আৰু সংন্যাস—এই চাৰি আশ্ৰমৰ নিৰ্দেশ কৰিছে। অন্যভাৱে ক'বলৈ গ'লে, ৰঘুবংশীয় ৰজাসকলে বৰ্ণাশ্ৰম ধৰ্মৰ অনুকূল আচাৰ-ব্যৱহাৰৰ মাজেদি তেওঁলোকৰ জীৱন অতিবাহিত কৰিছিল। এই চাৰিটা আশ্ৰমৰ প্ৰকৃত স্বৰূপ সম্বন্ধে সাধাৰণ আভাসৰ প্ৰয়োজন।

## ব্ৰহ্মচৰ্যাশ্ৰম (Student life)

প্ৰাচীন ভাৰতত ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য এই তিনি বৰ্ণৰ বালক সকলক উপনয়ন[২] সংস্কাৰৰ পিছত শিক্ষা লাভ কৰিবলৈ অৰণ্যত বাস কৰা গুৰুগৃহলৈ পঠোৱা হৈছিল। উপনীত ব্ৰহ্মচাৰীসকলে গুৰুগৃহলৈ গৈ বাৰ বছৰ কাল বেদাধ্যয়ন কৰিছিল। এই আশ্ৰমৰ ঘাই উদ্দেশ্য আছিল অবিপ্লুত ব্ৰহ্মচৰ্য পালন, বেদাধ্যয়ন, সদাচাৰ শিক্ষা আৰু চৰিত্ৰ গঠন কৰা। এই আশ্ৰমতে প্ৰতিজন বালকক উপযুক্ত নাগৰিক হিচাপে দ্বিতীয় আশ্ৰম বা গৃহস্থাশ্ৰমত প্ৰৱেশ কৰি সমাজৰ প্ৰতি যিবোৰ সেৱা আগবঢ়াব লাগিব সেইবোৰবো শিক্ষা দিয়া হৈছিল। সমাজৰ প্ৰতি নিৰ্দিষ্ট দায়িত্বসমূহ পালন কৰাৰ উপৰিও কিভাৱে

---

১. ৰঘুৱংশ ১।৮

২. গৰ্ভাষ্টমেঽব্দে কুৰ্বীত ব্ৰাহ্মণস্যোপনায়নম্।
গৰ্ভাদেকাদশে ৰাজ্ঞো গৰ্ভাত্তু দ্বাদশে বিশঃ॥ (মনু ২।৩৬)

নিজক তিনি আশ্ৰমৰ কাৰণে প্ৰস্তুত কৰিব লাগিব তাৰো উপদেশ দিয়া হৈছিল। এই ব্ৰহ্মচাৰীসকলৰ কিছুমানে বিদ্যা-লাভৰ অন্তত গুৰু-গৃহতে আমৰণ কাল ব্ৰহ্মচৰ্য পালন কৰি বসতি কৰিছিল। এই যাবজ্জীৱন গুৰুগৃহবাসী ব্ৰহ্মচাৰীসকলক নৈষ্ঠিক[১] ব্ৰহ্মচাৰী বোলা হৈছিল। বিদ্যান্তে গৃহলৈ উভতি অহা ব্ৰহ্মচাৰীসকলক উপকুৰ্বাণ ব্ৰহ্মচাৰী বুলি আখ্যা দিয়া হৈছিল। গৃহস্থাশ্ৰমত প্ৰৱেশ কৰা ব্ৰহ্মচাৰীসকলক স্নাতক বুলি অভিহিত কৰা হৈছিল আৰু এই স্নাতকসকলক সমাজত সংস্থাপিত কৰাটো সমাজৰ পক্ষে পুণ্য কৰ্ম বুলি গণ্য কৰা হৈছিল। স্নাতকসকলে বিশবপৰা চৌবিশ বছৰৰ ভিতৰত গৃহস্থাশ্ৰমত প্ৰৱেশ কৰিছিল।

## গৃহস্থাশ্ৰম (Married life)

গৃহস্থাশ্ৰমেই আছিল জীৱনৰ দ্বিতীয় আশ্ৰম। এই আশ্ৰমত প্ৰৱেশ কৰাৰ পিছতেই প্ৰথম কৰ্ত্তব্য আছিল দাৰ-পৰিগ্ৰহ বা বিবাহ। গৃহিণী গ্ৰহণেই আছিল গাৰ্হস্থ্য জীৱনৰ প্ৰথম পদক্ষেপ। গৃহস্থৰ যাৱতীয় ধৰ্মীয় কাৰ্যত সহায় কৰিবলৈ ভাৰ্যা আছিল অপৰিহাৰ্য, সেই কাৰণে তেওঁক বোলা হৈছিল সহধৰ্মিণী। যজ্ঞানুষ্ঠানত অংশ গ্ৰহণ কৰা হেতু সহধৰ্মিণীৰ নামান্তৰ আছিল পত্নী। পত্নী বিনা পতিৰ যজ্ঞানুষ্ঠান কদাপি সম্পন্ন হোৱা নাছিল। সেই কাৰণে ৰামচন্দ্ৰই নিৰ্বাসিতা পত্নী সীতাৰ অভাৱত তেওঁৰ হিৰণ্ময়ী প্ৰতিকৃতিৰেই সেই স্থান পূৰণ কৰি সংকল্পিত অশ্বমেধ-যজ্ঞৰ অনুষ্ঠান সুসম্পন্ন কৰিব লগীয়া হৈছিল।[২]

এই আশ্ৰমৰ চৰম উদ্দেশ্য আছিল—বিবাহ, যজ্ঞানুষ্ঠান, অতিথি সংকাৰ আৰু সমাজসেৱা। কালিদাসে গৃহস্থাশ্ৰমক 'সৰ্বভোগ্য'

---

১. যোঽধীত্য বিধিবদ্বেদান্ গৃহস্থাশ্ৰমমাৱ্ৰজেৎ।
উপকুৰ্বাণকো জ্ঞেয়ঃ নৈষ্ঠিকী মৰণান্তকঃ॥

২. ৰঘুবংশ ১৫।৬১

আখ্যা দিছিল, অৰ্থাৎ এই আশ্ৰমত সকলোৱেই বাস কৰিব পাৰে, সকলোৱে সকলো প্ৰকাৰ সুখ-সম্পদ উপভোগ কৰিব পাৰে। ই সকলোৰে ভোগক্ষেত্ৰ। আন তিনি আশ্ৰমত ভোগৰ অৱকাশ নাই। এই আশ্ৰমতে নিৰ্ভৰ কৰে বাকী তিনি আশ্ৰমৰ অৱস্থিতি।[১] সেই কাৰণে কবিয়ে আন ঠাইত এই আশ্ৰমক 'সৰ্বোপকাৰক্ষমমাশ্ৰমম্'[২] অৰ্থাৎ, গৃহস্থাশ্ৰমেই সকলোৰে উপকাৰ সাধন কৰিব পাৰে বুলি উল্লেখ কৰিছে। এই অশ্ৰামতে বাস কৰা ৰজাসকলে ন্যায়ানুসাৰে প্ৰজা প্ৰতিপালন কৰি তপস্যা[৩] বা লোকোত্তৰ ধৰ্ম সঞ্চয় কৰে। গৃহস্থাশ্ৰমেই হ'ল নাগৰিকসকলৰ সমাজ-সেৱাৰ উপযুক্ত ক্ষেত্ৰ, অতিথি সৎকাৰৰ পুণ্যাশ্ৰম, কৰ্তব্য পালনৰ যজ্ঞস্থলী। ৫০ বছৰলৈ এই আশ্ৰমত থাকি পিছত বানপ্ৰস্থাশ্ৰমত প্ৰৱেশ কৰাই আছিল সমাজিক প্ৰথা।

## বানপ্ৰস্থাশ্ৰম (The life of Anchorites)

এইদৰে দ্বিজাতিৰ লোকসকল যথাবিধি গৃহস্থাশ্ৰম ধৰ্ম পালন কৰি উপযুক্ত পুত্ৰৰ হাতত সংসাৰৰ সম্পূৰ্ণ দায়িত্ব সমৰ্পন কৰি বানপ্ৰস্থাশ্ৰমত প্ৰৱেশ কৰিছিল। বানপ্ৰস্থী পত্নীক পুত্ৰৰ হাতত অৰ্পণ কৰি অথবা পত্নীক লগত লৈ অৰণ্যলৈ গৈছিল আৰু তাত সন্ন্যাসীৰ দৰে জীৱন যাপন কৰিছিল। বানপ্ৰস্থীসকলে সংজিতেন্দ্ৰিয় হৈ অধ্যয়ন, সদাচাৰ আৰু ধৰ্মানুশীলনত নিজকে নিযুক্ত কৰিছিল। প্ৰচীন ভাৰতৰ ৰজাসকলে পৰিণত বয়সত উপযুক্ত পুত্ৰৰ হাতত পৰিয়ালবৰ্গ আৰু ৰাজ্যৰ ভাৰ সমৰ্পণ কৰি বানপ্ৰস্থাশ্ৰমক আশ্ৰয় কৰিছিল।

---

১. যথা বায়ুং সমাশ্ৰিত্য বৰ্তন্তে সৰ্বজন্তবঃ।
তথা গৃহস্থমাশ্ৰিত্য বৰ্তন্তে সৰ্ব আশ্ৰমাঃ॥ (পদ্মপুৰাণ)

২. ৰঘুবংশ ৫।১০

৩. অধ্যাক্ৰান্তা বসতিৰমুনাপ্যাশ্ৰমে সৰ্বভোগ্যে
ৰক্ষাযোগাদয়মপি তপঃ প্ৰত্যহং সংচিনোতি। (শকুন্তলা ২।১৪)

ইক্ষ্বাকুবংশীয় ৰজাসকলৰ পক্ষে বৃদ্ধ বয়সত বানপ্ৰস্থ অৱলম্বন কৰাটো কুলব্ৰত বুলি বিবেচিত হৈছিল। মহাৰাজ দিলীপে পত্নী সুদক্ষিণাৰে সৈতে পশ্চিম বয়সত তপোবনৰ তৰুচ্ছায়াত আশ্ৰয় লৈছিল।[1] মহাৰাজ ৰঘুৱে চৰম বয়সত গুণবান পুত্ৰ অজৰ হাতত ৰাজ্য, পত্নী আৰু কুটুম্বৰ ভাৰ অৰ্পণ কৰি সংযত চিত্তে বল্কলধাৰী হৈ জিতেন্দ্ৰিয় ঋষিসকলৰ মাৰ্গ অনুসৰণ কৰি মুক্তিৰ কামনাৰে বনবাসী হৈছিল, কাৰণ পুত্ৰ কুলভাৰ গ্ৰহণক্ষম হ'লে সূৰ্যবংশীয় ৰজাসকলে গৃহস্থাশ্ৰম পৰিত্যাগ কৰা কুলধৰ্ম।[2]

শকুন্তলাই পতিগৃহলৈ যাত্ৰা কৰাৰ সময়ত মহৰ্ষি কণ্বক সেই আশ্ৰমলৈ আকৌ কেতিয়া আহিব পাৰিব বুলি অনুমতি বিচৰাত ঋষিয়ে স্পষ্টভাৱে কৈছিল—বহু বছৰ ৰাজ্য শাসন কৰাৰ পিছত অসাধাৰণ পৰাক্ৰমী দুষ্মন্তৰ পুত্ৰৰ হাতত ৰাজ্য আৰু কুটুম্বভাৰ অৰ্পণ কৰি কেৱল পৰিণত বয়সতহে স্বামীৰে সৈতে এই পবিত্ৰ আৰু শান্তিপূৰ্ণ আশ্ৰমত প্ৰৱেশ কৰিব পাৰিবা।[3]

ৰজা দুষ্মন্তই পুৰুবংশীয় ৰজাসকলৰ পবিত্ৰ আৰু ধৰ্মপৰায়ণ চৰিত্ৰ শ্ৰদ্ধাৰে স্মৰণ কৰিছে—পুৰুবংশীয় ৰজাসকলে যৌৱন কালত ৰাজপ্ৰাসাদত জীৱনৰ সকলো প্ৰকাৰ ভোগ্য উপভোগ কৰি অৱশেষত নিজ ভাৰ্যাৰে সৈতে বনলৈ গৈছিল, অৰ্থাৎ সেই বংশীয় ৰাজন্যবৰ্গই দীৰ্ঘ কাল ৰাজ্য শাসন কৰি শেষ বয়সত বানপ্ৰস্থী হৈ সংন্যাস জীৱন যাপন কৰিছিল।[4] ৰজা পুৰুৰৱাই নিজ পুত্ৰ আয়ুৰ হাতত ৰাজ্যভাৰ

---

১. মুনিৱনতৰুচ্ছায়াং দেব্যা তয়া সহ শিশ্ৰিয়ে
গলিতবয়সামিক্ষ্বাকূণামিদং হি কুলব্ৰতম্॥ (ৰঘু ৩।৭০)

২. তদুপহিতকুটুম্বঃ শান্তিমাৰ্গোৎসুকোঽভূৎ
নহি সতি কুলধুৰ্যে সূৰ্যবংশ্যা গৃহায়॥ (ৰঘু ৭।৭১)

৩. ভৰ্ত্ৰা তদৰ্পিতকুটুম্বভৰেণ সাৰ্ধং শান্তে কৰিষ্যসি পদং পুনৰাশ্ৰমেঽস্মিন্
(শকুন্তলা ৪।২০)

৪. নিয়তৈকপতিব্ৰতানি পশ্চাত্তৰুমূলানি গৃহীভৱন্তি তেষাম্। (শকুন্তলা ৭।২০)

সমৰ্পণ কৰি বল্কল পৰিধান কৰি বানপ্ৰস্থলৈ গমন কৰিছিল।[১]

বানপ্ৰস্থাশ্ৰমত বাস কৰা সময়ছোৱাৰ ভিতৰত সন্তান আদিৰ জন্ম হলেও দূষণীয় বুলি ধৰা নহৈছিল। সেয়েহে ৰজা দুষ্মন্তই মহৰ্ষি মাৰীচৰ আশ্ৰমত সৰ্বদমনক প্ৰথম দেখি বানপ্ৰস্থী পুৰুবংশীয় কোনো ৰজাৰেই সন্তান বুলি সন্দেহ কৰিছিল। কিয়নো পৌৰৱসকলৰ সপত্নীক বানপ্ৰস্থী হোৱা কুলব্ৰত আছিল (অন্ত্যেতৎ পৌৰৱাণামন্ত্যং কুলব্ৰতম্)। ইয়াৰ পৰা এইটো স্পষ্ট হৈ উঠে যে বানপ্ৰস্থাশ্ৰমতো সংসাৰৰ বাসনাসমূহ সমূলি উচ্ছেদ হোৱা নাছিল। তথাপি এইটো ঠিক যে এই আশ্ৰমতে পৰৱৰ্তী আশ্ৰমত প্ৰৱেশ কৰিবলৈ প্ৰস্তুতি কৰা হৈছিল।

## সংন্যাসাশ্ৰম (abandonment of worldly attachment)

সংসাৰৰ সকলো বন্ধন মুক্ত হৈ পৰম শান্তিৰ কাৰণে পৰমাত্মাৰ চিন্তাত আত্ম নিয়োগ কৰাই এই আশ্ৰমৰ চৰম উদ্দেশ্য। গৃহস্থাশ্ৰমত থাকি যিবোৰ শুভ বা অশুভ কৰ্মৰ অনুষ্ঠান কৰা যায় সেই কৰ্ম-সমূহেই মানুহৰ পুনঃ পুনঃ জন্ম-মৃত্যুৰ কাৰণ; গতিকে সেই কৰ্মসমূহৰ সমূল উচ্ছেদ সাধন কৰিব নোৱাৰিলে মুক্তি লাভ অসম্ভৱ। কৰ্মই বন্ধনৰ হেতু, কৰ্মৰ উচ্ছেদেই নিৰ্মাণ কৰে মুক্তিৰ সেতু।

মহাৰাজ ৰঘুৱে মুক্তিপদ লাভ কৰিবলৈ তত্ত্বজ্ঞ যোগীসকলেৰে সৈতে সম্মিলিত হ'ল[২] আৰু সংন্যাস বা প্ৰব্ৰজ্যাশ্ৰমত প্ৰৱেশ কৰিলে। মোক্ষ প্ৰাপ্তিৰ কাৰণে সমাধি অৱলম্বন কৰি, সংসাৰৰ বন্ধন-ৰূপ কৰ্মফল ভস্মীভূত কৰিলে। স্থিৰমতি ৰঘু পৰমাত্মাৰ সাক্ষাৎকাৰ নোহোৱা-লৈকে যোগৰপৰা প্ৰতিনিবৃত্ত নহ'ল।[৩] সাৱশেষত ৰঘুৱে যোগ

১. অহমপি তব সূনাৱায়ুষি স্থাপিতৰাজ্যো
বিচৰিতমৃগযূথান্যাশ্ৰয়িষ্যে বনানি। (বিক্ৰমোৰ্বশীয়-৫।১৭)

২. অনপায়িপদোপলব্ধয়ে ৰঘুৰাপ্তৈঃ সমিয়ায় যোগিভিঃ। (ৰঘু ৮।১৭)

৩. ন নৱঃ প্ৰভুৰাফলোদয়াৎ স্থিৰকৰ্মা বিৰৰাম কৰ্মণঃ।
ন চ যোগবিধের্নৱেতৰঃ স্থিৰধীৰাপৰমাত্মদৰ্শনাৎ॥ (ৰঘু ৮।২২)

আৰু সমাধিৰ প্ৰভাৱত ভৌতিক দেহ বিসৰ্জন দি সেই অবিনাশী, মায়াতীত পৰমাত্মাৰে সৈতে মিলি গ'ল বা সাযুজ্য মুক্তি লাভ কৰিলে।

সংসাৰ-ভয়ত বিহ্বল হৈ মহাৰাজ পুষ্যই স্ব ইচ্ছাৰে ৰাজ্যভাৰ পৰিত্যাগ কৰি ব্ৰহ্মবিদ্যা-বিশাৰদ জৈমিনি মুনিৰ শিষ্য হৈ যোগাভ্যাস কৰি মুক্তি লাভ কৰিছিল।[১]

এইখিনিতে এটা কথা উল্লেখ কৰা উচিত হ'ব যে অকল ব্ৰাহ্মণেই সংন্যাসাশ্ৰমত প্ৰৱেশ কৰা নাছিল। দ্বিজ মাত্ৰেই অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য—এই ত্ৰিবৰ্ণৰ লোকেই এই আশ্ৰমৰ অধিকাৰী আছিল।

প্ৰসঙ্গক্ৰমে কালিদাসে বৰ্ণাশ্ৰম ধৰ্মৰ কথা বহু বাৰ উল্লেখ কৰিছে। এই বৰ্ণাশ্ৰম সমাজৰ ৰক্ষণাবেক্ষণৰ ভাৰ আছিল ৰজাৰ হাতত। সেই কাৰণে ৰজাক বৰ্ণাশ্ৰম ধৰ্মৰ নিয়ন্তা বোলা হৈছিল। 'ৰঘুবংশ'ত বিচক্ষণ ব্ৰহ্মচাৰী কৌৎসই বৰ্ণ আৰু আশ্ৰমৰ শাসনকৰ্তা, যজ্ঞৰ অনুষ্ঠাতা, বিনয়-নিলয় ৰঘুৰ আগত নিজৰ বক্তব্য নিৱেদন কৰিছিল।[২] বন-নিৰ্বাসিতা সীতাই বৰ্ণাশ্ৰম সমাজৰ এগৰাকী সাধাৰণ তপস্বিনী নাৰীৰ দৰে (পত্নীৰূপে নহয়) ৰামচন্দ্ৰৰ দ্বাৰা ৰক্ষণীয়া বুলি দাবী কৰিছিল।[৩] কবিয়ে 'ৰঘুবংশ'ৰ দশম[৪] আৰু অষ্টাদশ[৫] সৰ্গত চাৰি-বৰ্ণ, চাৰি পুৰুষাৰ্থ আৰু বৰ্ণ চতুষ্টয়ৰ কথা স্পষ্টভাৱে উল্লেখ কৰিছে। 'শকুন্তলা' নাটকতো কবিয়ে দুবাৰো বৰ্ণৰ বিষয়ে উল্লেখ কৰিছে।

---

১. মহীং মহেচ্ছঃ পৰিকীৰ্য সূনৌ মনীষিণে জৈমিনয়েঽৰ্পিতাত্মা।
তস্মাৎসযোগাদধিগম্য যোগমজন্মনেঽকল্পত জন্মভীৰুঃ॥ (ৰঘু ১৮।৩৩

২. বৰ্ণাশ্ৰমাণাং গুৰৱে স বৰ্ণী বিচক্ষণঃ প্ৰস্তুতমাচচক্ষে। (ৰঘু ৫।১৯)

৩. নৃপস্য বৰ্ণাশ্ৰমপালনং যৎ স এৱ ধৰ্মো মনুনা প্ৰণীতঃ
নিৰ্বাসিতাপ্যেৱমতস্ত্বয়াহং তপস্বিসামান্যমৱেক্ষণীয়া। (ৰঘু ১৪।৬৭)

৪. ৰঘুবংশ ১০।২২

৫. ঐ ১৮।১২

ইয়াৰ দ্বাৰা এইটো স্পষ্টভাৱে প্ৰতীয়মান হয় যে কালিদাসৰ দিনত বৰ্ণাশ্ৰম ধৰ্মৰ প্ৰচলন অব্যাহত আছিল।

প্ৰাচীন ভাৰতৰ ৰজাসকলে বৰ্ণাশ্ৰম ধৰ্মৰ ৰক্ষক বুলি কেৱল গৌৰৱ অনুভৱ কৰিয়েই ক্ষান্ত থকা নাছিল, তেওঁলোকে নিজে সেই ধৰ্মৰ নিয়মানুবৰ্তিতা মানি চলি নিজৰ জীৱন সাৰ্থক কৰি তুলিছিল। চাৰি বৰ্ণৰ আচাৰ-ব্যৱহাৰ আৰু নীতি-নিয়ম শাস্ত্ৰৰ বিধি অনুসাৰে পৰিচালনা কৰিবলৈ ৰজাসকল সদায় সচেষ্ট আছিল। মহাৰাজ দিলীপৰ চৰিত্ৰ বৰ্ণনাত পোৱা যায়, দিলীপ আছিল ৰথৰ সাৰথি-সদৃশ আৰু তেওঁৰ প্ৰজাবৰ্গ আছিল চক্ৰধাৰাৰ নিচিনা অৰ্থাৎ নিপুণ ৰথ-চালকৰ ৰথচক্ৰ যেনেকৈ পূৰ্ববৰ্তী ৰথচক্ৰেৰে চিহ্নিত পথৰপৰা ৰেখা মাত্ৰও বিচ্যুত নহয় তেনেকৈ ৰজা দিলীপৰ প্ৰজাবৰ্গই মনুৰ দিনৰপৰা প্ৰচলিত আৰু অভ্যস্ত আচাৰ-পদ্ধতিৰ ৰেখামাত্ৰও উলঙ্ঘন কৰা নাছিল।[১] ৰঘুৰ চৰিত্ৰত আকৌ পোৱা যায় যে তেওঁ (ৰঘু) আছিল সমাজৰ মৰ্যাদা-ৰক্ষক আৰু নীতি-নিয়মৰ নিয়ামক। ৰজাই নিজেই সমাজ-বন্ধনৰ নীতি অনুসৰি কৰ্তব্য পালন কৰিছিল আৰু প্ৰজাসমূহকো নীতিৰ বহিৰ্ভূত হ'বলৈ দিয়া নাছিল: 'স্থিতেৰভেত্তা স্থিতিমন্তমন্বয়ম্।'[২]

'শকুন্তলা' নাটকত দেখা যায় শাৰ্ঙ্গৰৱে আন সঙ্গীসকলেৰে সৈতে শকুন্তলাক লৈ দুষ্যন্তৰ ৰাজভৱনত উপস্থিত হয় আৰু তেওঁ ৰজা দুষ্যন্তৰ কৰ্তব্য পথৰপৰা কদাপি বিচলিত নোহোৱাৰ কথা কয় আৰু লগতে উল্লেখ কৰে যে সমাজৰ কোনো বৰ্ণৰ লোকেই অতি সাধাৰণ কৰ্ম কৰি জীৱন যাপন কৰিলেও নীতি-বিৰুদ্ধ পথত চলা নাই। শাৰ্ঙ্গৰৱে কয়,

মহাভাগঃ কামং নৰপতিৰভিন্নস্থিতিৰসৌ
ন কশ্চিৰ্দ্বৰ্ণানামপথমপকৃষ্টোঽপি ভজতে।[৩]

১. ৰঘুবংশ ১।১৭

২. ঐ ৩।২৭

৩. শকুন্তলা ৫।১০

সেই কালৰ ৰজাসকলে কোনোদিনে যে সামাজিক বন্ধন উচ্ছেদ কৰা নাছিল সেই কথা 'বিক্ৰমোৰ্বশীয়' নাটকতো কবিয়ে প্ৰকাশ কৰিছে। ৰজাক 'স্থিতিমৎ'[১] (preserving social order) অৰ্থাৎ সামাজিক মৰ্যাদা-পালক বুলি উল্লেখ কৰা হৈছে।

শাসনসত্তাই কালৰ পৰিস্থিতি নিয়ন্ত্ৰণ কৰে। শাসন নীতিমূলক হলে সমাজৰপৰা অসৎ আচৰণ আঁতৰি যায় আৰু অসৎ প্ৰকৃতিৰ নিৰোধ হয়; তেতিয়া ৰজা আৰু প্ৰজা উভয়ে শান্তি আৰু প্ৰীতিৰে বাস কৰে। দেশত শান্তি আৰু সমৃদ্ধিৰ উদয় হ'লে, সংস্কৃতি আৰু সভ্যতাৰ অভিবৃদ্ধি ঘটে। সমাজৰ সংস্কৃতি আৰু সভ্যতাৰ বিবৃদ্ধিৰ কাৰণেই বৰ্ণাশ্ৰম ধৰ্ম-ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হৈছিল।

চাৰি আশ্ৰমৰ বিষয়ে সাধাৰণভাৱে উল্লেখ কৰা হ'ল। এতিয়া বৰ্ণ-বিষয়ে কালিদাসৰ অভিমত বিচাৰ কৰি চোৱা যাওক। বৰ্ণ চাৰি বিধ—সেই কথা পূৰ্বেই উল্লেখ কৰা হৈছে। চাৰি বৰ্ণৰ ভিতৰত ব্ৰাহ্মণৰ স্থান সমাজত আন কেইটা বৰ্ণতকৈ উচ্চ আছিল, কাৰণ তেওঁলোকৰ ওপৰত নিহিত আছিল শিক্ষা আৰু জ্ঞান বিতৰণৰ ভাৰ। ব্ৰাহ্মণসকলে দেশত সংস্কৃতি আৰু সভ্যতাৰ বিকাশ আৰু বিস্তাৰৰ কাৰণে আজীৱন আত্মনিয়োগ কৰিছিল। জ্ঞানান্বেষণৰ কাৰণে কঠোৰ তপস্যা সাধন কৰিছিল। তেওঁলোকে যিবোৰ যাগ-যজ্ঞৰ অনুষ্ঠান কৰিছিল, সেইবোৰ আছিল সমাজৰ কল্যাণ আৰু জন-সাধাৰণৰ মঙ্গলৰ কাৰণে, আৰু সেই কাৰণেই আন বৰ্ণৰ লোকে তেওঁলোকক সম্মান কৰিছিল। ব্ৰাহ্মণসকলৰ প্ৰধান কৰ্তব্য আছিল—জীৱন-জোৰা অধ্যয়ন, যজ্ঞৰ অনুষ্ঠান আৰু তপস্যাৰ সাধন।

ব্ৰাহ্মণসকলে সমাজত সম্মানৰ বিশিষ্ট আসন অধিকাৰ কৰাৰ মূল কাৰণ আছিল তেওঁলোকৰ ত্যাগ, তপস্যা আৰু জীৱন-জোৰা অধ্যয়ন। তাৰ উপৰিও তেওঁলোকে বৈদিক যাগ-যজ্ঞ আৰু ধৰ্মশাস্ত্ৰই

১। বিক্ৰমোৰ্বশীয় ৫।২২

নিৰ্দেশ কৰা ক্ৰিয়াকাণ্ডসমূহৰ বিস্তৃত জ্ঞান লাভ কৰিছিল। তেওঁলোকে যাগ-যজ্ঞাদিৰ অনুষ্ঠান নকৰিলে যেন সমাজৰ কিবা অমঙ্গল হ'ব, এয়ে আছিল সৰ্বসাধাৰণৰ ধাৰণা। সমাজৰ আন বৰ্ণৰ মানুহৰ এই বিষয়ে বিশেষ জ্ঞান নাছিল; সেয়েহে ব্ৰাহ্মণসকলে এক-প্ৰকাৰ আধিপত্য বিস্তাৰ কৰিছিল।

ব্ৰাহ্মণসকল আছিল স্বভাৱতে শান্ত আৰু ক্ষমাশীল। কেতিয়বা'হে তেওঁলোকে শান্ত স্বভাৱ হেৰুৱাই খঙত অভিভূত হৈছিল। অৱশ্যে দোষ কৰি কোনোবাই ক্ষমা মাগিলে অনায়াসে তেওঁলোকে দোষীক ক্ষমা কৰিছিল। প্ৰতিশোধ লোৱাৰ অভিপ্ৰায় তেওঁলোকৰ নাছিল।[১] আনহাতে কাৰোবাৰ প্ৰতি ব্ৰাহ্মণ সন্তুষ্ট হ'লে তেওঁক বৰ প্ৰদান কৰি অভিলাষ পূৰণ কৰিছিল; কিন্তু ৰুষ্ট হ'লে অভিশাপ দি সৰ্বনাশ সাধন কৰিবলৈও কুণ্ঠাবোধ নকৰিছিল। অভিশাপ আছিল বজ্ৰৰ দৰে দুৰ্বিসহ আৰু অভিশাপমুক্ত অৱস্থা হৈছিল অমৃতৰ দৰে স্পৃহনীয়।[২] জিতেন্দ্ৰিয় পুৰুষ আৰু মেঘসমূহ বজ্ৰ আৰু অমৃত উভয়ৰেই উদ্ভৱ-ক্ষেত্ৰ।

অনুকম্পা আছিল ব্ৰহ্মণৰ স্বভাৱজাত ধৰ্ম। ৰামচন্দ্ৰৰ আদেশ অনুসৰি লক্ষ্মণে ভয়াৱহ অৰণ্যৰ মাজত সীতাক অকলে নিৰাশ্ৰয় অৱস্থাত এৰি থৈ আহে। সীতাৰ আকুল ক্ৰন্দনৰ ধ্বনি শুনি মহৰ্ষি বাল্মীকিয়ে সীতাক পাই নিজৰ আশ্ৰমত আশ্ৰয় দিলে আৰু সীতাৰ যমজ সন্তান কুশ আৰু লৱক বিদ্যা দান কৰিলে, ৰামৰ জীৱন চৰিত ৰচনা কৰিলে। বাল্মীকিৰ মহানুভৱতাত মুগ্ধ হৈ ৰামচন্দ্ৰই কৃতজ্ঞতা প্ৰকাশ কৰিলে, নিজৰ ৰাজ্য বাল্মীকিত সমৰ্পণ কৰিলে।[৩] ব্ৰাহ্মণৰ প্ৰতি ক্ষত্ৰিয় ৰজাসকলৰ শ্ৰদ্ধা আৰু ভক্তিৰ এয়া শ্ৰেষ্ঠ নিদৰ্শন।

কুলগুৰু বসিষ্ঠই ৰঘুপুত্ৰ অজৰ ৰাজ্যাভিষেক অনুষ্ঠান সম্পাদন

---

১. স চানুনীতঃ প্ৰণতেন পশ্চান্ময়া মহৰ্ষিৰ্মৃদুৰভাৱগচ্ছৎ। (ৰঘু ৫।৫৪)
২. অশনেৰমৃতস্য চোভয়োৰ্বশিনশ্চাম্বুধৰাশ্চ যোনয়ঃ। (কুমাৰ ৪।৪৩)
৩. উৰীকৃত্যাত্মনো দেহং ৰাজ্যমস্মৈ ন্যৱেদয়ৎ। (ৰঘু ১৫।৭০)

কৰা সময়ত কবিয়ে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ মিলনক 'পৱনাগ্নি-সংযোগ'[১] বুলি অভিহিত কৰিছে। কবিৰ অভিপ্ৰায় এই যে ব্ৰাহ্মণৰ আধ্যাত্মিক আৰু ক্ষত্ৰিয়ৰ শাৰীৰিক শক্তিৰ সংযোগেই সমাজ-সত্তাৰ বিকাশ আৰু নিৰাপত্তাৰ অন্যতম কাৰণ। এই দুই শক্তিৰ মিলন হ'লে এনে কোনো কাৰ্য নাথাকে যাক সাধন কৰিব নোৱাৰি।[২]

ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ মাজত যে কাহানিও বিবাদ ঘটা নাছিল এনে নহয়। কবিয়ে 'ৰঘুবংশ'ৰ একাদশ সৰ্গত পৰশুৰাম আৰু ৰামৰ ভিতৰত হোৱা সংঘৰ্ষৰ কথা উল্লেখ কৰিছে।[৩] অৱশ্যে ই যে পৰশুৰামৰ ব্যক্তিগত ক্ৰোধ আৰু আক্ৰোশহে, ইয়াৰ কাৰণ বৰ্ণগত নহয় সেইটো স্বীকাৰ কৰিব লাগিব।

যজ্ঞোপবীত ধাৰণেই আছিল ব্ৰাহ্মণৰ মৰ্যাদাৰ প্ৰতীক[৪] আৰু পৌৰোহিত্যই আছিল জীৱন যাত্ৰাৰ একমাত্ৰ অৱলম্বন। পৌৰোহিত্য কৰি দক্ষিণা গ্ৰহণ কৰা তেওঁলোকৰ ব্যৱসায়। ব্ৰাহ্মণৰ পৌৰোহিত্য আৰু দক্ষিণা-গ্ৰহণ সম্বন্ধে কবিয়ে বহু ঠাইত উল্লেখ কৰিছে। 'মালবিকাগ্নিমিত্ৰ' নাটকত উল্লেখ কৰিছে যে বেদজ্ঞ ব্ৰাহ্মণক দৈনিক দক্ষিণা দিব লাগে।[৫] ব্ৰাহ্মণসকলে তাৰ বিনিময়ত ৰজা-ঘৰত সদায় বেদ পাঠ আৰু অন্যান্য ধৰ্মানুষ্ঠানৰ আয়োজন কৰিছিল যাতে ৰাজ্য সকলো বিপদ-আপদৰপৰা মুক্ত হ'ব পাৰে। ব্ৰাহ্মণৰ এই পৰিশ্ৰমৰ কাৰণেই দক্ষিণা দিয়াৰ ব্যৱস্থা প্ৰচলিত আছিল। এই ব্যৱস্থা আজিও আমাৰ সমাজত দেখা যায়।

---

১. পৱনাগ্নিসমাগমো হ্যয়ং সহিতং ব্ৰহ্ম যদস্ত্ৰতেজসা (ৰঘু ৮।৪)

২. কিং তৎসাধ্যং যদুভয়ে সাধয়েয়ুৰ্ন সংগতাঃ। (ৰঘু ১৭।৩৮)

৩. ক্ষত্ৰজাতমপকাৰবৈৰি মে তন্নিহত্য বহুশঃ শমং গতঃ।
সুপ্তসৰ্প ইৱ দণ্ডঘট্টনাদ্ৰোষিতোঽস্মি তৱ বিক্ৰমশ্ৰৱাৎ ॥ (ৰঘু ১১।৭১)

৪. ৰঘুবংশ ১১।৬৪

৫. বিদ্যাপাৰগামিনাং ব্ৰাহ্মণানাং নিত্যদক্ষিণা দাতব্যা।
(মালবিকাগ্নিমিত্ৰ ৫ম অঙ্ক)

**ক্ষত্ৰিয়ঃ** চাৰি বৰ্ণৰ ভিতৰত ক্ষত্ৰিয় দ্বিতীয় বৰ্ণ। ক্ষত্ৰিয়সকলৰ প্ৰথম কৰ্তব্য আছিল জনসাধাৰণক সকলো প্ৰকাৰৰ বিপদৰপৰা ৰক্ষা কৰা। আপদৰপৰা আশ্ৰিতজনক ৰক্ষা কৰা হেতু ক্ষত্ৰিয় শব্দ জগৎ প্ৰসিদ্ধ বুলি কবিয়ে ক্ষত্ৰিয় শব্দৰ ব্যুৎপত্তিগত অৰ্থ নিৰ্দেশ কৰিছেঃ 'ক্ষত্ৰাৎকিল ত্ৰায়ত ইত্যুদগ্ৰঃ ক্ষতস্য শব্দো ভুবনেষু ৰূঢ়ঃ।'[১] ক্ষত্ৰিয়-সকলেই আছিল দেশৰ শান্তি, শক্তি আৰু সম্পদৰ মালিক।

ক্ষত্ৰিয়সকলেই দেশৰ শাসন-নীতি আৰু অৰ্থনীতিও পৰিচালনা কৰিছিল। আভিজাত্যশীল ক্ষত্ৰিয় বংশৰ ৰজাই পুৰুষানুক্ৰমে ৰাজত্ব কৰিছিল। সেই বংশজাত ৰজা বালক হ'লেও ৰাজ্য শাসনৰ যোগ্য বুলি ধৰি লোৱা হৈছিল। 'বিক্ৰমোৰ্ৱশীয়' নাটকত[২] কবিয়ে সেই কথা স্পষ্টভাৱে উল্লেখ কৰিছে। জন্মগত প্ৰভাৱে বালককো নিজ কাৰ্য সাধনৰ বাবে সক্ষম কৰি তোলে। তেজস্বীৰ পক্ষে বয়সৰ বিচাৰ নিষ্প্ৰয়োজন। এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে ৰজা ধ্ৰুৱসন্ধিৰ অকালতে মৃত্যু হোৱা হেতু তেওঁৰ পুত্ৰ সুদৰ্শনক মাত্ৰ ছবছৰ বয়সতে মন্ত্ৰীসকলে অযোধ্যাৰ ৰাজ-সিংহাসনত প্ৰতিষ্ঠিত কৰিছিল।[৩]

ক্ষত্ৰিয়সকলে ব্ৰাহ্মণৰ তপস্যালব্ধ শক্তিক শ্ৰদ্ধা আৰু ভক্তি কৰিছিল। ক্ষত্ৰিয় ৰজাসকলৰ ব্ৰাহ্মণৰ আধ্যাত্মিক শক্তিৰ ওপৰত প্ৰগাঢ় বিশ্বাস আছিল। 'ৰঘুবংশ'ত কুলগুৰু বসিষ্ঠৰ প্ৰতি মহাৰাজ দিলীপৰ উক্তিয়ে তাক সুন্দৰভাৱে প্ৰমাণ কৰে। ৰজাই ব্ৰাহ্মণ-সকলৰ তপস্যাৰ প্ৰভাৱকে ৰাজ্যৰ সৰ্বাঙ্গীন কুশল আৰু অভ্যুন্নতিৰ একমাত্ৰ কাৰণ বুলি ভাবিছিল। তেওঁলোকে বিশ্বাস কৰিছিল যে তেওঁলোকৰ দৈৱ-নিবন্ধন বাধা-বিপত্তি আৰু মানুহে সৃষ্টি কৰা আপদ-বিপদৰ নিষ্কৃতিকাৰক হ'ল ব্ৰাহ্মণৰ মন্ত্ৰশক্তি—'দৈৱীনাং মানুষীণাং চ

---

১. ৰঘুবংশ ২।৫৩

২. 'ন খলু বয়সা জাত্যৈবায়ং স্বকাৰ্যসহো ভবঃ।' (বিক্ৰমোৰ্ৱশীয় ৫।১৮)

৩. বড়্‌বৰ্ষদেশীয়মপি প্ৰভুত্বাৎপ্ৰৈক্ষন্ত পৌৰাঃ পিতৃগৌৰৱেণ। (ৰঘু ১৮।৩৯)

৪. ৰঘুবংশ ১।৬০-৬৪

প্ৰতিহৰ্তা ক্ষমাপদাম্'। ব্ৰাহ্মণৰ মন্ত্ৰশক্তিৰ অবাধিত প্ৰভাৱৰ কথা কবিয়ে বহু বাৰ উল্লেখ কৰিছে—ৱসিষ্ঠমন্ত্ৰোক্ষণজাৎপ্ৰভাৱাৎ।[১] ব্ৰাহ্মণৰ ব্ৰহ্মতেজৰ প্ৰভাৱতে প্ৰজাবৰ্গৰ দুৰ্ভিক্ষৰ দুশ্চিন্তা নাইকিয়া হোৱা বুলি ৰজাই স্বীকাৰ কৰিছিল ঃ 'হেতুস্তদ্ ব্ৰহ্মৱৰ্চসম্'। 'ৰঘুৱংশ'ৰ অষ্টম সৰ্গতো[২] কবিয়ে ব্ৰহ্মতেজৰ কথা উল্লেখ কৰিছে।

মহাৰাজ ৰঘুৱে ঋষিপ্ৰৱৰ ৰৰতন্তুৰ শিষ্য কৌৎসৰ প্ৰাৰ্থিত ধন আহৰণ কৰিবৰ উদ্দেশ্যে ধনাধিপতি কুবেৰৰ লগত যুদ্ধ কৰিবলৈ প্ৰস্তুত হৈছিল।[৩] ইয়াৰ দ্বাৰা ব্ৰাহ্মণৰ প্ৰতি ৰজাৰ শ্ৰদ্ধা অনায়াসে অনুমান কৰিব পাৰি।

মহাৰাজ ৰামচন্দ্ৰই ব্ৰাহ্মণৰ মৃত সন্তানৰ প্ৰাণ ঘূৰাই আনিবলৈ যম ৰজাৰে সৈতে যুদ্ধ কৰিবলৈ সজ্জিত হোৱাটোৱে ক্ষত্ৰিয়সকলৰ ব্ৰাহ্মণৰ প্ৰতি শ্ৰদ্ধাৰ কথাকে স্মৰণ কৰায়।

অযোধ্যাৰ অধিষ্ঠাত্ৰী দেৱীয়ে কুশক যেতিয়া নিজ ৰাজ্য কুশাৱতী ত্যাগ কৰি অযোধ্যালৈ যোৱাৰ কথা কৈছিল তেতিয়া কুশই সেই ৰাজ্য বেদজ্ঞ ব্ৰাহ্মণক প্ৰদান কৰি আহিছিল। এই দৃষ্টান্তয়ো ক্ষত্ৰিয়সকলৰ ব্ৰাহ্মণৰ প্ৰতি শ্ৰদ্ধাকে সূচায়।

অৰণ্যবাসী ঋষি-মুনি আৰু তেওঁলোকৰ পৱিত্ৰ আশ্ৰম-পদৰ প্ৰতিও যে ক্ষত্ৰিয় ৰজাসকলৰ প্ৰগাঢ় ভক্তি আৰু শ্ৰদ্ধা আছিল তাক অনায়াসে অনুমান কৰিব পাৰি। মৃগয়া-বিহাৰী ৰজা দুষ্যন্তই প্ৰাণ-নাশৰ ভয়ত দৌৰি যোৱা বনৰ হৰিণা এটাক খেদি গৈ মহৰ্ষি কণ্বৰ আশ্ৰম পালে আৰু বাণৰ লক্ষ্য পথত পাই হৰিণাটোক বধ কৰিবৰ বাবে শৰ নিক্ষেপ কৰিবলৈ প্ৰস্তুত হ'ল। তেনে অৱস্থাত আশ্ৰমৰ তপস্বীসকল আগ বাঢ়ি আহি ৰজাক ক'লে, 'মহাৰাজ এয়া আশ্ৰমৰ মৃগ, হত্যা কৰা উচিত নহয়'। ব্ৰাহ্মণসকলৰ অনুৰোধক্ৰমে

১. ৰঘুৱংশ ৫।২৭
২. ৰঘুৱংশ ৮।৪
৩. ৰঘুৱংশ ৫।২৮

ৰজাই হৰিণাটোৰ প্ৰতি শৰ নিক্ষেপ নকৰিলে। ইয়াৰ দ্বাৰা ব্ৰাহ্মণৰ প্ৰতি ৰজাৰ সম্মানাতিশয়ৰ পৰিচয় পোৱা যায়।

ঋষিসকলৰ অনুৰোধক্ৰমে ৰজাই আশ্ৰমবাসীসকলৰ স্বাভাৱিক শান্তি যাতে কোনো প্ৰকাৰে ভঙ্গ নহয় তাৰ বাবে আশ্ৰমৰ বহু আঁতৰত ৰথ আদি ৰাখি ৰাজকীয় পৰিচ্ছদ এৰি বিনীত-বেশেৰে আশ্ৰমত প্ৰৱেশ কৰিলে; 'বিনীতবেষেণ প্ৰৱেষ্টব্যানি তপোৱনানি নাম'।[১] ৰজাৰ এনে উক্তিৰপৰা ব্ৰাহ্মণৰ প্ৰতি তেওঁলোকৰ শ্ৰদ্ধা আৰু সম্মানৰ কথা অনুমান কৰিব পাৰি।

অৰণ্যবাসী ঋষি আৰু পৱিত্ৰ আশ্ৰম-এই দুয়োৰ প্ৰতি ৰজা-সকলৰ অগাধ ভক্তি আৰু শ্ৰদ্ধা আছিল। ৰজা দিলীপ পৰিমেয় অনুচৰ লৈ ঋষিপ্ৰৱৰ বসিষ্ঠৰ আশ্ৰমলৈ গৈছিল যাতে আশ্ৰমৰ স্বাভাৱিক শান্তিৰ কোনো প্ৰকাৰৰ ক্ষতি নহয়।[২]

তপস্বী ঋষিৰ আশ্ৰমৰ নিৰাপত্তাৰ কাৰণে ৰজাসকলে সদায় সজাগ দৃষ্টি ৰাখিছিল। আশ্ৰমৰপৰা কোনো ব্যক্তি ৰজাৰ ওচৰলৈ আহিলেই ৰজা ব্যাকুল হৈ পৰিছিল, কিজানিবা আশ্ৰমত কিবা অঘটন ঘটিছে। সেই দেখি আগমনকাৰীৰপৰা ঋষি আৰু আশ্ৰমৰ কুশল বাৰ্তাকে ৰজাই প্ৰথমে জানিবলৈ বিচাৰিছিল। বৰতন্তুৰ শিষ্য কৌৎসই গুৰু দক্ষিণাৰ্থী হৈ মহাৰাজ ৰঘুৰ ওচৰত উপস্থিত হোৱাত ৰজাই ব্ৰহ্মচাৰীক যথোচিত আতিথ্য সৎকাৰ জনাই প্ৰথমে ঋষিৰ কুশলবাৰ্তাহে জানিবলৈ ইচ্ছা কৰিছিল।[৩]

'শকুন্তলা' নাটকত দেখা যায়—ৰজা দুষ্মন্তই যেতিয়া জানিব পাৰিলে যে ঋষিপ্ৰৱৰ কণ্বৰ আশ্ৰমৰপৰা তেওঁৰ শিষ্য আহি

১. তপোৱননিৱাসিনামুপৰোধো মা ভূৎ! এতাৱত্যেৱ ৰথং স্থাপয় যাৱদৱতৰামি। বিনীতবেষেণ প্ৰৱেষ্টব্যানি তপোৱনানি নাম। (শকুন্তলা ১ম অঙ্ক)

২. মা ভূদাশ্ৰমপীড়েতি পৰিমেয়পুৰঃসৰৌ। (ৰঘু ১।৩৭)

৩. অপ্যগ্ৰণীৰ্মন্ত্ৰকৃতামৃষীণাং কুশাগ্ৰবুদ্ধে কুশলী গুৰুস্তে। (ৰঘু ৫।৪)

ৰাজধানীত উপস্থিত হৈছে তেতিয়া ৰজাৰ মনত নানা ধৰণৰ সন্দেহ উপস্থিত হ'ল, তেওঁৰ অসাৱধানতাৰ বাবে যেন আশ্ৰমত কিবা অশান্তিৰ সৃষ্টি হৈছে, তেওঁৰ যেন কৰ্তব্যৰ কিবা ক্ৰটী হৈছে।[১]

সেই একেখন নাটকৰে দ্বিতীয় অঙ্কত ৰজা দুষ্যন্তই সেনাপতিক কৈছিল যেন তেওঁলোকৰ সৈন্যবিলাকে তপোবনৰ কোনো ক্ষতি সাধন নকৰে, কাৰণ ব্ৰাহ্মণবিলাক স্বভাৱতে শান্ত কিন্তু তেওঁলোকৰ ভিতৰত দাহজনক তেজশক্তি আছে। আৰু তেওঁলোক ক্ৰুদ্ধ হলে সেই তেজেৰে আনেক দহন কৰে।[২] ইয়াৰ পৰা এইটো নিঃসন্দেহে অনুমান কৰিব পাৰি যে প্ৰতাপী ৰজাসকলেও ব্ৰাহ্মণক সন্মান আৰু ভয় কৰিছিল।

মহৰ্ষি কণ্বই নিজৰ তপস্যাৰ প্ৰভাৱেৰে শকুন্তলাৰ প্ৰত্যাখানৰ মূল কাৰণ জানিব পাৰিছিল। সেই কাৰণে দুষ্যন্তৰ ওপৰত মুনিৰ কোনো প্ৰকাৰৰ ক্ৰোধ জন্মা নাছিল। ৰজাই সেই কথা নাটকৰ সপ্তম অঙ্কত নিজ মুখেৰে ব্যক্ত কৰিছে :

'অতঃ খলু মম নাতিক্ৰুদ্ধো মুনিঃ'।

**বৈশ্য :** চাৰি বৰ্ণৰ ভিতৰত বৈশ্য তৃতীয় বৰ্ণ। এই বৰ্ণৰ বিষয়ে কবিয়ে তেওঁৰ সাহিত্যৰ কেইবা ঠাইতো উল্লেখ কৰিছে, আৰু বৈশ্যক বুজোৱা নৈগম, সাৰ্থবাহ, শ্ৰেষ্ঠী আৰু বণিজ আদি বিভিন্ন প্ৰতিশব্দ প্ৰয়োগ কৰিছে। 'বিক্ৰমোৰ্বশীয়' নাটকত নৈগম[৩] শব্দৰ প্ৰয়োগ পোৱা যায়। (নৈগম শব্দৰ দ্বাৰা বণিককে বুজায় : নিগমে বণিকপথে ভৱাঃ নৈগমাঃ)। 'শকুন্তলা' নাটকত সাৰ্থবাহ[৪]

---

১. শকুন্তলা ৫।৯

২. শমপ্ৰধানেষু তপোধনেষু গূঢ়ং হি দাহাত্মকমস্তি তেজঃ। (শকুন্তলা ২।৭)

৩. বিক্ৰমোৰ্বশীয় ৪।৪

৪. সমুদ্ৰব্যৱহাৰী সাৰ্থবাহো ধনমিত্ৰো নাম নৌব্যসনে বিপন্নঃ। ............
বহুধনত্বাদ্বহুপত্নীকেন তত্ৰভৱতা ভৱিতব্যম্। (শকুন্তলা ষষ্ঠ অঙ্ক)

আৰু শ্ৰেষ্ঠী[1] শব্দৰ প্ৰয়োগ কৰি বণিকক বুজাইছে। সেই নাটকৰ ষষ্ঠ অঙ্কত পোৱা যায় ধনমিত্ৰ নামৰ এজন বণিক নাও বুৰি মৃত্যুৰ মুখত পৰিছে। প্ৰসঙ্গক্ৰমে কালিদাসৰ সময়ত বণিকসকলে নাৱেৰে সাগৰ অতিক্ৰম কৰি ভাৰতৰ বাহিৰৰ দেশবোৰৰ লগতো যে বেহা-বেপাৰৰ যোগাযোগ কৰিছিল, সেইটো সহজে অনুমান কৰিব পাৰি। বাণিজ্য আছিল বৈশ্যসকলৰ বৰ্ণগত অধিকাৰ। বাণিজ্যৰপৰা তেওঁলোকে প্ৰচুৰ ধন ঘটিছিল আৰু ধনৰ বলত আভিজাত্যশীল আঢ্য লোকৰ দৰে একাধিক ভাৰ্যা গ্ৰহণ কৰিছিল। বাণিজ্যৰ বাহিৰে বৈশ্যসকলৰ জীৱিকা নিৰ্বাহৰ আন উপায় আছিল কৃষি আৰু পশু-পালন। 'মালৱিকাগ্নিমিত্ৰ' নাটকত কবিয়ে বণিজ[2] শব্দ ব্যৱহাৰ কৰিছে।

শূদ্ৰ : চাৰি বৰ্ণৰ ভিতৰত শূদ্ৰ চতুৰ্থ বৰ্ণ। এওঁলোকৰ প্ৰধান কৰ্তব্য আছিল সমাজৰ আন তিনি বৰ্ণৰ সেৱা কৰা। এই বৰ্ণৰ বিষয়ে কবিৰ সাহিত্যৰ মাত্ৰ দুই ঠাইত উল্লেখ পোৱা যায়। 'শকুন্তলা' নাটকৰ ষষ্ঠ অঙ্কত এজন ধীবৰৰ বৃত্তান্ত আছে। দৈৱক্ৰমে তেওঁ দুষ্মন্তৰ নামাঙ্কিত আঙঠি এটা পাইছিল। নগৰ-আৰক্ষীয়ে আঙঠিৰে সৈতে ধীবৰক পাই সেই সম্বন্ধে সবিশেষ জানিবলৈ বিচৰাত তেওঁ ক'লে যে তেওঁ মাছ মাৰি জীৱিকা নিৰ্বাহ কৰে। ধীবৰৰ কথা শুনি 'নাগৰিক' ৰাজ-শ্যালকে বিদ্ৰূপ কৰি ক'লে, 'সুন্দৰ, তোমাৰ বিশুদ্ধ জীৱিকাৰ উপায়।' নাগৰিকৰ উপহাসবাণীলৈ ভ্ৰূক্ষেপ নকৰি ধীৱৰে গম্ভীৰভাৱে উত্তৰ দিলে; 'নিজৰ জন্মগত যি বৃত্তি সি নিন্দনীয় হলেও তাক ত্যাগ কৰা উচিত নহয়। অনু-কম্পাশীল কোমল-হৃদয় বেদজ্ঞ ব্ৰাহ্মণেও পশু-বধ-কাৰ্য নিষ্ঠুৰ হলেও তাৰ অনুষ্ঠান নকৰাকৈ নাথাকে।' ধীৱৰৰ জীৱন-বৰ্ণনাত এহাতে

---

১. ইদানীমেৱ সাকেতকস্য শ্ৰেষ্ঠিনো দুহিতা নিৰ্বৃত্তপুংসবনা জায়াস্য শ্ৰূয়তে (শকুন্তলা ষষ্ঠ অঙ্ক)

২. তং জ্ঞানপণ্যং বণিজং বদন্তি। (মালৱিকাগ্নিমিত্ৰ ১।১৭)

যিদৰে কবিৰ সহানুভূতি প্ৰকাশ পাইছে সেইদৰে আন হাতে তেওঁৰ সময়ত সমাজৰ লোকসকলে যে পুৰুষানুক্ৰমে চলি অহা নিজৰ জন্মগত জীৱিকা নিৰ্বাহৰ উপায়ক সসম্ভ্ৰমে বৰণ কৰি লৈছিল সেই কথাও পৰিস্ফুট হৈ উঠিছে।[1]

'ৰঘুবংশৰ' পঞ্চদশ সৰ্গত[2] বৰ্ণ-ধৰ্মৰ বিপৰীত আচৰণ কৰা শম্বুক নামৰ এজন শূদ্ৰ-বৰ্ণৰ লোকৰ উল্লেখ পোৱা যায়। ধৰ্মশাস্ত্ৰৰ বিহিত নিয়মানুসাৰে শূদ্ৰ বৰ্ণৰ লোকৰ পক্ষে বেদ অধ্যয়ন আৰু তপস্যাৰ আচৰণ নিষিদ্ধ। স্বৰ্গ কামনা কৰি শম্বুকে কঠোৰ তপস্যা কৰিছিল আৰু এই বৰ্ণ-বিৰুদ্ধ আচৰণৰ বাবে তেওঁ ৰামচন্দ্ৰৰ হাতত প্ৰাণ হেৰুৱাব লগা হৈছিল। বৰ্ণ-বিৰোধী কাৰ্যকে সমাজৰ অমঙ্গলৰ অন্যতম কাৰণ বুলি গণ্য কৰা হৈছিল। অকাল মৃত্যু-বৰ্জিত ৰামৰাজ্যত শম্বুকৰ তপস্যাই ব্ৰাহ্মণ-পুত্ৰৰ অকাল মৃত্যুৰ কাৰণ বুলি শম্বুকক মৃত্যু দণ্ড দিয়া হৈছিল।

উপৰি-উক্ত আলোচনাৰপৰা এইটো স্পষ্টকৈ বুজা যায় যে কালিদাসৰ সমাজখন আছিল বৰ্ণাশ্ৰমী সমাজ আৰু এই সমাজৰ বৈশিষ্ট্য আছিল দশ সংস্কাৰৰ বিধান। এই দশ সংস্কাৰ হ'ল—গৰ্ভাধান, পুংসৱন, সীমন্তোন্নয়ন, জাতকৰ্ম, নামকৰণ, নিষ্ক্ৰামণ, অন্নপ্ৰাশন, চূড়াকৰ্ম, উপনয়ন আৰু বিবাহ। এই দশবিধ সংস্কাৰ প্ৰাচীন কালৰ-পৰা ধৰ্মৰ অন্যতম অঙ্গ হিচাপে চলি আছিল। কালিদাসৰ সাহিত্যত এই আটাইবোৰ সংস্কাৰৰ উল্লেখ পোৱা নাযায়। কবিৰ সাহিত্যত উল্লিখিত সংস্কাৰসমূহৰহে ইয়াত আলোচনা কৰা হ'ব।

সামাজিক দৃষ্টিকোণৰপৰা এই দশ সংস্কাৰৰ ভিতৰত বিবাহ বিশেষ গুৰুত্বপূৰ্ণ; কিয়নো সমাজ-বন্ধনৰ বাবে বিবাহৰ স্থান প্ৰথম। সমাজৰ শৃঙ্খলা ৰক্ষাৰ একমাত্ৰ উপায় বিবাহ-প্ৰথা। বিবাহে

---

১. সহজং কিল যদিনিন্দিতং ন খলু তৎকৰ্ম বিবৰ্জনীয়ম্।
পশুমাৰণকৰ্মদাৰুণোঽনুকম্পামৃদুৰেব শ্ৰোত্ৰিয়ঃ॥ (শকুন্তলা ৬।১)

২. ৰঘুবংশ ১৫।৪৯-৫২

সমাজৰ নৰ-নাৰীৰ নৈসৰ্গিক স্বেৰাচাৰ নিয়ন্ত্ৰণ কৰে। পাশ্চাত্য দেশৰ দৰে হিন্দুৰ বিবাহ-প্ৰথা কেৱল সামাজিক চুক্তি নহয়; ই পৱিত্ৰ ধৰ্মীয় অনুষ্ঠান, মানৱ জীৱনৰ প্ৰধান কৰ্তব্য। পুত্ৰ সন্তানৰ কামনাৰে হিন্দুসকল বৈবাহিক সম্বন্ধত আৱদ্ধ হৈছিল। কাৰণ, তেওঁলোকৰ মতে ধৰ্মানুসাৰে বিবাহিতা পত্নীৰ গৰ্ভজাত পুত্ৰই পিণ্ড দানৰ প্ৰকৃত অধিকাৰী। পিতাকক পুন্নামক নৰকৰপৰা ত্ৰাণ কৰা বাবে সন্তানক পুত্ৰ বোলা হয়। পুত্ৰ-লাভেই হিন্দুৰ বিবাহৰ মুখ্য উদ্দেশ্য। হিন্দুৰ ধৰ্ম-শাস্ত্ৰৰ মতে[১] বিবাহ আঠ প্ৰকাৰৰ; যেনে, ব্ৰাহ্ম, দৈৱ, আৰ্ষ, আসুৰ, গান্ধৰ্ব, প্ৰাজাপত্য, ৰাক্ষস, আৰু পৈশাচ।

(১) ব্ৰাহ্ম: যি বিবাহত কন্যাদাতাই বিদ্যা, বুদ্ধি, বংশাদিৰ বিষয়ে সবিশেষ সন্ধান লৈ বিবাহৰ কাৰণে চৰিত্ৰবান দৰাক আমন্ত্ৰিত কৰি শাস্ত্ৰৰ বিধানানুসাৰে সালংকৃতা কন্যাক দান কৰে সেই বিবাহৰ নাম ব্ৰাহ্ম-বিবাহ। এই প্ৰথা প্ৰথমে কেৱল ব্ৰাহ্মণসকলৰ মাজতে আৱদ্ধ আছিল; পিছত ব্ৰাহ্মণেতৰ বৰ্ণৰ লোকেও ইয়াক অনুসৰণ কৰে।

(২) দৈৱ: যি বিবাহত কন্যাৰ পিতাকে যজ্ঞাদি কাৰ্যত পুৰোহিত ৰূপে নিযুক্ত ব্ৰাহ্মণক কন্যাদান কৰে তাক দৈৱ-বিবাহ বোলে।

(৩) আৰ্ষ: যদি কন্যাক পিতাকে ধৰ্ম-কাৰ্যৰ বাবে দৰাৰপৰা দুটা বৃষভ গ্ৰহণ কৰি বিধি অনুসাৰে কন্যা সম্প্ৰদান কৰে তেতিয়া তাৰ নাম হয় আৰ্ষ বিবাহ।

(৪) আসুৰ: যি বিবাহত কন্যাৰ পিতাকে নিজ ইচ্ছাৰে শুল্ক বা ধন গ্ৰহণ কৰি কন্যা দান কৰে তাক আসুৰ বিবাহ বোলে।

(৫) গান্ধৰ্ব: যথাৰীতি বৈবাহিক অনুষ্ঠানৰ পূৰ্বেই দৰা-কন্যাৰ পৰস্পৰৰ সম্মতিত প্ৰণয়পূৰ্বক যি বিবাহ অনুষ্ঠিত হয় তাক গান্ধৰ্ব বিবাহ বোলে।

(৬) প্ৰাজাপত্য: যি বিবাহত কন্যাৰ পিতাকে দৰাক 'জাগতিক

---

১. ব্ৰাহ্মো দৈৱস্তথৈৱাৰ্ষঃ প্ৰাজাপত্যস্তথাসুৰঃ।
গান্ধৰ্বো ৰাক্ষসশ্চৈৱ পৈশাচশ্চাষ্টমোঽধমঃ। (মনু ৩।২১)

আৰু পাৰমাৰ্থিক কৰ্তব্য পালন কৰিবলৈ তোমালোক দুয়ো মিলিত হোৱাঁ'—এনে অভিপ্ৰায়েৰে কন্যা সম্প্ৰদান কৰে তাক প্ৰাজাপত্য বিবাহ বোলে।

ব্ৰাহ্ম আৰু প্ৰাজাপত্য বিবাহৰ পাৰ্থক্য হৈছে—ব্ৰাহ্ম বিবাহত দৰা নিজে পাণিগ্ৰহণৰ প্ৰাৰ্থী হয়, প্ৰাজাপত্যত কিন্তু দৰা প্ৰাৰ্থী নহয়।

(৭) ৰাক্ষস : যি বিবাহত কন্যাৰ পিতা-মাতাৰ কন্যাদানৰ অসম্মত সত্বেও তেওঁলোকক বা তেওঁলোকৰ পক্ষৰ লোকক অমানুষিক অত্যাচাৰ কৰি অইন নালাগে বাধাদাতাক হত্যা কৰি হ'লেও পৰিণেতাই বলপূৰ্বক কন্যা গ্ৰহণ কৰে তাক ৰাক্ষস বিবাহ বোলে।

(৮) পৈশাচ : নিদ্ৰাত অভিভূতা, মদ্যপানত প্ৰমত্তা, নাইবা উন্মত্তা নাৰীৰে সৈতে নিৰ্জন ঠাইত বিবাহৰ কাৰ্য সম্পাদিত হ'লে তাক পৈশাচ বিবাহ বোলা হয়। এই আঠপ্ৰকাৰ বিবাহৰ ভিতৰত পৈশাচ বিবাহেই অধম বিবাহ।[১]

এই আঠপ্ৰকাৰ বিবাহৰ ভিতৰত কালিদাসৰ সাহিত্যত কেৱল ব্ৰাহ্ম, প্ৰাজাপত্য, গান্ধৰ্ব আৰু স্বয়ংবৰ প্ৰথাৰে সংঘটিত বিবাহৰহে উল্লেখ পোৱা যায়। ইয়াৰপৰা এইটো অনুমান কৰিব পাৰি যে কবিৰ সময়ত আনবোৰ বৈবাহিক প্ৰথাৰ প্ৰচলন নাইকিয়া হৈছিল। প্ৰাচীন ভাৰতীয় সমাজত প্ৰচলিত বিভিন্ন ধৰণৰ বৈবাহিক প্ৰথালৈ লক্ষ্য কৰিলে এইটো সহজে অনুমান কৰিব পাৰি যে সমাজৰ ক্ৰম-বিকাশৰ বিভিন্ন স্তৰত বিভিন্ন ধৰণৰ বৈবাহিক প্ৰথাৰ আবিৰ্ভাৱ হৈছিল। সমাজৰ আদিম অৱস্থাত ৰাক্ষস আৰু পৈশাচ বিবাহৰ প্ৰচলন আছিল। পূৰ্বে উল্লেখ কৰা হৈছে ৰাক্ষস প্ৰথাত শাৰীৰিক শক্তি প্ৰয়োগ কৰি বলপূৰ্বক মাক-বাপেকৰ বুকুৰপৰা ছোৱালীক লৈ যোৱা হৈছিল। এনে বিবাহত ছোৱালীৰ সন্মতি নাছিল। পৈশাচ প্ৰথাতো ছোৱালীৰ সন্মতি নাছিল; কিন্তু ঠগ, প্ৰৱঞ্চনাৰ মাজেৰে ছোৱালীক লৈ গৈ নিজ ঘৰত স্ত্ৰীৰূপে স্থান দিয়া হৈছিল। সমাজত

১. মনুসংহিতা ৩।২১—৩৫ দ্ৰষ্টব্য।

যেতিয়া মূল্যৰ বিনিময়ত ক্ৰীত দ্ৰব্যৰ দৰে কন্যাৰ বিবাহ সমাপ্ত হৈছিল তেতিয়াই আবিৰ্ভাৱ হ'ল আৰ্ষ বিবাহৰ যুগ। আৰু যেতিয়া সমাজত নাৰীসকলৰ মানসিক বৃত্তিৰ উন্নতি ঘটিল, শিক্ষাৰ পোহৰ পালে, স্বাধীনভাৱে চিন্তা কৰাৰ ক্ষমতা লাভ কৰিলে, তেতিয়া আহিল গান্ধৰ্ব বিবাহৰ যুগ। ছোৱালীবিলাক নিজৰ অভিৰুচি অনুসাৰে নিজৰ পতি নিৰ্বাচন কৰিব পৰা হ'ল। যুৱক-যুৱতী উভয়ৰে পৰস্পৰৰ প্ৰতি পৰস্পৰৰ আন্তৰিক আকৰ্ষণেই গান্ধৰ্ব[1] বিবাহৰ মূল, ই উভয়ৰে সংগম-ইচ্ছাৰে প্ৰণোদিত, আৰু উভয়ে স্বামী-স্ত্ৰীৰূপে জীৱন যাপন কৰিবলৈ সন্মত হ'লেই যথেষ্ট। ইয়াত ধৰ্মীয় অনুষ্ঠানৰ কোনো অৱকাশ নাই। কোনো কোনো ক্ষেত্ৰত স্ত্ৰী বা পুৰুষৰ কোনো বন্ধু বা বান্ধৱীক সাক্ষী কৰি পৰস্পৰে পৰস্পৰৰ গলত মাল্য দান কৰিছিল। পিতা-মাতা নাইবা আত্মীয়-স্বজনৰ অবিজ্ঞাতে অনুষ্ঠিত হ'লেও এই বিবাহ নিন্দনীয় নাছিল বৰং পিতা-মাতাই তাক অনুমোদন কৰিছিল, আৰু শেষত ধৰ্মীয় অনুষ্ঠানেৰে সংশোধিত কৰি বিবাহৰ পূৰ্ণ মৰ্যাদা দিয়া হৈছিল। ক্ষত্ৰিয়সকলৰ পক্ষে এই বিবাহ শ্ৰেষ্ঠ বুলি সমাজত স্বীকৃত হৈছিল: 'ক্ষত্ৰিয়স্য তু গান্ধৰ্বো বিবাহ উচ্যতে'। এই বিবাহ বিশ্বাস আৰু দায়িত্বশীলতাৰ ওপৰত প্ৰতিষ্ঠিত।

কালিদাসৰ সময়ত গান্ধৰ্ব বিবাহৰ প্ৰচলন আছিল। এই বিবাহ সম্বন্ধে কবিয়ে উল্লেখ কৰিছে: 'বহু ৰাজৰ্ষি কন্যাৰ গান্ধৰ্ব মতে বিবাহ সম্পাদিত হৈছে আৰু পিতৃসকলে তাক অনুমোদন কৰা বুলি শুনা যায়।'[2]

শকুন্তলা আৰু দুষ্যন্তৰ বিবাহ গান্ধৰ্ব ৰীতিৰে সম্পাদিত

১. ইচ্ছয়ান্যোন্যসংযোগঃ কন্যায়াশ্চ বৰস্য চ।
গান্ধৰ্বঃ স তু বিজ্ঞেয়ো মৈথুনঃ কামসম্ভৱঃ॥ (মনু ৩।৩২)

২. গান্ধৰ্বেণ বিবাহেন বহ্ব্যো ৰাজৰ্ষিকন্যকাঃ।
শ্ৰূয়ন্তে পৰিণীতাস্তাঃ পিতৃভিশ্চাভিনন্দিতাঃ॥ (শকুন্তলা ৩।২১)

হৈছিল।[1] এই বিবাহ শকুন্তলাৰ পিতা মহৰ্ষি কণ্বৰ অবিজ্ঞাতে সম্পাদিত হ'লেও মহৰ্ষিয়ে তাক সাদৰে অনুমোদন কৰিছিল।[2] তথাপি ৰজা দুষ্যন্তই যেতিয়া শকুন্তলাক বিবাহিতা ভাৰ্যা বুলি গ্ৰহণ নকৰি প্ৰত্যাখ্যান কৰিলে তেতিয়া এই গান্ধৰ্ব বিবাহ (love marriage) সম্বন্ধে যেন কবিৰ নিজস্ব অভিমত শাৰ্ঙ্গৰৱৰ মুখেদি প্ৰকাশ পালে: 'অবাধিত চপলতাই এই দৰেই দগ্ধ কৰে—এই কাৰণে গোপন মিলন ভাবি-চিন্তি কৰা উচিত। মন নোপোৱা মানুহেৰে সৈতে সম্প্ৰীতি কৰিলে সি শত্ৰুতাত পৰিণত হয়।'[3]

কবিয়ে গান্ধৰ্ব বিবাহৰ বিষময় পৰিণাম দৰ্শোৱাত এইটো অনুমান হয় যে তেওঁৰ সমাজত এই বিবাহৰ প্ৰতি মানুহৰ আস্থা তেনেই নাইকিয়া হৈছিল। আস্থাহীন বস্তু সমাজত তিষ্ঠি থাকিব নোৱাৰে।

গান্ধৰ্ব বিবাহৰ লগে লগে সমাজত আন এবিধ বিবাহৰ প্ৰচলন আছিল। সেয়া হ'ল স্বয়ংবৰ বিবাহ। এই বিবাহত অকল কন্যাই নিজৰ অভিৰুচি মতে কন্যাৰ পাণি-গ্ৰহণেচ্ছু বহু প্ৰাৰ্থীৰপৰা এজনক বৰণ কৰি লৈছিল। অতীজৰপৰাই ক্ষত্ৰিয়সকলৰ মাজত স্বয়ংবৰ (স্বয়ংবৰণম্, স্বয়ংব্ৰিয়তেঽস্মিন্নিতি স্বয়ংবৰঃ (choice marriage) বিবাহৰ বিশেষভাবে প্ৰচলন আছিল। এই বিবাহত গান্ধৰ্ব বিবাহৰ দৰে কোনো গোপনীয়তা বা চুক্তিবদ্ধতা (marriage contract) নাছিল। ই যথোচিতভাৱে কন্যাৰ পিতৃ-গৃহত স্বয়ংবৰ সভাত প্ৰকাশ্যে অনুষ্ঠিত হৈছিল আৰু স্বয়ংবৰ সভালৈ উপযুক্ত

---

১. অনসূয়া—হলা পিয়ংবদে যদ্যপি গান্ধৰ্বেণ বিধিনা নিৰ্বৃত্তকল্যাণা শকুন্তলাঽনুৰূপভৰ্তৃগামিনী সংবৃত্তা… (শকুন্তলা চতুৰ্থ অঙ্ক)

২. শাৰ্ঙ্গৰৱঃ—যন্মিথঃ সময়াদিমাং মদীয়াং দুহিতৰং ভৱানুপাযংস্ত তন্ময়া প্ৰীতিমতা যুৱয়োৰনুজ্ঞাতম্। (শকুন্তলা পঞ্চম অঙ্ক)

৩. অতঃ পৰীক্ষ্য কৰ্তব্যং বিশেষাৎসংগতং ৰহঃ।
অজ্ঞাতহৃদয়েষ্বেৱং বৈৰীভৱতি সৌহৃদম্॥ (শকুন্তলা ৫।২৪)

প্ৰাৰ্থীক নিমন্ত্ৰণ জনোৱা হৈছিল। নিমন্ত্ৰিত প্ৰাৰ্থীসমূহ স্বয়ংবৰ-সভাৰ কিছুদিন আগেয়ে আহি কন্যাৰ পিতৃ-গৃহত উপস্থিত হোৱাৰ ব্যৱস্থা আছিল। নিৰ্ধাৰিত দিনত অনুষ্ঠিত হোৱা স্বয়ংবৰ-সভাত উপস্থিত থকা কুমাৰসমূহৰপৰা স্বয়ংবৰা কন্যাই নিজৰ অভিৰুচি অনুসাৰে এজনক পতিৰূপে নিৰ্বাচন কৰি কণ্ঠত পুষ্পমাল্য প্ৰদান কৰিছিল। ৰূপৱতী কুমাৰীৰ পক্ষে এই স্বয়ংবৰ প্ৰথাই আছিল পাণি-গ্ৰহণৰ বিশেষ সম্মানাৰ্হ প্ৰথা।

কালিদাসৰ সমাজত এই স্বয়ংবৰ প্ৰথাৰ বিশেষ আদৰ আছিল। কবিয়ে 'ৰঘুবংশ'ৰ ষষ্ঠ সৰ্গত স্বয়ংবৰ প্ৰথাৰ এটি চিৰস্মৰণীয় আৰু চিত্তাকৰ্ষক চিত্ৰ আঁকিছে। এইখনেই আছিল বিদৰ্ভৰাজৰ অনুজা ইন্দুমতীৰ স্বয়ংবৰ।

দেশ-বিদেশৰ যুৱৰাজসকল সুন্দৰ সাজ-সজ্জাৰে সুসজ্জিত হৈ ৰাজোচিতভাৱে অলংকৃত সিংহাসনত শ্ৰেণীবদ্ধভাৱে বহি আছে। গম্ভীৰ ধ্বনিৰে মঙ্গল শংখ নিনাদিত হ'ল। বধূ-বেশে সুশোভিতা ইন্দুমতী স্বয়ংবৰ-কক্ষত প্ৰৱেশ কৰিলে। লগত ধাত্ৰী সুনন্দা। সুনন্দাই উপস্থিত ৰাজকুমাৰসকলৰ ইজনৰ পিছত সিজনৰ বিশেষ বিশেষ গুণ, বংশমৰ্যাদা আৰু অন্যান্য কীৰ্তি-কলাপ যথাযথভাৱে বৰ্ণনা কৰিবলৈ ধৰিলে। সুনন্দাৰ কৰ্তব্য ৰাজকুমাৰসকলৰ যথাৰ্থ গুণ বৰ্ণনা কৰা। ইয়াত কোনো এজনৰ প্ৰতি কোনোৰূপ পক্ষপাতিত্ব নাই, নাইবা সুনন্দাৰ বচন-ভঙ্গীৰে ৰাজকুমাৰীৰ নিজস্ব ৰুচিৰ ওপৰত কোনো ৰূপ প্ৰভাৱ বিস্তাৰ কৰাৰ প্ৰচেষ্টাও নাই। কবিয়ে সুনিপুণ-ভাৱে সুনন্দাৰ বক্তব্যক পক্ষপাতিত্ব বা প্ৰলোভনৰ দোষে স্পৰ্শ কৰিবলৈ দিয়া নাই; কিয়নো পক্ষপাতিত্ব, প্ৰলোভন বা প্ৰভাৱে স্বয়ংবৰৰ পৱিত্ৰতা বা প্ৰকৃত তাৎপৰ্য ক্ষুণ্ণ কৰে।

সুনন্দাই বৰ্ণনা কৰা ৰাজকুমাৰসকলৰ গুণানুকীৰ্তন শুনি ইন্দুমতীয়ে ইজনৰ পিছত সিজন কুমাৰক অতিক্ৰম কৰি গম্ভীৰভাৱে আগ বাঢ়িবলৈ ধৰিলে আৰু এনেদৰে আগ বাঢ়ি গৈ ৰঘুনন্দন অজৰ

ওচৰত উপস্থিত হ'ল। অজৰ অনিন্দ্যসুন্দৰ কান্তি দেখি ৰাজকুমাৰীৰ মুখমণ্ডলত সঞ্চাৰ হ'ল এক অপূৰ্ব প্ৰভা। এনে ক্ষেত্ৰত ইন্দুমতীৰ মনৰ অভিপ্ৰায় বুজিবলৈ সুদক্ষা সুনন্দাৰ অধিক সময়ৰ প্ৰয়োজন নহ'ল। ৰাজকুমাৰীৰ মনৰ গতি-বিধি আৰু আন্তৰিক অনুৰাগ লক্ষ্য কৰি বচন-পটীয়সী সুনন্দাই অজৰ ইতিবৃত্ত আৰু গুণসামগ্ৰীৰ বিস্তৃত বৰ্ণনা কৰিবলৈ ধৰিলে। ইয়াত সুনন্দাৰ পক্ষপাতিত্ব নাই, আছে কেৱল কুমাৰীৰ নিজস্ব অভিৰুচিৰ প্ৰতি সমৰ্থন। ৰাজকুমাৰী ইন্দুমতীয়ে ধাত্ৰীৰ হাতেৰে ৰঘুনন্দন অজৰ কণ্ঠত মূৰ্ত অনুৰাগৰ দৰে সংবৰণ-মাল্য প্ৰদান কৰালে। এয়া হ'ল আদৰ্শ স্বয়ংবৰ প্ৰথা। এয়ে স্বাভাৱিক আৰু প্ৰকৃত স্বয়ংবৰ।

কবিৰ সাহিত্যত আন এবিধ স্বয়ংবৰৰ বৰ্ণনা পোৱা যায়। ইয়াত দৰা নিৰ্বাচনত কন্যাৰ প্ৰাধান্য নাই। ই প্ৰতিযোগিতামূলক। কন্যাৰ পিতাকে কন্যাদানৰ কাৰণে প্ৰতিযোগিতাৰ ব্যৱস্থা কৰে আৰু সেই বিষয়ে জাননী দিয়ে। সেই পৰীক্ষামূলক প্ৰতিযোগিতাত যিয়েই উত্তীৰ্ণ হয় তেওঁকে কন্যাদান কৰা হয়। এইদৰে ধনুৰ্ভঙ্গ-পণেৰে অনুষ্ঠিত হৈছিল সীতাৰ স্বয়ংবৰ। এই স্বয়ংবৰত ৰামচন্দ্ৰই হৰধনু ভঙ্গ কৰি সীতাক ভাৰ্যাৰূপে লাভ কৰিছিল। কবিয়ে 'ৰঘুবংশৰ' একাদশ সৰ্গত ইয়াৰ বৰ্ণনা দিছে।

এই ধৰণৰ স্বয়ংবৰ প্ৰথা সমাজত স্থায়ী হ'ব নোৱাৰিলে, কাৰণ এই প্ৰথাত দুটা প্ৰধান দোষ দৃষ্ট হয়। প্ৰথম, প্ৰতিযোগীসকলৰ মাজত চিৰ দিনৰ বাবে বিদ্বেষৰ সৃষ্টি, আৰু আনটো হ'ল, কন্যাৰ অভিৰুচিৰ প্ৰতি অৱজ্ঞা প্ৰকাশ। কন্যাৰ অভিৰুচিৰ বিৰুদ্ধে সম্পন্ন হোৱা বিবাহ কোনো দিনে সুখাবহ হ'ব নোৱাৰে। সামাজিক দৃষ্টিৰপৰা এই বিবাহ অশোভনীয় বুলি ধৰা হৈছিল।

স্বয়ংবৰ প্ৰথাৰে দৰা নিৰ্বাচিত হ'লেও শেষত ব্ৰাহ্ম বা প্ৰাজাপত্য বিধান অনুসাৰে বিবাহৰ কাৰ্য সমাধা কৰা হৈছিল। 'কুমাৰ-সম্ভৱ'ত শিৱ-পাৰ্বতীৰ আৰু 'ৰঘুবংশ'ত অজ-ইন্দুমতীৰ বিবাহ গৃহ্যসূত্ৰৰ নিয়মা-

ভুসাৰে সুসম্পন্ন হৈছিল। প্ৰাজাপত্য আৰু ব্ৰাহ্ম বিবাহে অতি ভদ্ৰোচিত বুলি সমাজত সমাদৰ লাভ কৰিছিল। এনে ধৰণৰ বিবাহত কন্যাক সালংকৃতা কৰি ধৰ্ম-ভাবেৰে দৰাক সম্প্ৰদান কৰা হৈছিল। এই দানৰ কোনো প্ৰতিদান বিচৰা হোৱা নাছিল। ই সম্পূৰ্ণ আধ্যাত্মিক-ভাৱে অনুষ্ঠিত হৈছিল। যৌনস্পৃহা বা ধনলিপ্সাৰ কোনো অৱকাশ ইয়াত নাছিল। সেই কাৰণে এনে ধৰণৰ বিবাহেই আজিও সমাজত আদৰণীয় আৰু সম্মানাৰ্হ হৈ আছে।

কালিদাসৰ সমাজত প্ৰচলিত হিন্দুৰ বিবাহৰ আন এটি উল্লেখ-নীয় বিষয় হৈছে সৱৰ্ণ আৰু অসৱৰ্ণ বিবাহ।

এক বৰ্ণৰ ভিতৰত সংঘটিত হোৱা বিবাহক সৱৰ্ণ (সমান বা একে বৰ্ণ যাৰ) বিবাহ বোলা হৈছিল। ব্ৰাহ্মণ কন্যাৰে সৈতে ব্ৰাহ্মণৰ, ক্ষত্ৰিয় কন্যাৰে সৈতে ক্ষত্ৰিয়ৰ, সেইদৰে বৈশ্য আৰু শূদ্ৰ কন্যাৰে সৈতে ক্ৰমে বৈশ্য আৰু শূদ্ৰবৰ্ণৰ লোকৰ বিবাহকে সৱৰ্ণ বিবাহ বোলা হৈছিল, আৰু বৰ্ণান্তৰৰ মাজত সংঘটিত হোৱা বিবাহকে অসৱৰ্ণ বিবাহ বোলা হৈছিল। প্ৰাচীন ভাৰতত অসৱৰ্ণ বিবাহৰ যথেষ্ট প্ৰচলন আছিল। উচ্চ শ্ৰেণীৰ লোকে নিম্ন শ্ৰেণীৰ কন্যাক অনায়াসে ভাৰ্যাৰূপে গ্ৰহণ কৰিছিল। আনভাৱে ক'বলৈ গ'লে ব্ৰাহ্মণে ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰ কন্যা, ক্ষত্ৰিয়ই ক্ষত্ৰিয় আৰু বৈশ্যৰ কন্যাক পত্নী-ৰূপে গ্ৰহণ কৰিছিল। মাথোন বৈশ্যই বৈশ্যৰ কন্যা আৰু শূদ্ৰই শূদ্ৰৰ কন্যা বিবাহ কৰিছিল। কালিদাসৰ সময়তো জাতি বা বৰ্ণ ভেদৰ বান্ধ কটকটীয়া হৈ উঠা নাছিল। তেওঁৰ সমাজতো অসৱৰ্ণ বিবাহ অবাধিত গতিৰে প্ৰচলিত হৈ আছিল। 'শকুন্তলা নাটক'ত ৰজা দুষ্যন্তই শকুন্তলাক পত্নীৰূপে গ্ৰহণ কৰিবলৈ ইচ্ছা কৰি মনত সান্ত্বনা লৈছিল : এওঁ (শকুন্তলা) বোধহয় কুলপতি মহৰ্ষি কণ্বৰ অসৱৰ্ণ ভাৰ্যাৰ-পৰা ওপজা (কুলপতেৰিয়মসৱৰ্ণক্ষেত্ৰসম্ভৱা স্যাৎ)। ইয়াৰ দ্বাৰা অসৱৰ্ণ বিবাহৰ প্ৰচলন যে সমাজত আছিল তাক নিঃসন্দেহে ক'ব পাৰি। এইখিনিতে আন এটা কথাও অনায়াসে অনুমান কৰিব

পাৰি যে প্ৰতিলোম বিবাহ, অৰ্থাৎ নিম্ন বৰ্ণৰ লোকৰ পক্ষে উচ্চ বৰ্ণৰ কন্যাৰ পাণি-গ্ৰহণ নিষিদ্ধ আছিল; কিয়নো, প্ৰতিলোম বিবাহৰ প্ৰচলন থাকিলে দুষ্মন্তই শকুন্তলাৰ জন্ম-বৃত্তান্তৰ পৰিচয় নোলোৱাকৈয়ে বিবাহৰ প্ৰস্তাৱ উত্থাপিত কৰাত কোনো বাধা নাছিল।

'ৰঘুবংশ'ত পোৱা যায় ৰামচন্দ্ৰৰ হাতত পৰাজিত হৈ পৰশুৰামে নিজৰ পৰিচয় ব্যক্ত কৰিলে, 'আপুনি (ৰামচন্দ্ৰই) মোৰ মাতৃ-অংশ-সম্ভূত ৰাজসিক ভাব দূৰ কৰি পৈতৃক শান্ত ভাব অৱলম্বন কৰালে। মোৰ পৰাজয় হ'লেও ইয়াৰ ফল অনিন্দনীয়। গতিকে এই পৰাজয়ক অনুগ্ৰহ বুলিয়ে বিবেচনা কৰিছোঁ'।[১] পৰশুৰামৰ কথাৰ তাৎপৰ্য এই যে, তেওঁৰ শৰীৰ মাতৃৰ পক্ষৰপৰা ৰজোগুণ-প্ৰধান ক্ষত্ৰিয় ধৰ্ম আৰু পিতৃৰ পক্ষৰপৰা সত্বগুণ-সম্পন্ন ব্ৰাহ্মণ্য ধৰ্মেৰে নিৰ্মিত অৰ্থাৎ তেওঁৰ মাতৃ প্ৰসেনজিতৰ কন্যা ৰেণুকা, গতিকে ক্ষত্ৰিয়া। পিতা জমদগ্নি ব্ৰাহ্মণ। সেই কথা কবিয়ে স্পষ্টভাৱে প্ৰকাশ কৰিছে, 'তেওঁ (পৰশুৰাম) যজ্ঞোপবীত-স্বৰূপ পৈতৃক অংশ আৰু উজ্জ্বল ধনু-স্বৰূপ মাতৃ-অংশ-বিশিষ্ট।'[২] যুদ্ধত পৰাজিত হৈ পৰশুৰামে মাকৰ জাত এৰি পিতৃ-জাত লাভ কৰিবলৈ তপস্যা কৰিছিল। ইয়াৰপৰা এইটো স্পষ্ট হয় যে অনুলোম বিবাহ তেতিয়া সমাজত প্ৰচলিত আছিল।

প্ৰাচীন ভাৰতত ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য এই তিনি বৰ্ণৰ মাজত উপনয়ন সংস্কাৰ বিহিত আছিল। সেই কাৰণে তেওঁ-লোকক দ্বিজ বোলা হৈছিল। কবিয়ে যজ্ঞোপবীত ধাৰণ-ৰূপ লক্ষণৰ দ্বাৰা পৰশুৰামৰ পৰিচয় দিয়াত এইটো অনুমান হয় যেন কালিদাসৰ সময়ত আজিকালিৰ দৰে অকল ব্ৰাহ্মণসকলেহে যজ্ঞোপবীত ধাৰণ কৰিছিল। সি বিয়েই নহওক লাগিলে আমাৰ

---

১. ৰাজসত্ত্বমৱধূয় মাতৃকং পিত্ৰ্যমস্মি গমিতঃ শমং যদা।
নন্বনিন্দিতফলো মম ত্বয়া নিগ্ৰহোঽপ্যয়মনুগ্ৰহীকৃতঃ। (ৰঘু ১১।৯০)

২. পিত্ৰ্যমংশমুপবীতলক্ষণং মাতৃকং চ ধনুৰূৰ্জিতং দধৎ। (ৰঘু ১১।৬৪)

বক্তব্য হৈছে, ব্ৰাহ্মণে ক্ষত্ৰিয় ভাৰ্যা গ্ৰহণ কৰা ব্যৱস্থা প্ৰচলিত যে আছিল তাক সন্দেহ নোহোৱাকৈ ক'ব পাৰি।

মহাৰাজ দশৰথে তমসা নদীৰ জলাহৰণ কৰা ঋষি কুমাৰক ভুলক্ৰমে শব্দভেদী শৰ নিক্ষেপ কৰি আহত কৰিলে। পিতা, পিতা বুলি কাতৰ স্বৰে চিঞৰি উঠা বালকৰ করুণ আৰ্তনাদ শুনি ৰজা আগুৱাই গ'ল আৰু অশ্বৰপৰা অবতৰণ কৰি সেই শৰবিদ্ধ বালকক আত্ম-পৰিচয় দিবলৈ ক'লে। অস্ফুটস্বৰে বালকে ক'লে, "মই দ্বিজেতৰ তপস্বিসুত! অৰ্থাৎ, মই ত্ৰিবৰ্ণ সম্ভূত নহওঁ, বৈশ্য তাপস-পুত্ৰ।"[১]

চতুৰ্বৰ্ণৰ ভিতৰত প্ৰথম তিনিবৰ্ণক দ্বিজ আৰু তাৰ বাহিৰে সমাজৰ আন সকলোকে সাধাৰণতে দ্বিজেতৰ বুলি অভিহিত কৰা হৈছিল। সেই বালকৰ পিতা বৈশ্য আৰু মাতৃ শূদ্ৰা। বৈশ্য পতি আৰু শূদ্ৰা ভাৰ্যাৰ সংসৰ্গত উৎপন্ন হোৱা লোক 'কৰণ' অৰ্থাৎ মিশ্ৰ বৰ্ণ বুলি পৰিগণিত হৈছিল, যদিওবা সাধাৰণতে তেওঁলোক দ্বিজেতৰ বুলিয়েই পৰিচিত আছিল। সেই কাৰণে বালকে নিজকে দ্বিজেতৰ তপস্বিসুত বুলি আত্ম-পৰিচয় দিছিল। এই সম্পৰ্কে ৰামায়ণৰ[২] মত এনে।

'মালৱিকাগ্নিমিত্ৰ' নাটকত ৰাণী ধাৰিণীৰ ভায়েক বীৰসেনক 'ৱৰ্ণাৱৰ'[৩] (inferior by caste) বুলি কোৱা হৈছে। তাৰ দ্বাৰা বীৰসেন যে ধাৰিণীৰ পিতাকৰ কোনো বৈশ্য বা শূদ্ৰবৰ্ণৰ

---

১. তস্মৈ দ্বিজেতৰতপস্বিসুতং স্খলদ্ভিৰাত্মানমক্ষৰপদৈঃ কথয়াংবভূৱ।

(ৰঘু ৯।৭৬)

২. ব্ৰহ্মহত্যাকৃতং পাপং হৃদয়াদপনীয়তাম্।
ন দ্বিজাতিৰহং ৰাজন্মা ভূত্তে মনসো ব্যথা।
শূদ্ৰায়ামস্মি বৈশ্যেন জাতো জনপদাধিপ। (ৰামায়ণ)

৩. বকুলাৱলিকা—অস্তি দেৱ্যা ৱৰ্ণাৱৰো ভ্ৰাতা বীৰসেনো নাম।
......তেন শিল্পাধিকাৰে যোগ্যেয়ং দাৰিকেতি ভগিন্যা উপায়নং প্ৰেষিতা।
(মালৱিকা-প্ৰথম অঙ্ক)

পত্নীৰপৰা ওপজা তাক অনুমান কৰিব পাৰি। এই বীৰসেনেই মালবিকাক ভনীয়েক ধাৰিণীলৈ উপহাৰ হিছাপে দিছিল যাতে মালবিকাই শিল্প-বিদ্যা শিকিব পাৰে।

উপৰি-উক্ত কথাৰপৰা এইটো নিঃসন্দেহে ক'ব পাৰি যে প্ৰাচীন ভাৰতত অসবৰ্ণ বিবাহ (intercaste marriage) প্ৰচলিত আছিল। আগেয়ে উল্লেখ কৰা হৈছে উচ্চ বৰ্ণৰ লোকে সবৰ্ণ (নিজ বৰ্ণ) বা তেওঁতকৈ নিম্ন বৰ্ণৰ লোকৰ ছোৱালী অবাধে বিবাহ কৰিছিল। এই ধৰণৰ বিবাহকে অনুলোম (born in due gradation) অৰ্থাৎ উচ্চ বৰ্ণৰ পুৰুষেৰে সৈতে নিম্ন বৰ্ণৰ তিৰোতাৰ বিবাহকে অনুলোম বিবাহ বোলা হৈছিল।

ইয়াৰ বিপৰীতে অৰ্থাৎ উচ্চ বৰ্ণৰ তিৰোতাৰে সৈতে নিম্ন বৰ্ণৰ পুৰুষৰ বিবাহ হ'লে তাক প্ৰতিলোম বিবাহ বোলা হৈছিল। কালিদাসৰ সমাজত প্ৰতিলোম বিবাহৰ প্ৰথা প্ৰচলিত নাছিল। পূৰ্বে উল্লেখ কৰা হৈছে, 'শকুন্তলা' নাটকত ৰজা দুষ্মন্তই কৈছিল, শকুন্তলা ব্ৰাহ্মণ কন্যা হ'লে, অগ্নিৰ দৰে স্পৰ্শক্ষম হ'ব নোৱাৰে। শকুন্তলা যিমানেই ৰূপৱতী নহওক লাগিলে ব্ৰাহ্মণ কন্যা হোৱা-হেঁতেন দুষ্মন্তৰ পক্ষে শকুন্তলাৰ প্ৰণয়প্ৰাৰ্থী হোৱাৰ আশা বিদূৰ হ'লহেঁতেন। যেতিয়া ৰজাই সন্দেহ নোহোৱাকৈ জানিব পাৰিলে, শকুন্তলা ক্ষত্ৰিয়-সম্ভৱা তেতিয়া ৰজাই মনক সান্ত্বনা দি কৈ উঠিল: 'ভৱ হৃদয় সাভিলাষং সংপ্ৰতি সন্দেহনিৰ্ণয়ো জাতঃ।'[1] সেয়েহে হাতেৰে স্পৰ্শ কৰিব নোৱৰা অগ্নিৰ ঠাইত শকুন্তলা হ'ল হাতত তুলি ল'ব পৰা স্পৰ্শামৃত-বস্তু। এই দৃষ্টান্তৰপৰা বুজা যায়, প্ৰতিলোম বিবাহৰ প্ৰথা প্ৰচলিত নাছিল।

কালিদাসৰ সময়ত বিবাহৰ যিবোৰ বিভিন্ন প্ৰথা প্ৰচলিত আছিল তাৰ উল্লেখ কৰা হ'ল। এতিয়া বিবাহ ধৰ্মীয় সংস্কাৰ হিছাপে সমাজত কিভাৱে অনুষ্ঠিত হৈছিল সেই বিষয়টো চোৱা

১০ শকুন্তলা—১।২৫

যাওক। এই প্ৰসঙ্গত প্ৰথমে 'ৰঘুবংশ'ত বৰ্ণিত অজ-ইন্দুমতীৰ বিবাহ-বিধিলৈ লক্ষ্য কৰিলে দেখা যায় যে হিন্দুৰ বিবাহ-সংস্কাৰৰ প্ৰথম অনুষ্ঠেয় বিধি আছিল—ইন্দ্ৰপত্নী শচীৰ পূজা। কবিয়ে ইন্দুমতীৰ স্বয়ংবৰ প্ৰসঙ্গত শচীৰ পূজা সম্পৰ্কে উল্লেখ কৰিছে।[১]

শচীৰ পূজা বিধান বৈদিক যুগৰপৰা প্ৰচলিত আছিল। বিবাহিত কন্যা কোনো দিনে যাতে বিধৱা নহয়, সতি-সন্ততি আৰু ধন-ধান্যেৰে পৰিপূৰ্ণ হৈ জীৱন যাপন কৰিব পাৰে, তাৰ কাৰণে সৰ্বপ্ৰথম শচীৰ পূজাৰ বিধান কৰা হৈছিল।

প্ৰাচীন কালত যুৱৰাজসকলে বিয়াৰ দিনা মাইকী হাতীত উঠি কন্যাৰ ঘৰলৈ যোৱাৰ প্ৰথা প্ৰচলিত আছিল। যুৱৰাজ অজই স্বয়ংবৰ কক্ষৰপৰা মাইকী হাতীত উঠি গৈ ৰাজভৱনত সুসজ্জিত কৰি ৰখা বিবাহ-মণ্ডপৰ সন্মুখত উপস্থিত হ'ল আৰু কামৰূপৰ ৰজাৰ হাতত ধৰি বাহনৰপৰা নামিল। ৰজা ভোজে নিৰ্দেশ কৰা প্ৰাংগণত প্ৰৱেশ কৰি তেওঁ অতিশয় মূল্যবান সিংহাসনত বহিল আৰু কন্যাদাতা ভোজে প্ৰদান কৰা ৰত্নেৰে (আঙঠিৰে) সৈতে মধুপৰ্ক মিশ্ৰিত অৰ্ঘ্য আৰু পৰিধেয় পাটৰ কাপোৰ এযোৰ গ্ৰহণ কৰিলে।[২] কালিদাসৰ সময়তো কন্যাৰ পিতৃ-গৃহত সজ্জিত বিবাহ-মণ্ডপৰ সন্মুখত উপস্থিত হোৱা দৰাক কন্যাদাতাই অৰ্ঘ্য, মধুপৰ্ক আৰু পিন্ধিবলৈ এযোৰ পাটৰ কাপোৰ দি স্বাগত সম্ভাষণ জনোৱা প্ৰথা প্ৰচলিত আছিল। এইদৰে মধুপৰ্কেৰে অৰ্চনা কৰা ব্যৱস্থা আশ্বলায়ন গৃহ্যসূত্ৰত[৩] পোৱা যায়। গৃহস্থৰ ঘৰত উপস্থিত হোৱা সন্মানীয় অতিথি

১. ৰঘুবংশ ৭।৩

২. ঐ ৭।১৮

৩. 'দধিমধুনী সৰ্পিৰ্বা মধ্বলাভে—আশ্বলায়ন গৃহ্যসূত্ৰ।

অলংকৃতঃ সিতচ্ছত্ৰোঽপদাতিৰ্জ্ঞাতিবান্ধবৈঃ।

বৃতো বধূগৃহং গত্বা মধুপৰ্কেণপূজিতঃ॥ আশ্বলায়ন-কাৰিকা।

আৰু কন্যাগৃহত সমাগত দৰাক মধুপৰ্কেৰে[1] স্বাগত সম্ভাষণ জনোৱা প্ৰাচীন ভাৰতীয় সমাজৰ প্ৰচলিত নিয়ম আছিল।

যুৱৰাজ অজই ভোজপ্ৰদত্ত নৱবস্ত্ৰ পৰিধান কৰিলে। তেতিয়া অন্তঃপুৰ-ৰক্ষীসকলে অজক ইন্দুমতীৰ ওচৰলৈ লৈ গ'ল। ৰাজ-পুৰোহিতে হোমাগ্নিত ঘিউৰ আহুতি প্ৰদান কৰিলে, আৰু সেই অগ্নিক সাক্ষী কৰি বৰ-বধূৰ সংযোগ ঘটালে। লগে লগে ৰাজকুমাৰ অজই বধূৰ পাণিগ্ৰহণ কৰিলে। তাৰ পিছত ৰাজকুমাৰে ইন্দুমতীক আগত লৈ সেই শিখা-বিশিষ্ট অগ্নিক প্ৰদক্ষিণ কৰিলে। ইন্দুমতীয়ে বিধিপূৰ্বক যজ্ঞাগ্নি প্ৰদক্ষিণ কৰি তাত মন্ত্ৰপূত লাজাঞ্জলি নিক্ষেপ কৰিলে। কন্যাৰ পাণি-গ্ৰহণৰ পিছত ধৰ্মশাস্ত্ৰৰ বিধানানুসাৰে লাজ-হোম অৰ্থাৎ অগ্নিত আখৈৰ আহুতি দিয়া প্ৰথা সমাজত প্ৰাচীন কালৰপৰাই প্ৰচলিত হৈ আছে। লাজহোমৰ পিছত ধূম-ঘ্ৰাণৰ বিধান গৃহ্য শাস্ত্ৰত দিয়া আছে। কিছুমানে ইয়াক প্ৰাচীন লোকাচাৰ বুলিও কয়। অগ্নিত আখৈৰ আহুতি দিয়াৰ পিছত কন্যা-সম্প্ৰদান কাৰ্য সম্পন্ন হ'ল। কন্যা সম্প্ৰদানৰ পিছত সমবেত স্নাতক আৰু পৌৰবৰ্গই আনন্দমনে স্বৰ্ণময় সিংহাসনত উপবেশন কৰা বৰ-বধূক আৰ্দ্ৰ চাউল মূৰত দি আশীৰ্বাদ কৰিলে। এইদৰে ভোজে কনিষ্ঠা ভগিনীৰ বিবাহ সংস্কাৰ সমাপ্ত কৰি শেষত যথানুৰূপ যৌতুকাদি প্ৰদান কৰি অজক বিদায় দিলে।

'ৰঘুবংশ'ৰ অজ-ইন্দুমতীৰ বিবাহতকৈ কবিৰ মহাকাব্য 'কুমাৰ-সম্ভৱ'ৰ সপ্তম সৰ্গত হৰ-গৌৰীৰ বিবাহ-বৰ্ণনা প্ৰসঙ্গত এই সংস্কাৰ সম্বন্ধে সমাজত প্ৰচলিত আন কেতবোৰ অধিক বিৱৰণ পোৱা যায়।

দেৱৰ্ষি অঙ্গিৰা প্ৰভৃতিৰ পৰামৰ্শমতে শৈলৰাজ হিমালয় বন্ধু-

---

১, মধুপৰ্ক—মধুনা পৃচ্যতে ইতি মধুপৰ্কঃ—দধ্যাদি দ্ৰব্যপঞ্চকম্। দধি সৰ্পির্জলং ক্ষৌদ্ৰং সিতা চৈতৈশ্চ পঞ্চভিঃ। প্ৰোচ্যতে মধুপৰ্কঃ। দৈ গাখীৰ, ঘি, পানী, মৌ আৰু চেনি এই পাঁচবিধ বস্তুক সংযোগ কৰিলে মধুপৰ্ক হয়।

বৰ্গেৰে সৈতে মিলি হুহিতা পাৰ্বতীৰ বিবাহ-দীক্ষা-বিধিৰ অৰ্থাৎ বিবাহ সংস্কাৰ-কৰ্মৰ অনুষ্ঠানত প্ৰবৃত্ত হ'ল।[১] ধৰ্ম-শাস্ত্ৰকাৰ মনুৰ মতে বৈবাহিক সংস্কাৰ স্ত্ৰীসকলৰ পক্ষে উপনয়নৰ স্বৰূপ[২]। সেই কাৰণে কবিয়ে বিবাহ-দীক্ষা ( বিবাহ এৰ দীক্ষা ) বুলি উল্লেখ কৰিছে। সেই বিবাহ অনুষ্ঠিত হ'ল শুক্লপক্ষৰ জামিত্ৰ দোষ ৰহিত শুভ তিথিত। জামিত্ৰ দোষ সম্বন্ধে 'কালিদাস আৰু শিক্ষা' বিষয়ক প্ৰবন্ধত আলোচনা কৰা হেতু ইয়াত তাৰ পুনৰুল্লেখ কৰা নহ'ল। ধৰ্ম-শাস্ত্ৰৰ বিধান অনুসাৰে চূড়াকৰণ, উপনয়ন, গোদান, বিবাহ আদি হিন্দুৰ সংস্কাৰ কাৰ্যসমূহ শুক্লপক্ষৰ শুভ নক্ষত্ৰযুক্ত তিথিত সম্পন্ন কৰা হৈছিল। এই সম্বন্ধে 'আশ্বলায়ন-গৃহ্যসূত্ৰ'ত[৩] বিধান দিয়া আছে। কালিদাসৰ সমাজৰ দৰে আজিও আমাৰ সমাজত বিবাহ আদি সংস্কাৰ কৰ্মসমূহ শুক্লপক্ষৰ শুভ নক্ষত্ৰযুক্ত তিথিতে সম্পাদন কৰাৰ ব্যৱস্থা প্ৰচলিত হৈ আছে। মৈত্ৰমুহূৰ্তত অৰ্থাৎ সূৰ্য উদয়ৰ তৃতীয় মুহূৰ্ততে ( এক মুহূৰ্ত=৪৮ মিনিট, গতিকে সূৰ্য উদয়ৰপৰা ১ ঘণ্টা ৩৬ মিনিটত ) আৰু চন্দ্ৰই যেতিয়া উত্তৰফল্গুনী নক্ষত্ৰত প্ৰৱেশ কৰিলে তেতিয়া অদ্ৰিপতিৰ পতি-পুত্ৰৱতী বন্ধুস্ত্ৰীসকলে পাৰ্বতীক অলংকাৰ পিন্ধাবলৈ ধৰিলে।[৪] সূৰ্যোদয়ৰ তৃতীয় মুহূৰ্তক মৈত্ৰ-মুহূৰ্ত বোলা হয়। এয়া টীকাকাৰ মল্লিনাথৰ মত। আনমতে সূৰ্য দিনটো পৰিভ্ৰমণ কৰি বৃশ্চিক ৰাশিৰ অন্তৰ্গত অনুৰাধা নক্ষত্ৰত উপস্থিত হোৱা সময়ক মৈত্ৰ-মুহূৰ্ত বোলে। বৈবাহিক কাৰ্যৰ বাবে উত্তৰ-

---

১. অথৌষধীনামধিপস্য বৃদ্ধৌ তিথৌ চ জামিত্ৰগুণান্বিতায়াম্।
সমেতবন্ধুৰ্হিমবান্সুতায়া বিবাহদীক্ষাবিধিমন্বতিষ্ঠৎ। ( কুমাৰ ৭।১ )

২, 'বৈবাহিকো বিধিঃ স্ত্ৰীণামৌপনায়নিকঃ স্মৃতঃ' ( মনু ২।৬৭ )

৩. উদগয়ন আপূৰ্যমাণপক্ষে কল্যাণে নক্ষত্ৰে চৌলকৰ্মোপনয়নগোদানবিবাহাঃ।
( আশ্বলায়নগৃহ্যসূত্ৰ ১।৪।১ )

৪. মৈত্ৰে মুহূৰ্তে শশলাঞ্ছনেন যোগং গতাসূত্তৰফল্গুনীষু।
তস্যাঃ শৰীৰে প্ৰতিকৰ্ম চক্ৰুৰ্বন্ধুস্ত্ৰিয়ো যাঃ পতিপুত্ৰৱত্যঃ॥ ( কুমাৰ ৭।৬ )

ফল্গুনী নক্ষত্ৰ[1] মঙ্গলদায়ক। আজিও আমাৰ সমাজত বিবাহিতা কন্যাক পতিহীনা অৰ্থাৎ বিধৱা স্ত্ৰীয়ে জোৰণ পিন্ধোৱা আদি মঙ্গল কাৰ্যত অংশ গ্ৰহণ কৰাটো সাধাৰণতে পছন্দ নকৰে।

তাৰ পিছত পাৰ্বতীয়ে নাভিদেশ আবৰণ কৰি কৌশেয় (silk) বস্ত্ৰ পৰিধান কৰি শৰ গ্ৰহণ কৰিলে আৰু বগা সৰিয়হেৰে সৈতে দূৰ্বাঙ্কুৰ ধাৰণ কৰিলে। শাস্ত্ৰকাৰসকলে বগা সৰিয়হক বিপদ বিনাশক বুলি কয়। ব্ৰতাচৰণৰ সময়ত তিৰোতাসকলে দূৰ্বা-বনক মঙ্গল-বিধায়ক বুলি ফুলেৰে সৈতে শিৰত ধাৰণ কৰে আৰু দেৱতাৰ উদ্দেশ্যে নিবেদনো কৰে। অৱশ্যে এই শৰগ্ৰহণ প্ৰথা সকলো ঠাইতে সমানভাৱে সমাদৃত নহয়। উচ্চ বৰ্ণৰ বা কন্যাতকৈ অধিক গুণশালী দৰাৰে সৈতে যেতিয়া নিম্ন স্তৰৰ কন্যাৰ বিবাহ হয় তেতিয়া সেই কন্যাক নিজ হাতেৰে দৰাৰ কৰ স্পৰ্শৰ অধিকাৰ দিয়া হোৱা নাছিল। সেই কাৰণে তেনে ধৰণৰ কন্যাক শৰ গ্ৰহণ কৰোৱা বিধান ধৰ্ম শাস্ত্ৰত নিৰ্দেশ কৰা হৈছে। এইক্ষেত্ৰত মহাদেৱৰ শ্ৰেষ্ঠত্ব হেতু পাৰ্বতীৰ শৰ গ্ৰহণ শাস্ত্ৰসম্মত।

ৰমণীসকলে লোধ্ৰফুলৰ পৰাগেৰে পাৰ্বতীৰ শৰীৰৰ স্নিগ্ধতৈল আঁতৰালে আৰু 'কালেয়' নামৰ গন্ধ দ্ৰব্যেৰে অঙ্গৰাগ সমাপ্ত কৰি স্নানৰ উপযোগী সূতাৰ কাপোৰ পিন্ধাই লৈ চাৰিটা স্তম্ভযুক্ত স্নান গৃহলৈ লৈ গ'ল আৰু তাত সোণৰ কলহৰ জলেৰে মঙ্গল-স্নান সমাপ্ত কৰিলে। স্নানৰ সময়ত মঙ্গল বাদ্য বাজি উঠিল, মঙ্গল-স্নানৰ পিছত উমাই পতিৰ ওচৰলৈ যোৱাৰ উপযুক্ত ধৌত বস্ত্ৰ পৰিধান কৰিলে। তাৰ পিছত পতিব্ৰতা ৰমণীসকলে উমাক সেই ঠাইৰপৰা হাতত ধৰি লৈ গৈ এটি মণ্ডপৰ মধ্যবৰ্তী প্ৰসাধন-বেদীৰ ওপৰত সজ্জিত

---

১. উত্তৰফল্গুনী—দ্বাদশনক্ষত্ৰ-সিংহৰাশিৰ একপাদ আৰু কন্যাৰাশিৰ তিনিপাদ যুক্ত।

২. শৰঃ ক্ষত্ৰিয়য়া গ্ৰাহ্যঃ প্ৰতোদো বৈশ্যকন্যয়া।

বসনস্য দশা গ্ৰাহ্যা শূদ্ৰয়োৎকৃষ্টবেদনে। (মনু ৩।৪৪)

আসনত পূৰমুখী কৰি বহুৱালে। সেই মঙ্গল-মণ্ডপ চন্দ্ৰাতপ-সজ্জিত চাৰিটা স্তম্ভৰ ওপৰত অৱস্থিত। ধূপ প্ৰজ্বলিত হ'ল, দুৰ্বা আৰু ফুলৰ মালা মূৰত পিন্ধোৱা হ'ল আৰু হাতত কৌতুক-সূত্ৰ বান্ধি দিয়া হ'ল। কৌতুকৰ অৰ্থ মঙ্গল-সূত্ৰ। সাধাৰণতে এই সূত্ৰ হালধিৰে ৰঞ্জিত কৰি বিবাহৰ পূৰ্বে দৰা আৰু কন্যাৰ হাতত বান্ধি দিয়া হয় আৰু বিবাহ হৈ যোৱাৰ তিনি দিন পিছত তাক আঁতৰ কৰা হয়। কোনো কোনো ক্ষেত্ৰত এই সূত্ৰ তিনি দিন বা বাৰ দিন, অইন নালাগে এবছৰলৈকে ধাৰণ কৰা বিধানো আশ্বলায়ন সূত্ৰত পোৱা যায়।

পিছত কোনো ৰমণীয়ে মাজে মাজে দূৰ্বা সংযোগ কৰা ফুলৰ মালাৰে পাৰ্বতীৰ কেশপাশ বান্ধি দিলে; কোনোৱে বা তেওঁৰ অঙ্গত শুক্লবৰ্ণৰ অগৰু প্ৰদান কৰিলে, আকৌ আন কোনোবাই হাতীৰ দাঁতেৰে নিৰ্মিত অলংকাৰ কাণত পিন্ধাই দিলে। প্ৰাচীন ভাৰতত হাতীৰ দাঁতৰ অলংকাৰ তিৰোতাৰ অতি প্ৰিয় আছিল। পাৰ্বতীয়ে নতুন ক্ষৌম বস্ত্ৰ পৰিধান কৰি গৃহ-দেৱতাক প্ৰণাম কৰিলে।

যথাসময়ত মহাদেৱ পৰ্বতাধিৰাজ হিমালয়ৰ আলয়ত উপস্থিত হ'ল, নাৰীসমূহে আথে প্ৰক্ষেপ কৰিবলৈ ধৰিলে। বিশিষ্ট অতিথি আৰু দৰা কন্যা-গৃহত উপস্থিত হ'লে বয়োবৃদ্ধা আৰু কুমাৰীসকলে আথৈ ছটিয়াই সম্বৰ্দ্ধনা জনোৱা মাঙ্গলিক প্ৰথা হিচাপে সমাজত প্ৰচলিত আছিল।

মহাদেৱে অচ্যুতৰ হাতত ধৰি বৃষভৰপৰা অৱতৰণ কৰিলে আৰু শৈলৰাজৰ অন্তঃপুৰত প্ৰৱেশ কৰিলে। তাত তেওঁ যথাৰীতি আসনত উপৱেশন কৰি গিৰিৰাজে আহৰণ কৰা ৰত্নেৰে সৈতে অৰ্ঘ্য, মধুপৰ্ক আৰু নতুন দুকূল যুগল গ্ৰহণ কৰিলে।[১] ত্ৰিলোচনে নতুন কাপোৰ-যোৰ পিন্ধিলে। তেতিয়া তেওঁক বধূৰ সমীপলৈ লৈ যোৱা হ'ল।

---

১. তত্ৰেশ্বৰো বিষ্টৰভাগ্ যথাৱৎসৰত্নমৰ্ঘ্যং মধুমচ্চ গব্যম্।
নৱে দুকূলে চ নগোপনীতং প্ৰত্যগ্ৰহীৎ সৰ্বমমন্ত্ৰবৰ্জম্ ॥ (কুমাৰ ৭।৭২)

হিমালয়ৰ পুৰোহিতে উমাৰ হাতেৰে সৈতে মহেশ্বৰৰ হাত সংলগ্ন কৰি বৰ-বধূৰ পাণি-সমাগম ক্রিয়া সম্পাদন কৰিলে। তেতিয়া উমা-মহেশ্বৰে প্ৰজ্বলিত অগ্নি তিনি বাৰ প্ৰদক্ষিণ কৰিলে।[১] পিছত বধূৱে সেই প্ৰজ্বলিত অগ্নিত আখৈৰ আহুতি প্ৰদান কৰিলে। অগ্নিত আখৈ প্ৰদানক লাজহোম বোলা হয়। অগ্নিত আখৈ প্ৰদানৰ ব্যৱস্থা বিবাহ-সংস্কাৰৰ অন্যতম বিধান হিচাপে প্ৰাচীন কালৰপৰাই প্ৰচলিত আছিল। সেই লাজাঞ্জলিৰপৰা উৎপন্ন হোৱা ধূম গ্ৰহণৰো ব্যৱস্থা প্ৰাচীন ধৰ্মশাস্ত্ৰকাৰসকলে বিধান কৰিছে।[২] বধূৰ ধূম গ্ৰহণ চিৰ প্ৰচলিত আচাৰ বিশেষ। পাৰ্বতীয়ে সেই লাজাঞ্জলিৰপৰা উত্থিত সুগন্ধ ধূম কুল-পুৰোহিতৰ নিৰ্দেশমতে মুখলৈ নিৰলৈ ধৰিলে (সা লাজ ধূমাঞ্জলিমিষ্টগন্ধং গুরুপদেশাদ্বদনং নিনায় )।[৩] এইদৰে লাজ-ধূমৰ ঘ্ৰাণ লোৱাৰ পিছত পুৰোহিতে উমাক ক'লে, "তোমাৰ বিবাহ কৰ্মৰ সাক্ষী হ'ল এই অগ্নি। কোনো বিচাৰ নকৰি তুমি তোমাৰ পতি শিৱেৰে সৈতে ধৰ্ম পালন কৰিবা"

বধূং দ্বিজঃ প্ৰাহ তবৈষ বৎসে বহ্নিৰ্বিবাহং প্ৰতি কৰ্মসাক্ষী।
শিৱেন ভৰ্ত্ৰা সহ ধৰ্মচৰ্যা কাৰ্যা ত্বয়া মুক্তবিচাৰয়েতি ॥[৪]

পূৰ্বে উল্লেখ কৰা হৈছে হিন্দুৰ বিবাহ বা পত্নী-পৰিগ্ৰহৰ ঘাই উদ্দেশ্য পতিৰ ধৰ্মকাৰ্যত পত্নীৰ অপৰিহাৰ্যভাৱে অংশগ্ৰহণ। প্ৰাচীন ধৰ্ম-শাস্ত্ৰকাৰসকলৰ মতে 'সহধৰ্মা-চৰণেই' হিন্দুৰ বিবাহৰ মুখ্য উদ্দেশ্য। সেয়েহে হিন্দুৰ বিবাহ-পদ্ধতিত দৰাক অনুশাসন দিয়া হয়—"ধৰ্ম, অৰ্থ আৰু কাম—এই ত্ৰিবৰ্গ সাধনৰ বেলিকা তুমি……এওঁক (পত্নীক) অতিক্ৰম নকৰিবা" ইয়াৰ উত্তৰত দৰাই কয়, "অতিক্ৰম নকৰোঁ" (ধৰ্মে

---

১. তৌ দম্পতী ত্ৰিঃ পৰিণীয় বহ্নিমন্যোন্যসংস্পৰ্শনিমীলিতাক্ষৌ।
স কাৰয়ামাস বধূং পুৰোধাস্তস্মিন্ সমিদ্ধাৰ্চিষি লাজমোক্ষম্। (কুমাৰ ৭।৮০)

২. লাজাঞ্জলিং বিসৃজ্য ধূমাগ্ৰং সমাজিঘ্ৰেৎ ইতি। (প্ৰয়োগবৃত্তিকাৰ)

৩. কুমাৰসম্ভৱ ৭।৮১

৪. ঐ ৭।৮৩

চাৰ্থে চ কামে চ নাতিচৰিতব্যা ত্বয়েয়ম্—"নাতিচৰামি")। সহধৰ্মাচৰণৰ মানসেৰে ভাৰ্যা পৰিগ্ৰহ কৰা হেতু এই বিবাহক প্ৰাজাপত্য বিবাহ বোলে। আশ্বলায়নে কয়, 'সহধৰ্মং চৰত ইতি প্ৰাজাপত্যঃ'।

অগ্নিক প্ৰদক্ষিণ কৰি অৰ্থাৎ দৰাই কন্যাক হোমাগ্নিৰ চাৰিও পিনে ঘূৰাই লৈ যোৱাৰ কাৰণে দৰাক পৰিণেতা বোলা হয়। অৱশ্যে এইটো বিশেষভাৱে মন কৰিব লগীয়া কথা যে কবিয়ে অজ-ইন্দুমতী নাইবা হৰগৌৰীৰ বিবাহ-বৰ্ণনাৰ কোনো ঠাইতে সপ্তপদী গমনৰ কথা উল্লেখ কৰা নাই। অথচ সপ্তপদী গমন সম্পূৰ্ণ নহলে হিন্দুৰ বিবাহ সিদ্ধ নহয়। দৰা-কন্যাই একে লগে সাত খোজ কঢ়াকে সপ্তপদী গমন বোলে। ইয়াৰ পৰা এইটো অনুমান কৰিব পাৰি যে কালিদাসৰ পিছৰ যুগতহে বিবাহ পদ্ধতিত সপ্তপদী গমনৰ ব্যৱস্থা সমাজত অপৰিহাৰ্য হিচাপে পৰিগণিত হৈছিল।

অগ্নি প্ৰদক্ষিণ কৰাৰ পিছত শঙ্কৰে ভৱানীক ধ্ৰুব-দৰ্শনৰ কাৰণে নিৰ্দেশ কৰিলে।[1] ধ্ৰুব নক্ষত্ৰৰ দৰ্শন[2] হিন্দুৰ বিবাহ-পদ্ধতিৰ আন এক অপৰিহাৰ্য অঙ্গ। কন্যাই ধ্ৰুব নক্ষত্ৰ বা সেই দিশলৈ লক্ষ্য কৰাৰ উদ্দেশ্য হ'ল, পতি-কুলত তেওঁ যেন ধ্ৰুব নক্ষত্ৰৰ দৰে সদায় অবিচলিত হৈ থাকে।

এইদৰে বিধিজ্ঞ পুৰোহিতে পাণি-গ্ৰহণ কৰ্ম সমাপ্ত কৰিলে। উমা-মহেশ্বৰে পদ্মাসনস্থ ব্ৰহ্মাক প্ৰণাম কৰিলে। পিছত সেই বৰ-বধূ চতুষ্কোণ বেদীলৈ আহি সোণৰ আসনত বহিল, তেতিয়া লোকাচাৰ[3] অনুসৰি তিৰোতাবিলাকে তেওঁলোকলৈ চাউল আৰু দূৰ্বা ছটিয়াই

১. ধ্ৰুবেণ ভৰ্ত্ৰা ধ্ৰুবদৰ্শনায় প্ৰযুজ্যমানা প্ৰিয়দৰ্শনেন।
সা দৃষ্ট ইত্যাননমুন্নময্য হ্ৰীসন্নকণ্ঠী কথমপ্যুবাচ॥ (কুমাৰ ৭।৮৫)

২. ধ্ৰুবমসি ধ্ৰুবাহং পতিকুলে ভূয়াসম্। (গোভিলগৃহ্যসূত্ৰ ২।৩।৯)

তেতিয়া দৰাই কয়—

ধ্ৰুবা দ্যৌৰ্ধ্ৰুবা পৃথিবী ধ্ৰুবং বিশ্বমিদং জগৎ।
ধ্ৰুবাসঃ পৰ্বতা ইমে ধ্ৰুবাস্ত্ৰী পতিকুলে ইয়ম্॥ ইতি (শ্ৰুতিঃ)

৩. জায়াপতী লৌকিকমেষণীয়মাৰ্দ্ৰাক্ষতাৰোপণমন্বভূতাম্। (কুমাৰ ৭।৮৮)

দিলে। বিবাহৰ অন্তত শঙ্কৰে পৰ্বতাধিৰাজৰ কন্যা উমাক হাতত ধৰি কৌতুক-গৃহত (শয্যা-কক্ষত) প্ৰৱেশ কৰিলে। সেই গৃহদ্বাৰত পূৰ্ণ-স্বৰ্ণ কুম্ভ। বিচিত্ৰ ফুলেৰে শোভিত সেই গৃহ। ভূতলত ৰচিত বৰ-বধূৰ শয়ন শয্যা।[১] 'আশ্বলায়নগৃহ্যসূত্ৰ'ত উল্লেখ কৰিছে যে দৰা-কন্যাই বিবাহৰ পিছত প্ৰথম তিনি ৰাতি বা দ্বাদশ ৰাতি মাটিত শয়ন কৰি ব্ৰহ্মচৰ্য ব্ৰত পালন কৰিব লাগে।

দৰা কন্যাই প্ৰথম তিনি ৰাতি ভূমিত শয়ন কৰাৰ উপৰিও তেওঁ-লোকৰ পক্ষে এই কেইদিন ধৰি কোনো উত্তেজক বস্তু খাইব নালাগে। লৱণ আদি ব্যৱহাৰ কৰাও নিষিদ্ধ আছিল[২] অৰ্থাৎ এই তিনি দিন ব্ৰহ্মচৰ্য ব্ৰত পূৰাকৈ পালন কৰিব লগীয়া হৈছিল। তেওঁলোকৰ বৈবাহিক জীৱনত যাতে কোনো প্ৰকাৰৰ অশান্তিয়ে দেখা নিদিয়ে আৰু দাম্পত্য জীৱন সুখ-সমৃদ্ধিৰে পৰিপূৰ্ণ হয়, তাৰ বাবেই এই বিধান দিয়া হৈছিল। ভূমিত শয়ন আৰু তিনি ৰাতি ব্ৰহ্মচৰ্য ব্ৰত পালন কৰিব লগীয়া বিধান গৃহ্যসূত্ৰত পোৱা যায়।[৩] শঙ্কৰে গৃহ্যসূত্ৰৰ এই বিধান পালন কৰিছিল। প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ এয়া এক বিশেষ বৈশিষ্ট্য।

হিন্দুৰ বিবাহৰ আন এটা উল্লেখযোগ্য দিশ হ'ল—বিবাহৰ পিছত দৰাই কন্যাৰ পিতৃ-গৃহত প্ৰায় এমাহ কাল অতিবাহিত কৰাৰ বিধান আছিল। এই বিধান অনুসৰি বৃষভধ্বজ শঙ্কৰে উমাৰে সৈতে শৈলৰাজৰ ভৱনত এমাহ কাল আনন্দেৰে বাস কৰিছিল।[৪]

অজ-ইন্দুমতী আৰু বিশেষকৈ হৰ-গৌৰীৰ বিস্তৃত বিবাহ

---

১. কনককলশযুক্তং ভক্তিশোভাসনাথং ক্ষিতিবিৰচিতশয্যং কৌতুকাগাৰমাগাৎ। (কুমাৰ ৭।৯৪)

২. অত ঊৰ্দ্ধমক্ষাৰালৱণাশিনাৱধঃশায়িনৌ ব্ৰহ্মচাৰিণৌ স্যাতাম্। ত্ৰিৰাত্ৰং দ্বাদশৰাত্ৰং বা—(আশ্বলায়ন গৃহ্যসূত্ৰ ১।৮।১০)

৩. তাৰ্ত্তৌ তৎ প্ৰভৃতি ত্ৰিৰাত্ৰমক্ষাৰলৱণাশিনৌ ব্ৰহ্মচাৰিণৌ ভূমৌ সহ শয়ীয়াতাম্—(গোভিলগৃহ্যসূত্ৰ ২।৩।১৫)

৪. শৈলৰাজভৱনে সহোময়া মাসমাত্ৰমৱসদ্বৃষভধ্বজঃ (কুমাৰ ৮।২০)

বৰ্ণনাৰ পৰা কালিদাস যে প্ৰাজাপত্য বিবাহৰ সমৰ্থক আছিল তাক অনায়াসে অনুমান কৰিব পাৰি।

প্ৰাচীন কালৰ পৰাই হিন্দুসকলে বিবাহক এটা পবিত্ৰ সংস্কাৰ-ৰূপে স্বীকাৰ কৰি আহিছে। এই বিবাহ স্ত্ৰী-পুৰুষৰ কামাভিলাষ পূৰণৰ চুক্তিপত্ৰ নহয়, ই ধৰ্ম-সাধনৰ যোগসূত্ৰ। হিন্দুসকলে ভাবে, পুৰুষ নিজেই ভাৰ্যাৰ গৰ্ভত প্ৰৱেশ কৰি পুত্ৰৰূপে ৰূপান্তৰিত হৈ জন্ম-গ্ৰহণ কৰে[1]। শ্ৰুতি[2] আৰু স্মৃতি[3] উভয়ে এই বিষয়ে এক মত।

এই সম্বন্ধে কালিদাসে তেওঁৰ স্পষ্ট অভিমত 'শকুন্তলা' নাটকত ৰজা দুষ্মন্তৰ মুখেৰে প্ৰকাশ কৰিছে, 'সচাকৈয়ে মই নিজৰ আত্মাক তেওঁত (শকুন্তলাৰ গৰ্ভত) সংৰোপিত (বিহিত) কৰি কুলৰ প্ৰতিষ্ঠা-ৰূপ ধৰ্ম-পত্নীক ত্যাগ কৰিছো আৰু মোৰ এই কাৰ্য উপযুক্ত সময়ত বীজ-ৰোপণ কৰা প্ৰচুৰ শস্যসম্ভৱা ভূমি-ত্যাগৰ নিচিনা হৈছে।[4]

বিবাহ সম্বন্ধে হিন্দুসকলৰ আন এটা উল্লেখযোগ্য ধাৰণা হ'ল, তেওঁলোকে বিবাহক দৈৱ-নিবন্ধন অৰ্থাৎ পূৰ্ব জন্মৰ অখণ্ডনীয় বিধান বুলি ভাবে। একে স্ত্ৰী পুৰুষৰ জনমে জনমে মিলন ঘটে-এয়া তেওঁলোকৰ দৃঢ় ধাৰণা। পাৰ্বতী আছিল পূৰ্বজন্মত দক্ষ-কন্যা সতী। কবিয়ে সেই কথা 'কুমাৰ-সম্ভৱ'ত[5] প্ৰকাশ কৰিছে।

---

১. "আত্মা বৈ পুত্ৰ নামাসি"। পৰিশ্য জায়ায়াং পুত্ৰৰূপেন জায়তে
পতিৰ্জায়াং প্ৰবিশতি গৰ্ভো ভূত্বেহ মাতৰম্।
তস্যাং পুনৰ্নবো ভূত্বা দশমে মাসি জায়তে
তজ্জায়া জায়া ভৱতি যদস্যাং জায়তে পুনঃ॥ ইতি (শ্ৰুতিঃ)

২. অঙ্গাদঙ্গাৎ সংভৱসি হৃদয়াদধিজায়সে
আত্মৈৱ পুত্ৰ নামাসি স জীৱ শৰদঃ শতম্॥ শ্ৰুতি (কাটয়ভেম টীকা)

৩. পতিৰ্জায়াং প্ৰবিশতি গৰ্ভো ভূত্বেহ মাতৰম্।
জায়ায়াস্তদ্ধি জায়াত্বং যদস্যাং জায়তে পুনঃ॥ (মনু স্মৃতি ৯৷৮)

৪. সংৰোপিতেঽপ্যাত্মনি ধৰ্মপত্নী ত্যক্তা ময়া নাম কুলপ্ৰতিষ্ঠা।
কল্পিষ্যমাণা মহতে ফলায় বসুংধৰা কাল ইৱোপ্তবীজা॥ (শকুন্তলা ৬৷২৪)

৫. কুমাৰ সম্ভৱ ১/২১

এই বিশ্বাসৰ কাৰণেই হিন্দু সমাজত পত্নী পৰিত্যাগৰ প্ৰথাই প্ৰতিপত্তি লাভ কৰিব পৰা নাছিল। আৰু এই বিশ্বাসৰ বাবেই স্বামীৰ প্ৰতি অতিশয় অনুৰক্তা নাৰীয়ে মৃত স্বামীৰ চিতাগ্নিত নিজৰ জীৱন আহুতি দি লোকান্তৰত পুনঃ সেই স্বামীৰে সৈতে মিলিবলৈ আকাঙ্ক্ষা কৰিছিল। এই দৰে স্বামীৰ চিতা জুইত প্ৰাণ বিসৰ্জন কৰা সতীদাহ প্ৰথা ভাৰতবৰ্ষত যুগ যুগ ধৰি চলিছিল। কালিদাসৰ সমাজতো সতীদাহ-প্ৰথাৰ প্ৰচলন আছিল। 'কুমাৰ-সম্ভৱ'ত পোৱা যায়—শিৱৰ তৃতীয় নয়ন বহ্নিৰে মদনৰ নশ্বৰ দেহ ভস্মীভূত হৈ যোৱা দেখি পতিব্ৰতা, পতিভক্তা ৰতিয়ে কান্দি কান্দি স্বামীৰ প্ৰিয় বন্ধু বসন্তক সানুনয়ে হাত যোৰ কৰি নমস্কাৰ জনাই প্ৰাৰ্থনা কৰিলে, 'হে প্ৰিয়দৰ্শন, তুমি আমাৰ কাৰণে পুষ্প-শয্যা ৰচনা কৰাত সহায় কৰিছিলা; কিন্তু আজি সোনকালে মোৰ কাৰণে চিতা-শয্যা ৰচনা কৰি দিয়া।[১] 'ৰঘুবংশ'ত দেখা যায়, শ্ৰীৰামচন্দ্ৰৰ পুত্ৰ কুশই দেৱৰাজ ইন্দ্ৰৰ সাহায্যাৰ্থে দৈত্যসকলেৰে সৈতে যুদ্ধ কৰি প্ৰাণ হেৰুৱালে, তেতিয়া নাগৰাজ কুমুদৰ ভনীয়েক কুমুদ্বতীয়েও স্বামীৰ চিতাত জীৱন বিসৰ্জন দিলে—যেন, জ্যোৎস্নাই কুমুদবল্লভ চন্দ্ৰৰ অনুগমন কৰিলে।[২]

বিবাহৰ লগত জড়িত আন কেইটিমান সামাজিক প্ৰথাৰ কথা এইখিনিতে উল্লেখ কৰিব পাৰি। কবিৰ সমাজত স্বামীৰ গৃহত স্ত্ৰী সুখী বা অসুখী যিয়েই নহওক লাগিলে, পতি জীয়াই থাকিলে বিবাহিতা তিৰোতাৰ পক্ষে স্বামী-গৃহত থকাই বাঞ্ছনীয় আছিল; কাৰণ তিৰোতা পতিব্ৰতা হলেও আত্মীয়-স্বজনৰ গৃহত বহু দিন ধৰি বাস কৰিলে মানুহে সেই তিৰোতাক অন্যথা নাইবা কিবা দোষ থকা

---

১. কুসুমাস্তৰণে সহায়তাং বহুশঃ সৌম্য গতস্তমাবয়োঃ।
কুৰু সংপ্ৰতি তাৱদাশু মে প্ৰণিপাতাঞ্জলিযাচিতশ্চিতাম্। (কুমাৰ-৪।৩৫)

২. তং স্বসা নাগৰাজস্য কুমুদস্য কুমুদ্বতী।
অন্বগাৎ কুমুদানন্দং শশাঙ্কমিৱ কৌমুদী॥ (ৰঘু ১৭।৬)

বুলি ভাবে। সতী হ'লেও অসতী বুলি ভাবে। কবিয়ে 'শকুন্তলা' নাটকত এই বিষয়ে স্পষ্টভাৱে উল্লেখ কৰিছে।[১]

এয়া কবিৰ ব্যৱহাৰিক জীৱনৰ বাস্তৱ অভিজ্ঞতা। আজিও আমাৰ সমাজত বিবাহিতা বালিকাৰ পক্ষে পিতাক বা আন আত্মীয়ৰ ঘৰত দীৰ্ঘ দিন বাস কৰা নিন্দনীয় বুলি পৰিগণিত হয়।

কবিয়ে এই বিষয়ে 'অভিজ্ঞান শকুন্তল'ত শাৰ্ঙ্গৰৱৰ মুখেৰে অইন কি ইয়াকো প্ৰকাশ কৰিছে যে স্বামীয়ে পৰিত্যাগ কৰা পতিব্ৰতা নাৰীৰ পক্ষে আত্মীয়ৰ ঘৰলৈ উভতি অহাতকৈ পতিকুলত দাসী হৈ থকাও শ্ৰেয়।[২] দৈৱাৎ স্বামীপৰিত্যক্তা নাৰী মাতৃকুললৈ গ'লেও মাক-বাপেকে তাইৰ ভৰ্তৃ বিয়োগ দুখ বহুদিন ধৰি চাই থাকিব নোৱাৰিছিল অৰ্থাৎ অচিৰে পুনৰ সংযোগ কামনা কৰিছিল।[৩] এয়া আছিল হিন্দু সমাজৰ ব্যৱস্থা।

অইন কি বিবাহিতা তিৰোতাৰ পক্ষে মাজে সময়ে মাক-বাপেক বা ইষ্ট-কুটুম্বৰ ঘৰলৈ অহাৰ অনুমতি কদাচিৎহে পাইছিল। পতিগৃহলৈ যাত্ৰা কৰা সময়ত শকুন্তলাই যেতিয়া পিতৃ কণ্বক সুধিলে, তেওঁ কেতিয়া আকৌ এই অতি চেনেহৰ আশ্ৰমলৈ উভতি আহিব পাৰিব তেতিয়া ঋষিয়ে উত্তৰ দিলে তোমাৰ পুত্ৰক ৰাজ সিংহাসনত প্ৰতিষ্ঠা কৰি মাথোন বৃদ্ধ বয়সতহে পুনৰ এই বাল্য কালৰ মৰমৰ আশ্ৰম পদত পদাৰ্পণ কৰিব পাৰিবা।[৪]

---

১. সতীমপি জ্ঞাতিকুলৈকসংশ্ৰয়াং জনোঽন্যথা ভৰ্তৃমতীং বিশঙ্কতে।
অতঃ সমীপে পৰিণেতুৰিষ্যতে প্ৰিয়াঽপ্ৰিয়া বা প্ৰমদা স্ববন্ধুভিঃ।
(শকুন্তলা ৫।১৭)

২. অথ তু বেৎসি শুচি ব্ৰতমাত্মনঃ পতিকুলে তব দাস্যমপি ক্ষমম্। (শকুন্তলা ৫।২৭)

৩. ন খলু মাতাপিতৰৌ ভৰ্তৃবিয়োগদুঃখিতাং দুহিতৰং চিৰং দ্ৰষ্টুং পাৰয়তঃ।
(শকুন্তলা ৬ষ্ঠ অঙ্ক)

৪. ভূত্বা চিৰায় চতুৰন্তমহীসপত্নী দৌষ্যন্তিমপ্ৰতিৰথং তনয়ং নিৱেশ্য।
ভৰ্ত্ৰা তদৰ্পিতকুটুম্বভৰেণ সাৰ্ধং শান্তে কৰিষ্যসি পদং পুনৰাশ্ৰমেঽস্মিন্।
(শকুন্তলা ৪।২০)

প্ৰাচীন ভাৰতীয় হিন্দু সমাজত প্ৰত্যেক ছোৱালীকে বিয়া দিয়া প্ৰথা প্ৰচলিত আছিল। কন্যা-ৰূপ ধনক আনৰ সম্পত্তিৰ দৰে ভৰা হৈছিল। মাক-বাপেক মাথোন কিছু দিনৰ বাবে সেই ধনৰ ৰক্ষকহে। সৎ পাত্ৰত কন্যা দান কৰিব পাৰিলে পিতা-মাতাই ঋণ মুক্ত হোৱা বুলি ভাবিছিল। 'শকুন্তলা'ৰ চতুৰ্থ অঙ্কত কণ্বই প্ৰকাশ কৰিছে যে শকুন্তলাক পতিগৃহলৈ পঠিয়াৰ পৰাত তেওঁৰ মনত শান্তি আৰু প্ৰসন্নতা বিৰাজ কৰিছে।[১] ছোৱালীবোৰক গাৰ্হস্থ্য জীৱন সুখ-শান্তিৰে যাপন কৰিবলৈ সুগৃহিণীৰূপে তৈয়াৰ কৰাই সমাজৰ আদৰ্শ আছিল। শকুন্তলা পতিগৃহলৈ যোৱাৰ সময়ত গৃহিণী-সকলৰ কৰ্তব্য সম্বন্ধে উপদেশ দি মহৰ্ষি কণ্বই কৈছিল, "স্বামীগৃহত উপনীত হৈ তুমি গুৰুজনৰ (শহুৰাদিৰ) সেৱা কৰিবা। সপত্নী-সমূহেৰে সৈতে প্ৰিয় বান্ধৱীৰ দৰে ব্যৱহাৰ কৰিবা। পতিয়ে তিৰস্কাৰ কৰিলে ৰুষ্ট হৈ তেওঁৰ বিৰুদ্ধাচৰণ নকৰিবা। দাস-দাসীৰ প্ৰতি তোমাৰ দয়া-দাক্ষিণ্য যেন অটুট থাকে। ভোগ-বিলাসত উচ্ছ্বসিত হৈ গৰ্বান্বিত নহ'বা। যিবিলাক যুৱতীয়ে এনেদৰে আচৰণ কৰে তেওঁ-লোক গৃহিণীপদত প্ৰতিষ্ঠিত হয় আৰু ইয়াৰ বিপৰীত আচৰণকাৰী-সকল হয় বংশৰ মনঃপীড়াৰ কাৰণ।[২]

উত্তম গৃহিণীৰ যিবোৰ গুণ থকাৰ প্ৰয়োজন সেয়া আছিল, সম্মানীয়জনৰ সেৱা, পতিৰ ইচ্ছানুসাৰিণী হোৱা, আত্মীয়-

১. অৰ্থো হি কন্যা পৰকীয় এৱ তামদ্য সংপ্ৰেষ্য পৰিগ্ৰহীতুঃ।
জাতো মমায়ং বিশদঃ প্ৰকামং প্ৰত্যাৰ্পিতন্যাস ইৱান্তৰাত্মা।
(শকুন্তলা ৪।২২)

২. শুশ্ৰূষস্ব গুৰূন্কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে
ভৰ্তুৰ্বিপ্ৰকৃতাপি ৰোষণতয়া মা স্ম প্ৰতীপং গমঃ।
ভূয়িষ্ঠং ভৱ দক্ষিণা পৰিজনে ভাগ্যেষ্বনুৎসেকিনী
যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো বামাঃ কুলস্যাধয়ঃ॥
(শকুন্তলা ৪।১৮)

স্বজন আৰু দাস-দাসীৰ প্ৰতি প্ৰীতিপূৰ্ণ ব্যৱহাৰ। এইবোৰেই আছিল হিন্দুৰ বিবাহিতা নাৰীৰ প্ৰধান কৰ্তব্য। এই কুলবধূসকল আছিল গাৰ্হস্থ্য জীৱনৰ স্বৰ্গীয় সুখৰ আধাৰ-স্বৰূপ।

অবিবাহিতা ছোৱালীক অপৰিচিত লোকৰ ঘৰলৈ যাবলৈ দিয়া হোৱা নাছিল। 'অভিজ্ঞানশকুন্তল'ত দেখা যায় প্ৰিয়ংবদা আৰু অনসূয়াক শকুন্তলাৰে সৈতে তেওঁৰ পতিগৃহলৈ যাবলৈ দিয়া হোৱা নাছিল। মহৰ্ষি কণ্বই শকুন্তলাক ক'লে, "তোমাৰ দৰে ইহঁত দুয়োকো প্ৰদান কৰিব লাগিব। তোমাৰ পতিগৃহলৈ এওঁলোকৰ যোৱা উচিত নহয়: 'ইমে অপি প্ৰদেয়ে। ন যুক্তমনয়োস্তত্ৰ গন্তুম্'।[১]

গতিকে শকুন্তলাৰ সখীদ্বয় তপোবনৰ সীমাৰপৰা নিজ ঘৰলৈ উভতি আহিব লগা হৈছিল। ইয়াৰপৰা এইটো অনুমান কৰিব পাৰি যে কালিদাসৰ সময়ত বাল্য-বিবাহৰ প্ৰচলন নাছিল। এই-খিনিতে আন এটা কথা উল্লেখ কৰিব পাৰি যে কবিৰ সাহিত্যত বিধৱা বিবাহৰ কোনো ঠাইতে উল্লেখ নাই। সেই যুগত নিম্ন সম্প্ৰদায়ৰ মাজত বিধৱা-বিবাহৰ প্ৰচলন থাকিব পাৰে; কিন্তু উচ্চ সম্প্ৰদায়ৰ মাজত এনে ব্যৱস্থা যে নাছিল তাক সহজে অনুমান কৰিব পাৰি।

বিবাহ সম্পৰ্কীয় আলোচনা শেষ কৰাৰ পূৰ্বে এইটো সন্দেহ নোহোৱাকৈ ক'ব পাৰি যে হিন্দুৰ বিবাহৰ ঘাই উদ্দেশ্য আছিল পুত্ৰ-সন্তান লাভ কৰা, কাৰণ হিন্দু শাস্ত্ৰৰ বিধানমতে জন্মৰ লগে লগে মানুহে তিনিটা ঋণ লৈ জন্ম গ্ৰহণ কৰে। সেই তিনিটা ঋণ হ'ল, ঋষি-ঋণ, দেৱ-ঋণ আৰু পিতৃ-ঋণ। বেদাধ্যয়নৰ দ্বাৰা ঋষি-ঋণ, যাগ-যজ্ঞাদিৰ দ্বাৰা দেৱ-ঋণ আৰু পুত্ৰ উৎপাদনৰ দ্বাৰা পিতৃ-ঋণৰপৰা মানুহ মুক্ত হয়।[২] এই পিতৃ-ঋণৰপৰা মুক্ত হোৱাই

১. শকুন্তলা ৪ৰ্থ অঙ্ক.

২. জায়মানো হ বৈ ব্ৰাহ্মণস্ত্ৰিভিৰ্ঋণৈৰ্ঋণবাঞ্জায়তে। ব্ৰহ্মচৰ্যেণৰ্ষিভ্যো যজ্ঞেন দেৱভ্যঃ প্ৰজয়া পিতৃভ্যঃ। এষ বা অনৃণো যঃ পুত্ৰী যজ্বা ব্ৰহ্মচাৰী বা ইতি শ্ৰুতিঃ। স্মৃতিৰ মতো একে— ঋণং দেৱস্য যাগেন ঋষীণাং পাঠকৰ্মণা। সন্তত্যা পিতৃলোকানাং শোধয়িত্বা পৰিব্ৰজেৎ॥

হিন্দুৰ বিবাহৰ অন্যতম কাৰণ। দশৰথৰ জন্ম হোৱাত অজৰ সম্বন্ধে কবিৰ উক্তি বিশেষভাৱে মন কৰিব লগীয়া, মহাৰাজ অজ, অধ্যয়ন, যজ্ঞ আৰু সন্তানোৎপত্তিৰ দ্বাৰা ঋষি, দেৱতা আৰু পিতৃ-ঋণৰপৰা মুক্ত হৈ পৰিধিশূন্য প্ৰখৰ সূৰ্যৰ দৰে শোভান্বিত হ'ল।[১] হিন্দুসকলৰ ধাৰণা, পুত্ৰ উৎপাদন নহ'লে পিতৃপুৰুষসকল পিণ্ডোদকৰপৰা বঞ্চিত হৈ অনাহাৰে থাকে। কালিদাসৰ সাহিত্যত এই চিন্তাধাৰাৰ বহু বাৰ[২] উল্লেখ পোৱা যায়। 'অভিজ্ঞানশকুন্তল'ত[৩] কবিয়ে দুষ্মন্তৰ মুখেদি স্পষ্ট কৰি তুলিছে: 'নূনং প্ৰসূতিবিকলেন ময়া প্ৰসিক্তং ধৌতাশ্ৰুশেষমুদকং পিতৰঃ পিবন্তি।'

বিবাহৰ পিছত আমি কবিৰ সাহিত্যত উল্লেখ কৰা আন আন সংস্কাৰলৈ আহোঁ। বিবাহিতা স্ত্ৰী সন্তানসম্ভৱা হ'লে প্ৰথম কৰণীয় সংস্কাৰ গৰ্ভাধান আৰু দ্বিতীয় সংস্কাৰ হ'ল পুংসৱন। পুংসৱন সংস্কাৰ সম্বন্ধে 'ৰঘুবংশ' আৰু 'অভিজ্ঞানশকুন্তল'ত উল্লেখ আছে। পুত্ৰ-সন্তানৰ কামনাৰে এই সংস্কাৰ পালন কৰা হয় বুলি ইয়াৰ নাম পুংসৱন। এই সংস্কাৰ গৰ্ভৰ দ্বিতীয় বা তৃতীয় মাহত যেতিয়া চন্দ্ৰ গ্ৰহ পুংনক্ষত্ৰ যুক্ত হয় তেতিয়া সম্পাদন কৰা হয়।[৪] মহাৰাজ দিলীপে পুংসৱনাদি[৫] ক্ৰিয়াৰ অনুষ্ঠান কৰিছিল। ইয়াত পুংসৱন আদি পদৰ দ্বাৰা অনৱলোভন[৬] আৰু সীমন্তোন্নয়ন[৭] নামৰ আন দুবিধ সংস্কাৰবো

---

১. ঋষিদেৱগণস্বধাভুজাং শ্ৰুতযাগপ্ৰসবৈঃ স পাৰ্থিবঃ।
অনৃণত্বমুপেয়িবান্ বভৌ পৰিধেৰ্মুক্ত ইবোষ্ণদীধিতিঃ। (ৰঘুবংশ ৮।৩০)

২. ৰঘুবংশ ১।৭১ ; ৰঘুবংশ ৩।২০

৩. শকুন্তলা—ষষ্ঠ অঙ্ক।২৫

৪. তৃতীয়স্য গৰ্ভমাসস্যাদিসদশে পুংসৱনস্য কালঃ। (গোভিল-গৃহ্যসূত্ৰ ২-৬-১)
অত্ৰ মাসি দ্বিতীয়ে তৃতীয়ে বা পুংসৱনম্ যদাহ পুংসা নক্ষত্ৰেণ
চন্দ্ৰমা যুক্তঃ স্যাৎ—ইতি পাৰস্কৰঃ। (মল্লিনাথ-টীকা)

৫. যথাক্ৰমং পুংসৱনাদিকাঃ ক্ৰিয়া ধৃতেশ্চ ধীৰঃ সদৃশীৰ্ব্যধত্ত সঃ। (ৰঘু ৩।১০)

৬. চতুৰ্থেঽনৱলোভন' মিত্যাশ্বলায়নঃ

৭. 'ষষ্ঠেঽষ্টমে বা সীমন্ত' ইতি যাজ্ঞবল্ক্যঃ

নিৰ্দেশ কৰা হৈছে। পুংসৱন সংস্কাৰৰ বিশেষ কৰণীয় কৰ্তব্য হ'ল—গৰ্ভৱতী নাৰীয়ে এটা যৱ, দুটা মাহ দধিৰে সৈতে মিহলাই দক্ষিণ হাতত লৈ পান কৰিব লাগে। 'অভিজ্ঞানশকুন্তল'ত ৰজা দুষ্যন্তই সমুদ্ৰ-ব্যৱসায়ী ধনমিত্ৰৰ কোনো এজনী বিধৱা পত্নীৰ পুংসৱন ক্ৰিয়া সম্পাদন কৰা বুলি শুনি অনুমান কৰিলে পুংসৱন ক্ৰিয়া কৰিছে যেতিয়া পুত্ৰ সন্তানেই হ'ব লাগে। সেই গৰ্ভস্থ সন্তানেই পিতৃ-সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব।[1] ইয়াৰ দ্বাৰা এইটো সহজে অনুমান কৰিব পাৰি যে কালিদাসৰ সময়ত বিধৱাই স্বামীৰ সম্পত্তিৰ উত্তৰাধি-কাৰিণী হ'ব পৰা নাছিল। অপুত্ৰকৰ সম্পত্তি সাধাৰণতে ৰাজকোষলৈ বাজেয়াপ্ত হোৱাই সমাজৰ নিয়ম আছিল।

গৰ্ভস্থ সন্তানে জন্ম লাভ কৰিলে সেই বালকৰ উদ্দেশ্যে কৰিব-লগীয়া প্ৰথম সংস্কাৰ হ'ল জাতকৰ্ম। ভূমিষ্ঠ সন্তানৰ নাভিচ্ছেদনৰ (cutting of umbilical cord) পূৰ্বে[2] এই সংস্কাৰ বিধেয়। নাৰায়ণ ভট্টৰ 'প্ৰয়োগৰত্ন'ত এই সংস্কাৰৰ বিষয়ে বিস্তৃত বিৱৰণ দিয়া আছে। মহাৰাজ দিলীপে ৰঘুৰ জন্ম হোৱাত জাতকৰ্ম-সংস্কাৰৰ অনুষ্ঠান কৰিছিল।[3]

জাতকৰ্মৰ পিছৰ সংস্কাৰ নামকৰণ। জাতকৰ অশৌচান্তে নামকৰণ সংস্কাৰ বিধেয় বুলি ধৰ্মশাস্ত্ৰকাৰ শঙ্খৰ মত।[4] মনুৰ[5] মতে জন্মৰ পিছত দশম বা দ্বাদশ দিনত নামকৰণ কৰিব লাগে। আশ্বলায়নৰ[6] মতে নামকৰণৰ কোনো নিৰ্ধাৰিত সময় নাই।

---

১. প্ৰতিহাৰী—দেৱ ইদানীমেৱ সাকেতকস্য শ্ৰেষ্ঠিনো দুহিতা নিৰ্বৃত্তপুংসৱনা জায়াস্য শ্ৰূয়তে।
ৰাজা—ননু গৰ্ভঃ পিত্ৰ্যং ৰিক্থমৰ্হতি। (শকুন্তলা—ষষ্ঠ অঙ্ক)

২. প্ৰাঙ্ নাভিবৰ্দ্ধনাৎ পুংসো জাতকৰ্ম বিধীয়তে। (মনু ২।২৯)

৩. স জাতকৰ্মণ্যখিলে তপস্বিনা তপোৱনাদেত্য পুৰোধসা কৃতে। (ৰঘু ৩।১৮)

৪. অশৌচে তু ব্যতিক্ৰান্তে নামকৰ্ম বিধীয়তে। (শঙ্খ ২।২)

৫. নামধেয়ং দশম্যাং তু দ্বাদশ্যাং বাস্য কাৰয়েৎ। (মনু ২।৩০)

৬. নাম চাস্মৈ দদ্যুঃ। (আশ্বলায়ন)

দিলীপে যথাসময়ত পুত্ৰৰ নামকৰণ কৰিলে 'ৰঘু'।[১] ৰঘুৰ নিষ্ক্ৰমণ আৰু অন্নপ্ৰাশনৰ উল্লেখ নকৰি কৰিয়ে মাথোন চূড়াকৰণ সংস্কাৰৰ উল্লেখ কৰিছে। সকলো দ্বিজাতিৰ কাৰণে চূড়াকৰ্ম সংস্কাৰ[২] পালনীয় আছিল। চূড়াকৰ্ম জাতকৰ প্ৰথম বা তৃতীয় বছৰত সম্পাদন কৰা হৈছিল। যথা কালত ৰঘুৰ[৩] চূড়াকৰণ কৰ্ম কৰা হৈছিল। চূড়াকৰণৰ পিছত ৰঘুক উপনয়ন[৪] দিয়া হৈছিল। উপনয়নৰ ব্যুৎপত্তি-গত অৰ্থৰপৰা বুজা যায়—যি সংস্কাৰ বেদ বা গুৰুৰ সমীপলৈ নিয়াৰ বাবে নিষ্পন্ন কৰা হয় তাকে উপনয়ন বোলে। উপবীত (investiture with sacred thread) ধাৰণেই এই সংস্কাৰৰ মূল কথা। মনুৰ মতে[৫] এই সংস্কাৰ ব্ৰাহ্মণৰ গৰ্ভৰপৰা অষ্টম, ক্ষত্ৰিয়ৰ একাদশ আৰু বৈশ্যৰ দ্বাদশ বছৰ বয়সত কৰ্তব্য। কবিৰ কাব্যত উপনয়ন সংস্কাৰৰ পিছত আন এবিধ সংস্কাৰৰ উল্লেখ পোৱা যায়—সেয়া হ'ল 'গোদান'। এই 'গোদান'ক কেশান্ত সংস্কাৰ বোলা হয়। এই সংস্কাৰ চূড়াকৰণৰ দৰে, কিন্তু চূড়াকৰণৰ সময়ত বালকৰ দাড়ি-গোঁফ নগজে গতিকে ইয়াক পিছত কৰা হয়। মনুৰ বিধানমতে এই সংস্কাৰ ব্ৰাহ্মণৰ পক্ষে গৰ্ভৰপৰা ষোড়শ বৰ্ষত, ক্ষত্ৰিয়ৰ দ্বাবিংশ আৰু বৈশ্যৰ চতুৰ্বিংশ বৰ্ষত কৰ্তব্য।[৬] এই কেশান্ত বা গোদান সংস্কাৰ বিবাহৰ আগেয়ে সম্পন্ন কৰিব লাগে। মহাৰাজ দিলীপে ৰাজকুমাৰ ৰঘুৰ গোদান[৭] সংস্কাৰ যথা কালত সমাপ্ত কৰিছিল। এই সংস্কাৰ

---

১. অৱেক্ষ্য ধাতোৰ্গমনাৰ্থমৰ্থবিৎ চকাৰ নাম্না ৰঘুমাত্মসম্ভৱম্। (ৰঘু ৩।২১)

২. মনু ২।৩৫

৩. স বৃত্তচূলশ্চলকাকপক্ষকৈৰমাত্যপুত্ৰৈঃ সৱয়োভিৰন্বিতঃ। (ৰঘু ৩।২৮)

৪. অথোপনীতং বিধিৱদ্বিপশ্চিতো বিনিন্যুৰেনং গুৰৱো গুৰুপ্ৰিয়ম্। (ৰঘু ৩।২৯)

৫. গৰ্ভাষ্টমেঽব্দে কুৰ্বীত ব্ৰাহ্মণস্যোপনায়নম্।
গৰ্ভাদেকাদশে ৰাজ্ঞো গৰ্ভাত্তু দ্বাদশে বিশঃ। (মনু ২।৩৬)

৬. কেশান্তঃ ষোড়শে বৰ্ষে ব্ৰাহ্মণস্য বিধীয়তে।
ৰাজন্যবন্ধোৰ্দ্বাবিংশে বৈশ্যস্য দ্ব্যাধিকে ততঃ॥ (মনু ২।৬৫)

৭. অথাস্য গোদান বিধেৰনন্তৰং বিবাহদীক্ষাং নিৰবৰ্তয়দ্ গুৰুঃ। (ৰঘু ৩।৩৩)

ৰূপান্তৰিত হৈ এতিয়া আমাৰ সমাজত বিবাহৰ দিনা দাড়ি খুৰোৱা ব্যৱস্থাত পৰিণত হৈছে। গোদানৰ পিছৰ সংস্কাৰেই হ'ল পূৰ্বে আলোচনা কৰা বিবাহ-সংস্কাৰ।

এইখিনিতে আকৌ আন এটা কথা উল্লেখ কৰা উচিত হ'ব যেন লাগে। কালিদাসৰ সময়ত বহু-বিবাহৰ প্ৰথা প্ৰচলিত আছিল। বিশেষকৈ ৰজা আৰু ঐশ্বৰ্যশালী লোকে একাধিক ভাৰ্যা বিবাহ কৰোৱা সমাজত স্বাভাৱিক নিয়ম হিচাপেই স্বীকাৰ কৰি লোৱা হৈছিল। কবিৰ নাটকত্ৰয় আৰু মহাকাব্য 'ৰঘুবংশ'ৰ বহু ঠাইত বহুপত্নীকতাৰ উল্লেখ পোৱা যায়। 'শকুন্তলা' নাটকৰ তৃতীয় অঙ্কত দেখা যায়, দুষ্মন্ত আৰু শকুন্তলাৰ পাৰস্পৰিক অনুৰাগ বুজিব পাৰি অনসূয়াই শকুন্তলাক গ্ৰহণ কৰাৰ পূৰ্বে দুষ্মন্তক ক'লে, 'বয়স্য' ৰজাবিলাকৰ বহু ভাৰ্যা থকা বুলি শুনা যায়। আমাৰ প্ৰিয় সখী আত্মীয়-স্বজনৰ যাতে দুঃখৰ কাৰণ নহয় তেনেধৰণৰ ব্যৱস্থা কৰিব।[1] ইয়াৰ প্ৰত্যুত্তৰত ৰজাই ক'লে, "বহু ভাৰ্যা থাকিলেও শকুন্তলা হ'ব মোৰ কুলপ্ৰতিষ্ঠা।"[2] সেই নাটকৰ চতুৰ্থ অঙ্কত শকুন্তলা পতিগৃহলৈ যোৱাৰ সময়ত মহৰ্ষি কণ্বই তেওঁক যিবোৰ উপদেশ দিছিল তাৰ ভিতৰত আছিল, "সপত্নীসকলেৰে সৈতে প্ৰিয় বান্ধৱীৰ দৰে ব্যৱহাৰ কৰিবা।"[3] 'শকুন্তলা' নাটৰ ষষ্ঠ অঙ্কত আকৌ পোৱা যায়, ৰাজমন্ত্ৰীয়ে দুষ্মন্তক অৱগত কৰালে যে ধনমিত্ৰ নামৰ ঐশ্বৰ্যশালী বণিক এজনৰ নৌকা বুৰি মৃত্যু হৈছে। তেওঁ নিঃসন্তান, গতিকে তেওঁৰ সা-সম্পত্তি ৰাজকোষলৈ আহিব লাগে। এইদৰে অৱগত হৈ ৰজাই ক'লে, "সেই বণিক

১. অনসূয়া—বয়স্য বহুবল্লভা ৰাজনঃ শ্ৰূয়ন্তে। যথা নৌ প্ৰিয়সখী বন্ধুজনশোচনীয়া ন ভৱতি তথা নিৰ্বাহয়। (শকুন্তলা—তৃতীয় অঙ্ক)

২. ৰাজা—পৰিগ্ৰহবহুত্বেঽপি দ্বে প্ৰতিষ্ঠে কুলস্য মে।
সমুদ্ৰৰসনা চোৰ্বী সখী চ যুৱয়োৰিয়ম্। (শকুন্তলা—৩।১৮)

৩. কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে। (শকুন্তলা—৪।১৮)

যিহেতু ঐশ্বৰ্যশালী, নিশ্চয় তেওঁৰ বহু ভাৰ্যা আছে। গতিকে তেওঁৰ কোনোৱা পত্নী অন্তঃসত্ত্বা হয় নে নহয় সেই বিষয়ে অনুসন্ধান কৰিব লাগে।[১]

ইয়াৰপৰা কবিৰ যুগত যে ৰজা আৰু ঐশ্বৰ্যশালী লোকৰ বহু ভাৰ্যা আছিল তাক স্পষ্টভাৱে বুজা যায়। বহু ভাৰ্যা গ্ৰহণৰ কি বিষময় পৰিণাম তাক কবিয়ে সুন্দৰভাৱে বুজিছিল। ৰজা-বিলাকৰ বহু ভাৰ্যা-সমন্বিত ৰাজান্তঃপুৰখন আছিল বিদ্বেষ, ঈৰ্ষা-পৰায়ণতা আৰু ষড়যন্ত্ৰৰ ভয়াবহ লীলাক্ষেত্ৰ। কালিদাসে দুষ্যন্তৰ ৰাজ-অন্তঃপুৰখনক 'অন্তঃপুৰ কালকূট' বুলি বৰ্ণনা কৰিছে। শকুন্তলা নাটকৰ ষষ্ঠ অঙ্কত ৰজাই বিদূষকক ক'লে, "বহুমান-গৰ্বিতা ৰাণী বসুমতী উপস্থিত হৈছেহি। শকুন্তলাৰ প্ৰতিকৃতিটো আপুনি সাৱধানে ৰাখক। ৰজাৰ ভয়, যদি বসুমতীয়ে কেনেবাকৈ শকুন্তলাৰ চিত্ৰখন দেখি শকুন্তলাৰে সৈতে তেওঁৰ প্ৰণয়ৰ কথা জানিব পাৰে, তেতিয়া ৰজাৰ প্ৰতি বসুমতীৰ ক্ৰোধ হ'ব কালকূট বা হলাহল-সদৃশ। সেই কথাকে বিদূষকে ৰজাক ক'লে, "যদি ৰাজ অন্তঃপুৰৰ কালকূটৰপৰা ৰক্ষা পোৱা যায়, তেতিয়া মোক মেঘপ্ৰতিচ্ছন্দ প্ৰাসাদলৈ মাতিবা।[২]

বহু ভাৰ্যাৰে পৰিপূৰ্ণ ৰাজ-অন্তঃপুৰখনত তিৰোতাবিলাকে কি মনঃকষ্টেৰে জীৱন যাপন কৰিব লগীয়া হৈছিল তাক 'শকুন্তলা' নাটকৰ পঞ্চম অঙ্কৰ প্ৰথমতে ৰাণী হংসপদিকাৰ করুণ গীতধ্বনিত ফুট্‌ফুটীয়া হৈ উঠিছে। হংসপদিকা আছিল ৰজা দুষ্যন্তৰ একালৰ অতি আদৰৰ প্ৰিয়তমা; কিন্তু আজি অনাদৃতা। কাৰণ ৰজা এতিয়া বয়ঃপ্ৰাপ্তা বসুমতীৰ প্ৰেমত নিমগ্ন। নৱযৌৱনা, পৰিত্যক্তা হংস-

১. ৰাজা—বেত্ৰৱতি বহুধনত্বাদ্বহুপত্নীকেন তত্ৰভৱতা ভৱিতব্যম্।
বিচাৰ্যতাং যদি কাচিদাপন্নসত্ত্বা তস্য ভাৰ্যাসু স্যাৎ। (শকুন্তলা—ষষ্ঠ অঙ্ক)

১. বিদূষকঃ—......যদি ভৱানন্তঃপুৰকালকূটাম্মোক্ষতে তদা মাং
মেঘপ্ৰতিচ্ছন্দে প্ৰাসাদে শব্দায়য়। (শকুন্তলা—ষষ্ঠ অঙ্ক)

পদিকাই ৰজাৰ কঠিক নিন্দা কৰি কৰুণ সংগীত-ধ্বনি তুলিছে। ৰজাই সেই অৱহেলিতা নাৰীৰ সংগীতৰ অৰ্থ উপলব্ধি কৰে, বুজি পায় তাইৰ অন্তৰৰ বেদনা, তথাপি ৰজাই মাথোন হংসপদিকাৰ দ্বাৰা কৌশলিকভাৱে তিৰস্কৃত হোৱা বুলিহে তেওঁক জনাই দিবলৈ বন্ধু মাধব্যক নিৰ্দেশ দিলে। হংসপদিকাৰ জীৱনত এই সান্ত্বনা-বাণীৰ বাহিৰে যেন ৰজাৰপৰা পাব লগীয়া আন একোৱেই নাই।

ৰজাবিলাকে নতুন নতুন সম্ভোগৰ সামগ্ৰী হিচাপে তিৰোতাৰ পিছত তিৰোতা গ্ৰহণ কৰিছিল। এওঁলোকৰ এই মধুকৰ-বৃত্তি নাৰী-হৃদয়ে কিমান দূৰ পছন্দ কৰিছিল তাক সঠিককৈ কোৱা টান। কিন্তু এইটো সন্দেহ নোহোৱাকৈ ক'ব পাৰি যে সপত্নীসকলৰ মাজত প্ৰায়ে বিদ্বেষৰ সৃষ্টি হৈছিল, যি বিদ্বেষে ৰাজান্তঃপুৰক কৰি তুলিছিল কালকূট-সদৃশ। ৰজাবিলাকে শঠতা, প্ৰৱঞ্চনা আৰু তোষামোদৰ আশ্ৰয় লৈ নিৰীহ নাৰীসমূহক হাতৰ পুতলাৰ দৰে নচুৱাইছিল। তিৰোতাবিলাক আছিল অৱস্থাৰ দাস। কবিৰ তিনিওখন নাটকতে এনে এটা পৰিবেশ সহজে অনুমান কৰিব পাৰি। বিশেষকৈ কবিৰ 'মালৱিকাগ্নিমিত্ৰ' নাটকখন কম বেছি পৰিমাণে ৰাজান্তঃপুৰৰ ষড়যন্ত্ৰাত্মক কাহিনী বুলি ক'ব পাৰি। সেই নাটকৰ নায়ক ৰজা অগ্নিমিত্ৰৰ প্ৰথমা মহিষী ধাৰিণী, এজনী আদৰ্শস্থানীয়া হিন্দু পত্নী। তেওঁৰ মানত অগ্নিমিত্ৰই তেওঁৰ জীৱনত যথাসৰ্বস্ব, নিজৰ ব্যক্তিগত সুখৰ কথা নাভাবি স্বামীৰ সুখতে সুখী হোৱা তেওঁৰ স্বভাৱ। ধাৰিণীৰ বিদ্বেষ আছে, কিন্তু তীব্ৰতা নাই; ক্ৰোধ আছে; কিন্তু ৰুক্ষতা নাই; অভিমান আছে, কিন্তু প্ৰকাশ নাই। ধাৰিণীৰ কোপ অস্থায়ী। স্বামীৰ দোষ দেখিলেও কেৱল নিজকে নিজে মহাৰাজৰ ব্যৱহাৰ অশোভনীয় ( অহো অবিনয় আৰ্যপুত্ৰস্ত ) বুলি কৈ ক্ষান্ত থাকে। ধাৰিণী-সম্বন্ধীয় পৰিব্ৰাজিকাৰ মন্তব্য 'ভৰ্তৃবৎসলা সাধ্বী'ক যথাৰ্থ উক্তি বুলিব পাৰি।

অগ্নিমিত্ৰৰ চৰিত্ৰৰ প্ৰধান গুণ দাক্ষিণ্য[১]। সকলো ৰাণীৰ প্ৰতি সম ভাৱ আৰু সম ব্যৱহাৰ প্ৰদৰ্শনকে দাক্ষিণ্য বোলে। অগ্নিমিত্ৰই দাক্ষিণ্য নিজৰ কুলধৰ্ম বুলি অভিমান কৰে। বিদূষকৰ উক্তিয়েও সেই কথাৰ সমৰ্থন জনায়: অন্তঃপুৰপ্ৰতিষ্ঠিতং দাক্ষিণ্যম্। দাক্ষিণ্য ৰাজান্তঃপুৰত ভালদৰে জনাজাত। কিন্তু সেই দাক্ষিণ্যৰ প্ৰৱণতা প্ৰৱল হৈ শঠতা আৰু প্ৰৱঞ্চনাত পৰিণত হৈছিল। সেই কথা ৰাণী ইৰাৱতীৰ উক্তিৰপৰা সহজে অনুমান কৰিব পাৰি। ৰাণী ইৰাৱতী ধাৰিণীৰ সম্পূৰ্ণ বিপৰীত, তেওঁ অধিক বিদ্বেষপৰায়ণা, অতিশয় খঙাল আৰু ৰজাৰ দোষ সমূলি আওকাণ নকৰা বিধৰ। সেয়েহে ইৰাৱতীয়ে নৱযৌৱনসম্পন্না, অপৰূপা মালৱিকাৰ প্ৰতি ৰজাৰ আসক্তি দেখি কৈ উঠিল, "পুৰুষসকল বিশ্বাসৰ যোগ্য নহয়, মই ব্যাধৰ সংগীত-মুগ্ধ, শঙ্কাশূন্যা হৰিণীৰ দৰে তোমাৰ প্ৰৱঞ্চনামূলক কথাত বিশ্বাস কৰি এই কথা ধাৰণা কৰিব পৰা নাছিলো।"[২] ৰজাই মালৱিকাৰ প্ৰতি কোনো আগ্ৰহ নাই বুলি ইৰাৱতীক ক'লে আৰু লগতে জনালে, প্ৰেমিকৰ প্ৰতি উদাসীনতা উচিত নহয়।[৩] তৎক্ষণ ক্ৰুদ্ধ হৈ ইৰাৱতীয়ে প্ৰত্যুত্তৰ দিলে, "শঠ, তোমাৰ হৃদয় অবিশ্বাসী।" এইদৰে ৰজাক ভৰ্ৎসনা কৰি নিজৰ মেখেলাৰে ৰজাক আঘাত কৰিবলৈ উদ্যত হ'ল।

ৰজাবিলাকে অন্তঃপুৰৰ তিৰোতাবিলাকক তোষামোদ কৰাৰ কৌশল ভালদৰে আয়ত্ত কৰি লৈছিল। 'মালৱিকাগ্নিমিত্ৰ' নাটকত তাৰ বহু উদাহৰণ পোৱা যায়। ৰাণী ধাৰিণী ভৰিত আঘাত পাই

১. অনেকাসু নায়িকাসু অবৈষম্যেণ স্নেহানুবৰ্তী দক্ষিণো নায়িকঃ।
(প্ৰতাপৰুদ্ৰীয়)

২. ইৰাৱতী—অহো অবিশ্বসনীয়াঃ পুৰুষাঃ। ময়া খলু আত্মনো ৰঞ্চনাৰচনং প্ৰমাণীকৃত্য ব্যাধগীতবঞ্চিতয়া হৰিণ্যেৰাশঙ্কিতয়ৈৱত্ৰ বিজ্ঞাতম্।

৩. ৰাজা—সুন্দৰি ন শোভতে প্ৰণয়িনি জনে নিৰপেক্ষতা
ইৰাৱতী—শঠ অবিশ্বসনীয়হৃদয়োঽসি। (মালৱিকা—তৃতীয় অঙ্ক)

বিশ্ৰাম লৈ আছে ; সেই অৱস্থাত ৰজাই ৰাণীক দেখা কৰিলে। ৰজাক দেখি ৰাণীয়ে স্বাগত জনোৱাৰ বাবে উঠিবলৈ চেষ্টা কৰিলে। তাকে দেখি ৰজাই ক'লে, "নালাগে নালাগে, ভদ্ৰতা কৰি যন্ত্ৰণা পোৱাৰ প্ৰয়োজন নাই। আহত ভৰিবে থিয় হ'লে কেৱল ভৰিখনকেই কষ্ট দিয়া নহ'ব, মোকো দিয়া হ'ব ; কিয়নো তোমাক যন্ত্ৰণাক্লিষ্ট দেখিলে মোৰ অন্তৰত দুখ লাগিব।"[১] ৰজাৰ এই বাণীত শঠতা আৰু প্ৰতাৰণা স্পষ্ট হৈ উঠিছে, কিয়নো ৰাণীৰ এই আঘাতৰ ষড়যন্ত্ৰত প্ৰত্যক্ষভাৱে নহ'লেও ৰজা নিজেই লিপ্ত। ৰাণীক দোলাৰপৰা পেলোৱা বিদূষকৰ ষড়যন্ত্ৰ। ৰজাই তাক জানিও নজনাৰ ভাও ধৰিছে, কাৰণ ৰাণীৰ এনে অৱস্থা নকৰিলে মালৱিকাৰে সৈতে ৰজাৰ মিলন সম্ভৱ হৈ নুঠে।

মালৱিকা ৰজাই নতুনকৈ লাভ কৰা প্ৰেয়সী। তেওঁক তোষা-মোদ কৰি ৰজাই আনন্দ অনুভৱ কৰে। সেয়েহে ৰজাই মালৱিকাক ক'লে, "হে সুন্দৰী, কিশলয়-কোমল চৰণেৰে কঠিন বৃক্ষত আঘাত কৰি তোমাৰ বাঁও ভৰিত দুখ পোৱা নাই তো ?"[২] ৰজাৰ শঠতাৰ চৰম পৰিণতি দেখা যায়, যেতিয়া ৰজাই মালৱিকাৰ ওচৰত নিজক অনন্যসাধাৰণ দাস বুলি স্বীকাৰ কৰিলে।[৩]

ৰজাসকলৰ এনেকুৱা দুৰ্বলতা কবিৰ 'বিক্ৰমোৰ্ৱশীয়' নাটকতো দেখা যায়। উৰ্ৱশীৰে সৈতে ৰজা পুৰুৰৱাই প্ৰথম সম্বন্ধ স্থাপন কৰে তোষা-

---

১. ৰাজা—অলমলমুপচাৰযন্ত্ৰণয়া

অনুচিতনূপুৰবিৰহং নাৰ্হসি তপনীয়পীঠকালম্বি।

চৰণং ৰুজা পৰীতং কলভাষিণি মাং চ পীড়য়িতুম্॥ (মালৱিকা ৪।৩)

২. ৰাজা—(বিহস্য)

কিসলয়মৃদোৰ্বিলাসিনি কঠিনে নিহিতস্য পাদপস্কন্ধে।

চৰণস্য ন তে বাধা সংপ্ৰতি ৱামস্য ৱামোৰু। (মালৱিকা ৩।১৮)

৩. ৰাজা (উপেত্য)··· ·····মম্ তৱ লাক্ষাৰসমহমনন্যসাধাৰণো দাসঃ।

(মালৱিকা চতুৰ্থ অঙ্ক ১০)

মোদৰ মাজেদি। উৰ্বশীৰ সঙ্গ লাভ কৰিবলৈ ৰজা অতিশয় ব্যাকুল। ৰজাই মৃদু-মধুৰ ভাষাৰে প্ৰকাশ কৰিলে নিজৰ ব্যাকুলতা, অথচ উৰ্বশীৰে সৈতে তেওঁৰ পৰিচয় তেনেই নতুন, "হে সুন্দৰী, দৈৱক্ৰমে যদি কোনোৱা এবাৰ মাথোন তোমাৰ সাৰ্থক নয়ন-যুগলৰ দৃষ্টি সীমালৈ আহে, সিও তোমাৰ অবিহনে উৎকণ্ঠিত হ'ব। নিৰন্তৰ একে লগে বাস কৰা স্নেহসিক্ত সখীবৃন্দ তোমাৰ অবিহনে যে পৰ্যুৎসক হ'ব তাকো জানো ক'ব লাগিব।"[1]

উৰ্বশীৰ অবিহনে ৰজাও যে অতিশয় ব্যাকুল হ'ব সেই কথাকে ৰজাই এই তোষামোদ-বাণীৰে প্ৰকাশ কৰিলে।

সেইদৰে তোষামোদৰ আন এটি উদাহৰণ উল্লেখ কৰিব পাৰি। উৰ্বশীৰে সৈতে ৰজাৰ মিলন ঘটিল। এই মিলনৰ বাধাৰ দুৱাৰখনি উন্মুক্ত কৰি দিলে ৰজাৰ প্ৰথমা মহিষী ঔশীনৰীয়ে। উৰ্বশীৰ সঙ্গ লাভ কৰি ৰজাই উৰ্বশীৰ সন্মুখতে বিদূষকৰ আগত প্ৰকাশ কৰিলে, "হে সখী, সামন্ত ৰজাসমূহৰ মুকুটমণিৰে অনুৰঞ্জিত শাসন আৰু অপ্ৰতিদ্বন্দ্বী প্ৰভুত্ব লাভ কৰিও মই নিজকে সিমান কৃতাৰ্থ বুলি ভাবিব পৰা নাই যিমান আজি তেওঁৰ (উৰ্বশীৰ) চৰণযুগলৰ কমনীয় দাসত্ব লাভ কৰি নিজৰ জীৱনটো সফল হোৱা বুলি ভাবিব পাৰিছোঁ।"[2] ৰজাবিলাকে ৰাজান্তঃপুৰৰ তিৰোতাৰ প্ৰতি কেনে আচৰণ কৰিছিল তাক ৰাণী ঔশীনৰীৰ জীৱনলৈ লক্ষ্য কৰিলে বুজিব পাৰি। ৰাণীয়ে সুন্দৰকৈ বুজিছিল, স্বামীৰ দ্বাৰা তেওঁ কেনেদৰে অৱহেলিতা। সেই হতভাগিনীয়ে ভাগ্যৰ ওচৰত আত্মসমৰ্পন কৰাৰ বাহিৰে আন উপায় নেদেখিলে। ক্ৰোধ আৰু গ্লানি সকলোকে নীৰৱে সহ্য কৰি তেওঁ প্ৰকৃত পতিব্ৰতা নাৰীৰ দৰে স্বামীৰ সুখতে সুখী হৈ সন্তুষ্ট আছিল।

---

১. যদৃচ্ছয়া ত্বং সকৃদপ্যবন্ধ্যয়োঃ পথি স্থিতা সুন্দৰি যস্ত নেত্ৰয়োঃ।
ত্বয়া বিনা সোঽপি সমুৎসুকো ভবেৎ সখীজনস্তে কিমুতাৰ্দ্ৰসৌহৃদঃ।
(বিক্ৰমোৰ্বশীয় ১।৯)

২. বিক্ৰমোৰ্বশীয় ৩।১৯

ঔশীনৰীয়ে নিজৰ সুখ বিসৰ্জন দিও স্বামীক সুখী কৰিবলৈ বিচাৰিছিল।[১] বিষাদ আৰু বিৰক্তিৰ মাজেদি আন ভাৰ্যা পৰিগ্ৰহ কৰাত সম্মত দিছিল। উৰ্বশীৰে সৈতে ৰজা পুৰুৰবাৰ উপভোগৰ লালসা পৰিপূৰ্ণ হ'ল অবাধ গতিৰে। তাৰ পিছত ৰজাই ঔশীনৰীক যি বাণী শুনালে তাত ৰজাৰ শঠতাৰ প্ৰত্যক্ষ প্ৰমাণ পোৱা যায়। ঔশীনৰীক ৰজাই ক'লে, "তোমাৰ এই দাসক তুমি আন তিৰোতাৰ হাতত তুলি দিব পাৰা, নাইবা কাঢ়ি আনিবও পাৰা; কিন্তু হে ভয়শীলা, তুমি মোক যিদৰে ভাবিছা, মই কিন্তু তেনে নহওঁ।"[১] ৰজাই ক'বলৈ বিচাৰিছে, "মই তোমাৰ নিঃকিন ভৃত্যপদৰপৰা আঁতৰি যোৱা নাই আৰু তুমি যদি যোৱা বুলি ভাবা তেন্তে সঁচাকৈয়ে মোৰ প্ৰতি অন্যায় কৰা হ'ব।" ৰজাবিলাকে এনেদৰে ভণ্ডামি কৰি তিৰোতাবিলাকক প্ৰবঞ্চনা কৰিছিল। দুঃসাধ্য ৰোগীক চিকিৎসকে পৰিত্যাগ কৰাৰ দৰে তিৰোতাবিলাকে ৰজাসকলক এৰি দিব লগীয়া হৈছিল। এনে প্ৰথাই সমাজত নাৰীৰ ওপৰত পুৰুষৰ পূৰ্ণ কৰ্তৃত্ব আৰু প্ৰভুত্বৰ কথা সূচনা কৰে।

বহুভাৰ্যা গ্ৰহণৰ বিষময় পৰিণাম কবিয়ে মহাকাব্য 'ৰঘুবংশ'তো সুন্দৰকৈ দেখুৱাইছে। কালিদাসে 'ৰঘুবংশ'ত সূৰ্যবংশীয় ৰজাসকলৰ আদৰ্শ চৰিত্ৰ বৰ্ণনা কৰিছে। প্ৰথম আঠ-সৰ্গত ৰজা দিলীপ, ৰঘু আৰু অজৰ বৰ্ণনা। নৱমৰপৰা পঞ্চদশ পৰ্যন্ত সাত সৰ্গত দশৰথ আৰু ৰামৰ চৰিত্ৰ বৰ্ণনা আৰু বাকী চাৰি সৰ্গত কুশৰপৰা অগ্নিবৰ্ণ পৰ্যন্ত ৰামৰ উত্তৰাধিকাৰীসকলৰ বৃত্তান্ত বৰ্ণনা। ইয়াৰ ভিতৰত প্ৰথম আৰু সপ্তদশ সৰ্গত এই বংশীয় ৰজাসকলৰ আদৰ্শ চৰিত্ৰ বিশেষভাৱে বৰ্ণনা কৰিছে। আদৰ্শ ৰজা দিলীপ, ৰঘু, অজ, ৰাম, অতিথি, ভৰত এই বংশতে আবিৰ্ভাৱ হৈছিল। এওঁলোকৰ দিনত ৰাজ-ধৰ্মৰ উজ্জ্বল প্ৰদীপ প্ৰজ্বলিত হৈ আছিল; কিন্তু এই

১. দেৱী—অহং খল্বাত্মনঃ সুখাৱসানেনাৰ্যপুত্ৰং নিবৃ্তশৰীৰং কৰ্তুমিচ্ছামি। (বিক্ৰমোৰ্বশীয়—তৃতীয় অঙ্ক)

উজ্জ্বলতা চিৰ দিনলৈ অবিচ্ছিন্ন গতিৰে প্ৰবহমান হৈ থকিব নোৱাৰে। সময়ৰ সোঁতত তাৰ পৰিবৰ্ত্তন অপৰিহাৰ্য। ৰঘুবংশৰ গৌৰৱময় ঔজ্জ্বল্য ম্লান হ'বলৈ ধৰিলে যেতিয়া এই বংশৰ ৰজা-সকলে বহু ভাৰ্যা গ্ৰহণৰ বাবে ব্যাকুল হ'ল।

ৰঘুবংশৰ আদি ৰজা দিলীপ সসাগৰা পৃথিৱীৰ অধীশ্বৰ। ভাৰ্যা মাথোন এগৰাকী—ধৰ্মপত্নী সুদক্ষিণা। ৰঘু, অজ আৰু দশৰথৰ অধিক ভাৰ্যা নাছিল। ৰামচন্দ্ৰৰ ভাৰ্যা কেৱল সীতা দেৱী আছিল। ৰামৰ পুত্ৰ কুশৰ ৰাজ-অন্তঃপুৰত আছিল এশজনী ভাৰ্যা।[১] ইয়াতেই আৰম্ভ হ'ল উজ্জ্বল ৰঘুবংশৰ অধঃপতনৰ সূত্ৰপাত। সাহস, শক্তি জ্ঞান, ত্যাগ, ক্ষমা, বিনয় আদিৰে যি বংশৰ পূৰ্ব্বৰ পুণ্যশ্লোক ৰাজন্যবৰ্গ ভূষিত হৈছিল, সেই বংশৰ ৰজা আজি বহু ভাৰ্যা গ্ৰহণ কৰি, মদ্যপায়ী হৈ, চৰিত্ৰ হেৰুৱাই অধঃপতনৰ চৰম সীমাত উপনীত হ'ল। সৰ্বশ্ৰেষ্ঠ ৰাজবংশৰ সৰ্বাপেক্ষা অযোগ্য বংশধৰ অগ্নি-বৰ্ণৰ কলঙ্কিত জীৱন বৰ্ণনাৰে কবিৰ কাব্য সমাপ্ত।

মহাৰাজ কুশ শৌৰ্য-বীৰ্যত অপৰাজেয়, কিন্তু বহু ভাৰ্যা গ্ৰহণ কৰি অযথা শাৰীৰিক শক্তি অপচয় কৰি শেষত দুৰ্জয় দানৱৰে সৈতে যুদ্ধ কৰি জীৱন ত্যাগ কৰিব লগীয়া হ'ল।[২] তেতিয়াই পৰিলক্ষিত হ'ল দিগ্বিজয়ী ৰঘুবংশধৰৰ কি অৱনতি। ধ্ৰুৱসন্ধি নামৰ আন এজন ৰজাই মৃগয়া কৰিবলৈ গৈ সিংহৰ হাতত প্ৰাণ হেৰুৱালে।[৩]

ৰঘুবংশীয় ৰজাসকলৰ প্ৰধান গুণ আছিল প্ৰজাবৰ্গৰ ৰক্ষণা-বেক্ষণ আৰু ভৰণ-পোষণ, জনসাধাৰণৰ জীৱন যাত্ৰাৰ প্ৰতি লক্ষ্য

১. দাতুং বা প্ৰভৱসি মামন্যস্মৈ হৰ্তুমেৱ বা দাসম্।
নাহং পুনস্তথা ত্বং যথা হি মাং শঙ্কসে ভীৰু॥

(বিক্ৰমোৰ্বশীয় ৩।১৪)

১. পশ্চাদবোধৈঃ শতশো মদীয়ৈৰ্বিগাহ্যমানো গলিতাঙ্গৰাগৈঃ। (ৰঘু ১৬।৫৮)

২. অথান সমৰে দৈত্যং দুৰ্জয়ং তেন চাৱধি। (ৰঘু ১৭।৫)

৩. মৃগয়াভাক্তো মৃগয়াবিহাৰী সিংহাদৱাপদ্বিপদং নৃসিংহঃ। (ৰঘু ১৮।৩৫)

আৰু ৰাজ্যৰ সমৃদ্ধিৰ প্ৰতি ঐকান্তিক অনুৰাগ। কিন্তু শেষ ৰজা অগ্নিবৰ্ণ সেই আদৰ্শসমূহ বিসৰ্জন দি মন্ত্ৰীৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি নিজে ৰাজান্তঃপুৰত অনেক ভাৰ্যাৰ সংসৰ্গত উন্মত্ত হৈ পৰিল। স্ত্ৰী আৰু মদৰ আসক্তিত দিন আৰু ৰাতিৰ পাৰ্থক্য নাইকিয়া হ'ল। শেষত ৰতিৰাগ-সমুদ্ভূত ক্ষয় ৰোগত আক্ৰান্ত হৈ অগ্নিৰ দৰে তেজস্বী, বহুপত্নীক অগ্নিবৰ্ণই পাণ্ডুবৰণ ধাৰণ কৰি অকালতে প্ৰাণ বিসৰ্জন দিলে :

স ত্বনেকবনিতাসখোঽপি সন্ পাবনীমনবলোক্য সন্ততিম্।
বৈদ্যযত্নপৰিভাবিনং গদং ন প্ৰদীপ ইব বায়ুমত্যগাৎ ।[১]
ৰঘুকুলৰ গৌৰৱময় সূৰ্য ইয়াতেই অস্তমিত হ'ল।

ৰজা আৰু আভিজাত্যশীল লোকে বহু ভাৰ্যা গ্ৰহণ কৰি তিৰোতাৰ ওপৰত বিশেষ প্ৰভুত্ব বিস্তাৰ কৰিছিল। তিৰোতাবিলাক আছিল পুৰুষৰ হাতৰ পুতলা-স্বৰূপ। তিৰোতাৰ ওপৰত চলোৱা পুৰুষৰ প্ৰভুত্ব-ৰূপ ব্যাধিয়ে তিৰোতাবিলাকৰ জীৱন দুৰ্বহ কৰি তুলিছিল। 'ৰঘুবংশ'ৰ সপ্তম সৰ্গত কবিয়ে পুৰুষক 'প্ৰমদামিষ'[২] বুলি অভিহিত কৰিছে। কামাসক্ত পুৰুষে তিৰোতাৰ সুকোমল দেহটোক সুস্বাদু মাংস পিণ্ড বুলি বিবেচনা কৰিছিল।

কালিদাসৰ সাহিত্যত পতিব্ৰতা, কুলবধূ নাৰীৰ বাহিৰে আন কেবাবিধো নাৰীৰ উল্লেখ পোৱা যায়; তাৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য প্ৰোষিতভৰ্তৃকা, অভিসাৰিকা আৰু বেশ্যা। এই বিভিন্ন শ্ৰেণীৰ নাৰীৰ বিষয়ে উল্লেখ কৰাৰ পূৰ্বে নাৰী সম্বন্ধে কালিদাসৰ অভিমত কি তাৰ কিঞ্চিৎ আভাসৰ প্ৰয়োজন। 'শকুন্তলা' নাটকৰ পঞ্চম অঙ্কত দেখা যায় শকুন্তলাক ৰজাই চিনিব নোৱাৰি প্ৰত্যাখ্যান কৰিলে। অৱস্থা দেখি শকুন্তলাই পূৰ্ব মিলনৰ এটি

---

১. ৰঘুবংশ—১৯।৫৩

২. আদাস্যমানঃ প্ৰমদামিষং তদাবৃত্য পন্থানমজস্য তস্থৌ। (ৰঘু ৭।৩১)

ঘটনা বৰ্ণনা কৰিলে। তেতিয়া দুষ্মন্তই ক'লে, "স্ত্ৰীজাতিৰ এনে মধুৰ মিছা কাহিনীত কামীজন ভোল যায়।" তেতিয়া গৌতমীয়ে শকুন্তলা তপোবন প্ৰতিপালিতা আৰু কপটাচাৰ সম্বন্ধে অনভিজ্ঞা বুলি ক'লে।[১] ৰজাই উত্তৰ দিলে, "স্ত্ৰীজাতিৰ স্বভাৱ-সিদ্ধ চতুৰতা বিনা শিক্ষাই মনুষ্যেতৰ প্ৰাণীসমূহৰ মাজতেই দেখা যায়, চেতনাযুক্ত মানবীৰ পক্ষে সেয়া কি কথা। কুলিবিলাকে নিজৰ পোৱালিক আকাশলৈ উৰিব পৰাৰ আগলৈকে আন পক্ষীৰ (কাউৰী) দ্বাৰা প্ৰতিপালন কৰাই লয়।"[২]

কবিয়ে 'মালৱিকাগ্নিমিত্ৰ' নাটকতো স্ত্ৰীবিলাকক স্বভাৱতে নিপুণ বুলি উল্লেখ কৰিছে। ৰজা অগ্নিমিত্ৰই বিদূষকক ক'লে, "বয়স্য নিসৰ্গনিপুণাঃ স্ত্ৰিয়ঃ।"

**প্ৰোষিতভৰ্তৃকা :** প্ৰাচীন ভাৰতীয় সমাজত কোনো বিবাহিতা স্ত্ৰীৰ স্বামী যদি প্ৰবাসত থাকে তেতিয়া সেই স্ত্ৰীক প্ৰোষিতভৰ্তৃকা বোলা হয়। স্বামী প্ৰবাসৰপৰা উভতি নহালৈকে পৱিত্ৰ সতীত্ব ৰক্ষাৰ কাৰণে স্ত্ৰী ব্ৰত পালন কৰি থাকিব লগীয়া হৈছিল। ঋষি যাজ্ঞবল্ক্যৰ মতে,

ক্ৰীড়াং শৰীৰসংস্কাৰং সমাজোৎসৱদৰ্শনম্।
হাস্যং পৰগৃহে যানং ত্যজেৎপ্ৰোষিতভৰ্তৃকা ॥[৩]

পতিব্ৰতা নাৰীৰ পতি যেতিয়া বিদেশত থাকে তেতিয়া সেই স্ত্ৰীৰ পক্ষে খেলা, শৰীৰ-প্ৰসাধন, সামাজিক উৎসৱ আদি দৰ্শন, হাঁহি, আনৰ ঘৰত বাস কৰা উচিত নহয়।

---

১. ৰাজা—এৱমাদিভিৰাত্মকাৰ্যনিৰ্বৰ্তিনীনামনৃতময়বাঙ্‌মধুভিৰাকৃষ্যন্তে বিষয়িণঃ। গৌতমী—মহাভাগ নাৰ্হস্যেৱং মন্ত্ৰয়িতুম্। তপোবন সংবৰ্ধিতোঽনভিজ্ঞোঽয়ং জনঃ কৈতৱস্য। (শকুন্তলা পঞ্চম অঙ্ক)

২. স্ত্ৰীণামশিক্ষিতপটুত্বমমানুষীষু সংদৃশ্যতে কিমুত যাঃ প্ৰতিবোধৱত্যঃ। প্ৰাগন্তৰিক্ষগমনাৎস্বমপত্যজাতমন্যৈৰ্দ্বিজৈঃ পৰভৃতাঃ খলু পোষয়ন্তি।
(শকুন্তলা ৫.২২)

৩. যাজ্ঞবল্ক্য-স্মৃতি ১.৮৪

এই সময়ছোৱাত এজনী সাধ্বী পতিব্ৰতা নাৰীয়েও যন্ত্ৰণাদায়ক জীৱন যাপন কৰিব লগীয়া হৈছিল। প্ৰোষিতভৰ্তৃকাই কোনো অলংকাৰ বা ধুনীয়া আভৰণ পিন্ধিব নোৱাৰে, মূৰৰ চুলি একবেণী বান্ধি ৰাখিব লাগে। কোনো অঙ্গত কোনো প্ৰসাধনীয় বস্তু ব্যৱহাৰ কৰিব নোৱাৰে।

কবিয়ে, 'মেঘদূত' কাব্যত বিৰহিণী যক্ষপত্নীৰ বিৰহ-ব্যথাৰ যি অপূৰ্ব আলেখ্য পাঠকৰ সন্মুখত উপস্থাপিত কৰিছে সেয়া প্ৰোষিতভৰ্তৃকাৰ মূৰ্তৰূপ। সুদূৰ প্ৰবাসস্থ পতিৰ কথা ভাবি ভাবি যক্ষপত্নীৰ শৰীৰ শুকাই-ক্ষীণাই গৈছে। পৰিধেয় বস্ত্ৰ হৈছে মলিন। নাম-গন্ধ নাই প্ৰসাধন সামগ্ৰীৰ। চক্ৰবাকক হেৰুৱাই চক্ৰবাকীৰ দৰে অকলশৰীয়া তেওঁ। কথা-বাৰ্তা হৈছে পৰিমিত। অনবৰত অশ্ৰুপাতেৰে নয়নযুগল উথহি পৰিছে। ঘনে ঘনে দীৰ্ঘ নিশ্বাসৰ উষ্ণতাৰ স্পৰ্শত 'পক্কবিম্বাধৰোষ্ঠী' হৈছে মলিন। দীঘল বেণীয়ে চন্দ্ৰমুখীৰ বদনৰ একাংশ ঢাকি ধৰিছে, যেনিবা চন্দ্ৰমাৰ দীপ্তি কলা মেঘে আৱৰি ধৰিছে। পতিৰ কল্যাণ কামনা কৰি ব্যস্ত মাথোন পূজা পাৰ্বণতে। বিৰহক্লিষ্ট যক্ষৰ ছবি আঁকি পিঞ্জৰস্থ মধুৰ-ভাষী শালিকা-চৰাইক সোধে—"সেই প্ৰিয়জনলৈ তোমাৰ মনত পৰে জানো?" বিৰহ-সংগীতৰ ধ্বনি তুলিবলৈ হাতত তুলি লোৱা বীণখনি চকুলোৰে তিতি যায়, বাৰে বাৰে মচি দিয়ে; কিন্তু স্বৰচিত সংগীত সুৰ আৰু মনলৈ নাহে।[1]

প্ৰবাসস্থ স্বামীৰ চিন্তাত নিৰ্যাতন ভুগিব লগীয়া এয়ে আছিল প্ৰোষিতভৰ্তৃকাৰ ব্ৰত।

**অভিসাৰিকা:** কবিৰ সাহিত্যত উল্লিখিত আন এবিধ নাৰী হ'ল অভিসাৰিকা। যিবিলাক স্ত্ৰী কামাভিভূতা হৈ নিজৰ ইচ্ছা অনুসৰি অন্ধকাৰ ৰাতি নিজৰ অভিপ্ৰেতজনক লগ পাবলৈ নিৰ্দিষ্ট ঠাইত গৈ

---

১. মেঘদূত—১।২৫-২৭

উপস্থিত হয় তেওঁক অভিসাৰিকা বোলে। ‘সাহিত্য-দৰ্পণ’, ‘দশৰূপক’ আদি বিভিন্ন গ্ৰন্থত অভিসাৰিকাৰ লক্ষণ নিৰ্দেশ কৰা হৈছে। কবিৰ ‘বিক্ৰমোৰ্ৱশীয়’ নাটকৰ টীকাকাৰ ৰঙ্গনাথে উদ্ধৃত কৰা অভিসাৰিকাৰ লক্ষণ হ’ল :

‘হিত্বা লজ্জাং সমাকৃষ্টা মদেন মদেনন ৰা।
অভিসাৰয়তে কান্তং স্বয়ং ৰা সাভিসাৰিকা॥’

মদ ৰা মদনৰ পৰৱশা হৈ যি নাৰীয়ে প্ৰিয়জনৰ ওচৰলৈ নিজেই আগ বাঢ়ি যায় তেওঁকেই অভিসাৰিকা বোলে।

কালিদাসে ৰতি-বিলাপত মদনক লক্ষ্য কৰি ৰতিৰ উক্তিৰ মাজেদি প্ৰকাশ কৰিছে, ‘ৰাতিৰ অন্ধকাৰাচ্ছন্ন নগৰীৰ পথে পথে মেঘ-গৰ্জনত অভিভূতা অভিসাৰিকাৰ দলক প্ৰিয়জনৰ ঠাইলৈ নিবলৈ তোমাৰ বাহিৰে আন কোন সমৰ্থ?[১] মদন-তাড়িতা অভিসাৰিকাৰ ভয়েই বা ক’ত।

এই অভিসাৰিকা সদ্বংশজাতা কুমাৰী নাইবা বিবাহিতা স্ত্ৰীও হ’ব পাৰে। অভিসাৰিকাই সদায় অনুজ্জ্বল অলংকাৰ পৰিধান কৰে; কিয়নো অলংকাৰৰ ঔজ্জ্বল্যই তেওঁলোকৰ গতিবিধি আনৰ চকুত পেলাব পাৰে। ৰাতিৰ অন্ধকাৰৰ লগত মিলি যোৱা নীল-বৰণীয়া বেশেই তেওঁলোকৰ অধিক প্ৰিয়; কাৰণ তেনে বেশত মানুহে দেখিলেও সহজে চিনিব নোৱাৰিব। এই ধৰণৰ বেশকেই ‘অভিসাৰিকা বেশ’ বোলে। এই বেশ অভিসাৰিকাসকলৰ মানসিক উত্তেজনাৰ পৰিপূৰক বুলি গণ্য। কবিয়ে ‘বিক্ৰমোৰ্ৱশীয়’ নাটকত এই অভিসাৰিকা বেশৰ উল্লেখ কৰিছে; ‘আকাশমাৰ্গেদি অভিসাৰিকা বেশেৰে উৰ্বশী আৰু চিত্ৰলেখাই প্ৰৱেশ কৰিলে। উৰ্বশীয়ে নিজকে দেখি ক’লে, “হেৰা চিত্ৰলেখা, গাত সামান্য অলংকাৰ, আৰু

---

১. ৰজনীতিমিৰাৱগুণ্ঠিতে পুৰমাৰ্গে ঘনশব্দৱিক্লৱাঃ।
ৰসতিং প্ৰিয় কামিনাং প্ৰিয়াস্ত্বদৃতে প্ৰাপয়িতুং ক ঈশ্বৰঃ॥
(কুমাৰ ৪।১১)

পিন্ধিছোঁ নীল শাৰী ; মোৰ এই অভিসাৰিকাৰ বেশ তোমাৰ জানো ভাল লাগিছে ? মোক অতি শীঘ্ৰে প্ৰিয়তমৰ ওচৰলৈ লৈ ব'লা।"[১]

কবিয়ে 'মেঘদূত'ত অভিসাৰিকাৰ উল্লেখ ছুবাৰো কৰিছে। পূৰ্ব্বমেঘত বিৰহী যক্ষই দৌত্যভাৰ গ্ৰহণ কৰা মেঘক জনাইছে, "উজ্জয়িনীৰ ৰাজপথেদি সূচিভেদ্য অন্ধকাৰত অভিসাৰিকাসকলে প্ৰিয়তমৰ আবাসলৈ যাব, তুমি বিদ্যুৎ-সঞ্চাৰে তেওঁলোকৰ পথ সুগম কৰিবা। বজ্ৰনিৰ্ঘোষ নকৰিবা, বৃষ্টিপাতো নকৰিবা—সিহঁত যে ভয়াতুৰা।"[২] যক্ষই আকৌ উত্তৰমেঘত কৈছে, "অলকা নগৰীত ৰাতিৰ অন্ধকাৰত অভিসাৰিকাৰ দলে যেতিয়া যাত্ৰা কৰে তেতিয়া দ্ৰুত গতিৰ কাৰণে সিহঁতৰ চুলিৰপৰা মন্দাৰ ফুলবোৰ সৰি সৰি পৰে।"[৩] 'ৰঘুবংশ'ৰ[৪] ষোড়শ সৰ্গতো অভিসাৰিকাৰ উল্লেখ আছে।

**বেশ্যা :** কালিদাসৰ সাহিত্যত উল্লিখিত আন এক শ্ৰেণীৰ নাৰী হ'ল বেশ্যা। কবিয়ে ভাৰতবৰ্ষৰ ইতিহাসৰ যি সময়ছোৱাৰ পৰিচয় দিছে সেয়া আছিল প্ৰাচীন ভাৰতৰ এক উজ্জ্বল গৌৰৱময় যুগ। সেই যুগ আছিল সুখ, সমৃদ্ধি, ভোগ আৰু বিলাসৰ যুগ ; তথাপি সমাজখন আছিল ধৰ্মীয় অনুশাসনৰ অধীন, উচ্চ আদৰ্শেৰে অনুপ্ৰাণিত আৰু নৈতিক চিন্তাধাৰাৰে পৰিচালিত। মানুহৰ জীৱনৰ শ্ৰেষ্ঠ আদৰ্শ আছিল আত্মাৰ উন্নতি কামনা আৰু সমাজৰ কল্যাণ সাধন কৰা। সেই সমাজখনৰ বিবাহৰ আদৰ্শ, গাৰ্হস্থ্য জীৱনৰ

---

১. (ততঃ প্ৰবিশত্যাকাশযানেনাভিসাৰিকাবেষোৰ্ব্বশী চিত্ৰলেখা চ)
উৰ্ব্বশী—(আত্মানাং বিলোক্য) হলা চিত্ৰলেখে, অপি ৰোচতে তেহয়ং মেহল্পাভৰণভূষিতো নীলাংশুকপৰিগ্ৰাহোহভিসাৰিকাবেষঃ।
...সখি মদনঃ খলু ত্বামাজ্ঞাপয়তি—শীঘ্ৰং নয় মাং তস্য সুভগস্য বসতিম্।
(বিক্ৰমোৰ্ব্বশীয় তৃতীয় অঙ্ক)

২. মেঘদূত—১।৪০

৩. গত্যুৎকম্পাদলকপতিতৈৰ্যত্ৰ মন্দাৰপুষ্পৈঃ ইত্যাদি—(মেঘদূত ২।১১)

৪. ৰঘুবংশ—১৬।১৭

দায়িত্ব আৰু সামাজিক কৰ্তব্যবোধ আছিল অতি উচ্চ স্তৰৰ। সমাজৰ যিমানেই উচ্চ আদৰ্শ, যিমানেই সমৃদ্ধ অৱস্থা নহওক কিয় লাগিলে তাত সদায় এচাম লোক থাকিব যিসকলে আৰ্থিক সমস্যাৰ কাৰণেই হওক, বা মানসিক প্ৰবৃত্তিৰ কাৰণেই হওক নাইবা জীৱনৰ কেতবোৰ অতৃপ্ত কামনাৰ বাবেই হওক, মানসিক শান্তিৰপৰা বঞ্চিত হৈ থাকিবই। বিবাহিত, অবিবাহিত যিয়েই নহওক লাগিলে, তেওঁলোকে অতৃপ্ত বাসনাৰে অভিভূত হৈ ইন্দ্ৰিয় তৃপ্তি চৰিতাৰ্থ কৰি মানসিক যন্ত্ৰণাৰপৰা অব্যাহতি পাবলৈ সুযোগ বিচাৰি বিয়াকুল হৈ ঘূৰি ফুৰে। নাৰীৰ সঙ্গ হয় তেওঁ-লোকৰ একান্ত কাম্য, সিহঁতৰ সান্নিধ্যলৈ আহি হিয়া খুলি হাঁহি-ফুৰ্তি কৰি আনিব খোজে বীতস্পৃহ জীৱনলৈ আনন্দৰ এক অমিয়া সুধা। সমাজৰ শান্তি, শৃংখলা অটুট ৰাখিবলৈ সমাজত প্ৰয়োজন হয় এচাম নাৰীৰ—উদ্‌ভ্ৰান্ত লোকৰ শান্তিৰ নিকেতন হিচাপে। এই চাম নাৰীয়েই হ'ল বেশ্যা—সমাজৰ এক অপৰিহাৰ্য অঙ্গ। বেশ্যাবিলাকে কালিদাসৰ অমৰ তুলিকাৰ পৰশ একাধিকভাৱে লাভ কৰিছে। স্বৰ্গৰ যি অপ্সৰা, পৃথিৱীৰ তেওঁ বেশ্যা। সিহঁতৰ প্ৰভেদ নাই। কবি-শিৰোমণিয়ে তেওঁৰ অন্যতম নাটক 'বিক্ৰমোৰ্বশীয়'ত স্বৰ্গৰ অপ্সৰা (বেশ্যা) উৰ্বশীকে নায়িকাৰ ৰূপত পাঠকৰ সন্মুখত উপস্থাপিত কৰিছে।

'মেঘদূত'ত কবিয়ে উল্লেখ কৰিছে, বিদিশা নগৰীৰ উপকণ্ঠত অৱস্থিত সুন্দৰ পৰ্বত, নাম নীচৈঃ। সেই পৰ্বতে, তাৰ নাগৰিক-সকলৰ যৌৱন-বিভ্ৰমী যুৱকবৃন্দক আকৰ্ষণ কৰি আনে—তাৰেই নিৰ্জন গুহাৰপৰা নিৰ্গত হোৱা, ৰতি-ক্ৰিয়াৰ বাবে ব্যৱহাৰ কৰা পণ্যস্ত্ৰী বেশ্যাবিলাকৰ সুগন্ধি দ্ৰব্যৰ সৌৰভেৰে :

> যঃ পণ্যস্ত্ৰীৰতিপৰিমলোদগাৰিভিৰ্নাগৰাণা-
> মুদ্দামানি প্ৰথয়তি শিলাৱেশ্মভিৰ্যৌৱনানি।[১]

১. মেঘদূত ১।২৬

সেই কাব্যতে কবিয়ে পুনঃ উল্লেখ কৰিছে—মহানগৰী উজ্জয়িনীত মহাকালৰ মন্দিৰ, তাত দেৱদাসী (বেশ্যা) সকলে নৃত্য কৰে, মহাকালক চামৰেৰে বা দিয়ে; তালে তালে পাদক্ষেপৰ লগে লগে তেওঁলোকৰ মেখলাৰ ঝঙ্কাৰ উঠে; ধীৰে ধীৰে বিচিত্ৰ ৰত্ন-খচিত চামৰৰ বা দিয়াত ক্ৰমে সিহঁতৰ হাত হয় ক্লান্ত। প্ৰিয়জনৰ নখ-ক্ষত হোৱা অঙ্গবোৰত তোমাৰ (মেঘৰ) বিন্দু বিন্দু বৰ্ষণ পালে তেওঁলোক তৃপ্ত হৈ তোমাৰ পিনে কৃতজ্ঞভাবে কটাক্ষপাত কৰিব—মনলৈ আহিব যেন অসংখ্য ভ্ৰমৰ তোমাৰ পিনে উৰি আহিছে।[১]

কবিয়ে আকৌ সেই একেখন কাব্যতে উল্লেখ কৰিছে, কুবেৰৰ ঘৰৰ বাহিৰত সুন্দৰ এক উপবন, নাম বৈভ্ৰাজ (চিত্ৰৰথ)। অলকাৰ প্ৰেমিকৰ ঘৰ অক্ষয় ৰত্নেৰে পৰিপূৰ্ণ। সেই প্ৰেমিকসকলে বেশ্যাশ্ৰেষ্ঠ অপ্সৰাবিলাকেৰে সৈতে তালৈ প্ৰতি দিনে আহে আৰু কিন্নৰবিলাকৰ লগত মিলি নানা গল্প কৈ দিন কটায়। কিন্নৰবিলাকে শ্ৰুতিমধুৰ উচ্চ স্বৰেৰে অলকাপতি কুবেৰৰ যশোগাথা গান কৰে।[২]

'ৰঘুবংশ'ৰ ষষ্ঠ সৰ্গত বাৰিনীৰ উল্লেখ পোৱা যায়। বাৰিনী শব্দৰ দ্বাৰা মদমত্তা নাৰী, নৰ্তকী বা বেশ্যাক বুজায়। মহাৰাজ দিলীপৰ শাসন কালত, বাৰিনীবিলাকে বিহাৰ উপবনলৈ যোৱাৰ পথত নিদ্ৰাভিভূতা হৈ মাজ পথত পৰি থাকে, কোনো বা তেওঁ-

১. পাদন্যাসৈঃ ক্বণিতৰশনাস্তত্ৰ লীলাবধূতৈ
ৰত্নচ্ছায়াখচিতবলিভিশ্চামৰৈঃ ক্লান্তহস্তাঃ।
বেশ্যাস্ত্বত্তো নখপদসুখান্প্ৰাপ্য বৰ্ষাগ্ৰবিন্দূ-
নামোক্ষ্যন্তে ত্বয়ি মধুকৰশ্ৰেণিদীৰ্ঘান্কটাক্ষান্॥ (মেঘ ১।৩৮)

২. অক্ষয্যান্তৰ্ভৱননিধয়ঃ প্ৰত্যহং ৰক্তকণ্ঠৈৰুদ্গায়দ্ভিৰ্ধনপতিযশঃ কিংনৰৈৰ্যত্ৰ সাৰ্ধম্। বৈভ্ৰাজাখ্যং বিবুধবনিতাবাৰমুখ্যাসহায়া বদ্ধালাপা বহিৰুপবনং কামিনো নিৰ্বিশন্তি। (মেঘ ২।১০)

লোকক অপহৰণ কৰিবলৈ হাত আগ বঢ়াব ; বতাহে তেওঁলোকৰ আঁচল আঁতৰাবলৈ সাহস নকৰে।[1]

'ৰঘুবংশ'ৰ উনবিংশ সৰ্গত কবিয়ে নৰ্তকীৰ উল্লেখ কৰিছে। ৰজা অগ্নিবৰ্ণ নিজে সুনিপুণ বাদক, তেওঁ মালা আৰু বলয় আন্দোলিত কৰি মৃদঙ্গ বজাই নৰ্তকীবোৰৰ মন আকৰ্ষণ কৰে আৰু নৃত্যাভিনয়ত ভুল কৰা নৰ্তকীবোৰক নাট্যাচাৰ্যবোৰৰ সন্মুখত লজ্জাভিভূতা কৰি তোলে। অৰ্থাৎ ৰজাৰ বাদ্যৰ লগত নৃত্যৰ তাল-মান ৰাখিব নোৱাৰি নৰ্তকীবিলাক লজ্জিত হয়।[2]

সেই একে সন্দৰ্ভতে কবিয়ে ৰজা অগ্নিবৰ্ণক 'পৰিজনাঙ্গনা'-বোৰৰ সংসৰ্গ কুসুম শয্যাশোভিত লতাগৃহত উপভোগ কৰাৰ কথা উল্লেখ কৰিছে। এই পৰিজনাঙ্গনাবোৰ দাসী হ'লেও একপ্ৰকাৰ বেশ্যা বুলিয়েই অনুমান হয়।[3]

**মদ্যপান ঃ** কালিদাসৰ সমাজত নাৰী সম্বন্ধে কিছু আলোচনাৰ পিছত আন এটা দিশলৈ অহা যাওক। কবিৰ সমাজত মদ্যপানৰ প্ৰচুৰ প্ৰচলন আছিল। সেই সময়ত বিভিন্ন উপকৰণৰপৰা মদ প্ৰস্তুত কৰা হৈছিল আৰু মদৰ বিভিন্ন নামকৰণো কৰা হৈছিল, যেনে—সুৰা, সিধু, আসৱ, কোহল, পুষ্পসাৰ, মধু, বাৰুণী, কাদম্বৰী, হাল, মদিৰা, শৌণ্ডিকা আদি। কবিৰ সাহিত্যত এই আটাইবোৰ মদৰ নাম পোৱা যায়।

সমাজত সকলো বৰ্ণৰ লোকে মদ্য পান কৰিছিল। অপেক্ষাকৃত-ভাৱে ব্ৰাহ্মণতকৈ ক্ষত্ৰিয়সকলৰ মাজত ইয়াৰ প্ৰচলন অধিক আছিল। যৌন পৰিতৃপ্তিৰ কাৰণে সাধাৰণ মানুহেও মদ্য পান কৰিছিল। তিৰোতাবিলাকে অবাধিত গতিৰে মদ্য সেৱন কৰিছিল। তেওঁ-

১. যস্মিন্মহীং শাসতি বাণিনীনাং নিদ্ৰাং বিহাৰাৰ্ধপথে গতানাম্।
বাতোঽপি নাস্ৰংসয়দংশুকানি কো লম্বয়েদাহৰণায় হস্তম্॥ (ৰঘু ৬।৭৫)

২. ৰঘুবংশ ১৯।১৪

৩. ৰঘুবংশ ১৯।২৩

লোকৰ বিশ্বাস, মদে তেওঁলোকৰ মুখমণ্ডল আৰু ওঠৰ বৰণ বক্তাভ কৰি সৌন্দৰ্য বৃদ্ধিত সহায় কৰে আৰু সেই ভাবে প্ৰিয়জন নাইৰা পতিৰ সান্নিধ্য যেন বিশেষভাৱে উপভোগ কৰিব পাৰে।

'কুমাৰসম্ভৱ'ত পতি হেৰুৱা ৰতিয়ে ক্ষোভ কৰিছে, যি মদে প্ৰমদা-বিলাকৰ চকু ৰঙা বৰণীয়া কৰি ঘূৰাই পেলাইছিল, পদে পদে কথাৰ সংলগ্নতা নাইকিয়া কৰিছিল—এতিয়া তোমাৰ অভাৱত সেয়া তেওঁ-লোকৰ পক্ষে বিড়ম্বনা মাথোন হৈ পৰিছে। ৰতিৰ মনৰ অভিপ্ৰায়, মদন নাথাকিলে মদে কি কৰিব? মদনৰ সহযোগতহে মদৰ ৰং চৰে:

নয়নান্যৰুণানি ঘূৰ্ণয়ন্বচনানি স্খলয়ন্ পদে পদে।
অসতি ত্বয়ি বাৰুণীমদঃ প্ৰমদানামধুনা বিড়ম্বনা॥[১]

কবিয়ে ইয়াত বাৰুণী মদৰ কথা উল্লেখ কৰিছে।

'মালবিকাগ্নিমিত্ৰ' নাটকত দেখা যায় ৰাণী ইৰাৱতী আছিল মদৰ প্ৰতি একান্ত আসক্তা। মদ্য পান কৰি ৰাণীয়ে নিপুণিকাক সুধিলে, "মদত মতলীয়া নাৰীয়ে হেনো বিশেষ সৌন্দৰ্য লাভ কৰে আৰু তেনে নাৰী হেনো অধিক আকৰ্ষণৰ কাৰণ হৈ উঠে"।[২] মোক ৰাক কেনে লাগিছে। ৰাণীৰ ধাৰণা মদৰ নিচাতহে যেন তেওঁ অতি মৰম লগা হৈ উঠে। এই সম্ভ্ৰান্ত ৰাণীয়ে দিনতে মদ পান কৰিছিল।

'ৰঘুবংশত' কবিয়ে বসন্তবিলাস বৰ্ণনাত উল্লেখ কৰিছে, তিৰোতা-বিলাকে ললিত বিলাসৰ সহযোগী আৰু ৰতি-ভাৱৰ উদ্দীপক মদ প্ৰিয়জনেৰে সৈতে পান কৰিবলৈ ধৰিলে। সেই সুবাসিত মদে বকুল ফুলৰ গন্ধকো পৰাভূত কৰিলে:

পতিষু নিৰ্বিবিশুৰ্মধুমঙ্গনাঃ স্মৰসখং ৰসখণ্ডনবৰ্জিতম্।[৩]

---

১. কুমাৰসম্ভৱ—৪।১২

২. (ততঃ প্ৰবিশতি যুক্তমদা ইৰাৱতী চেটী চ)
ইৰাৱতী—হঞ্জে নিপুণিকে, শৃণোমি বহুশো মদঃ কিল স্ত্ৰীজনস্য বিশেষমণ্ডনমিতি। (মালবিকাগ্নিমিত্ৰ—তৃতীয়-অঙ্ক)

৩. ৰঘুবংশ—৯।৩৬

ইয়াত মদক মধু বুলি কোৱা হৈছে। ইয়াৰপৰা আন এটা কথা অনুমান কৰিব পাৰি যে কবিৰ সময়ত ভাৰতত সুগন্ধি মদ তৈয়াৰ হৈছিল।

আকৌ সেই কাব্যৰ উনবিংশ সৰ্গত কবিয়ে ব্যক্ত কৰিছে, বসন্তৰ আগমনৰ লগে লগে অগ্নিবৰ্ণৰ কাম-বাসনা কৃশ হৈ গ'ল। তেতিয়া তেওঁ আমৰ পল্লৱ মিশ্ৰিত আৰু পাটল কুসুমৰ ৰাগৰঞ্জিত মদ্য পান কৰিবলৈ ধৰিলে, তাৰ পিছত তেওঁ পুনৰ প্ৰবল উৎসাহেৰে উদ্দীপিত হৈ উঠিল:

যৎস লগ্নসহকাৰমাসৱং ৰক্তপাটলসমাগমং পপৌ।[১]

ইয়াৰপৰা অনুমান হয় মদৰ পাত্ৰত আমৰ কলি আৰু পাটল ফুল তিয়াই ৰাখিলে মদ সুগন্ধি হয়। ইয়াত মদক আসৱ বোলা হৈছে। সেই কাব্যৰ অষ্টম সৰ্গত দেখা যায় পত্নী ইন্দুমতীৰ মৃত্যু-শোকত অধীৰ হৈ ৰজা অজই কয়, "তুমি (ইন্দুমতী) মোৰে সৈতে মদ্য পান কৰিছিলা, আৰক্ত নয়নেৰে মোৰ প্ৰতি কটাক্ষ বৰ্ষণ কৰি অতিশয় আনন্দিত হৈছিলা। এতিয়া সেই অনিৰ্বচনীয় সুখৰপৰা বঞ্চিত হৈ পৰলোকত তুমি থাকিবা কেনেকৈ?[২]

'অভিজ্ঞানশকুন্তল'ত মদৰ আন দুবিধ নাম পোৱা যায় কাদম্বৰী (কদম্ব ফুলৰপৰা প্ৰস্তুত কৰা মদ) আৰু শুণ্ডা। কবিৰ সমাজত মদৰ দোকান (শৌণ্ডিকাপণী) আছিল আৰু তাৰপৰা মদ বিক্ৰী হৈছিল। মদ বিক্ৰেতাক শৌণ্ডিক বোলা হৈছিল। মানুহে একেলগে দোকানত মদ পান কৰিছিল। নিম্ন স্তৰৰ মানুহৰ প্ৰথম বন্ধুত্ব স্থাপন হৈছিল মদৰ মাধ্যমেৰে। মদৰ পিলাছেই আছিল তেওঁলোকৰ বন্ধুত্বৰ যোগসূত্ৰ।[৩]

---

১. ৰঘুবংশ ১৯।৪৬

২. ৰঘুবংশ ৮।৬৮

৩. শ্যালঃ—ধীৱৰ মহত্তৰস্ত্বং প্ৰিয়ৱয়স্যক ইদানীং মে সংবৃত্তঃ।
কাদম্বৰীসাক্ষিকমস্মাকং প্ৰথমসৌহৃদমিষ্যতে। তচ্ছৌণ্ডিকাপণমেৱ গচ্ছামঃ।
(শকুন্তলা-ষষ্ঠ-অঙ্ক)

যি মদৰ দোকানৰ কথা উল্লেখ কৰা হ'ল, সেয়া আছিল সৰ্বসাধাৰণৰ কাৰণে। ৰজা আৰু আঢ্যৱন্ত লোকসকলে নিজৰ বাসস্থানতে মদ তৈয়াৰ কৰি লৈছিল আৰু ভিতৰুৱাকৈ তাক পান কৰিছিল। 'ৰঘুবংশ'ৰ ঊনবিংশ সৰ্গত পোৱা যায়, ৰজা অগ্নিবৰ্ণই প্ৰিয়তমাৰে সৈতে মধুগন্ধৰ গন্ধৰ দ্বাৰা মনোহাৰিণী পানভূমিলৈ গমন কৰিছিল আৰু অঙ্গনাবোৰৰ মুখাসব পান কৰি আনন্দত বিভোৰ হৈছিল।[১] সেই কাব্যৰ চতুৰ্থ সৰ্গত পোৱা যায়—মদ্য পান কৰিবলৈ উপযুক্ত স্থান আৰু উপযুক্ত উপকৰণ ব্যৱহাৰ কৰা হৈছিল।[২] ৰঘুৰ সৈন্যবিলাকে পাৰ্বতীয়সকলক পৰাজয় কৰি পানৰ উপযোগী স্থান (drinking booth) তৈয়াৰ কৰি তাম্বুলীপত্ৰপুটত (পাণৰ ঠোঙাত) নাৰিকেলাসব (মদ) পান কৰিছিল।

'মেঘদূতত' কবিয়ে মদিৰা[৩] আৰু হাল[৪] নামৰ মদৰ উল্লেখ কৰিছে। 'ঋতুসংহাৰ'ত কবিয়ে উল্লেখ কৰিছে, যুৱতীৰ মুখ মদৰ গন্ধেৰে সুবাসিত হ'লেহে অধিক আকৰ্ষণীয় হৈ উঠে (সুবাসৱামোদিতৱক্ত্ৰপঙ্কজাঃ)[৫] তিৰোতাবিলাকে যেতিয়া মদ পান কৰি অস্পষ্ট ভাষাৰে কথা কয় আৰু অস্থিৰভাৱে খোজ কাঢ়ে, তেতিয়া প্ৰেমিকসকলে তাক প্ৰণয়িণীৰ বিলাসভঙ্গী বুলি উপভোগ কৰে; কবিয়ে 'মালৱিকাগ্নিমিত্ৰ' নাটকত তাক প্ৰকাশ কৰিছে। মদ বিশেষকৈ যৌন পৰিতৃপ্তিৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল। মদৰ মাদকতা অধিক হ'লে তাক উপশম কৰিবলৈ 'মৎস্যণ্ডিকা' ব্যৱহাৰ কৰা হৈছিল। মৎস্যণ্ডিকা এবিধ চেনি, ইয়াৰ বৰণ বগা বালিৰ দৰে আৰু মাছৰ কণীৰ দৰে সৰু কোমল। (শীধুপানোদ্বেজিতস্য মৎস্যণ্ডিকা উপনতা)।[৬]

---

১. ৰঘুবংশ ১৯।১১-১২
২. ঐ ৪।৪২
৩. মেঘদূত ২।১৮
৪. ঐ ১।৪৯
৫. ঋতুসংহাৰ ৫।৫
৬. মালৱিকাগ্নিমিত্ৰ—তৃতীয় অঙ্ক।

এইটো বিশেষভাৱে মন কৰিব লগীয়া যে কালিদাসৰ সমাজত বিবাহ, যজ্ঞ নাইবা পবিত্ৰ অনুষ্ঠানত মদ ব্যৱহাৰ কৰা হোৱা নাছিল। কালিদাসৰ সাহিত্যত এনে অনুষ্ঠানত সোমৰস পানৰো উল্লেখ নাই।

কালিদাসৰ সমাজত খাদ্যৰ যি প্ৰচলন আছিল তাক খাইকৈ দুভাগত ভাগ কৰিব পাৰি ; যেনে, নিৰামিষ আৰু আমিষ। প্ৰাচীন ভাৰতবৰ্ষ ঋষি-মুনি, সাধু-সংন্যাসীৰে ভৰপূৰ আছিল। তেওঁলোক আছিল নিৰামিষ-ভোজী আশ্ৰমবাসী। তেওঁলোকৰ প্ৰধান খাদ্য আছিল গছৰ ফলমূল, শাক-পাচলি, গৰুৰ গাখীৰ আৰু নীবাৰ ধানৰ চাউল। কবিয়ে সংন্যাসীসকলক 'বন্যবৃত্তি' (অৰ্থাৎ কন্দমূল আদি যিসকলৰ আহাৰ) বুলি অভিহিত কৰিছে : বন্যবৃত্তিৰিমাম্ ইত্যাদি।[১] মুনিসকল বাস কৰা আশ্ৰমবোৰ আছিল ফলৰ গছেৰে পৰিপূৰ্ণ। মহাত্মা শৰভঙ্গ ঋষিৰ আশ্ৰমৰ পুত্ৰকল্পফলিত বৃক্ষসমূহৰ ওপৰতে অতিথি সংকাৰৰ ভাৰ ন্যস্ত আছিল, সেই বৃক্ষসমূহে ছায়া দান কৰি পথিকৰ শ্ৰান্তি অপনোদন আৰু ফল দানেৰে ক্ষুধা নিবাৰণ কৰি শান্তি দিছিল।[২] সেই সাধু সংন্যাসীবোৰৰ নীবাৰ ধানৰ চাউল আছিল প্ৰধান খাদ্য। এই নীবাৰ ধান বিনা পৰিশ্ৰমে আপোনা-আপুনি উৎপন্ন হৈছিল। তেওঁলোকে সেই ধানবোৰ পথাৰৰপৰা সংগ্ৰহ কৰি আনি জীৱিকা নিৰ্বাহ কৰিছিল। সেইকাৰণে তেওঁ-লোকক উঞ্ছবৃত্তি বোলা হৈছিল। মহৰ্ষি বৰতন্তুৰ শিষ্য কৌৎস্য দক্ষিণাৰ অভিলাষী হৈ মহাৰাজ ৰঘুৰ ওচৰ চপাত ৰঘুৱে তেওঁক সুধিলে, "আপোনালোকৰ জীৱিকা নিৰ্বাহৰ মূল নীবাৰ, শ্যামাক আদি বন্য দ্ৰব্যসমূহ অক্ষত আছেনে?"[৩] 'শকুন্তলা' নাটকতো মহৰ্ষি কণ্বৰ আশ্ৰমত ৰজা দুষ্মন্ত উপস্থিত হৈ সাৱধিক ক'লে, "গছৰ

১. ৰঘুবংশ ১।৮

২. ছায়াবিনীতাধ্বপৰিশ্ৰমেষু ভূয়িষ্ঠসংভাব্যফলেষমীষু।
তস্যাতিথীনামধুনা সপৰ্যা স্থিতা সুপুত্ৰেষিব পাদপেষু॥ (ৰঘু ১৩।৪৬)

৩. নীৱাৰপাকাদি কড়ংগৰীয়ৈৰামৃশ্যতে জানপদৈৰ্ন কচ্চিৎ।
কালোপপন্নাতিথিকল্প্যভাগং বন্যং শৰীৰস্থিতিসাধনং বঃ॥ (ৰঘু ৫।৯)

খোৰোঙৰ মুখৰপৰা নীবাৰ ধানবোৰ ওলাই তলত পৰি আছে। সেই খোৰোংবোৰত ভাটৌ চৰায়ে বাহ লয়।”[1]

ইয়াৰ বিপৰীতে আন এক শ্ৰেণীৰ লোক আছিল। সিসকলৰ প্ৰধান খাদ্য আছিল মাংস। অৰ্থাৎ সিসকল সম্পূৰ্ণ আমিষ-ভোজী। সমাজত ৰাক্ষস বুলিয়ে তেওঁলোক পৰিচিত। তেওঁলোকে কেৱল জন্তুৰ মাংসৰ ওপৰত নিৰ্ভৰ কৰি জীৱিকা নিৰ্বাহ কৰিছিল। সেই কাৰণে তেওঁলোকক ‘ক্ৰব্যাদ’[2] বুলি কোৱা হৈছিল। ক্ৰব্যাদ মানে কেচা মঙহ ভক্ষণকাৰী। ‘শকুন্তলা’ নাটকত এই বিলাকক ‘পিশিতাশন’[3] বুলি কোৱা হৈছে। পিশিতাশনৰ অৰ্থ কেচা মাংসভোজী। লৱণ ৰাক্ষসে সদায় বনৰ পশুবোৰ হত্যা কৰি আনি নিতৌ ভোজন কৰিছিল।

সমাজৰ এই দুই শ্ৰেণীৰ লোকৰ বাহিৰে আনবোৰ লোক আছিল ৰুচি অনুসৰি আমিষ আৰু নিৰামিষ উভয় বিধৰ। মাংসাহাৰ কোনো জাতিৰ পক্ষে নিষেধ নাছিল; ‘শকুন্তলা’ নাটকত মৃগয়া-বিহাৰী ৰজা দুষ্মন্তেৰে সৈতে নৈষ্ঠিক ব্ৰাহ্মণ বিদূষকে লোৰ শলাত সিজোৱা মাংস ভক্ষণ কৰা বুলি উল্লেখ আছে: ‘শূল্যমাংসভূয়িষ্ঠ আহাৰো ভুজ্যতে’[4]। ইয়াৰপৰা এইটো স্পষ্ট বুজা যায়, কালিদাসৰ সময়লৈকে ব্ৰাহ্মণবিলাকেও মাংস ভোজন কৰিছিল। কালিদাসৰ সাহিত্যত পশু-মাংস ভোজনৰ উল্লেখ আছে যদিও গোমাংস ভোজনৰ উল্লেখ কোনো ঠাইতে নাই। যদিও প্ৰাচীন ভাৰতবৰ্ষত হিন্দু সমাজত গো-হত্যাৰ প্ৰচলন আছিল, কালিদাসৰ যুগত সেয়া সম্পূৰ্ণ নিষিদ্ধ আছিল বৰং তেওঁৰ যুগত গো-পূজাৰ প্ৰচলন হৈছিল।

---

১. নীৱাৰাঃ শুকগৰ্ভকোটৰমুখভ্ৰষ্টাস্তৰূণামধঃ (শকুন্তলা ১।১৪)

২. ৰঘুবংশ ১৫।১৬

৩. শকুন্তলা ৩।২৫

৪. ঐ ২য় অঙ্ক

গো-সেৱাই ৰঘু কুলৰ মূল কাৰণ। সমাজত মানুহে গো পালন কৰিছিল, ভক্ষণ কৰা নাছিল। গৰুৰ গাখীৰৰপৰা বিবিধ প্ৰকাৰৰ মিঠাই তৈয়াৰ কৰা হৈছিল। ঘিউ আছিল অতি প্ৰিয় খাদ্য। মহাৰাজ দিলীপ পত্নীৰে সৈতে কুলগুৰু বশিষ্ঠৰ আশ্ৰমলৈ যোৱাৰ পথত বৃদ্ধ গোৱালাবিলাকে গৰুৰ 'টাট্‌কা' ঘিউৰে সম্বৰ্দ্ধনা জনাইছিল 'হৈয়ঙ্গবীনমাদায় ঘোষবৃদ্ধানুপস্থিতান্'।[1] 'শকুন্তলা' নাটকৰ দ্বিতীয় অঙ্কত দুবিধ খাদ্য দ্ৰব্যৰ নাম পোৱা, যায়—খেজুৰ আৰু তেতেলী। বিদূষকে ৰজাক কয়, "পিণ্ডখৰ্জুৰৈৰুদ্বেজিতস্য তিন্তিণ্যামভিলাষো ভৱেৎ।" মধুৰ খেজুৰ মুখ ভৰাই খাই অৰুচি হ'লে তেতেলী খোৱাৰ ইচ্ছা হোৱা স্বভাৱিক। সেই নাটকৰ একে অঙ্কতে বিদূষকে 'মোদক' বুলি এবিধ মিঠাইৰ উল্লেখ কৰিছে: 'কিংমোদকখণ্ডিকায়াম্'। মোদক মুখেৰে চোবাই খোৱা এবিধ মিঠাই। ই একপ্ৰকাৰৰ চেনিৰ লাড়ু। 'বিক্ৰমোৰ্ৱশীয়, নাটকতো বিদূষকে কৈছে: 'এষ খণ্ডমোদক সশ্ৰীক উদিতো ৰাজা দ্বিজাতীনাম্': দ্বিজৰাজ চন্দ্ৰ একালে ভগা চেনিৰ লাড়ুৰ দৰে উদয় হৈছে। 'মালবিকাগ্নিমিত্ৰ' নাটকৰ চতুৰ্থ অঙ্কত নিপুণিকাই বিদূষকক লক্ষ্য কৰি কৈছে—সকলো সময়তে স্বস্তি বচন বুলি, পেট ভৰাই মিঠাই খাই এতিয়া টোপনিত মালবিকাক মাতিছে: 'সৰ্ব্বকালমিত এষ স্বস্তিবাচনমোদকৈঃ কুক্ষিং পূৰয়িত্বা সাংপ্ৰতং মালবিকামুৎস্বপ্নায়তে'। 'বিক্ৰমোৰ্ৱশীয়' নাটকৰ তৃতীয় অঙ্কত বিদূষকে শিখৰিণী আৰু ৰসালৰ উল্লেখ কৰিছে: 'অহমপি যদা শিখৰিণীং ৰসালং চ ন লভে তদৈতৎপ্ৰাৰ্থয়মানঃ সংকীৰ্তয়ন্নাশ্বসিমি'[2]

১. ৰঘুবংশ ১।৪৫

২. শিখৰিণী আৰু ৰসাল সম্বন্ধে 'বিক্ৰমোৰ্ৱশী' নাটকৰ টীকাকাৰ ৰঙ্গনাথে উল্লেখ কৰিছে 'এলালবঙ্গকৰ্পূৰাদিসুৰভিদ্ৰব্যমিশ্ৰিতং দুগ্ধেন সহ গালিতং সিতাসংগতং দধি শিখৰিণীত্যুচ্যতে। ৰথ্যাতিৰিক্তপূৰ্বোক্তদ্ৰব্যমিশ্ৰিতঃ পক্বকদলীফলাদ্যঃলাবোঽপি তৎপদবাচ্যঃ। ৰসালস্যাম্ৰবিশেষফলম্।' ইতি ৰঙ্গনাথঃ।

মোয়ো যেতিয়া শিখৰিণীৰ কাহি আৰু সম্বাদু আম নাপাওঁ, তেতিয়া সেইবোৰৰ নাম লৈয়ে সান্ত্বনা লভোঁ আৰু সেইবোৰ পাবলৈ অভিলাষ কৰোঁ। শিখৰিণী এবিধ মিঠাই। ইয়াক দৈ গাখীৰেৰে সৈতে চেনি, লবঙ্গ, কর্পূৰ আদি বস্তু মিহলাই প্ৰস্তুত কৰা হয় আৰু পকা কলৰ লগত মিহলাই খোৱা হয়। কুঁহিয়াৰৰপৰা কিছুমান মিঠাই-জাতীয় বস্তু তৈয়াৰ কৰি খোৱা হৈছিল, যেনে—গুড়। 'মালৱিকাগ্নিমিত্ৰ'ত মৎস্যণ্ডিকা নামৰ চেনি বিশেষৰ উল্লেখ আছে। উৎকট মাদকতাৰ উপশমৰ বাবে এই চেনিৰ ৰস বিশেষ ফলদায়ক। গাখীৰৰপৰা প্ৰস্তুত কৰা দৈ, মাখন ঘিউ, আদিৰ উপৰি পায়সান্নবো[১] উল্লেখ আছে। সমাজৰ লোক প্ৰায় কৃষিজীৱী আছিল। শালি[২], কলম[৩], নীৱাৰ আদি ধানৰ চাউল ব্যৱহাৰ কৰিছিল।

**সাজ-পাৰ ঃ** খাদ্য, বাস-গৃহৰ উপৰিও মানুহৰ আন একান্ত প্ৰয়োজনীয় সামগ্ৰী হ'ল পিন্ধা কাপোৰ। ইতৰ প্ৰাণীৰপৰা মানুহক পৃথক কৰাৰ অন্যতম উপাদান হ'ল সাজ-পাৰ। বেশ-ভূষাই প্ৰয়োজন সাধন কৰাৰ লগে লগে ই মানুহৰ সৌন্দৰ্যও বঢ়ায়। শিল্পী কালিদাসে কয়, মানুহৰ আকৃতি যদি সুন্দৰ হয়, শাৰীৰিক অবয়বসমূহ যদি সুন্দৰ-সুঠাম হয়, তেনেহ'লে যিকোনো বেশেই তেওঁক সৌন্দৰ্যমণ্ডিত কৰি তোলে। 'অভিজ্ঞানশকুন্তল'ত দেখা যায় ৰজা দুষ্যন্তই গছৰ বাকলি পৰিধান কৰা শকুন্তলাক দেখি মন্তব্য কৰিলে, স্বভাৱ-সুন্দৰ ৰমণীয় আকৃতিসমূহৰ কি বস্তুৱেইবা তেওঁলোকৰ অলংকাৰ নহয়? 'কিমিৱ হি মধুৰাণাং মণ্ডনং নাকৃতীনাম্।'[৪] 'মালৱিকাগ্নিমিত্ৰ' নাটকত অগ্নিমিত্ৰই মালৱিকাক লক্ষ্য কৰি কয়,

১. ৰঘুবংশ ১০।৫১
২. ঐ ১৫।৭৮; ১৭।৫৩
৩. ঐ ৪।৩৭
৪. শকুন্তলা ১।১৮

প্ৰতিটি অঙ্গৰে কি অপূৰ্ব ৰূপ 'অহো সৰ্বস্থানানৰ্ভতা ৰূপস্য।'[১] এনে অপৰূপৰ বাবে বিশেষ বেশৰ প্ৰয়োজনেই বা কি? 'কুমাৰসম্ভৱ'তো কবিয়ে উল্লেখ কৰিছে, প্ৰসিদ্ধ চুলিকোছাৰে পাৰ্বতীৰ মুখখন আগেয়ে যেনে ধুনীয়া দেখা গৈছিল এতিয়া জটাজাল ধাৰণ কৰাতো একে ধৰণেই ধুনীয়া দেখা গৈছে: 'যথা প্ৰসিদ্ধৈৰ্মধুৰং শিৰোৰুহৈৰ্জটাভিৰ-প্যেৱমভূত্তদাননম্।'[২] শৰীৰৰ স্বাভাৱিক সৌন্দৰ্যক বেশ-ভূষাই সুন্দৰ কৰি তোলে। কিন্তু সেই বেশ-ভূষা যদি সুৰুচিসম্পন্ন নহয় নাইবা তাৰ অতিশয্য ঘটে তেতিয়া সেই স্বাভাৱিক সৌন্দৰ্যৰ গৰিমা বিনষ্ট হয়।

কালিদাসৰ সাহিত্যত ভিন ভিন কাৰ্যৰ বাবে ভিন ভিন পোছাক ব্যৱহাৰৰ উল্লেখ পোৱা যায়। ইয়াৰ দ্বাৰা সেই সমাজৰ লোকসকলৰ পোছাক সম্বন্ধে যে যথেষ্ট ৰুচিবোধ আছিল তাক স্পষ্টকৈ বুজিব পাৰি। কাৰ্যোপযোগী সাজ সংস্কৃতি আৰু সভ্যতাৰ নিচান-স্বৰূপ। 'অভিজ্ঞানশকুন্তল'ত পোৱা যায়, মহাৰাজ দুষ্যন্তই মহৰ্ষি কণ্বৰ আশ্ৰমত প্ৰৱেশ কৰাৰ পূৰ্বে প্ৰকাশ কৰিলে, বিনীত বেশেৰে (humble dress) তপোবনত প্ৰৱেশ কৰা উচিত: 'বিনীতৱেষেণ প্ৰৱেষ্টব্যানি তপোৱনানি নাম।'[৩] তপোবনৰ পৰিৱেশৰ লগত সমন্বয় ৰাখি ৰজাই সাধাৰণ সাজেৰে তাত প্ৰৱেশ কৰিছিল। এয়া আছিল ভাৰতীয় সংস্কৃতিৰ আন এটা দিশ। মহাৰাজ দিলীপে পত্নীৰে সৈতে মহৰ্ষি বশিষ্ঠৰ আশ্ৰমলৈ শুদ্ধ বেশেৰে গৈছিল: 'ব্ৰজতোঃ শুদ্ধৱেষয়োঃ'[৪]

বিদ্যাৰ্থী ব্ৰহ্মচাৰী ৰাজকুমাৰ হলেও বিদ্যা গ্ৰহণৰ উপযোগী সাজহে ব্যৱহাৰ কৰিছিল। 'ৰঘুবংশ'ত দেখা যায়, ৰাজকুমাৰ ৰঘু পৱিত্ৰ

---

২. মালবিকাগ্নিমিত্ৰ—২য় অঙ্ক।

৩. কুমাৰসম্ভৱ ৫।৯

৪. শকুন্তলা ১ম অঙ্ক।

৫. ৰঘুবংশ— ১।৪৬

ৰৌৰৱ (কৃষ্ণসাৰ মৃগচৰ্ম) পৰিধান কৰি পিতাকৰ ওচৰত মন্ত্ৰযুক্ত অস্ত্ৰ-শিক্ষা কৰিবলৈ ধৰিলে।[১] বিদ্যা-গ্ৰহণৰ সময়ছোৱাত এই ধৰণৰ বেশ পৰিধানৰ নিৰ্দেশ ধৰ্মশাস্ত্ৰত[২] বিধান কৰা আছে।

যুৱৰাজসকলৰ অভিষেকৰ সময়ত ৰাজোচিত বেশ-ভূষাৰে তেওঁলোকক সুসজ্জিত কৰিবলৈ প্ৰসাধকক নিয়োগ কৰা হৈছিল। বিবাহৰ সময়তো দৰাক পৰিপাটিকৈ বেশ-বিন্যাস কৰিবলৈ প্ৰসাধকক নিয়োগ কৰা প্ৰথা প্ৰচলিত আছিল। 'ৰঘুবংশ'ত দেখা যায়, যুৱৰাজ অতিথিক প্ৰসাধকবোৰে মাল্য আভৰণ আৰু হংস-চিহ্নেৰে চিত্ৰিত দুকুল অৰ্থাৎ পাটৰ বস্ত্ৰ পিন্ধাই, বসন আৰু ভূষণেৰে সুসজ্জিত কৰিছিল। কস্তুৰি-সুবাসিত চন্দনেৰে অঙ্গৰাগ আৰু গোৰচনাৰে পত্ৰ ৰচনা কৰিছিল।[৩] মৃগয়ান্বেষী ৰজাসকলে মৃগয়াৰ উপযোগী বেশ লৈ মৃগয়া কৰিবলৈ গৈছিল। 'ৰঘুবংশ'ৰ নৱম সৰ্গত দেখা যায়, মহাৰাজ দশৰথে মৃগয়া-বিহাৰোচিত বেশ পৰিধান কৰি বন-পুষ্প মালাৰে কেশ-পাশ বান্ধিলৈ অৰণ্যত বিচৰণ কৰিবলৈ ধৰিলে :

'মৃগৱনোপগমক্ষমবেৰভৃদ্বিপুলকণ্ঠনিষক্তশৰাসনঃ।
গগনমশ্বখুৰোদ্ধতৰেণুভির্নৃসবিতা স বিতানমিৱাকৰোৎ ॥
গ্ৰথিতমৌলিৰসৌ ৱনমালয়া..............................।[৪]

যজ্ঞানুষ্ঠানত ব্ৰতী হোৱাৰ সময়ত পৰিধেয় সামগ্ৰী আছিল আন ধৰণৰ। 'ৰঘুবংশ'ৰ সেই একে সৰ্গতে পোৱা যায়, মহাৰাজ দশৰথে

---

১. ত্বচং স মেধ্যাং পৰিধায় ৰৌৰৱীমশিক্ষতাস্ত্ৰং পিতুৰেৱ মন্ত্ৰৱৎ (ৰঘু ৩।৩১)

২. কাৰ্ষ্ণৰৌৰৱবাস্তানি চৰ্মাণি ব্ৰহ্মচাৰিণঃ।
ৱসীৰন্নানুপূৰ্ব্বেণ শাণক্ষৌমাবিকানি চ ॥ (মনু ২।৪১)

৩. 'আকল্পসাধনৈস্তৈস্তৈৰুপসেদুঃ প্ৰসাধকাঃ।'
চন্দনেনাঙ্গৰাগং চ মৃগনাভিসুগন্ধিনা।
সমাপয্য ততশ্চক্ৰুঃ পত্ৰং ৱিন্যস্তৰোচনম্ ॥
আমুক্তাভৰণঃ স্ৰগ্বী হংসচিহ্নদুকূলৱান্ ॥
আসীদতিশয়প্ৰেক্ষ্যঃ স ৰাজ্যশ্ৰীৱধূৱৰঃ ॥ (ৰঘু ১৭।২২; ২৪-২৫)

৪. ৰঘুবংশ ৯।৫০-৫১

অশ্বমেধ যজ্ঞানুষ্ঠানত ব্ৰতী হৈ মৌন অৱলম্বন কৰি কৃষ্ণসাৰ চৰ্ম, ডিমৰুৰ দণ্ড, কুশনিৰ্মিত মেখলা আৰু হৰিণৰ শিং ধাৰণ কৰিলে।[১]

স্বয়ংবৰলৈ যোৱাৰ সময়ত পৰিধান কৰা বিশেষ বেশ-বিন্যাসৰ উল্লেখ 'ৰঘুবংশ'ৰ ষষ্ঠ সৰ্গত পোৱা যায়, যুৱৰাজ অজ প্ৰসাধন-দক্ষ বেশ-কাৰকৰ দ্বাৰা স্বয়ংবৰোচিত বেশেৰে সজ্জিত হৈ স্বয়ংবৰ সভাস্থ ৰাজসভাত গৈ উপস্থিত হ'ল।[২]

বিবাহৰ সময়ত মাত্ৰ এযোৰ কাপোৰ পৰিধান কৰাৰ ব্যৱস্থা আছিল। যুৱৰাজ অজক বিবাহৰ সময়ত ভোজৰজাই মাত্ৰ এযোৰ পাটৰ কাপোৰ দিছিল।[৩]

'কুমাৰসম্ভৱ'ত পাৰ্বতীৰ বিবাহৰ সময়ত পোৱা যায়, পাৰ্বতীয়ে প্ৰথমে কৌশেয় (silk cloth) বস্ত্ৰ পৰিধান কৰিলে, পিছত স্নানৰ সময়ত স্নানৰ উপযোগী কাপোৰ পিন্ধিলে আৰু স্নানৰ অন্তত পতিৰ সমীপলৈ যোৱাৰ বেলিকা ধৌত বস্ত্ৰ পৰিধান কৰিলে।[৪] বিবাহৰ সময়ত কিন্তু পাৰ্বতীয়ে নতুন ক্ষৌম বস্ত্ৰ (পাটৰ কাপোৰ) পৰিধান কৰাৰ কথা কবিয়ে উল্লেখ কৰিছে: 'নৱং নৱক্ষৌমনিৱাসিনী সা।[৫] ইয়াৰ দ্বাৰা বিবাহৰ সময়ত নতুন পাটৰ কাপোৰ ব্যৱহাৰ কৰা প্ৰথা যে প্ৰচলিত আছিল তাক বুজা যায়। কবিয়ে 'মালবিকাগ্নিমিত্ৰ' নাটকত ইয়াক 'বিবাহ-নেপথ্য' (marriage costume) বুলি কৈছে। মালবিকাক বিবাহৰ সময়ত

---

১. অজিনদণ্ডভৃতং কুশমেখলাং যতগিৰং মৃগশৃঙ্গপৰিগ্ৰহাম্।
অধিবসংস্তনুমধ্বৰদীক্ষিতামসমভাসমভাসয়দীশ্বৰঃ॥ (ৰঘু ৯।২২)

২. কুশলবিৰচিতানুকূলবেশঃ ক্ষিতিপসমাজমগাৎস্বয়ংবৰস্থম্। (ৰঘু ৫।৭৬)

৩. তদোপনীতং চ দুকূলযুগ্মং জগ্ৰাহ সাৰ্ধং বনিতাকটাক্ষৈঃ। (ৰঘু ৭।১৮)

৪. 'নিৰ্নাভিকৌশেয়মুপাত্তবাণমভ্যঙ্গনেপথ্যমলংচকাৰ'
'স্নাতা ৰসানামভিষেকযোগ্যং··· ··· ···'
'সা মঙ্গলস্নানবিশুদ্ধগাত্ৰী গৃহীতপত্যুদ্গমনীয়বস্ত্ৰা।' (কুমাৰ ৭।৭; ৯; ১১)

৫. কুমাৰসম্ভৱ—৭।২৬

বৈদৰ্ভ দেশত প্ৰচলিত ৰীতিৰে ধৌত কৌশেয় বস্ত্ৰ পৰিধান কৰোৱা হৈছিল।[১]

কালিদাসৰ সময়ত পাটৰ কাপোৰৰ বিশেষ সমাদৰ আছিল, অইন নালাগে চীনদেশৰপৰা পাটৰ কাপোৰ আমদানি কৰা হৈছিল। চীনদেশীয় পাট পতাকাত ব্যৱহাৰ কৰা হৈছিল। 'শকুন্তলা' নাটক[২] আৰু 'কুমাৰসম্ভৱ'ত[৩] কবিয়ে চীনদেশীয় পতাকাৰ উল্লেখ কৰিছে।

ৰতি বিলাসৰ সময়ত ব্যৱহাৰ কৰা পৰিধানৰ বিষয়ে কবিৰ 'ঋতুসংহাৰ'ত উল্লেখ আছে :

সুৰতসময়বেষং নৈশমাশু প্ৰহায়
দধতি দিৱসযোগ্যং বেষমন্যাস্তৰুণ্যঃ।[৪]

তৰুণীসমূহে অতি শীঘ্ৰে ৰতি-ক্ৰিয়াৰ উপযোগী ৰাতিৰ পোছাক পৰিত্যাগ কৰি দিনৰ উপযুক্ত পোছাক পিন্ধিলে।

অভিসাৰিকাবিলাকে ব্যৱহাৰ কৰা অভিসাৰিকা বেশৰ বিষয়ে পূৰ্বে উল্লেখ কৰা হৈছে।

পৰিব্ৰাজিকা, সংন্যাসিনী আৰু বিধৱাবিলাকে কাষায় বস্ত্ৰ[৫] (brown garments) পৰিধান কৰিছিল। ইয়াক যতিবেষ[৬] বোলা

---

১. বিদূষকঃ—ভগৱতি যত্বং প্ৰসাধনগৰ্ৱং ৰহসি তদ্দৰ্শয় মালৱিকায়াঃ শৰীৰে বৈদৰ্ভং বিবাহনেপথ্যমিতি।

আৰৌ

ভো ৱয়স্য বিৱাহনেপথ্যেন সবিশেষং খলু শোভতে তত্ৰভৱতী মালৱিকা
(মালৱিকাগ্নিমিত্ৰ-৫ম অঙ্ক)

২. 'চীনাংশুকমিৱ কেতোঃ প্ৰতিৱাতং নীয়মানস্য। (শকুন্তলা ১।৩।১)

৩. সংতানকাকীৰ্ণমহাপথং তচ্চীনাংশুকৈঃ কল্পিতকেতুমালম্। (কুমাৰ ৭।৩)

৪. ঋতুসংহাৰ ৫।১৪

৫. পৰিব্ৰাজিকা—ততো ভ্ৰাতুঃ শৰীৰমগ্নিসাৎকৃত্বা পুনৰ্নৱীভূতবৈধব্যদুঃখয়া ময়া ত্বদীয়ং দেশমৱতীৰ্যেমে কাষায় গৃহীতে। (মালৱিকাগ্নিমিত্ৰ-৫ম অঙ্ক)

৬. উভে—যতিবেষধাৰিণ্যাৰ্যকৌশিকী দুঃখেন বিভাব্যতে। (মালৱিকাগ্নিমিত্ৰ-৫ম অঙ্ক)

হৈছিল। 'ৰঘুবংশ'ত পোৱা যায়—ব্ৰতচাৰিণী সীতাই কাষায় বস্ত্ৰক পৰিধেয় হিচাপে ব্যৱহাৰ কৰিছিল : 'কাষায়পৰিবীতেন।'[১] ব্ৰত পালন কৰা সময়ত তিৰোতাবিলাকে শুভ্ৰবস্ত্ৰ পৰিধান কৰিছিল : 'সিতাংশুকা মঙ্গলমাত্ৰভূষণা'।[২] তিৰোতাবিলাকে এযোৰ কাপোৰ পিন্ধা সামাজিক প্ৰথা আছিল। কন্যাবিলাকে নিম্নভাগলৈ অধিক ওলমি নথকা পাটৰ কাপোৰ পিন্ধিছিল।[৩] কিন্তু অলংকাৰ আছিল অধিক। ঋতু-ভেদে তিৰোতাবিলাকে বেলেগ পৰিধেয় বস্ত্ৰ লৈছিল। বসন্ত ঋতুত ঈষৎ ৰক্তবৰ্ণৰ কাপোৰ তিৰোতাই ব্যৱহাৰ কৰাৰ উল্লেখ পোৱা যায় 'ৰঘুবংশ'ৰ বসন্ত-বৰ্ণনা প্ৰসঙ্গত: 'অৰুণৰাগনিষেধিভিৰংশুকৈ।[৪] 'কুমাৰসম্ভৱ'তো অকাল বসন্ত-বৰ্ণনা প্ৰসঙ্গত পোৱা যায়, পাৰ্বতীয়ে নৱোদিত সূৰ্যৰ দৰে অৰুণ বৰ্ণৰ বস্ত্ৰ পৰিধান কৰিলে : 'ৱাসো ৱসানা তৰুণাৰ্কৰাগম্'[৫]। 'ৰঘুবংশ'ৰ অন্তিম সৰ্গত তিৰোতাবিলাকে গ্ৰীষ্ম কালত ব্যৱহাৰ কৰা সাজক কৱিয়ে গ্ৰীষ্ম বেশ বুলি উল্লেখ কৰিছে : 'গ্ৰীষ্মবেষৱিধিভিঃ সিষেৱিৰে'।[৬] সেই একেখন মহাকাব্যৰে ষোড়শ সৰ্গত পোৱা যায়, 'গ্ৰীষ্ম কালত তিৰোতাসকলে বত্ন-খচিত উত্তৰীয়-বস্ত্ৰ (upper garment) বা কাঁচুলি ব্যৱহাৰ কৰিছিল। সেই বস্ত্ৰ আছিল বতাহেও সহজে উৰুৱাই নিব পৰা ধৰণৰ পাতল।[৭] 'অভিজ্ঞান-শকুন্তল' নাটকতো তিৰোতাবিলাকে ব্যৱহাৰ কৰা এই উত্তৰীয় বস্ত্ৰৰ উল্লেখ পোৱা যায় : 'যাৱদেন্যা ৱিটপলগ্নমুত্তৰীয়ম্।'[৮] তিৰোতা-

১. ৰঘুবংশ—১৫।৭৭

২. বিক্ৰমোৰ্বশীয়—৩।১২

৩. অনতিলম্বিদুকুলনিৱাসিনী ( মালৱিকাগ্নিমিত্ৰ ৫।৭ )

৪ ৰঘুবংশ—৯।৪৩

৫. কুমাৰসম্ভৱ—৩।৫৪

৬. ৰঘুবংশ—১৯।৪৫

৭. অথাস্য ৰত্নগ্ৰথিতোত্তৰীয়মেকান্তপাণ্ডুস্তনলম্বিহাৰম্।
নিঃশ্বাসহাৰ্যাংশুকমাজগাম ঘৰ্মঃ প্ৰিয়াৱেষৱিৰোপদেষ্টুম্॥ (ৰঘু ১৬।৪৩)

৮. শকুন্তলা—ষষ্ঠ অঙ্ক।

মিলাকে আন এখন পাতল কাপোৰ ব্যৱহাৰ কৰি বুকুখন ঢাকি ৰখাৰ প্ৰথা 'বিক্ৰমোৰ্বশীয়' নাটকত পোৱা যায়। এই কাপোৰখন গাঢ় নীল বৰণীয়া আছিল: 'শুকোদৰশ্যামমিদং স্তনাংশুকম্।'[১]

আশ্ৰম জীৱন যাপন কৰা সময়ত পুৰুষ-তিৰোতা নিৰ্বিশেষে গছৰ বাকলি পৰিধান কৰা ব্যৱস্থা সমাজত প্ৰচলিত আছিল। 'শকুন্তলা' নাটকত ৰজা দুষ্যন্তই গছৰ বাকলি পৰিধান কৰা শকুন্তলাক অধিক মনোহাৰিণী দেখা গৈছে বুলি মন্তব্য কৰা দেখা যায়: 'ইয়মধিক-মনোজ্ঞা ৱল্কলেনাপি তন্বী।'[২] আশ্ৰমত বাস কৰা সময়ত সীতাই বল্কল পৰিধান কৰিছিল: 'ৱন্তেন সা ৱল্কলিনী শৰীৰম্।'[৩] আশ্ৰমত তপস্যা কৰা সময়ত পাৰ্বতীয়ে পিঙ্গল বৰ্ণৰ বল্কল পিন্ধিছিল: 'ববন্ধ বালাৰুণবভ্ৰু ৱল্কলম্।'[৪] ৰঘুবংশীয় ৰজা বিশ্বসহই অন্ত বয়সত অনন্ত সুখৰ অভিলাষী হৈ বানপ্ৰস্থ অৱস্থাত বল্কল ধাৰণ কৰিছিল: 'কৃতী ৱল্কলবাৰভৃৎ।'[৫]

উপৰি-উক্ত আলোচনাৰপৰা এইটো সহজে অনুমান কৰিব পাৰি যে কালিদাসৰ সমাজত লোকসকল কাৰ্য আৰু কালৰ লগত সংগতি ৰক্ষা কৰি পৰিধেয় বস্ত্ৰ ব্যৱহাৰ কৰাত যথেষ্ট সচেতন আছিল। অনুকূল বেশৰ প্ৰতি কবিৰ অনুৰাগ অনুমেয়। 'মালৱিকাগ্নিমিত্ৰ' নাটকত ৰজা অগ্নিমিত্ৰৰ মুখেদি এটি সুন্দৰ উপমাৰে কবিয়ে স্বকীয় মত স্পষ্ট কৰি তুলিছে:

প্ৰেষ্যভাৱেন নামেয়ং দেৱীশব্দক্ষমা সতি।
স্নানীয়ৱস্ত্ৰক্ৰিয়য়া পত্ৰোৰ্ণং ৱোপযুজ্যতে॥[৬]

---

১. বিক্ৰমোৰ্বশীয়—৪।৭
২. শকুন্তলা—১।১৮
৩. ৰঘুবংশ—১৪।৮২
৪. কুমাৰসম্ভৱ—৫।৮
৫. ৰঘুবংশ—১৮।২৬
৬. মালৱিকাগ্নিমিত্ৰ—৫।১২ (পত্ৰোৰ্ণ bleached silk) পাট আৰু উণ মিশ্ৰিত বস্ত্ৰক পত্ৰোৰ্ণ বোলে)

দেৱী শব্দ যোগ্যা এওঁক (মালৱিকাক) দাসীভাৱে গ্ৰহণ কৰাত পাটৰ কাপোৰ স্থানৰ বস্ত্ৰৰূপে ব্যৱহাৰ কৰা যেন হৈছে।

কবিৰ অভিপ্ৰায় এয়ে যে গা ধোঁতে তিতা গা মচিবলৈ পাটৰ কাপোৰ ব্যৱহাৰ কৰিলে তাৰ মৰ্যাদা হানি হয়, দেৱী পদৰ উপযুক্তা মালৱিকাক পৰিচাৰিকা-ৰূপে নিয়োগ কৰিলে তেওঁক অৱমাননা কৰা নহ'বনে বাৰু?

পুৰুষবিলাকে মূৰত পাগুৰি ব্যৱহাৰ কৰিছিল। ধূলিবৰপৰা মূৰক ৰক্ষা কৰাৰ কাৰণে ইয়াক ব্যৱহাৰ কৰা হৈছিল।[১] ৰজা-সকলে শিৰোবেষ্টন ব্যৱহাৰ কৰিছিল। ৰজা অজই মুকুট শোভিত মূৰ নত কৰি আশ্ৰম-বাসলৈ উন্মুখ পিতা ৰঘুক প্ৰণাম কৰি প্ৰাৰ্থনা কৰিলে, 'মোক এৰি নাযাব':

তমৰণ্যসমাশ্ৰয়োন্মুখং শিৰসা বেষ্টনশোভিনা সুতঃ।
পিতৰং প্ৰণিপত্য পাদয়োৰপৰিত্যাগমযাচতাত্মনঃ॥[২]

বৃদ্ধ আৰু পূজনীয় ব্যক্তিক শিৰোবেষ্টন লৈ প্ৰণাম জনোৱা হিন্দু সংস্কৃতিৰ এক অন্যতম বৈশিষ্ট্য আছিল।

সমাজত বিশেষকৈ উচ্চ সম্প্ৰদায় আৰু ৰাজ-অন্তঃপুৰৰ তিৰোতা-বিলাকে মুখত আবৰণ লোৱা প্ৰথা প্ৰচলিত আছিল। ৰামায়ণ আৰু মহাভাৰতৰ যুগৰপৰা কালিদাসৰ যুগলৈকে এই পৰ্দা-পদ্ধতি অবিচলিতভাৱে প্ৰচলিত হৈ আছিল। অৱশ্যে কিছুমান বিশেষ অৱস্থাত, যেনে—দুৰ্যোগ, ব্ৰত, যুদ্ধ, স্বয়ংবৰ, যজ্ঞ আৰু বিবাহত তিৰোতাবিলাকে মুখত আৱৰণ নোলোৱাকৈ জনসাধাৰণৰ সন্মুখত উপস্থিত হৈছিল।[৩] মুখখন ঢাকি ৰাখিবলৈ পৃথক কাপোৰ ব্যৱহাৰ নকৰিলেও তিৰোতাবিলাকে শৰীৰৰ উচ্চ অংশত ব্যৱহাৰ কৰা

---

১. ৰজোভিস্তুৰগোৎকীৰ্ণৈৰস্পৃষ্টালকৱেষ্টনৌ। (ৰঘু ১।৪২)

২. ৰঘুবংশ ৮।১২

৩. ব্যসনেষু চ কৃচ্ছ্ৰেষু ন যুদ্ধেষু স্বয়ংবৰে।
ন ক্ৰতৌ ন বিবাহে চ দৰ্শনং দূষ্যতে স্ত্ৰিয়ঃ। (ৰামায়ণ)

কাপোৰেৰেই মুখখন আবৰণ কৰি ৰখাৰ ব্যৱস্থা কৰিছিল। 'শকুন্তলা' নাটকত দেখা যায়—দুষ্মন্তৰ ৰাজ-দৰবাৰত উপস্থিত হোৱাৰ সময়ত শকুন্তলাৰ মুখখন কাপোৰেৰে আবৃত আছিল।[১] স্বয়ংবৰত উপস্থিত হোৱা ৰাজন্যবৰ্গৰ সন্মুখত ইন্দুমতী মুখত বিনা আবৰণে উপস্থিত হৈছিল। সীতাই দ্বিতীয় বাৰৰ বাবে যেতিয়া অযোধ্যাৰ প্ৰজাবৰ্গৰ সন্মুখত নিজৰ সতীত্বৰ পৰিচয় দিব লগীয়া হৈছিল সেই-দিনা সীতাৰ মুখ উন্মুক্ত আছিল।[২] কালিদাসৰ সাহিত্যত আন কিছুমান ক্ষেত্ৰতো পৰ্দাৰ ব্যৱহাৰ দেখা নাযায়। 'শকুন্তলা' নাটকৰ প্ৰথম অঙ্কত দেখা যায়, অচিনাকি অতিথি-ৰূপে আশ্ৰমত প্ৰৱেশ কৰা দুষ্মন্তৰ সন্মুখত শকুন্তলা সখীদ্বয়েৰে সৈতে বিনা পৰ্দাই দেখা দিছিল। মহৰ্ষি কণ্বই শকুন্তলাৰ ওপৰত আতিথ্য সংকাৰৰ ভাৰ দিয়াৰপৰাও শকুন্তলাই মুখত আবৰণ লোৱা বুলি ধৰিব নোৱাৰি। 'কুমাৰসম্ভৱ'ত অঙ্গিৰা প্ৰভৃতি মহৰ্ষিসকল হিমালয়ৰ গৃহত উপস্থিত হৈ পাৰ্বতীৰ বিবাহৰ প্ৰস্তাৱ উত্থাপন কৰাৰ সময়ত পাৰ্বতী তেওঁলোকৰ সন্মুখত মুখৰ আবৰণ-বিনা উপস্থিত আছিল: 'এৱংবাদিনি দেৱৰ্ষৌ পাৰ্শ্বে পিতুৰধোমুখী'।[৩]

ৰাৱণ-বিজেতা ৰামচন্দ্ৰেৰে সৈতে যিবোৰ বান্দৰ আৰু ৰাক্ষস অযোধ্যালৈ আহিছিল, তেওঁলোক অযোধ্যাৰপৰা উভতি যোৱা সময়ত সীতাই নিজ হাতেৰে তেওঁলোকক উৎকৃষ্ট উপহাৰ প্ৰদান কৰিছিল:

সীতাস্বহস্তোপহৃতাগ্ৰ্যপূজান্
ৰক্ষঃকপীন্দ্ৰান্বিসসৰ্জ ৰামঃ।[৪]

তেতিয়াও সীতাৰ মুখত আবৰণ বস্ত্ৰ নাছিল। 'মালৱিকাগ্নিমিত্ৰ'

---

১. কা স্বিদৱগুণ্ঠনৱতী নাতিপৰিস্ফুটশৰীৰলাৱণ্যা। (শকুন্তলা ৫।১৩)

২. কাষায়পৰিবীতেন স্বপদাৰ্পিতচক্ষুষা। (ৰঘু ১৫।৭৭)

৩. কুমাৰসম্ভৱ—৬।৮৪

৪. ৰঘুবংশ—১৪।১৯

নাটকৰ চতুৰ্থ অঙ্কত দেখা যায়, যেতিয়া ধাৰিণী আৰু পৰিব্ৰাজিকাই নাট্যাচাৰ্য দুজনৰ কোন শ্ৰেষ্ঠ তাৰ বিচাৰ কৰিছিল, তেতিয়া তেওঁ-লোকৰ কোনো এজনীৰো মুখত কোনো আৱৰণ নাছিল।

**অলংকাৰঃ** সমাজত তিৰোতাবিলাকে শৰীৰৰ শোভা বৰ্ধন কৰিবলৈ বিবিধ অলংকাৰ পৰিধান কৰিছিল। অলংকাৰসমূহ আছিল সুন্দৰ আৰু মনোগ্ৰাহী। শৰীৰৰ বিভিন্ন অঙ্গত ব্যৱহাৰ কৰা বিভিন্ন অলংকাৰবোৰৰ সমাজখনৰ ৰুচি আৰু সৌন্দৰ্যানুভূতিৰ সন্ধান পোৱা যায়। পৰিধেয় বেশ-বিন্যাস আৰু অলংকাৰবোৰৰ সভ্যতাৰ মানদণ্ড নিৰ্ণয় কৰিব পাৰি। পুৰুষসকলেও অলংকাৰ পিন্ধিছিল। অৱশ্যে কিছুমান অলংকাৰ কেৱল তিৰোতাই, আৰু কিছুমান পুৰুষে, আকৌ আন কিছুমান পুৰুষ-তিৰোতা উভয়ে ব্যৱহাৰ কৰিছিল।

তিৰোতাসকলে পিন্ধা অলংকাৰৰ ভিতৰত নূপুৰ অন্যতম। ভৰিৰ গাঁঠিত পিন্ধা এইবিধ অলংকাৰ ভৰিৰ পতালৈকে ওলমি থাকে। ইয়াত সৰু সৰু জুনুকা লগোৱা থাকে। ভৰিৰ খোজৰ লগে লগে নূপুৰৰ জুন জুন শব্দই মানুহৰ দৃষ্টি আকৰ্ষণ কৰে। কবিয়ে তাৰ বৰ্ণনা দিছেঃ 'পদে পদে হংসৰুতানুকাৰিভিৰ্জনস্য চিত্তং ক্ৰিয়তে সমন্মথম্।'[১] কামিনীসমূহৰ নূপুৰযুক্ত চৰণৰ প্ৰতিটি পদক্ষেপে হংসধ্বনিৰ অনুসৰণ কৰি পুৰুষসকলৰ চিত্ত কামাতুৰ কৰি তোলে।

সৰ্বসাধাৰণ শ্ৰেণীৰ তিৰোতাই ৰূপৰ আৰু ৰজাৰ ৰাণী বা ৰাজকুমাৰীবিলাকে সোণৰ নূপুৰ পিন্ধিছিল।[২] সুন্দৰী যুৱতী নাৰীয়ে নূপুৰ পিন্ধা ভৰিৰে আঘাত কৰিলে অশোক গছ ফুলেৰে জাতিকাৰ হৈ উঠে।[৩]

---

১. ঋতুসংহাৰ ১।৫

২. নূপুৰ সম্বন্ধে—ৰঘুবংশ ৮।৬৩; ১৩।২৩, কুমাৰসম্ভৱ ১।৩৪; ৩।২৬ বিক্ৰমোৰ্বশীয় ৩।১৫; মালবিকাগ্নিমিত্ৰ ৩।১৭; ৪।১৩ দ্ৰষ্টব্য।

৩. কুমাৰসম্ভৱ ৩।২৬

তিৰোত্তাবিলাকৰ আন এবিধ অতি আদৰৰ অলংকাৰ হ'ল মেখলা। কবিয়ে মেখলাক বুজোৱা কাঞ্চী, ৰশনা, মৌঞ্জী আদি প্ৰতিশব্দ ব্যৱহাৰ কৰি বিভিন্ন প্ৰসঙ্গত মেখলাৰ উল্লেখ কৰা দেখিবলৈ পোৱা যায়। ইয়াৰ দ্বাৰা মেখলা যে তিৰোত্তাৰ অতি প্ৰিয় অলংকাৰ আছিল তাক সহজে অনুমান কৰিব পাৰি। মেখলা কঁকালত পিন্ধা অলংকাৰ বিশেষ। ই স্বৰ্ণ-নিৰ্মিত আৰু ৰত্নখচিত। ইয়াৰ মাজত শ্যাম বৰ্ণৰ মণি আৰু নিম্ন ভাগত জুমুকা সংযোজিত থাকে। ই কঁকালৰপৰা উৰ্ধ আৰু নিম্ন ভাগত ব্যৱহাৰ কৰা মধ্য-বন্ধনী। এইবিধ অলংকাৰ দেখিবলৈ অতি শুৱনি। ইয়াৰ সৌন্দৰ্য আৰু উজ্জ্বলতাই মানুহৰ মন সহজে আকৰ্ষণ কৰে। কবিয়ে কয়, মেখলাৰ উপযুক্ত ঠাই নাৰীৰ নিতম্ব: 'কাঞ্চীগুণস্থানমনিন্দিতায়াঃ।'[১] অনিন্দ্যসুন্দৰী পাৰ্বতীৰ কাঞ্চীগুণৰ স্থান অৰ্থাৎ নিতম্ব অনুপম শোভাৰে মণ্ডিত। পাৰ্বতীৰ নিতম্ব-বিম্বৰ শোভাই শিৱকো আকৰ্ষণ কৰিলে। পাৰ্বতীৰ কাঞ্চী বকুল ফুলৰ মালাৰে গঠিত। ই নিতম্বৰপৰা খহি পৰে, কিন্তু পাৰ্বতীয়ে বাৰে বাৰে হাতেৰে তুলি ধৰে।[২] 'ৰঘুবংশ'ত পোৱা যায় ৰজা অগ্নিমিত্ৰই বিলাসিনীয়ে পিন্ধা কাপোৰ শিথিল হ'লে কেৱল মেখলাযুক্ত নিতম্বৰ পিনে দৃষ্টিপাত কৰে।[৩] পত্নী-শোকত আতুৰ অজই বিলাপ কৰে, বকুল ফুলেৰে তুমি মোৰে সৈতে বিলাসৰ মেখলা আধা মাথোন গাঁঠি শেষ নকৰাকৈ কেলেই বাৰু নিদ্ৰাভিভূত হ'লা?[৪] কামৰ তাড়নাত মত্ত পুৰুষক বান্ধি ৰাখিবলৈ তিৰোত্তাই মেখলাক ৰচি ৰূপে ব্যৱহাৰ কৰিছিল।[৫]

---

১. কুমাৰসম্ভৱ—১।৩৭

২. স্ৰস্তাং নিতম্বাদৱলম্বমানা পুনঃ পুনঃ কেসৰদামকাঞ্চীম্ (কুমাৰ ৩।৫৫)

৩. ৰঘুবংশ—১৯।২৬

৪. বকুলৈৰৰ্ধচিতাং সমং ময়া অসমাপ্য বিলাসমেখলাং কিমিদং কিংনৰকণ্ঠি সুপ্যতে। (ৰঘু ৮।৬৪)

৫. মেখলাভিৰসকৃচ্চ বন্ধনং বঞ্চয়ন্প্ৰণয়িনীৰবাপ সঃ। (ৰঘ ১৯।১৭)

'কুমাৰসম্ভৱ'ত ৰতিয়ে বিলাপ কৰে, কি জানিবা মদনক সেইদৰে বন্ধাৰ অপৰাধতেই আজি তাইৰ সন্মুখত তেওঁ দেখা নিদিয়ে।[১]

লাজকুৰীয়া প্ৰেমিকাৰ প্ৰণয় পান কৰিবলৈ প্ৰেমিকৰ প্ৰথম হেঙাৰ হ'ল মেখলা আঁতৰোৱা।[২] মহাদেৱে পাৰ্বতীৰ মেখলা প্ৰাৰ্থনা অৰ্থাৎ মেখলাবন্ধন শিথিল কৰিবলৈ অতিশয় ব্যাকুল হৈ উঠিল, পাৰ্বতীয়েও অনিচ্ছাকৃতভাৱে মহাদেৱৰ হাতত বাধা দিবলৈ চেষ্টা কৰিলে।[৩] যুৱক-যুৱতীৰ প্ৰণয়-পাশৰ প্ৰথম সংযোগৰ প্ৰথম সাক্ষী মেখলা: 'ইয়মপ্ৰতিবোধশায়িনীং ৰশনা ত্বাং প্ৰথমা ৰহঃসখী।'[৪] নৱ-নাৰীৰ উদ্‌ভ্ৰান্ত ৰতি-বিলাসৰ উত্তেজনাত মেখলা ছিগি জুনুকাবোৰ বিছনাত সিঁচৰতি হৈ পৰে: 'ছিন্নমেখলমলক্তকাঙ্কিতম্।'[৫] নৰ্ত্তকী-সকলৰ নৃত্যৰ তালে তালে পদক্ষেপৰ লগে লগে মেখলাৰ ঝঙ্কাৰেৰে মহাকালৰ মন্দিৰ নিনাদিত হৈ উঠে।[৬] কালিদাসৰ কল্পনাবিলাসী মনক মেখলাই যেন মুহি পেলাইছে। কবিয়ে পৃথিৱীক নাৰীৰূপে সজাই সমুদ্ৰক সেই কল্পিত নাৰীৰ মেখলা-ৰূপে বহু ঠাইত উল্লেখ কৰিছে।[৭] অভিজ্ঞানশকুন্তল'ত ৰজা দুষ্মন্তই শকুন্তলাৰ সখীদ্বয়ক জনালে:

> পৰিগ্ৰহবহুত্বেঽপি দ্বে প্ৰতিষ্ঠে কুলস্য মে।
> সমুদ্ৰৰসনা চোৰ্ব্বী সখী চ যুৱয়োৰিয়ম্॥[৮]

---

১. স্মৰসি স্মৰ মেখলাগুণৈৰুত গোত্ৰস্খলিতেষু বন্ধনম্। (কুমাৰ ৪।৮)
২. চুম্বনে বিপৰিবৰ্ত্তিতাধৰং হস্তৰোধি ৰশনাবিঘট্টনে (ৰঘু ১৯।২৭)
৩. মেখলাপ্ৰণয়লোলতাং গতং হস্তমস্য শিথিলং কৰোধ সা। (কুমাৰ ৮।১৪)
৪. ৰঘুবংশ—৮।৫৮
৫. ৰঘুবংশ—১৯।২৫
৬. পাদন্যাসৈঃ ক্বণিতৰশনাস্তত্ৰ লীলাৱধূতৈঃ।' (মেঘদূত ·১।৩৮)
৭. ৰঘুবংশ (ক) নিধানগৰ্ভামিব সাগৰাম্বৰাম্—৩।৯
(খ) ৰত্নানুবিদ্ধাৰ্ণৱমেখলায়াঃ—৬।৬৩
(গ) স ৰত্নাকৰমেখলাম্, বুভুজে পৃথিৱীপালঃ পৃথিৱীমেৱ কেৱলাম্-১৫।১
৮. শকুন্তলা—৩।১৮

বেছি কথা কৈ কি লাভ! বহু স্ত্ৰী থাকিলেও মোৰ বংশৰ গৌৰৱ মাথোন দুটা: এটা সাগৰ বেষ্টিতা পৃথিৱী, আনটো তোমালোকৰ এই সখী।

মেখলাৰ দৰে আন এবিধ প্ৰিয় অলংকাৰ হ'ল হাৰ। কালিদাসৰ সাহিত্যত বিবিধ ধৰণৰ হাৰৰ উল্লেখ পোৱা যায়। মণি-নিৰ্মিত হাৰ সকলোতকৈ প্ৰিয় আছিল। হাৰ ডিঙিত পিন্ধা অলংকাৰ, আকাৰত দীঘল। নিৰ্মল প্ৰৱাহ-মণ্ডিত মন্দাকিনীক চিত্ৰকূট পৰ্বতৰ উপকণ্ঠ ভূমিৰ কণ্ঠত পিন্ধা মুক্তা হাৰৰ দৰে দেখা গৈছে: 'মন্দাকিনী ভাতি নগোপকণ্ঠে মুক্তাৱলী কণ্ঠগতেৱ ভূমেঃ।'[১] আন এবিধ হাৰ আছিল 'তাৰহাৰ'। তাৰ বা ডাঙৰ নাইবা বিশুদ্ধমুক্তাৰে নিৰ্মিত হাৰক তাৰহাৰ বোলা হৈছিল।[২] 'মেঘদূত'তো ইয়াৰ উল্লেখ আছে।[৩] একাৱলী নামৰ হাৰত ৰত্ন-খচিত কৰা হৈছিল।[৪]

মুকুতা আৰু ৰত্ন-খচিত হাৰ পুৰুষ আৰু নাৰী উভয়ে ব্যৱহাৰ কৰিছিল। স্ত্ৰী-পুৰুষ নিৰ্বিশেষে ব্যৱহাৰ কৰা আন এবিধ অলংকাৰ হ'ল বলয়; অৱশ্যে পুৰুষৰ ই অধিক আদৰৰ আছিল। এই বলয় বাহুত পিন্ধা হৈছিল[৫]; সোণৰ দ্বাৰাও ইয়াক নিৰ্মাণ কৰা হৈছিল। সাধাৰণতে পুৰুষে এই বলয় সোঁ বাহুত পিন্ধিছিল; কিন্তু শকুন্তলাৰ বিৰহত চিত্তৰ স্থিৰতা হেৰুওৱা দুষ্মন্তক ইয়াক বাঁও বাহুত পিন্ধা দেখা গৈছে।[৬] 'মেঘদূত'তো সোণৰ বলয়ৰ উল্লেখ আছে।[৭]

---

১. ৰঘুবংশ ১৩।৪৮।

২. সংবৰ্ধিতোৰঃস্থলতাৰহাৰঃ। (ৰঘু ৫।৫২)

৩. হাৰাংস্তাৰাংস্তৰলগুটিকান্ (মেঘ ১।৩৩)

৪. উৰ্বশী—অহো লতাবিটপ একাৱলী বৈজয়িন্তিকা মে লগ্না।

(বিক্ৰমোৰ্বশীয় ১ম অঙ্ক)

৫. দিৱ্যেন শূন্যং বলয়েন বাহুম্। (ৰঘু ১৬।৭৩)

৬. প্ৰত্যাদিষ্টবিশেষমণ্ডনবিধিৰ্বামপ্ৰকোষ্ঠাৰ্পিতং বিভ্ৰৎকাঞ্চনমেকমেৱ বলয়ং…

(শকুন্তলা ৬।৬)

কনকবলয়ং স্ৰস্তং স্ৰস্তং ময়া প্ৰতিসাৰ্যতে—(শকুন্তলা ৩।১১)

৭. কনকবলয়ভ্ৰংশৰিক্তপ্ৰকোষ্ঠঃ। (মেঘ ১।২)

স্ত্ৰী-পুৰুষ উভয়ে ব্যৱহাৰ কৰা আন এবিধ অলংকাৰ হ'ল কেয়ুৰ। কেয়ূৰক অঙ্গদ বুলিও কবিয়ে উল্লেখ কৰিছে। ই বাহুত পিন্ধা অলংকাৰ: 'ৰামেতৰঃ সংশয়মস্তু বাহুঃ কেয়ূৰবন্ধোচ্ছ্বসিতৈর্নুনোদ।'[1] কৰ্ণপূৰ বা কুণ্ডল নামৰ এবিধ অলংকাৰ পুৰুষ আৰু তিৰোতা উভয়ে ব্যৱহাৰ কৰিছিল: 'প্ৰম্লানবীজাঙ্কুৰকৰ্ণপূৰম্।'[2] 'কুমাৰসম্ভৱ'ত পোৱা যায় মহাদেৱৰ কুণ্ডলযুগল আছিল মহামূল্য ৰত্ন-খচিত:

> মহাৰ্হৰত্নাঞ্চিতয়োকদাৰং স্ফুৰৎপ্ৰভামণ্ডলয়োঃ সমন্তাৎ।
> কৰ্ণস্থিতাভ্যাং শশিভাস্কৰাভ্যামুপসিতং কুণ্ডলয়োশ্ছলেন ॥[3]

তেওঁৰ (মহাদেৱৰ) কুণ্ডলযুগল মহামূল্য ৰত্ন-খচিত আৰু চাৰিও-পিনে প্ৰস্ফুটিত প্ৰভাৰে পৰিবেষ্টিত। দেখিলে অনুমান হয়, স্বয়ং চন্দ্ৰ আৰু সূৰ্যই কাণত অৱস্থিতি কৰি কুণ্ডলৰ ছলেৰে যেন তেওঁৰেই উপাসনা কৰিছে। চূড়ামণি কপালত ব্যৱহাৰ কৰা অলংকাৰ। 'কুমাৰসম্ভৱ'ত কবিয়ে উল্লেখ কৰিছে, মহাদেৱৰ শিৰোদেশত চন্দ্ৰ সদায় বিৰাজমান, গতিকে চূড়ামণি গ্ৰহণৰ প্ৰয়োজনেই বা কি?[4]

অঙ্গুলীয়ক বা আঙঠিৰ ব্যৱহাৰ বিশেষভাৱে প্ৰচলিত আছিল। এই আঙঠিত কেতিয়াবা নাম, কেতিয়াবা বা কোনো মুদ্ৰা অঙ্কিত কৰা হৈছিল। আঙঠিয়ে কালিদাসৰ সাহিত্যত এটা গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে। 'অভিজ্ঞানশকুন্তল'ত দুষ্মন্তৰ স্বনাম-অঙ্কিত আৰু 'মালৱিকাগ্নিমিত্ৰ' নাটকত সৰ্পমুদ্ৰিত আঙঠিৰ অভিনয়ৰ বিষয়ে আন প্ৰবন্ধত আলোচনা কৰা হৈছে।

---

১. ৰঘুবংশ ৬।৬৮

২. ৰঘুবংশ ৭।২৭

৩. কুমাৰসম্ভৱ ১২।১৪

৪. চন্দ্ৰেণ নিত্যং প্ৰতিভিন্নমৌলেশ্চূড়ামণেঃ কিং গ্ৰহণং হৰস্য।
(কুমাৰ ৭।৩৫)

## সুগন্ধি দ্ৰব্য ঃ

সমাজত পুৰুষ আৰু তিৰোতাবিলাকে অলংকাৰ পৰিধান কৰাৰ উপৰিও সুগন্ধি দ্ৰব্য ব্যৱহাৰ কৰি শৰীৰ তথা অঙ্গবিশেষক সৌৰভান্বিত কৰি তুলিছিল।

তিৰোতাবিলাকে স্নান কৰি উঠি চুলিকোছা শুকুৱাই লৈ তাত সুগন্ধি বস্তু ব্যৱহাৰ কৰিছিল। এই প্ৰথা আজিও সমাজত চলি আছে। 'কুমাৰসম্ভৱ'ত পোৱা যায়, স্নানৰ অন্তত পাৰ্বতীৰ কেশপাশ, ধূপৰ উত্তাপেৰে শুকুৱাই লৈ দূৰ্বাযুক্ত হালধীয়া মধুক্ৰমৰ ফুলৰ মালাৰে বান্ধি দিলে।[১] অঙ্গসমূহত শুক্ল বৰ্ণৰ অগুৰু আৰু গোৰোচনাৰে চিত্ৰ ৰচনা কৰি তেওঁৰ শৰীৰ অধিক শোভিত কৰি তোলা হৈছিল।[২] তিৰোতাসকলে গালত লোধ্ৰ-পৰাগ আৰু গোৰোচনাৰ প্ৰলেপ ব্যৱহাৰ কৰি গালৰ বৰণ শ্বেতৰক্তাভ কৰি তুলিছিল।[৩] লোধ্ৰ ফুলৰ পৰাগ নাইবা ফুলৰ চূৰ্ণ ব্যৱহাৰ কৰি তিৰোতাবিলাকে গালৰ বৰণ পাণ্ডু বৰণীয়া কৰি তুলিছিল।[৪] হৰিতাল আৰু মনঃশিলা মিশ্ৰিত কৰি কপালত তিলক ব্যৱহাৰ কৰা হৈছিল।[৫] চকুত কালাঞ্জন দিয়াৰ প্ৰচলন আছিল।[৬] কালাঞ্জনে চকুৰ শোভা বৃদ্ধি কৰাৰ উপৰিও মঙ্গল বিধান কৰে।

---

১. ধূপোষ্মণা ত্যাজিতমাৰ্দ্ৰভাৱং কেশান্তমন্তঃকুসুমং তদীয়ম্।
পৰ্য্যাক্ষিপৎকাচিদুদাৰবন্ধং দূৰ্বাৱতা পাণ্ডুমধূকদাম্না॥ (কুমাৰ ৭।১৪)

২. বিন্যস্তশুক্লাগুৰু চক্ৰুৰঙ্গং গোৰোচনাপত্ৰবিভক্তমস্যাঃ। (কুমাৰ ৭।১৫)

৩. কৰ্ণাৰ্পিতো লোধ্ৰকষায়ৰুক্ষে গোৰোচনাক্ষেপনিতান্তগৌৰে। (কুমাৰ ৭।১৭)

৪. হস্তে লীলাকমলমলকে বালকুন্দানুবিদ্ধং
নীতা লোধ্ৰপ্ৰসৱৰজসা পাণ্ডুতামাননে শ্ৰীঃ।' (মেঘ ২।২)

৫. অথাঙ্গুলিভ্যাং হৰিতালমাৰ্দ্ৰং মাঙ্গল্যমাদায় মনঃশিলাং চ।
... ... ... ... ... ...
তমেৰ মেনা দুহিতুঃ কথংচিদ্বিবাহদীক্ষাতিলকং চকাৰ—(কুমাৰ ৭।২৩-৪)

৬. কালাঞ্জনং মঙ্গলমিত্যুপাত্তম্। (কুমাৰ ৭।২০)

তিৰোতাবিলাকৰ আন এবিধ প্ৰিয় প্ৰসাধনীয় সামগ্ৰী আছিল লাক্ষাৰস। লাক্ষাৰসৰ বিলোপনেৰে তিৰোতাবিলাকে চৰণ-যুগল ৰঞ্জিত কৰি দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিছিল।[১] ৰজা অগ্নিমিত্ৰই মালৱিকাৰ চৰণত লগোৱা আৰ্দ্ৰ লাক্ষাৰস মুখৰ বতাহেৰে শুকুৱাবলৈ ইচ্ছা কৰিছিল।[২] 'বিক্ৰমোৰ্ৱশীয়' নাটকত ৰজা পুৰুৰৱাই কৈছে, সেই সুন্দৰীৰ (উৰ্ৱশীৰ) যদি তিতি থকা ধূলিৰ ওপৰত ভৰি পৰিলহেঁতেন, তেন্তে নিশ্চয় লাক্ষাৰস-ৰঞ্জিত সেই ভৰিৰ চাপ ইয়াত দেখা গ'লহেঁতেন।[৩]

তিৰোতাবিলাকে ধূপৰ গন্ধেৰে পৰিধেয় বস্ত্ৰ সুঘ্ৰাণ যুক্ত কৰি তুলিছিল। সুমধ্যমা ৰমণীসকলৰ মৰ্মৰ-ধ্বনিযুক্ত অগুৰু ধূপৰ ধোঁৱাৰে সুবাসিত হেমন্ত কালৰ উপযোগী পৰিধেয় বস্ত্ৰই ৰজাৰ (অগ্নিবৰ্ণৰ) মন আকৰ্ষণ কৰিছিল।[৪] সুবাসিত দ্ৰব্যসমূহৰ ভিতৰত চন্দন অতিশয় প্ৰীতিকাৰক আছিল। ধৰ্মীয় কাৰ্যত চন্দনৰ প্ৰয়োগ কৰা হৈছিল। গ্ৰীষ্ম কালত শৰীৰত চন্দনৰ প্ৰলেপ লোৱাৰ প্ৰথা আছিল।[৫] ইন্দুমতীৰ স্বয়ংবৰ সভাত পাণ্ড্য দেশৰ ৰজাই হৰিচন্দনৰ দ্বাৰা অঙ্গৰাগ সম্পাদন কৰি উপস্থিত হৈছিল।[৬] দেৱৰাজ ইন্দ্ৰই বুকুত দেৱতক হৰিচন্দনৰ প্ৰলেপ লৈছিল। তেওঁৰ বুকুত ওলমি থকা হৰিচন্দনেৰে চৰ্চিত মন্দাৰমালা সোলকাই দুষ্মন্তক পিন্ধাই দিছিল।[৭] হৰিচন্দনৰ গন্ধ অতি উগ্ৰ। ইয়াক কাটিলে

---

১. লাক্ষাৰাগং চৰণকমলন্যাসযোগ্যাম্ (মেঘ ২।১২)

২. আৰ্দ্ৰালক্তকমস্যাশ্চৰণং মুখমাৰুতেন বীজয়িতুম্। (মালৱিকাগ্নিমিত্ৰ ৩।১৩)

৩. পশ্চাদ্বতা গুৰুনিতম্বতয়া ততোঽস্যা
দৃশ্যেত চাৰুপদপঙ্‌ক্তিৰলক্তকাঙ্কা। (বিক্ৰমোৰ্ৱশীয় ৪।৬)

৪. মৰ্মৰৈৰগুৰুধূপগন্ধিভিৰ্ব্যক্তহৈমৰশনৈস্তমেকতঃ। (ৰঘু ১৯।৪১)

৫. আলিপ্যতে চন্দনমঙ্গনাভিঃ। (ঋতুসংহাৰ ৬।১২)

৬. পাণ্ড্যোঽয়মংসাৰ্পিতলম্বহাৰঃ কৢপ্তাঙ্গৰাগো হৰিচন্দনেন। (ৰঘু ৬।৬০)

৭. আমুক্তবক্ষোহৰিচন্দনাঙ্কা মন্দাৰমালা হৰিণা পিনদ্ধা। (শকুন্তলা ৭।২)

বঙা আৰু ধঁহিলে হালধীয়া হয়।[১] যুৱতীবিলাকে চন্দনৰ প্ৰলেপ বুকুত লৈ শৰীৰ শীতল আৰু সুঘ্ৰাণ কৰি তোলা প্ৰথাৰ বহুল প্ৰচলন আছিল। কালিদাসে ইয়াৰ একাধিক বাৰ উল্লেখ কৰিছে। মথুৰাধিপতি ৰজা সুষেণৰ ৰাজ-অন্তঃপুৰচাৰিণীসমূহৰ স্তনলিপ্ত চন্দনবোৰে জলক্ৰীড়াৰ সময়ত যমুনাৰ জলত মিশ্ৰিত হৈ গঙ্গাৰ জলৰ দৰে শ্বেতবৰ্ণ ধাৰণ কৰিলে :

যস্যাবৰোধস্তনচন্দনানাং প্ৰক্ষালনাদ্বাৰিবিহাৰকালে।

কলিন্দকন্যা মথুৰাং গতাপি গঙ্গোৰ্মিসংসক্তজলেৱ ভাতি।[২]

তিৰোতাবিলাকে শৰীৰৰ শোভা বঢ়াবলৈ আৰু সুৱাসিত কৰি তুলিবৰ কাৰণে অঙ্গৰাগ ব্যৱহাৰ কৰিছিল। সীতাই অনসূয়াই দিয়া জ্যোতিৰ্ময়ী অক্ষয় অঙ্গৰাগ ব্যৱহাৰ কৰিছিল।[৩] প্ৰাসাদৰ অভ্যন্তৰত কৃষ্ণাগুৰু প্ৰজ্বলিত কৰি সুৱাসিত কৰি ৰখা হৈছিল আৰু ইয়াৰ ধূমৰাশি বায়ু বেগেৰে ছিন্ন-ভিন্ন হৈছিল।[৪]

গৃহস্থৰ ঘৰত সন্ধ্যা ঘৰৰ আচাৰপূত বৃদ্ধ-তিৰোবিলাকে হাত-মুখ ধুই পবিত্ৰ কাপোৰ পিন্ধি মঙ্গল প্ৰদীপ আৰু ধূপ জ্বলোৱা প্ৰথা মাঙ্গলিক অনুষ্ঠান হিচাপে পালন কৰা হৈছিল।[৫] কোনো মাঙ্গলিক অনুষ্ঠানত উপস্থিত হোৱা মাননীয় ব্যক্তিৰ সম্মানাৰ্থে ধূপ জ্বলাই পৰিৱেশ সুৱাসিত কৰি তোলা হৈছিল।[৬] কালিদাসৰ যুগৰপৰা এই প্ৰথা সমাজত এতিয়ালৈকে চলি আছে।

কালিদাসৰ সময়ত মৃতকৰ শৱদেহ অগ্নিত দহন কৰা প্ৰথা চলিত আছিল। শৱদেহ নতুন কাপোৰ, ফুলৰ মালা আৰু চন্দন আদিৰে

১. 'ছেদে ৰক্তং কষে পীতং হৰিচন্দনমুচ্যতে'।

২. ৰঘুবংশ ৬।৪৮

৩. স্ফুৰৎপ্ৰভামণ্ডলমানুসূয়ং সা বিভ্ৰতী শাশ্বতমঙ্গৰাগম্ (ৰঘু ১৪।১৪)

৪. প্ৰাসাদকালাগুৰুধূমৰাজিস্তস্যাঃ পুৰো বায়ুৱশেন ভিন্না। (ৰঘু ১৪।১২)

৫. সংধ্যামঙ্গলদীপিকা বিভজতে শুদ্ধান্তবৃদ্ধাজনঃ। (বিক্ৰমোৰ্বশীয় ৩।২)

৬. সংচাৰিতে চাগুৰুসাৰযোনৌ ধূপে সমুৎসৰ্পতি বৈজয়ন্তীঃ। (ৰঘু ৬।৮)

অলংকৃত কৰা হৈছিল। শৱদেহৰ এই অলংকৰণক মৃত্যু-মণ্ডন বা অন্ত্যমণ্ডন বোলা হৈছিল। হৰ কোপানলত ভস্মীভূত হোৱা মদনৰ শৱদেহৰ অভাৱত ৰতিয়ে সেই দেহ অন্ত্যমণ্ডন কৰাৰপৰাও বঞ্চিত হৈ অতিশয় বিলাপ কৰিছিল: 'ক্ৰিয়তাং কথমন্ত্যমণ্ডনং পৰলোকান্তৰিতস্য তে ময়া।'[১] শৱদেহ নতুন কাপোৰেৰে আচ্ছাদন কৰি শ্মশানলৈ লৈ যোৱা হৈছিল; কিন্তু সেই কাপোৰ দহন নকৰি শ্মশান-ভূমিত পেলাই থৈ অহা হৈছিল।[২] 'ৰঘুবংশ'ৰ অষ্টম সৰ্গত দেখা যায়, মহাৰাজ অজই পত্নী ইন্দুমতীৰ শৱদেহ অলংকাৰ আৰু ফুলৰ মালা আদিৰে অলংকৃত কৰি অগুৰু, চন্দন কাষ্ঠ আদিৰে প্ৰস্তুত কৰা চিতাগ্নিত যথাবিহিতভাৱে দহন কৰিছিল।[৩] তাৰ পিছত দহ দিন অতীত হ'লত অজই ইন্দুমতীৰ উদ্দেশ্যে নগৰৰ উপবনৰ ভিতৰতে শ্ৰাদ্ধাদি ঔৰ্ধ্বদৈহিক ক্ৰিয়া সম্পাদন কৰিলে।[৪] প্ৰেতৰ উদ্দেশ্যে কৰিব লগীয়া প্ৰথম দহ দিনৰ ক্ৰিয়াসমূহ শ্মশান-ভূমিৰ ওচৰতে চালি সাজি কৰা হৈছিল আৰু দহ দিনৰ পিছৰ কাৰ্য অৰ্থাৎ অশৌচান্তে শ্ৰাদ্ধাদি ক্ৰিয়া নিজ ঘৰত নাইবা ঘৰৰ ওচৰৰ বাগান আদিত সমাধা কৰা হৈছিল। মহাৰাজ অগ্নিবৰ্ণৰ শৱদেহ মন্ত্ৰীসকলে অন্ত্যেষ্টি-বিধানজ্ঞ পুৰোহিতসকলেৰে সৈতে মিলি বাস-ভৱনৰ উপবনতেই দহন কৰিছিল।[৫] সংন্যাসীৰ শৱদেহ অগ্নিত দহন কৰা নিষিদ্ধ আছিল। সেই কাৰণে যোগ-বলেৰে প্ৰাণ ত্যাগ কৰা ৰঘুৰ শৱদেহ দহন নকৰি মাটিত পুতি থোৱা হৈছিল।[৬] যোগ আৰু

---

১. কুমাৰসম্ভৱ ৪।২২

২. প্ৰেতচীৰৰৱসা স্বনোগ্ৰয়া। (ৰঘু ১১।১৬)

৩. ৱিসসৰ্জ কৃতান্ত্যমণ্ডনামনলায়াগুৰুচন্দনৈধসে। (ৰঘু ৮।৭১)

৪. অথ তেন দশাহতঃ পৰে গুণশেষামুপদিশ্য ভামিনীম্।
বিদুষা বিধয়ো মহৰ্দ্ধয়ঃ পুৰএৱোপৱনে সমাপিতাঃ॥ (ৰঘু ৮।৭৩)

৫. তং গৃহোপৱন এৱ সংগতাঃ পশ্চিমক্ৰতুবিদা পুৰোধসা। (ৰঘু ১৯।৫৪)

৬. ৱিদধে বিধিমস্য নৈষ্ঠিকং যতিভিঃ সাৰ্ধমনগ্নিমগ্নিচিৎ। (ৰঘু ৮।২৫)

সমাধিৰে শৰীৰ ত্যাগ কৰা মহাপুৰুষসকলে পুত্ৰদত্ত পিণ্ডদানৰ আকাঙ্ক্ষা নাৰাখে। কিন্তু পুত্ৰ অজই পিতৃভক্তিৰ বশৱৰ্তী হৈ ৰঘুৰ সমস্ত ঔৰ্ধ্বদৈহিক কাৰ্য সম্পাদন কৰিছিল।[১]

মৃতকৰ উদ্দেশ্যে পিণ্ডদান প্ৰথাৰ বিধান সমাজত প্ৰচলিত আছিল। মৃত্যুৰ পিছত মানুহে পুত্ৰদত্ত পিণ্ডৰ আকাঙ্ক্ষা কৰে আৰু সেই আকাঙ্ক্ষাৰ বশৱৰ্তী হৈ মানুহে পুত্ৰ সন্তান কামনা কৰে আৰু সেইদৰে বংশত পিণ্ডদানৰ ধাৰা অবিচ্ছিন্ন ৰাখিবলৈ বিচাৰে। পুত্ৰৰ অভাৱত সেই ধাৰা বিচ্ছিন্ন হয় নাইবা পিণ্ড লোপ হয়। পিণ্ড লোপ হ'লে পিতৃপুৰুষসকল স্বৰ্গসুখৰপৰা বঞ্চিত হয়। 'ৰঘুবংশ'ত পোৱা যায়, মহাৰাজ দিলীপে পুত্ৰ সন্তানৰপৰা বঞ্চিত হৈ কুলগুৰু বসিষ্ঠৰ ওচৰত অনুশোচনা কৰে, 'মই ভাবোঁ, মোৰ পিছত বংশত পিণ্ডদান কৰিবলৈ কোনো নাথাকিব; এই দৰে আশঙ্কা কৰি স্বৰ্গত মোৰ পিতৃপুৰুষসকলে এতিয়াৰপৰাই শ্ৰাদ্ধত প্ৰদান কৰা পিণ্ডাদিৰ সমস্ত ভোজন নকৰি তাৰ কিছু অংশ ভৱিষ্যতৰ কাৰণে সঞ্চয় কৰিবলৈ যত্নপৰ হয়। পিতৃপুৰুষৰ উদ্দেশ্যে মই যি জল দান কৰোঁ, সেই জল পান কৰাৰ সময়ত তেওঁলোকৰ আশঙ্কা হয় যে মোৰ পিছত আৰু কোনেও জলদান নকৰিব। এইদৰে চিন্তা কৰি তেওঁলোকে মই দিয়া জলখিনি দীৰ্ঘ নিঃশ্বাস পেলাই পেলাই পান কৰে আৰু সেই দীৰ্ঘ নিঃশ্বাসৰ স্পৰ্শত মই অৰ্পণ কৰা জল ঈষৎ উষ্ণ হৈ উঠে; তেওঁলোকে তাকেই পান কৰে, সুশীতল জল যেন তেওঁলোকে পান কৰিব পৰা নাই—এনেকুৱা মোৰ ধাৰণা হয়।[২] 'শকুন্তলা' নাটকতো সন্তানহীন

---

১. অকৰোচ্চ তদৌৰ্ধ্বদৈহিকং পিতৃভক্ত্যা পিতৃকাৰ্যকল্পবিৎ।
ন হি তেন পথা তনুত্যজস্তনয়াৱৰ্জিতপিণ্ডকাঙ্ক্ষিণঃ॥ (ৰঘু ৮।২৬)

২. নূনং মত্তঃ পৰং বংশ্যাঃ পিণ্ডবিচ্ছেদদৰ্শিনঃ।
ন প্ৰকামভুজঃ শ্ৰাদ্ধে স্বধাসংগ্ৰহতৎপৰাঃ॥
মৎপৰং দুৰ্লভং মত্বা নূনমাৱৰ্জিতং ময়া।
পয়ঃ পূৰ্বৈঃ স্বনিঃশ্বাসৈঃ কবোষ্ণমুপভুজ্যতে॥ (ৰঘু ১।৬৬-৭)

মহাৰাজ দুষ্যন্তৰ মুখত সেই একে আক্ষেপ-বাণীৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়, হায়, দুষ্যন্তৰ পিণ্ডভাজনসকল সন্দিগ্ধ হৈ পৰিছে; কিয়নো, মোৰ পিছত মোৰ বংশত বেদবিধিমতে বহু উপকৰণযুক্ত জলাঞ্জলি (শ্ৰাদ্ধ) আক কোনে দিব। সন্তানহীন মই যি জল দান কৰিম, তাৰেই চকুৰ জল ধুই যি অৱশিষ্ট থাকিব তাকেই মাথোন পিতৃপুৰুষসকলে পান কৰিব।[1]

মৃতকৰ সংকাৰ আৰু পিণ্ডদানৰ প্ৰথা কালিদাসৰ যুগৰপৰা বৰ্তমান যুগলৈকে প্ৰায় একে ধৰণে চলি আছে। ইয়াৰ কোনো বিশেষ পৰিবৰ্তন হোৱা যেন নালাগে।

কবিৰ সমাজত নানা ধৰণৰ আমোদ-প্ৰমোদৰ ব্যৱস্থা আছিল; তাৰ ভিতৰত নাচ, গান আৰু অভিনয় অন্যতম। কোনো কোনো বিশেষ উৎসৱাদিত নৃত্য, গীত আৰু অভিনয় প্ৰদৰ্শন কৰি দৰ্শকক আনন্দ দিয়া হৈছিল। ৰজা দিলীপৰ প্ৰথম পুত্ৰৰ জন্মোৎসৱত ৰাজ-প্ৰাসাদত বাৰবিলাসিনীবিলাকে প্ৰমোদ নৃত্য পৰিৱেশন কৰি দৰ্শকবৃন্দক আপ্যায়িত কৰিছিল।[2] হৰ-গৌৰীৰ বিবাহ সমাপ্ত হোৱাৰ পিছত অপ্সৰাবিলাকে নাটক অভিনয় কৰি সেই জায়াপতিৰ আনন্দ বিধান কৰিছিল।[3] 'মালৱিকাগ্নিমিত্ৰ' নাটকত দেখা যায়, ৰজা অগ্নিমিত্ৰক ৰাজপ্ৰাসাদৰ ৰঙ্গমঞ্চত মহিলা কবি প্ৰণীত চাৰি খণ্ডৰ কাব্যৰ শেষ খণ্ডৰ নৃত্যাভিনয় কৰি দেখুওৱা হৈছিল।[4] 'বিক্ৰমোৰ্ৱশীয়'

---

১. ৰাজা-অহো দুষ্যন্তস্য সংশয়মাৰূঢ়াঃ পিণ্ডভাজঃ। কুতঃ।
অস্মাৎপৰং বত যথাশ্ৰুতি সংভৃতানি
কো নঃ কুলে নিবপনানি নিযচ্ছতীতি।
নূনং প্ৰসূতিবিকলেন ময়া প্ৰসিক্তং
ধৌতাশ্ৰুশেষমুদকং পিতৰঃ পিবন্তি॥ (শকুন্তলা ৬।২৫)

২. সুখশ্ৰৱা মঙ্গলতূৰ্যনিস্বনাঃ প্ৰমোদনৃত্যৈঃ সহ ৱাৰযোষিতাম্। (ৰঘু ৩।১৯)

৩. অপশ্যতামপ্সৰসাং মুহূৰ্তং প্ৰয়োগমাদ্যং ললিতাঙ্গহাৰম্। (কুমাৰ ৭।৯১)

৪. গণদাসঃ—দেৱ শৰ্মিষ্ঠায়াঃ কৃতিৰ্লয়মধ্যা চতুষ্পদা।
তস্যাশ্চতুৰ্থবস্তুনঃ প্ৰয়োগমেকমনাঃ শ্ৰোতুমৰ্হতি দেৱঃ।
(মালৱিকাগ্নিমিত্ৰ ২য় অঙ্ক)

নাটকত পোৱা যায়, দেৱৰাজ ইন্দ্ৰৰ সভাত দেৱী সৰস্বতী ৰচিত 'লক্ষ্মীস্বয়ংৱৰ' নাটকৰ অভিনয় প্ৰদৰ্শন কৰা হৈছিল।[১] সমাজৰ বিশিষ্ট বিদ্বান ব্যক্তিসকলৰ আগত নাট্যাভিনয় পৰিৱেশন কৰি সন্তুষ্টি বিধান কৰা হৈছিল।

নৃত্য-গীত, অভিনয় আদিৰ বাহিৰে সমাজত অৱসৰ বিনোদনৰ কাৰণে খেল-ধেমালি আৰু আমোদ-প্ৰমোদৰ ব্যৱস্থা আছিল। অৱসৰ-লব্ধ আনন্দদায়ক কাৰ্যৰ ভিতৰত মৃগয়া আছিল প্ৰধান। ৰজা আৰু আঢ্যৱন্ত লোকসকলেই আছিল অধিক মৃগয়া-প্ৰিয়। 'শকুন্তলা' নাটকত সেনাপতিয়ে ৰজা দুষ্মন্তক কয়, 'ঈদৃগ্ বিনোদঃ কুতঃ' মৃগয়াৰ দৰে আনন্দদায়ক আন কি বস্তু আছে? কবিয়ে 'ৰঘুবংশ'ৰ নৱম সৰ্গ আৰু 'শকুন্তলা' নাটকত মৃগয়াৰ বৰ্ণনা কৰিছে; 'শকুন্তলা'ৰ মৃগয়া বৰ্ণনা 'ৰঘুবংশ'ৰ বৰ্ণনাতকৈ অধিক বাস্তৱ। ইয়াত কবিয়ে ভাৰতীয় চিকাৰৰ এটি হুবহু চিত্ৰ দাঙি ধৰিছে। উভয় স্থলতে কবিয়ে অনুৰূপ-ভাৱেই মৃগয়াৰ উপকাৰিতা বৰ্ণনা কৰিছে। মৃগয়াৰ দ্বাৰা শৰীৰৰ অনাৱশ্যকীয় চৰ্বি হ্ৰাস কৰা যায়, উদৰ কৃশ হোৱা হেতু শৰীৰৰ লঘুতা সম্পাদিত হয়, চলা-ফুৰা কৰা সহজ হয়। ভয় আৰু ক্ৰোধৰ সময়ত জীৱ-জন্তুবিলাকৰ চিত্তবিকাৰ বা ভাৱ-ভঙ্গীৰ অভিজ্ঞতা জন্মে। বিচৰণশীল লক্ষ্যত শৰ-নিক্ষেপৰ চৰ্চাই ধনুৰ্বিদ্যাত উৎকৰ্ষ জন্মায়। মৃগয়াৰপৰা যি আনন্দ পোৱা যায় তাক আন উপায়ে পাব নোৱাৰি।[২] মিছাকৈয়ে মৃগয়াক ব্যসন বুলি কোৱা হয়।

---

১. তস্মিন্‌পুনঃ সৰস্বতীকৃতকাব্যবন্ধে লক্ষ্মীস্বয়ংৱৰে তেষু তেষু ৰসান্তৰেষু তন্ময়্যাসীৎ। (বিক্ৰমোৰ্বশীয় ৩য় অঙ্ক)

২. (ক) মেদশ্ছেদকৃশোদৰং লঘু ভৱত্যুত্থানযোগ্যং বপুঃ
সত্ত্বানামপি লক্ষ্যতে বিকৃতিমচ্চিত্তং ভয়ক্ৰোধয়োঃ।
উৎকৰ্ষঃ স চ ধন্বিনাং যদিষবঃ সিধ্যন্তি লক্ষ্যে চলে
মিথ্যৈৱ ব্যসনং বদন্তি মৃগয়ামীদৃগ্বিনোদঃ কুতঃ॥
(শকুন্তলা ২।৫)

(খ) পৰিচয়ং চললক্ষ্যনিপাতনে ভয়ৰুষোশ্চ তদিঙ্গিতবোধনম্।
শ্ৰমজয়াৎপ্ৰগুণাং চ কৰত্যসৌ তনুমতোঽনুমতঃ সচিবৈৰ্যযৌ॥
(ৰঘু ৯।৪৯)

তথাপি ৰজাসকলৰ কাৰণে অত্যধিক মৃগয়াপ্ৰিয় হোৱাটো দূষণীয় বুলি পৰিগণিত হৈছিল। কবিয়ে ৰজা তথা সমাজৰ অভ্যুন্নতিৰ চাৰিটা প্ৰধান কণ্টক বুলি উল্লেখ কৰিছে। সেই চাৰিটা হ'ল, মৃগয়ানুৰাগ, দ্যূতক্ৰীড়া, মদ আৰু কামিনীৰ প্ৰতি আসক্তি :

ন মৃগয়াভিৰতিৰ্ন দুৰোদৰং ন চ শশিপ্ৰতিমাভৰণং মধু।
তমুদয়ায় ন বা নৱযৌৱনা প্ৰিয়তমা যতমানমপাহৰৎ ॥[১]

কালিদাসৰ সমাজত মৃগয়া, মদ আৰু নাৰীৰ প্ৰতি আসক্তিৰ যথেষ্ট উল্লেখ আছে; কিন্তু দ্যূতক্ৰীড়া বা জুৱাখেলৰ বিষয়ে ইয়াত বাহিৰে আন ঠাইত পোৱা নাযায়। ইয়াৰ দ্বাৰা অনুমান হয়, বোধ হয় তেওঁৰ সমাজত জুৱাখেলৰ প্ৰচলন সিমান নাছিল। মৃগয়াৰ পিছত অৱসৰ বিনোদনৰ আন এটি উল্লেখনীয় উপায় হ'ল জলক্ৰীড়া। কবিয়ে 'ৰঘুবংশ'ৰ ষোড়শ সৰ্গত গ্ৰীষ্ম কালৰ বৰ্ণনা প্ৰসঙ্গত জলক্ৰীড়াৰ বিশেষ বৰ্ণনা দিছে। ৰজা কুশই অন্তঃপুৰৰ ৰমণীসমূহেৰে সৈতে সৰযূৰ সুখাৱহ সলিলত বিহাৰ কৰিবলৈ অভিলাষ কৰিলে। সৰযূৰ তীৰত মণ্ডপ নিৰ্মাণ কৰিলে, জালোৱাৰ দ্বাৰা নদীৰ ধৰিয়াল আঁতৰোৱালে। বিলাসিনীসকল নদীত অৱতৰণ কৰি পৰস্পৰৰ গালৈ জল-সিঞ্চনত মত্ত হ'ল। কুশই নৌকাৰপৰা নামি তেওঁলোকৰ লগত জল বিহাৰত যোগ দিলে। বিলাস-চঞ্চল কুশেৰে সৈতে বিলাসিনীবোৰ মিলিত হোৱাত দেখা গ'ল যেন সৰযূৰ বুকুত সুন্দৰ মুক্তাৰ লগত উজ্জ্বল ইন্দ্ৰনীল মণিৰ সংযোগ ঘটিল।[২]

এই গ্ৰীষ্ম কালতেই আঢ্যৱন্ত লোকসকলে ধাৰাগৃহ বিলাকৰ ভিতৰত যন্ত্ৰ-সঞ্চালিত সুশীতল জলৰাশিৰে পৰিপূৰ্ণ আৰু চন্দন-সলিলৰ দ্বাৰা বিধৌত মণিময় আসনসমূহত শয়ন কৰি গ্ৰীষ্মৰ তাপ নিবাৰণ কৰি সুখেৰে দিনবোৰ অতিক্ৰম কৰে।[৩]

---

১. ৰঘুবংশ ৯।৭

২. ৰঘুবংশ ১৬।৫৫-৭১

৩. যন্ত্ৰপ্ৰবাহৈঃ শিশিৰৈঃ পৰীতান্ ৰসেন ধৌতান্ মলয়োদ্ভৱস্য।
শিলাবিশেষানধিশয্য নিন্যুৰ্ধাৰাগৃহেষ্বাতপমৃদ্ধিমন্তঃ ॥ (ৰঘু ১৬'৪৯)

কবিয়ে 'ৰঘুবংশ'ৰ ত্ৰয়োদশ সৰ্গত উল্লেখ কৰিছে, মহৰ্ষি শাতকাৰ্ণিয়ে যোগ-বলেৰে সৰোবৰ তৈয়াৰ কৰি তাৰ ভিতৰত গৃহ নিৰ্মাণ কৰি পাঁচজনী অপ্সৰাৰে সৈতে জল-বিহাৰৰ আনন্দ উপভোগ কৰিছিল। ঋষিৰ এই ক্ৰীড়া সৰোবৰ, পিছত পঞ্চাপ্সৰ নামে খ্যাত হৈছিল।[১] আকৌ কবিৰ উক্ত কাব্যৰ ঊনবিংশ সৰ্গত পোৱা যায়, ৰজা অগ্নিবৰ্ণই বিলাসিনীবোৰেৰে সৈতে জল-বিহাৰৰ আমোদ উপভোগ কৰিছিল।[২]

জলক্ৰীড়াৰ পিছত আমি দেখিবলৈ পাওঁ, পৰ্বত বা বন-বিহাৰ কৰিও মানুহে আনন্দ উপভোগ কৰিছিল। শংকৰে পাৰ্বতীৰে সৈতে সূৰ্যাস্তৰ পিছত কেতিয়াবা গন্ধমাদন পৰ্বতলৈ গৈ বিহাৰ কৰি আনন্দ লাভ কৰিছিল।[৩]

উৰ্বশী প্ৰণয়-সঙ্গী ৰাজৰ্ষিৰে সৈতে গন্ধমাদন পৰ্বতৰ বনলৈ বিহাৰ কৰিবলৈ গৈছিল। ৰাজ্যভাৰ আছিল মন্ত্ৰীবৰ্গৰ ওপৰত।[৪]

দেৱৰাজ ইন্দ্ৰই শচীৰে সৈতে নন্দন কাননত বিহাৰ কৰাৰ দৰে মহাৰাজ অজই মহিষী ইন্দুমতীৰে সৈতে নগৰৰ ওচৰৰ উপবনত কিছুদিন বিহাৰ কৰিছিল। ৰাজ্যভাৰ আছিল পুত্ৰৰ হাতত।[৫]

'মেঘদূত'ত পোৱা যায়, কুবেৰৰ বাস-গৃহৰ বাহিৰত 'বৈভ্ৰাজ' নামৰ উপবন। তালৈ কামাসক্ত লোকবিলাক আহি বিবিধ গল্প কৰি সময় কটায়; লগত থাকে অপ্সৰা আৰু কিংনৰৰ দল :

বৈভ্ৰাজাখ্যং বিবুধবনিতাবাৰমুখ্যাসহায়া
বদ্ধালাপা বহিকপবনং কামিনী নিৰ্বিশন্তি।[৬]

---

১. এতন্মুনের্মানিনি শাতকৰ্ণেঃ পঞ্চাপ্সৰো নাম বিহাৰবাৰি (ৰঘু ১৩।৩৮)
২. গূঢ়মোহনগৃহাস্তদম্বুভিঃ স ব্যগাহত বিগাঢ়মন্মথঃ। (ৰঘু ১৯।৯)
৩. লোহিতায়তি কদাচিদাতপে গন্ধমাদনগিৰিং ন্ববৰ্ত্তত। (কুমাৰ ৮.২৮)
৪. উৰ্বশী কিল তং ৰতিসহায়ং ৰাজৰ্ষিমমাত্যেষু নিবেশিতৰাজ্যধুৰং গৃহীত্বা গন্ধমাদনবনং বিহৰ্তুং গতা। (বিক্ৰমোৰ্বশীয় ৪ৰ্থ অঙ্ক)
৫. নগৰোপবনে শচীসখো মৰুতাং পালয়িতেৱ নন্দনে। (ৰঘু ৮।৩২)
৬. মেঘদূত ২।১০

সুদূৰ অতীতৰপৰাই ভাৰতবৰ্ষত সৰু ছোৱালীবিলাকে কন্দুক লৈ খেলাৰ উল্লেখ পোৱা যায়। কালিদাসৰ যুগতো সেই খেল সৰু-ছোৱালীবিলাকৰ বাবে এটা বিশেষ আমোদদায়ক বস্তু আছিল। হিমালয়ৰ কন্যা পাৰ্বতীয়ে বাল্য কালত সখীসকলেৰে সৈতে কেতিয়াবা মন্দাকিনী নদীৰ বালিত বেদিকা সাজিছে, কেতিয়াবা কন্দুক লৈ খেলিছে, আকৌ কেতিয়াবা কৃত্ৰিম পুত্ৰ (পুতলা) তৈয়াৰ কৰি ক্ৰীড়াৰস উপভোগ কৰিছে :

মন্দাকিনীসৈকতবেদিকাভিঃ সা কন্দুকৈঃ কৃত্ৰিমপুত্ৰকৈশ্চ।
ৰেমে মুহুৰ্মধ্যগতা সখীনাং ক্ৰীড়াৰসং নিৰ্বিশতীৱ বাল্যে ॥[১]

ব্ৰতপৰায়ণা পাৰ্বতীৰ বৰ্ণনাত কবিয়ে কয়, 'আজি পাৰ্বতীৰ হাত, স্তনাঙ্গৰাগেৰে অৰুণ-বৰ্ণ ক্ৰীড়া-কন্দুক ত্যাগ কৰি অক্ষ-মালাৰ সহচৰ হ'ল।[২] যি পাৰ্বতী এদিন সামান্য কন্দুক-ক্ৰীড়া কৰি ক্লান্ত হৈছিল, তেওঁ আজি মুনিসকলে আচৰণ কৰা সাধনাত মগ্ন হ'ল।[৩] 'মালৱিকাগ্নিমিত্ৰ'ত অল্পবয়স্কা বসুলক্ষ্মীয়ে কন্দুক লৈ খেলাৰ কথা কবিয়ে উল্লেখ কৰিছে।[৪]

কুমুদনাগৰ কনিষ্ঠা ভনীয়েক কুমুদ্বতীয়ে কন্দুক লৈ খেলাৰ কথা কবিয়ে 'ৰঘুবংশ'ত উল্লেখ কৰিছে।[৫] নদীৰ বালিত বেদিকা সজাই বালিৰ পৰ্বত তৈয়াৰ কৰি ছোৱালীবিলাকে ধেমালি কৰিছিল।

গন্ধৰ্ব বালিকা উদয়ৱতীয়ে গঙ্গানদীৰ তীৰত বালিত পৰ্বত সাজি ধেমালি কৰা 'বিক্ৰমোৰ্বশীয়' নাটকত দেখা যায়।[৬]

---

১. কুমাৰসম্ভৱ ১।২৯

২. কুমাৰসম্ভৱ ৫।১১

৩ কুমাৰসম্ভৱ ৫।১৯

৪. জয়সেনা—দেৱ কুমাৰী বসুলক্ষ্মীঃ কন্দুকমনুধাৱন্তী
( মালৱিকাগ্নিমিত্ৰ ৪ৰ্থ অঙ্ক )

৫. ৰঘুবংশ—১৬।৮৩

৬ চিত্ৰলেখা—তত্ৰ খলু মন্দাকিন্যাঃ পুলিনেষু সিকতাপৰ্বতকেলিভিঃ ক্ৰীড়ন্তী বিদ্যাধৰদাৰিকোদয়ৱতী নাম ·· ( বিক্ৰমোৰ্বশীয় ৪ৰ্থ অঙ্ক )

'মেঘদূত'ত পোৱা যায়, সেই অলকাত মন্দাকিনীৰ দাঁতিত যক্ষকুমাৰীবিলাক খেলাত মত্ত। সিহঁতৰ দুটা দল হৈ এদলে হাতৰ মুঠিত মণি লৈ স্বৰ্ণ-বেণুৰ দৰে বালিত লুকুৱাই থয়, আন দলে সেই মণি বিচাৰি উলিয়াব লাগে :

মন্দাকিন্যাঃ সলিলশিশিৰৈঃ সেব্যমানা মৰুদ্ভি-
ৰ্মন্দাৰাণামনুতটৰুহাং ছায়য়া ৱাৰিতোষ্ণাঃ।
অন্বেষ্টব্যৈঃ কনকসিকতামুষ্টিনিক্ষেপগূঢ়ৈঃ
সংক্ৰীড়ন্তে মণিভিৰমৰপ্ৰাৰ্থিতা যত্ৰ কন্যাঃ।[১]

*মল্লিনাথে এই খেলক 'গুপ্তমণি' নামৰ খেল বুলি কৈছে।*

'শকুন্তলা' নাটকত শকুন্তলাৰ বালক সৰ্বদমনক খেলিবলৈ এটা ৰং দিয়া মাটিৰ ময়ূৰ দিয়া হৈছিল।[২] 'বিক্ৰমোৰ্বশীয়' নাটকত কুমাৰ আয়ুয়ে মণিকণ্টক নামৰ ময়ূৰটো দিবলৈ অনুৰোধ কৰা দেখা যায়।[৩]

কালিদাসৰ যুগত বসন্তোৎসৱৰ দিনত দোলাৰোহণ সৰ্বাধিক আনন্দ উপভোগৰ সামগ্ৰী আছিল। যুৱতীসকলে বসন্তোৎসৱৰ সময়ত অভিনৱ দোলাধিৰোহণ কৰি দুলিবলৈ ধৰে আৰু প্ৰিয়তমৰ কণ্ঠালিঙ্গনৰ অভিলাষ কৰি হাতেৰে ধৰা ৰচি এৰি দি মাটিত পৰি যোৱাৰ অভিনয় কৰে, হাত আগুৱাই দি সেই প্ৰাণৰ প্ৰিয়তমৰ কণ্ঠত সাৱটি ধৰে আৰু এই দৰে হাস্য-ৰসৰ পৰাকাষ্ঠা প্ৰদৰ্শন কৰে।[৪]

ৰজা অগ্নিবৰ্ণই অঙ্গনাসমূহেৰে সৈতে দোলাত আৰোহণ কৰে, পৰিজনবৰ্গই সেই দোলা দোলাই দিয়ে; ৰজাই দোলাৰ ৰচি এৰি দি তেওঁলোকক ঠেলি দিয়ে। তেতিয়া সেই অঙ্গনাসমূহে দোলাৰ-পৰা পৰি যোৱাৰ ভয়ত ৰজাৰ কণ্ঠত গাঢ়ভাৱে সাৱটি ধৰে।[৫]

---

১. মেঘদূত ২।৬
২. দ্বিতীয়া—বৰ্ণচিত্ৰিতো মৃত্তিকাময়ূৰস্তিষ্ঠতি। (শকুন্তলা ৭ম অঙ্ক)
৩. তং মে জাতকলাপং প্ৰেষয় মণিকণ্ঠকং শিখিনম্। (বিক্ৰমোৰ্বশীয় ৫।:৩)
৪. ৰঘুবংশ ৯।৪৬
৫. ৰঘুবংশ ১৯।৪৪

'মালৱিকাগ্নিমিত্ৰ' নাটকত ৰাণী ইৰাৱতী মহাৰাজেৰে সৈতে বসন্তোৎসৱৰ সময়ত দোলাৰোহণৰ ইচ্ছা কৰা দেখা যায়।[1] প্ৰমোদ উদ্যানত দোলাধিৰোহণৰ সুব্যৱস্থা আছিল। ইয়াৰ দ্বাৰা কালিদাসৰ সময়ত দোলা-ক্ৰীড়াৰ যে বিশেষ প্ৰচলন আছিল তাক সহজে অনুমান কৰিব পাৰি।

কালিদাসৰ সাহিত্যত জাতীয় সংস্কৃতি, সভ্যতা, কলা-কৃষ্টি আৰু জীৱনধাৰাৰ প্ৰতিচ্ছবি প্ৰতিফলিত হৈ আছে। কবিৰ যুগৰ সমাজখনৰ উজ্জ্বল চিত্ৰ মানস-পটলৈ আহিলে আজিও ভাৰতবাসীৰ অন্তৰ স্বভাৱতে গৌৰৱান্বিত হৈ উঠে। ভাৰতবাসীৰ পূৰ্ব-পুৰুষসকলে এনে এখন সমাজ গঢ়ি তুলিছিল যিখন আছিল সুখ, শান্তি আৰু সমৃদ্ধিৰ ৰম্য ভূমি। কবিৰ বৰ্ণোদ্দীপ্ত বৰ্ণনাত সমাজৰ যি শ্ৰেষ্ঠ, যি উচ্চ, যি মহান, যি সুন্দৰ তাৰ পৰিসৰ অধিক ; আৰু যি অভাজন, কুৎসিত, যি অকিঞ্চন, যি অৱহেলিত তাৰ বৰ্ণনা তেনেই তাকৰ। কালিদাস আছিল ৰজাৰ ৰাজসভাৰ পণ্ডিত, ৰাজকীয় পৰিৱেশত জীৱন নিৰ্বাহ কৰা কবিৰ মনটো যেন নগৰৰ সমৃদ্ধ বিলাসী জীৱনৰ বৰ্ণনাই পৰিবেষ্টন কৰি ৰাখিছে।

১. ইচ্ছাম্যার্যপুত্রেণ সহ দোলাধিরোহণমনুভবিতুমিতি'
তৎপ্রমদবনমেব গচ্ছাবঃ। (মালবিকাগ্নিমিত্র ৩য় অঙ্ক)

# কালিদাসৰ কাব্যত ভগৱদ্‌গীতা আৰু উপনিষদ

কালিদাসৰ কাব্যত ভগৱদ্‌গীতা আৰু উপনিষদৰ প্ৰভাৱ সম্বন্ধে আলোচনা কৰাৰ পূৰ্বে উল্লিখিত গ্ৰন্থদ্বয়ৰ সাধাৰণ পৰিচয়ৰ প্ৰয়োজন। ভগৱদ্‌গীতাৰ সম্পূৰ্ণ নাম শ্ৰীমদ্‌ভগৱদ্‌গীতোপনিষৎ। সংক্ষেপ নাম শ্ৰীমদ্‌ভগৱদ্‌গীতা। তাতকৈও সংক্ষিপ্ত নাম গীতা আৰু এই নামেৰেই ই জনসাধাৰণৰ মাজত সুপৰিচিত। ভগৱদ্‌গীতা মহাভাৰতৰ ভীষ্ম-পৰ্বৰ অন্তৰ্গত আৰু অষ্টাদশ অধ্যায়ত পৰিসমাপ্ত। গীতা আধ্যাত্মিক জগতৰ শ্ৰেষ্ঠ সম্পদ আৰু ভাৰতীয় দাৰ্শনিক তথ্যৰ বিশিষ্ট বিৱৰণ। মহাভাৰতৰ অন্তৰ্গত হ'লেও গীতা স্বতন্ত্ৰ গ্ৰন্থ হিচাপে লব্ধপ্ৰতিষ্ঠ।

কুৰুক্ষেত্ৰৰ যুদ্ধক্ষেত্ৰত কৌৰৱ সৈন্য আৰু পাণ্ডৱ সৈন্য যুদ্ধৰ কাৰণে সমুপস্থিত হ'ল। বিপক্ষ দলত আত্মীয়-স্বজন যুদ্ধ কৰিবলৈ প্ৰস্তুত হৈছে। আত্মীয়বৰ্গক ৰণভূমিৰ চাৰিওফালে দেখি অৰ্জুন স্তম্ভিত হ'ল। তেওঁৰ মন বিষাদে ঢাকি পেলালে আৰু বিষণ্ণ মনেৰে ৰথৰ সাৰথি শ্ৰীকৃষ্ণক কবলৈ ধৰিলে, যুদ্ধেচ্ছু স্বজনক দেখি মোৰ অঙ্গসমূহ অৱসন্ন হৈছে, মুখ শুকাই গৈছে, শৰীৰ ৰোমাঞ্চিত হৈ উঠিছে। হাতৰ ধনু খহি পৰিছে, মই থিয় হৈ থাকিব নোৱৰা হৈছোঁ, মূৰটো যেন ঘূৰাবলৈ ধৰিছে, চাৰিওপিনে কেৱল অমঙ্গলকেই দেখিছোঁ। স্বজনক হত্যা কৰাৰ পিছত মঙ্গলেই বা কি হ'ব তাক নাজানো। মই যুদ্ধত জয়ী হ'বলৈ নিবিচাৰোঁ, ৰাজ্যৰ প্ৰতি মোৰ কামনা নাই, সুখৰ প্ৰতি মোৰ অভিলাষ নাই। যুদ্ধ কৰিলে অস্ত্ৰেৰে আত্মীয়-স্বজনক বধ কৰিবই লাগিব। সেই স্বজনবৰ্গক হত্যা কৰি সুখী হম কেনেকৈ? স্বজনক

হত্যা কৰাতকৈ নিজৰ মৃত্যুৱেই বৰং শ্ৰেয়। হায়, ৰাজ্যসুখৰ লোভত স্বজনক হত্যা কৰি মহাপাপ কৰিবলৈ উদ্যত হৈছোঁ। আত্মীয় স্বজনক হত্যা কৰা কদাপি উচিত নহয়।" এইদৰে চিন্তা কৰি অৰ্জুনৰ অন্তৰত বৈৰাগ্যৰ আবিৰ্ভাৱ হ'ল। তেওঁ ধনুৰ্বাণ ত্যাগ কৰি শোকাকুল চিত্তেৰে ৰথৰ ওপৰত বহিল[1] আৰু যুদ্ধৰপৰা অব্যাহতি বিচাৰিলে। তেতিয়া ভগৱান শ্ৰীকৃষ্ণই যিবোৰ উপদেশৰ মাজেদি অৰ্জুনৰ মোহ নিবৃত্তি কৰি যুদ্ধত প্ৰবৃত্ত হ'বলৈ প্ৰণোদিত কৰিছিল, মুখ্যভাৱে সেয়ে গীতা নামে পৰিচিত। ভগৱান শ্ৰীকৃষ্ণৰ উপদেশ যে কাৰ্যকৰী হৈছিল সেই কথা স্বয়ং অৰ্জুনে নিজ মুখে গীতাৰ শেষ অধ্যায়ত স্বীকাৰ কৰিছে :

নষ্টো মোহঃ স্মৃতিৰ্লব্ধা ত্বৎপ্ৰসাদাময়াচ্যুত।
স্থিতোঽস্মি গতসন্দেহঃ কৰিষ্যে ৱচনং তৱ ॥[2]

হে অচ্যুত, তোমাৰ অনুগ্ৰহত মোৰ মোহ আঁতৰি গৈছে, স্মৃতি আকৌ ঘূৰাই পাইছোঁ, মই স্থিৰ হৈছোঁ, সন্দেহ দূৰ হৈ গৈছে, তোমাৰ আদেশ পালন কৰিম।

গীতা ধ্যানত কোৱা হৈছে :

সৰ্বোপনিষদো গাৱো দোগ্ধা গোপালনন্দনঃ।
পাৰ্থো ৱৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ ॥

সকলো উপনিষদ খীৰতী গাই, শ্ৰীকৃষ্ণ সেই গাভীৰ দোহনকৰ্তা আৰু বুদ্ধিমান অৰ্জুন বৎস। তেৱেঁই গীতাত নিহিত থকা অমৃত-স্বৰূপ দুগ্ধ পান কৰে।

ইয়াত উপনিষদৰ গৰিমা বৰ্ণোৱা হৈছে ; কাৰণ ভগৱদ্গীতাত উপনিষদৰ সাৰ সংগ্ৰহ কৰি ব্যক্ত কৰা হৈছে। অকল উপনিষদৰ শিক্ষাই নহয়, ঠায়ে ঠায়ে মহৰ্ষি বাদৰায়ণৰ 'ব্ৰহ্মসূত্ৰ'বো সাৰমৰ্ম ব্যক্ত কৰা হৈছে। গীতাত হিন্দুদৰ্শনৰ মৌলিক তত্ত্বসমূহক

১. এৱমুক্ত্বাৰ্জুনঃ সংখ্যে ৰথোপস্থ উপাৱিশৎ।
বিসৃজ্য সশৰং চাপং শোকসংবিগ্নমানসঃ ॥ (গীতা ১।৪৭)

২. গীতা ১৮।৭৩

যুক্তিযুক্তভাৱে সাৱলীল ভাষাৰে অভিব্যক্ত কৰা হৈছে। আকৌ গীতাৰ প্ৰত্যেক অধ্যায়ৰ শেষত কোৱা হৈছে :

ইতি শ্ৰীমদ্‌ভগৱদ্‌গীতাসূপনিষৎসু ব্ৰহ্মবিদ্যায়াং যোগশাস্ত্ৰে শ্ৰীকৃষ্ণাৰ্জুনসংবাদে……যোগো নাম….অধ্যায়ঃ।

এইদৰে শ্ৰীমান্ ভগৱানৰ দ্বাৰা গীত অৰ্থাৎ কথিত উপনিষদত, ব্ৰহ্মবিদ্যাৰ অন্তৰ্ভুক্ত যোগ শাস্ত্ৰত শ্ৰীকৃষ্ণ আৰু অৰ্জুনৰ কথোপকথন ৰূপে প্ৰকাশিত……যোগ নামক…অধ্যায় ( সমাপ্ত হ'ল )।

শ্ৰীমদ্‌ভগৱদ্‌গীতাত ভগৱান শ্ৰীকৃষ্ণ বক্তা, অৰ্জুন শ্ৰোতা আৰু ইয়াৰ উদ্দেশ্য অৰ্জুনৰ অবিদ্যা বা মোহ নিবৃত্তি কৰি অমৃতৰ বা মুক্তিৰ সন্ধান দিয়া। গীতাত শ্ৰীকৃষ্ণ গুৰু, অৰ্জুন শিষ্য। এই গুৰু-শিষ্যৰ সান্নিধ্যত মুক্তিৰ যোগ সেতুৰ নিৰ্মাণ হৈছে। এই সেতুৰেই জীৱাত্মা আৰু পৰমাত্মাৰ সংযোগ সংঘটিত হয়। অৰ্জুন জীৱাত্মাৰ প্ৰতীক, শ্ৰীকৃষ্ণ স্বয়ং পৰমাত্মা। এই জীৱাত্মা আৰু পৰমাত্মাৰ সংযোগ-সাধনৰ সন্ধান দিয়াই গীতাৰ লক্ষ্য।

গীতাত যিদৰে গুৰু-শিষ্যৰ কথোপকথনৰ মাজেদি মুক্তি বা নিৰৱচ্ছিন্ন কল্যাণৰ পথ নিৰ্দেশ কৰা হৈছে, উপনিষদতো গুৰু-শিষ্যৰ কথোপকথনৰ মাজেদি অবিদ্যা-নাশিনী মুক্তি-প্ৰদায়িনী ব্ৰহ্মবিদ্যাৰ উপদেশ দিয়া হৈছে।

উপনিষদৰ মুখ্য অৰ্থ ব্ৰহ্মবিদ্যা। ব্ৰহ্মবিদ্যা প্ৰতিপাদক গ্ৰন্থকো উপনিষদ্[1] বুলি অভিহিত কৰা হৈছে। কিন্তু প্ৰকৃত পক্ষে উপনিষদ শব্দটোৱে কোনো পদ্য বা গদ্যাত্মক গ্ৰন্থক সুবুজায় আৰু ইয়াৰ প্ৰকৃত অৰ্থ সম্বন্ধে পণ্ডিতসকলৰ মাজত যথেষ্ট বাদ-বিতণ্ডা দেখা যায়। উপ আৰু নি পূৰ্বক সদ্ ধাতুৰ পিছত কিপ্ প্ৰত্যয়ৰ যোগত উপনিষদ শব্দটো নিষ্পন্ন।

আক্ষৰিক অৰ্থ অনুসাৰে বিদ্যা গ্ৰহণৰ কাৰণে শিষ্যই গুৰুৰ নিচেই ওচৰতে বহা সূচায়, অথবা উপনিষদে গুৰুৰ ওচৰত

১. উপনিষদমধিমহে, অধ্যাপয়ামাস ইতি।

শিষ্যৰ বহা-মেলাৰ গঢ়-গতিকে বুজায়। আচাৰ্য শঙ্কৰে উপনিষদৰ ব্যুৎপত্তিগত অৰ্থ কৰিছে সদ্‌ ধাতুৰপৰা। মহৰ্ষি পাণিনিয়ে সদ্‌ ধাতুৰ বিশৰণ, গতি আৰু অৱসান এই তিনিটা অৰ্থ নিৰ্দেশ কৰিছে। এই ত্ৰিবিধ অৰ্থ বুজোৱা সদ্‌ ধাতুৰপৰাই (উপ-নি-সদ্‌) উপনিষদ শব্দ উৎপন্ন। যি বিদ্যাই সংসাৰৰ নিত্যতা বুদ্ধিক শিথিল কৰে বা পৰব্ৰহ্ম প্ৰাপ্তি ঘটায়, অথবা সংসাৰৰ কাৰণ-স্বৰূপ অবিদ্যাদি দোষ বিনাশ কৰে তাকেই ব্ৰহ্মবিদ্যা বোলে। ব্ৰহ্মবিদ্যায়েই উপনিষদ শব্দেৰে কথিত হয়। সহজভাৱে ক'বলৈ হ'লে গুৰুৰ ওচৰলৈ গৈ নিচেই ওচৰত বহি যি বিদ্যা গ্ৰহণ কৰা যায় আৰু যি বিদ্যাই সংসাৰ-বন্ধন বিনাশ কৰি পৰব্ৰহ্মপ্ৰাপ্তি বা মুক্তিৰ সন্ধান দিয়ে তাকেই উপনিষদ বিদ্যা বোলে। উপনিষদ বিদ্যা আৰু ব্ৰহ্মবিদ্যা সমানাৰ্থক। ব্ৰহ্মবিদ্যাৰেই আন নাম উপনিষদ।

শিষ্যসকলে প্ৰথমে নিজ নিজ গুৰুৰ ওচৰত বহি এই উপনিষদ বিদ্যা আহৰণ কৰিছিল আৰু নিচেই ওচৰা-উচৰিকৈ বহি ব্ৰহ্ম-বিষয়ক গভীৰ আলোচনাত মনোনিবেশ কৰিছিল। গুৰু-শিষ্য পৰম্পৰা হিচাপে পুৰুষানুক্ৰমে মুখে মুখে যুগ যুগ ধৰি যি পবিত্ৰ জ্ঞান-ৰাশি প্ৰচলিত হৈ আহিছিল সেই জ্ঞানৰাশিৰেই নাম উপনিষদ। এই জ্ঞান লাভৰ কাৰণেই শিষ্যই গুৰু-গৃহত বাস কৰিছিল আৰু এই নিকট সন্নিকৰ্ষই গুৰু-শিষ্যৰ মাজত এটা প্ৰীতি মধুৰ ঘনিষ্ঠ সম্বন্ধৰ সৃষ্টি কৰিছিল আৰু সেই প্ৰীতি-মধুৰ পৰিৱেশৰ মাজেদিয়েই সংঘটিত হৈছিল জ্ঞানৰ আদান-প্ৰদান। এই গভীৰ আলোচনাৰ মাজেদিয়েই আৱিষ্কৃত হৈছিল সত্যৰ সন্ধান, অবিদ্যাৰ নাশ আৰু মুক্তিৰ উপায়।

পূৰ্বে উল্লেখ কৰা হৈছে উপনিষদৰ মুখ্য অৰ্থ ব্ৰহ্মবিদ্যা। ব্ৰহ্মবিদ্যাৰ আন নাম আত্মবিদ্যা। এই ব্ৰহ্মবিদ্যা গ্ৰহণ কৰিবলৈ শিক্ষাৰ্থীৰ প্ৰয়োজন হৈছিল অনুকূল যোগ্যতাৰ। যোগ্য অধিকাৰীয়েহে ইয়াৰ সাৰ-মৰ্ম আহৰণ কৰিব পাৰে। সেই কাৰণে উপনিষদক ৰহস্য বা গুপ্ত বিদ্যা বুলি জনা যায়। উপনিষদ শব্দটো

উপনিষদতে ৰহস্য বা গুপ্তবিদ্যা হিচাপে বহু ঠাইত ব্যৱহৃত হৈছে: উদাহৰণ স্বৰূপে 'কঠোপনিষদ'ৰ[১] 'য ইমং পৰমং গুহ্যম্.' আৰু 'প্ৰৱক্ষামি গুহ্যং ব্ৰহ্ম সনাতনম্' উল্লেখ কৰিব পাৰি।

ঋষিসকল যেতিয়া কোনো এটা বিশেষ সিদ্ধান্তত উপনীত হয় তেতিয়া তাক উপনিষদ বুলি অভিহিত কৰে; যেনে, 'বৃহদাৰণ্যকোপনিষদ'ত[২] পৰমাত্মাৰ অন্বেষণকৰি সিদ্ধান্ত কৰিলে 'সত্যস্য সত্যম' এই সত্যৰ সত্যক উপনিষদ বুলি অভিহিত কৰিছে। আৰু পোৱা যায় 'গুহ্য আদেশঃ' গোপনীয় বিদ্যা, 'বেদান্তে পৰমং গুহ্যম্'[৩] অত্যন্ত গোপনীয়। উপনিষদৰ সিদ্ধান্ত বাণীসমূহৰ অন্তত প্ৰায়ে এনে ধৰণৰ উল্লেখ পোৱা যায়।

উপনিষদত পৰা আৰু অপৰা ভেদে বিদ্যাক দুভাগত বিভক্ত কৰা হৈছে।[৪] শিক্ষা প্ৰভৃতি ছয় অঙ্গেৰে সৈতে ঋক্ প্ৰভৃতি চাৰি বেদ অপৰা বিদ্যাৰ অন্তৰ্ভুক্ত আৰু বেদ-প্ৰতিপাদ্য কৰ্মৰ জ্ঞানো বিদ্যাই, কিন্তু সিও অপৰা বিদ্যাই। আৰু যি বিদ্যাৰ দ্বাৰা সেই অক্ষৰ পৰব্ৰহ্মক জানিব পাৰি তাকেই পৰা বিদ্যা বোলে অৰ্থাৎ উপনিষদ প্ৰতিপাদ্য পৰব্ৰহ্ম-বিষয়ক বিদ্যাই পৰা বিদ্যা। এই পৰা বিদ্যাই ব্ৰহ্মবিদ্যা বা আত্মবিদ্যা। এই ব্ৰহ্মবিদ্যা বা ব্ৰহ্মজ্ঞান হ'লে সংসাৰ নিবৃত্তি বা মুক্তি লাভ হয়, সমস্ত ক্লেশৰ অৱসান ঘটে। আত্যন্তিক ক্লেশ নিবৃত্তিয়েই মানৱ জীৱনৰ চৰম উদ্দেশ্য। আন বিদ্যাৰ দ্বাৰা আত্যন্তিক ক্লেশৰ নিবৃত্তি নহয়, সেই কাৰণে আন বিদ্যাতকৈ ব্ৰহ্মবিদ্যা শ্ৰেষ্ঠ। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে, 'অধ্যাত্মবিদ্যা

১. কঠোপনিষদ—১।৩।১৭ ; ২।৬।৩০

২. বৃহদাৰণ্যকোপনিষদ ২।১।২০

৩. বেদান্তে পৰমং গুহ্যং পুৰাকল্পে প্ৰচোদিতম্।
নাপ্ৰশান্তায় দাতব্যং নাপুত্ৰায়াশিষ্যায় বা পুনঃ॥ (শ্বেতঃ উঃ ৬।২২)

৪. দ্বে বিদ্যে বেদিতব্যে-পৰা চৈৱাপৰা চ-তত্ৰাপৰা-ঋগ্বেদো যজুৰ্বেদঃ সামবেদোঽথৰ্ববেদঃ শিক্ষা কল্পো ব্যাকৰণং নিৰুক্তং ছন্দো জ্যোতিষমিতি। অথ পৰা,—যয়া তদক্ষৰমধিগম্যতে। (মুণ্ডকোপনিষদ ১।১।৫)

ৱিদ্যানাম্'[১], অধ্যাত্মবিদ্যাই সকলো বিদ্যাতকৈ শ্ৰেষ্ঠ। বেদবিহিত কৰ্মবিদ্যাই লগে লগে ফল দিব নোৱাৰে। ই কালান্তৰত ফল দিয়ে কিন্তু সেই ফল বিনাশী। ব্ৰহ্মবিদ্যাই লগে লগে ফল দিয়ে আৰু সেই ফল অবিনাশী। সমগ্ৰ উপনিষদতে এই অদ্বৈত ব্ৰহ্মবিদ্যাৰেই প্ৰতিপাদন কৰা হৈছে। সেই ব্ৰহ্মবিদ্যাৰ আদৰ্শ হ'ল—'অসতো মা সদ্‌গময়, তমসো মা জ্যোতিৰ্গময়, মৃত্যোৰ্মাঽমৃতং গময়'[২]—অসতৰপৰা মোক সত্যলৈ লৈ যোৱাঁ, অন্ধকাৰৰপৰা মোক পোহৰলৈ লৈ যোৱাঁ, মৃত্যুৰপৰা মোক অমৃতলৈ লৈ যোৱাঁ। শিক্ষাৰ ইয়াতকৈ আন কি শ্ৰেষ্ঠতৰ আদৰ্শ হ'ব পাৰে?

এক অদ্বিতীয় ব্ৰহ্মৰ প্ৰতিপাদনেই উপনিষদৰ মুখ্য তাৎপৰ্য। একৰপৰা বহুৰ সৃষ্টি আৰু অন্তত সেই একতেই বহুৰ শেষ সমাধি। বিকাৰৰ অন্তৰালত অবিকাৰী, বিনাশৰ অন্তৰালত অবিনাশী, সীমাৰ অন্তৰালত অসীম ৰূপে চিৰ বিৰাজমান, চিৰসত্য, চিৰ অক্ষয় চিৰ অব্যয় সেই ব্ৰহ্ম। উপনিষদৰ ঋষিয়ে উদাত্ত স্বৰেৰে ঘোষণা কৰিলে—সেই পৰমাত্মাক জানিলেই মৃত্যুক অতিক্ৰম কৰা যায়—এই বিষয়ে আন উপায় নাই—'তমেৱ ৱিদিত্বাতিমৃত্যুমেতি নান্যঃ পন্থা ৱিদ্যতেঽয়নায়'।[৩]

উপনিষদৰ ঋষিসকলে যুগ যুগ ধৰি এই আত্মজ্ঞানৰ সাধনা কৰি নিজৰ ভিতৰতেই পৰমাত্মাৰ সন্ধান পালে আৰু মাত্ৰ তিনিটা শব্দেৰে ঘোষণা কৰিলে 'তৎ-ত্বম্-অসি'[৪]—সেই ব্ৰহ্ম তুমিয়েই। সীমাৰ মাজত অসীমৰ সন্ধানতেই জ্ঞানান্বেষণৰ চৰম পৰিণতি ঘটিল। জীৱাত্মা আৰু পৰমাত্মাৰ ঐক্যানুভূতিয়েই উপনিষদৰ চৰম সিদ্ধান্ত।

মন্ত্ৰ আৰু ব্ৰাহ্মণ ভেদে বেদ দুভাগত বিভক্ত। কোনো কোনো উপনিষদ মন্ত্ৰ ভাগৰ আৰু কোনো কোনো উপনিষদ ব্ৰাহ্মণ ভাগৰ

১. ভগৱদ্‌গীতা ১০।৩২
২. বৃহদাৰণ্যকোপনিষদ—১।৩।২৮
৩. শ্বেতাশ্বতৰোপনিষদ—৬।১৫
৪. ছান্দগ্যোপনিষদ—৬।৮।৭

অন্তৰ্গত। উপনিষদৰ সংখ্যা দহৰূপৰা দুশলৈ পোৱা যায়। প্ৰসিদ্ধ উপনিষদ গ্ৰন্থাৱলীত ১০৮ খন উপনিষদৰ নাম পোৱা যায়। ইয়াৰ ভিতৰত ঈশ, কেন, কঠ, প্ৰশ্ন, মুণ্ডক, মাণ্ডুক্য, ঐতৰেয়, তৈত্তিৰীয়, ছান্দোগ্য আৰু বৃহদাৰণ্যক এই দহখন উপনিষদ বিশেষভাৱে প্ৰসিদ্ধ আৰু বেদান্তদৰ্শনৰ মূল অৱলম্বন বুলি অধিকভাৱে সমাদৃত। বেদৰ অন্তিম ভাগেই উপনিষদ। বেদৰ অন্ত এই ব্যুৎপত্তি অনুসাৰে উপনিষদ বেদান্ত নামেও সুপ্ৰসিদ্ধ।

আগেয়ে উল্লেখ কৰা হৈছে গীতা উপনিষদৰ সাৰ সংগ্ৰহ বা অৰ্থ সংগ্ৰাহক। উপনিষদৰ দৰে গীতাতো ব্ৰহ্ম-তত্ত্ব বা আত্ম-তত্ত্বৰেই সন্ধান দিয়া হৈছে। প্ৰকৃততে ব্ৰহ্মতত্ত্বক তিনিটা দিশৰপৰা তিনি-ধৰণৰ প্ৰস্থত বিচাৰ কৰা হৈছে। বেদান্ত শাস্ত্ৰত এয়া 'প্ৰস্থানত্ৰয়ী' নামে সুপ্ৰসিদ্ধ। প্ৰস্থান শব্দৰ অৰ্থ সাম্প্ৰদায়িক বিভাগ। ইয়াৰ ভিতৰত উপনিষদ শ্ৰুতি প্ৰস্থান, কাৰণ ই শ্ৰুতি বা বৈদিক সাহিত্যৰ অন্তৰ্গত। ভগৱদ্গীতা স্মৃতি প্ৰস্থান, কাৰণ ই বৈদিক সাহিত্যৰ ভিতৰুৱা নহয়। মহৰ্ষি বাদৰায়ণ প্ৰণীত 'ব্ৰহ্মসূত্ৰ' ন্যায় বা তৰ্ক প্ৰস্থান। বৈদান্তিক আচাৰ্যসকলে বেদান্ত শাস্ত্ৰক এই তিনিটা প্ৰস্থানত বিভক্ত কৰিছে। ব্ৰহ্মসূত্ৰ উপনিষদৰ অৰ্থবোধক আৰু ভগৱদ্গীতা অৰ্থ-সংগ্ৰাহক। গীতা উপনিষদৰ শ্ৰেষ্ঠ ব্যাখ্যা।

এই গীতা আৰু উপনিষদৰ প্ৰভাৱ কালিদাসৰ কাব্যত যথেষ্ট পৰিমাণে পৰিলক্ষিত হয়। ইয়াৰ পৰা কবিৰ এই গ্ৰন্থৰাজিৰ গভীৰ অধ্যয়ন আৰু উভয়ৰে সৈতে ঘনিষ্ঠ সম্বন্ধৰ কথা সহজে অনুমান কৰিব পাৰি। বিশেষকৈ কালিদাসৰ মহাকাব্য 'ৰঘুবংশ' আৰু 'কুমাৰসম্ভৱ'ৰ ক্ৰমে বিষ্ণু-স্তুতি আৰু ব্ৰহ্মা-স্তুতিৰ প্ৰতি লক্ষ্য কৰিলে অনুমান হয় যেন কবিৰ সন্মুখতে গীতা আৰু উপনিষদ বিদ্যমান আছে। এই স্তুতিদ্বয়ৰ মাজত যথেষ্ট সাদৃশ্য আছে, কাৰণ দেওঁ বেদান্তৰ পৰব্ৰহ্ম-ৰূপেই ব্ৰহ্মা আৰু বিষ্ণুৰ স্তুতি নিবেদন কৰিছে। প্ৰচলিত প্ৰবাদ আৰু বিশেষকৈ নামটোৰপৰা কালিদাসক শিৱভক্ত

আৰু শৈৱ বুলি ক'লেও তেওঁ যে এজন বেদান্তীও আছিল তাক স্বীকাৰ নকৰাকৈ থাকিব নোৱাৰি। প্ৰকৃততে কালিদাসে শিৱকো অদ্বৈত ব্ৰহ্ম-ৰূপেই জ্ঞান কৰিছিল। কালিদাস গোড়া শৈৱ নাছিল আৰু সাম্প্ৰদায়িকতাৰ কলুষিত বায়ুৱে তেওঁক স্পৰ্শও কৰিব পৰা নাছিল, কিয়নো উপৰি-উক্ত স্তুতিদ্বয়ে তাৰ স্বাক্ষৰ বহন কৰি আছে। কালিদাস আছিল ঔপনিষদিক অদ্বৈত ব্ৰহ্মবাদী। কালিদাসৰ সমস্ত স্তুতিতে ঔপনিষদিক অদ্বৈত ব্ৰহ্মবাদৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়।

বেদান্তৰ মতে সৃষ্টিৰ পূৰ্বে একমাত্ৰ (দ্বিতীয় ৰহিত) সৎ পৰব্ৰহ্মই বিদ্যমান আছিল। সেই ব্ৰহ্মকেই নিৰ্গুণ ব্ৰহ্ম বোলা হয় অৰ্থাৎ তেওঁৰ নাম, ৰূপ, ভেদ, উপাধি একেবাৰেই নাই। সেই ব্ৰহ্মই জগৎ সৃষ্টিৰ সংকল্প কৰি ৰজ, সত্ত্ব আৰু তম এই তিনি গুণ বিশিষ্ট হ'ল। ক্ৰিয়াশীল ৰজোগুণ বিশিষ্ট হৈ পুৰুষাকাৰ ধাৰণ কৰে আৰু ব্ৰহ্মা বা স্ৰষ্টা-ৰূপে জগৎ ৰচনা কৰে। পিছত আকৌ সত্ত্বগুণ বিশিষ্ট হৈ বিষ্ণু বা পালন কৰ্তাৰূপে সৃষ্ট জগতৰ পৰিবৃদ্ধি আৰু পৰিপালন কৰে, আৰু শেষত ধ্বংসাত্মক তমোগুণ বিশিষ্ট হৈ ৰুদ্ৰ বা সংহাৰ কৰ্তা ৰূপে জগৎ সংহাৰ বা নিজতে সামৰি বা লীন কৰি লয়। এক নিৰ্গুণ ব্ৰহ্মই সত্ত্ব, ৰজ আৰু তম-এই ত্ৰিগুণাত্মিকা মায়া শবলিত হৈ জগতৰ সৃষ্টি, স্থিতি আৰু লয় সাধন কৰে। এইদৰে নাম, ৰূপ, বিকাৰ, ভেদ, উপাধি বিশিষ্ট হোৱা নিৰ্গুণ ব্ৰহ্মকেই সগুণ ব্ৰহ্ম বুলি অভিহিত কৰা হয়। সেই কাৰণে সগুণ ব্ৰহ্মকে জগতৰ সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ বুলি স্বীকাৰ কৰা হয়। আন ভাবে ক'বলৈ গ'লে এক ব্ৰহ্মই অৱস্থা ভেদে ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰৰূপে প্ৰকাশমান হয়। গতিকে কাৰ্যৰ ভেদ অনুসৰি ভিন্ন যেন লাগিলেও প্ৰকৃতপক্ষে এই তিনিও এক, অভিন্ন। এওঁলোকৰ যি প্ৰভেদ সেয়া ঔপাধিক, বাস্তৱিক নহয়।

কালিদাসৰ নিজস্ব অভিমত, এই ত্ৰিমূৰ্তিৰ ভিতৰত কোনো প্ৰভেদ

নাই। 'কুমাৰসম্ভৱ'ত ব্যক্ত কৰা "একৈৱমূৰ্তিৰ্বিভিদে ত্ৰিধা"[১], সেই একমূৰ্তিয়েই তিনি ভাগত বিভক্ত হৈছে, কথাষাৰে কবিৰ সুস্পষ্ট মত দাঙি ধৰিছে। তেওঁৰ মতে সেই এক মূৰ্তিয়েই ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ—এই তিনি ভাগত বিভক্ত হৈছে আৰু তেওঁলোকৰ মাজত সকলোৱেই সকলোৰে জ্যেষ্ঠ, সকলোৱেই সকলোৰে কনিষ্ঠ। কেতিয়াবা বা হৰ হৰিৰ আদি আৰু কেতিয়াবা বা হৰি হৰৰ আদি, আকৌ কেতিয়াবা বা ব্ৰহ্মা তেওঁলোকৰ আদি, কেতিয়াবা বা তেওঁলোক উভয়ে ব্ৰহ্মাৰ আদি। কবিৰ অভিপ্ৰায় এই যে ত্ৰিমূৰ্তিৰ ভিতৰত জ্যেষ্ঠ-কনিষ্ঠ ইচ্ছাধীন আৰু পৌৰ্বাপৰ্য অনিয়ত।

'কুমাৰসম্ভৱ'ত কবিয়ে ব্ৰহ্মাস্তুতিৰ বেলিকা ব্ৰহ্মাক পৰব্ৰহ্ম হিচাপেই প্ৰাৰ্থনা জনাইছে :

নমস্ত্ৰিমূৰ্ত্তয়ে তুভ্যং প্ৰাক্‌সৃষ্টেঃ কেৱলাত্মনে।
গুণত্ৰয়বিভাগায় পশ্চাদ্ভেদমুপেয়ুষে ॥[২]

সৃষ্টিৰ পূৰ্বে একমাত্ৰ তুমি অৱস্থিত, পিছত তিনিগুণেৰে যুক্ত হোৱা আৰু সৃষ্টিকৰ্তাদিৰূপে অৱস্থাভেদ গ্ৰহণ কৰা। ত্ৰিমূৰ্তিধাৰী তোমাক নমস্কাৰ।

তুমি এক ; কিন্তু তিনি অৱস্থাৰ দ্বাৰা (তিনিৰূপ) মহিমা প্ৰকাশ কৰি সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ কাৰণ হৈছা।[৩]

'কুমাৰসম্ভৱ'ৰ ব্ৰহ্মাৰ দৰে 'ৰঘুবংশ'তো বিষ্ণুক ব্ৰহ্মাৰূপে বৰ্ণনা কৰিছে আৰু ব্ৰহ্মা-বিষ্ণু-হৰাত্মক বুলি উল্লেখ কৰি সৃষ্টি-স্থিতি-সংহাৰৰ কৰ্তাৰূপে স্তুতি নিবেদন কৰিছে। কবিয়ে কৈছে, এই পৰিদৃশ্যমান বিশ্বসংসাৰৰ প্ৰথমে সৃষ্টি, পিছত প্ৰতিপালন আৰু শেষত সংহাৰ

১. একৈৱ মূৰ্তিৰ্বিভিদে ত্ৰিধা সা সামান্যমেষাং প্ৰথমাৱৰত্বম্।
বিষ্ণোৰ্হৰস্তস্য হৰিঃ কদাচিদ্ বেধাস্তয়োস্তাৱপি ধাতুৰাদ্যৌ। (কুমাৰ ৭।৪৪)

২. কুমাৰসম্ভৱ—২।৪

৩ তিসৃভিস্ত্বমৱস্থাভিৰ্মহিমানমুদীৰয়ন্।
প্ৰলয়স্থিতিসৰ্গাণামেকঃ কাৰণতাং গতঃ ॥ (কুমাৰ ২।৬)

কৰ্তা ৰূপে তুমি বিদ্যমান, সৃষ্টি-স্থিতি-প্ৰলয়ৰূপ ত্ৰিবিধ শক্তিধাৰী তোমাক নমস্কাৰ।[১]

কবিৰ উক্ত স্তুতিদ্বয় পৰ্যবেক্ষণ কৰিলে এইটো স্পষ্টকৈ প্ৰতীয়মান হয় যে তেওঁৰ মতে এই বিশ্ব-সৃষ্টিৰ পূৰ্বে একমাত্ৰ আত্মা বা ব্ৰহ্মই বিদ্যমান আছিল: 'প্ৰাক্‌সৃষ্টেঃ কেৱলাত্মনে'। কবিৰ এই বিশ্বসৃষ্টিৰ পূৰ্বাৱস্থাৰ ধাৰণা উপনিষদৰ ওপৰত প্ৰতিষ্ঠিত। উপনিষদৰ ঋষিয়ে কৈছে, 'আত্মা বা ইদমেক এৱাগ্ৰ আসীৎ। স ঈক্ষত লোকান্নু সৃজা ইতি।'[২]

সৃষ্টিৰ পূৰ্বে এই জগৎ একমাত্ৰ অদ্বিতীয় আত্মাস্বৰূপেই বৰ্তমান আছিল। সেই আত্মাই এইদৰে চিন্তা কৰিলে, 'মই লোকসমূহ সৃষ্টি কৰিম।'

'ছান্দোগ্যোপনিষদ'ত পোৱা যায়—'সদেৱ সোম্যেদমগ্ৰ আসীদেক-মেৱাদ্বিতীয়ম্'[৩]; আকৌ সেই উপনিষদতে কৈছে, 'তদৈক্ষত বহুস্যাং প্ৰজায়েয়'।[৪] হে সোম্য, সৃষ্টিৰ পূৰ্বে এই দৃশ্যমান জগৎ এক, অদ্বিতীয় সদ্‌ৰূপেই বিদ্যমান আছিল। পূৰ্বোক্ত সৎ পদাৰ্থই ইচ্ছা কৰিলে, মই বহু হম, প্ৰকৃষ্টৰূপে জাত হ'ম। 'বৃহদাৰণ্যকোপনিষদ'ৰ ঋষিয়ে কয়, 'সেই পুৰুষে (পৰমেশ্বৰে) প্ৰথমে দ্বিপদযুক্ত শৰীৰসমূহ নিৰ্মাণ কৰিলে, চতুষ্পদযুক্ত শৰীৰসমূহ ৰচনা কৰিলে; আকৌ তেওঁ পক্ষী অৰ্থাৎ লিঙ্গ শৰীৰ ধাৰণ কৰি সমস্ত শৰীৰত প্ৰৱেশ কৰিলে।'[৫] ঋষিয়ে আকৌ কৈছে, 'পৰমেশ্বৰেই প্ৰত্যেক বস্তুৰ অনুৰূপ হ'ল।

---

১ নমো বিশ্বসৃজে পূৰ্বং বিশ্বং তদনু বিভ্ৰতে।
অথ বিশ্বস্য সংহৰ্ত্ৰে তুভ্যং ত্ৰেধাস্থিতাত্মনে। (ৰঘু ১০।১৬)

২. ঐতৰেয়োপনিষদ—১।১

৩ ছান্দোগ্যোপনিষদ ৬।২।২

৪. ঐ ৬।২।৩

৫ ৰূপং ৰূপং প্ৰতিৰূপো বভূৱ তদস্য ৰূপং প্ৰতিচক্ষণায়। (বৃহদাৰণ্যকোপনিষদ ২।৫।১৮)

এই আত্মাৰ স্বৰূপ প্ৰকাশ কৰাৰ উদ্দেশ্যে এইদৰে অনুৰূপ বা প্ৰতিৰূপ ধাৰণ কৰিলে'। 'কঠোপনিষদ'ৰ ঋষিয়ে কয়, এক অগ্নি যিদৰে জগতত প্ৰৱেশ কৰি বিভিন্ন দহনশীল বস্তুৰ আকাৰ অনুসৰি আকাৰ-বিশিষ্ট হয়, সেইদৰে এক অদ্বিতীয় আত্মায়ো ৰূপে ৰূপে জীৱদেহত প্ৰৱেশ কৰি সিহঁতৰ দৰে আকাৰ-বিশিষ্ট হয়, আৰু সিহঁতৰ বাহিৰতো পৃথকভাৱে অৱস্থান কৰে অৰ্থাৎ অবিকৃতৰূপে থাকে।[১]

ইয়াৰ তাৎপৰ্য এয়ে যে এক আৰু অৰূপ অগ্নি যি দৰে দাহ্য পদাৰ্থৰ ৰূপানুসাৰে প্ৰতিৰূপ লৈ প্ৰকাশমান হয়, সেইদৰে এক আৰু অৰূপ আত্মাও সৃষ্ট পদাৰ্থৰ ৰূপানুসাৰে প্ৰতিৰূপ লৈ প্ৰকাশিত হয়।

ব্ৰহ্ম যে সৃষ্টি, স্থিতি আৰু লয়ৰ একমাত্ৰ কাৰণ (বিশ্বসৃজে) সেই বিষয়ে 'তৈত্তিৰীয়োপনিষদ'ত উল্লেখ কৰিছে, 'যাৰ পৰা এই ভূত-সমূহ জন্মে, যাৰ দ্বাৰা জাত বস্তুসমূহ জীৱিত থাকে আৰু শেষত যলৈকে প্ৰতিগমন কৰে আৰু বিলীন হয় তেওঁক জানিবলৈ ইচ্ছা কৰা। তেৱেঁই ব্ৰহ্ম।'[২]

ওপৰত উল্লেখ কৰা উপনিষদৰ বাক্যসমূহৰ পৰা এইটো সন্দেহ নোহোৱাকৈ প্ৰতিপন্ন হয় যে কালিদাসে ব্যক্ত কৰা 'সৃষ্টিৰ পূৰ্বে একমাত্ৰ আত্মাই বিদ্যমান আছিল' (প্ৰাক্‌সৃষ্টে কেৱলাত্মনে) আৰু সেই আত্মাই সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ কাৰণ' (প্ৰলয় স্থিতি সৰ্গানমেকঃ কাৰণতাং গতঃ) অভিমত উপনিষদৰ ওপৰত প্ৰতিষ্ঠিত।

---

১. অগ্নিৰ্যথৈকো ভূৱনং প্ৰবিষ্টো ৰূপং ৰূপং প্ৰতিৰূপো বভূৱ।
একস্তথা সৰ্বভূতান্তৰাত্মা ৰূপং ৰূপং প্ৰতিৰূপো বহিশ্চ॥ (কঠ উ-২।২।৯)

২. যতো বা ইমানি ভূতানি জায়ন্তে, যেন জাতানি জীৱন্তি,
যৎ প্ৰযন্ত্যভিসংবিশন্তি তদ্বিজিজ্ঞাসস্ব। তদ্ ব্ৰহ্মেতি।
(তৈত্তিৰীয়. উ. ৩।১)

সেই নিৰ্গুণ, নিৰ্বিকাৰ, কূটস্থ ( স্থিৰ-স্থিত বা নিশ্চল ) ব্ৰহ্মৰ মূৰ্তি ধাৰণৰ বৈশিষ্ট্য সম্বন্ধে কবিয়ে কৈছে :

বসান্তৰাণ্যেকৰসং যথা দিব্যং প্ৰয়োঽশ্নুতে ।
দেশে দেশে গুণেষেৱমৱস্থাস্ত্বমবিক্ৰিয়ঃ ।[১]

বৰষুণৰ পানী কেৱল এক-ৰস ( মধুৰ-ৰস )-বিশিষ্ট হ'লেও বিভিন্ন ঠাই বিশেষে তাৰ বিভিন্ন সোৱাদ হয় সেই দৰে তুমি নিৰ্গুণ ( গুণৰ অতীত, অবিকাৰী ) হ'লেও ( সত্ত্ব, ৰজ আৰু তম ) গুণত্ৰয়ৰ (গুণ-গ্ৰহণৰ) ভেদ অনুসাৰে মূৰ্তিত্ৰয় ধাৰণ কৰা।

কবিয়ে কবলৈ বিচাৰিছে যে মধুৰ-ৰস-বিশিষ্ট বৰষুণৰ পানী সাগৰাদি স্থল-বিশেষত পৰি নিমখীয়া হোৱাৰ দৰে ব্ৰহ্ম নিৰ্বিকাৰ বা এক ৰূপ হৈও সৃষ্টি, স্থিতি আৰু লয়—এই বিশেষ বিশেষ কাৰ্যৰ বাবে ৰজ, সত্ত্ব আৰু তম—এই তিনিবিধ অৱস্থা প্ৰাপ্ত হয়। প্ৰকৃততে ব্ৰহ্ম নিৰুপাধিক, নিৰ্বিশেষ, তেওঁৰ কোনো বিকাৰ বা পৰিবৰ্তন নাই; কিন্তু, গুণ আৰু উপাধি নিবন্ধনৰ কাৰণে তেওঁত স্ৰষ্টৃত্বাদি গুণ আৰোপ কৰা হয়। ই কেৱল ব্যৱহাৰিক, যথাৰ্থ নহয়। কবিৰ উল্লিখিত ব্ৰহ্মৰ বিকাৰহীনতা ( অবিক্ৰিয়ঃ ) অৰ্থাৎ এক-ৰূপতা সম্বন্ধে 'কঠোপনিষদ'ত পোৱা যায়, "সকলো শৰীৰতে অৱস্থিত অথচ নিজৰ কোনো শৰীৰ নাই আৰু অনিত্য, অস্থায়ী বস্তুৰ মাজত নিত্য স্থায়ী সত্তাৰূপে বিৰাজমান সেই মহান আৰু সৰ্বব্যাপী আত্মাক মনন ( অৰ্থাৎ মই সেই আত্মা এই দৰে ) অৰ্থাৎ সাক্ষাৎ কৰি বিবেকবান ব্যক্তিয়ে শোক নকৰে, কাৰণ তেওঁ সুখ-দুখৰ অতীত।"[২]

---

১. ৰঘুবংশ—১০।১৭

২. অশৰীৰং শৰীৰেষনৱস্থেষৱস্থিতম্।
মহান্তং বিভুমাত্মানং মত্বা ধীৰো ন শোচতি ॥ ( কঠ. উ. ১।২।২২ )

কবিয়ে বিষ্ণু-স্তুতিৰ প্ৰাৰম্ভতে উপনিষদৰ অনুকৰণতে ব্ৰহ্মৰ স্বৰূপ বাক্য আৰু মনৰ অতীত বুলি প্ৰকাশ কৰিছে : 'অবাঙ্মনসগোচৰম্' ।[১] এই প্ৰসঙ্গত 'তৈত্তিৰীয়োপনিষদ'ৰ উক্তি বিশেষভাৱে উল্লেখনীয় : 'যতো ৱাচো নিৱৰ্তন্তে, অপ্ৰাপ্য মনসা সহ ।'[২] যি আত্মাক বিষয়-গোচৰ কৰিব নোৱাৰি বাক্যসমূহ মনোবৃত্তিৰে সৈতে উভতি আহে । অৰ্থাৎ, পৰিচ্ছিন্ন মনেৰে ব্ৰহ্মৰ স্বৰূপ উপলব্ধি কৰিব নোৱাৰি । যাক মনেৰে ধাৰণা বা উপলব্ধি কৰিব নোৱাৰি তাক বাক্যেৰে প্ৰকাশ কৰা অসম্ভৱ । মনৰ দ্বাৰা উপলব্ধ বস্তুহে বাক্যত প্ৰকাশ পায় । অনুপলব্ধ বস্তুৰ যথাৰ্থ প্ৰকাশ কদাপি সম্ভৱপৰ নহয় । ব্ৰহ্মৰ স্বৰূপ নিৰ্ণয় কৰা যে দুঃসাধ্য তাক কবিয়ে স্পষ্টভাৱে উল্লেখ কৰিছে :

অমেয়ো মিতলোকস্ত্বমনৰ্থী প্ৰাৰ্থনাৱহঃ ।
অজিতো জিষ্ণুৰত্যন্তমৱ্যক্তো ৱ্যক্তকাৰণম্ ॥[৩]

তোমাৰ সৃষ্ট সকলো পদাৰ্থৰে সীমা আছে, কিন্তু তোমাৰ সীমা নিৰ্ধাৰণ কৰা কঠিন । তোমাৰ কোনো বস্তুৰ প্ৰতি অভিলাষ নাই ; কিন্তু, তুমি সকলোৰে অভিলাষ পূৰ্ণ কৰা । তুমি জয়শীল, তোমাক কোনেও জয় কৰিব নোৱাৰে । তুমি অদৃষ্ট (সূক্ষ্ম) হৈও দৃশ্যমান জগতৰ (স্থূল পদাৰ্থৰ) সৃষ্টি কৰা ।

ব্ৰহ্মৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ গৈ কবিয়ে ব্ৰহ্মক অমেয়, অনৰ্থী, অজিত আৰু অব্যক্ত বুলি অভিহিত কৰিছে । কবিৰ ব্ৰহ্ম-নিৰ্দেশক উক্তিসমূহ বিশেষভাৱে অৰ্থবোধক, আৰু উপনিষদ আৰু গীতাৰ-পৰা লোৱা । এই অৰ্থবোধক শব্দবিলাকৰ বিশ্লেষণৰপৰা সেই কথা স্পষ্ট হৈ উঠে । কবিয়ে ব্ৰহ্মক প্ৰথমে 'অমেয়' বুলি কৈছে ।

---

১. প্ৰণিপত্য সুৰাস্তস্মৈ শময়িত্ৰে সুৰদ্বিষাম্ ।
অথৈনং তুষ্টুবুঃ স্তুত্যমবাঙ্মনসগোচৰম্ ॥ (ৰঘুবংশ ১০।১৫)

২. তৈত্তিৰীয়োপনিষদ ২।৪

৩. ৰঘুবংশ ১০।১৮

যাৰ প্ৰকৃত স্বভাৱ বা স্বৰূপ যথাৰ্থৰূপে নিৰ্ণয় কৰিব নোৱাৰি তাকেই অমেয় বোলে ( মাতুং যোগ্যঃ মেয়ঃ ন মেয়ঃ অমেয়ঃ )। কোনো এটা বস্তুক যথাৰ্থৰূপে বৰ্ণনা কৰিবলৈ হ'লে সেই বস্তুটোৰ সীমা বা পৰিধি বা পৰিচ্ছেদ (limit) থকাৰ প্ৰয়োজন। যাৰ সীমা বা পৰিচ্ছেদ নাই তাক যথাৰ্থৰূপে বৰ্ণনা কৰা অসম্ভৱ। ব্ৰহ্মক সীমাৰ অতীত বুলি উপনিষদৰ ঋষিয়ে অভিহিত কৰিছে : 'সত্যং জ্ঞানমনন্তং ব্ৰহ্ম'।[১] ব্ৰহ্ম সত্য-স্বৰূপ, জ্ঞান-স্বৰূপ, অনন্ত-স্বৰূপ। অনন্ত-স্বৰূপ ব্ৰহ্মক নিৰ্দেশ কৰিবলৈ কবিয়ে অমেয় শব্দৰ প্ৰয়োগ কৰিছে। যাৰ অন্ত বা সীমা নাই সেয়ে অনন্ত। সীমা বা পৰিচ্ছেদ দেশ-কাল-আৰু বস্তু-নিবন্ধন হয়। সৃষ্ট বস্তু মাত্ৰৰে এই তিনি বিধ পৰিচ্ছেদ আছে। কোনো সৃষ্ট বা তৈয়াৰ কৰা ঘট এটা এঠাইত থাকিলে সি আন ঠাইত নাথাকে, গতিকে ঘটৰ দেশ-নিবন্ধন পৰিচ্ছেদ আছে। তৈয়াৰ কৰাৰ পূৰ্বে সেই ঘট নাছিল, আৰু ধ্বংস বা নাশ হোৱাৰ পিছতো নাথাকে, তৈয়াৰ হোৱা সময়ৰপৰা বিনাশ হোৱা সময়লৈকে হে মাথোন থাকে। গতিকে ঘটৰ কাল-নিবন্ধন পৰিচ্ছেদ আছে। সেই ঘটৰ গুণ আন বস্তুত নাথাকে। গতিকে ঘটৰ বস্তু-নিবন্ধন পৰিচ্ছেদ আছে। ব্ৰহ্ম সৰ্বব্যাপী, গতিকে ব্ৰহ্মৰ দেশ-কৃত পৰিচ্ছেদ নাই। ব্ৰহ্ম নিত্য, গতিকে ব্ৰহ্মৰ কাল-কৃত পৰিচ্ছেদ নাই। ব্ৰহ্ম সকলোৰে আত্মা-ৰূপে অৱস্থিত, গতিকে ব্ৰহ্মৰ বস্তু-কৃত পৰিচ্ছেদ নাই। দেশ-কাল-বস্তু-নিবন্ধন পৰিচ্ছেদহীন ব্ৰহ্মকেই কবিয়ে ইয়াত 'অমেয়' শব্দেৰে নিৰ্দেশ কৰিছে।

'ছান্দোগ্যোপনিষদ'ৰ ঋষিয়ে কয় : 'যো বৈ ভূমা তদমৃতমথ যদল্পং তন্মৰ্ত্যম্'[২] যি ভূমা সেয়ে অমৃত, আৰু যি অল্প সেয়ে মৰ্ত্ত্য বা বিনাশী। যি সকলোতকৈ মহৎ বা বৃহৎ তাকে ভূমা বোলা হয়।

---

১. তৈত্তিৰীয়োপনিষদ ২।১।৩

২. ছান্দোগ্যোপনিষদ ৭।২৪।১

ভূমাৰ আন নাম ব্ৰহ্ম। বৃদ্ধি বা বৃহৎ অৰ্থ বুজোৱা বৃহ্‌ ধাতুৰপৰা ব্ৰহ্ম শব্দ নিষ্পন্ন, গতিকে যি বৃহৎ সেয়ে ব্ৰহ্ম, যি ব্ৰহ্ম সেয়ে ভূমা। নিৰতিশয় অৰ্থাৎ যাতকৈ অধিক নাই, সেই ব্ৰহ্মকে ভূমা শব্দেৰে উল্লেখ কৰা হৈছে। সেই ব্ৰহ্মই অমৃত, অবিনাশী বা নিত্য। যি অল্প সি মৰ্ত্য, বিনাশী বা অনিত্য। ব্ৰহ্ম সীমাহীন, অপৰিচ্ছিন্ন বা চিৰস্থায়ী, যি সৃষ্ট সি অল্প, পৰিচ্ছিন্ন বা মৰণশীল। ব্ৰহ্মৰ সীমা নাই; কিন্তু সৃষ্ট পদাৰ্থমাত্ৰৰে সীমা আছে (মিতলোক), কাৰণ এই নিখিল বিশ্ব ব্ৰহ্মৰ অংশ মাথোন: 'পাদোঽস্য বিশ্বা ভূতানি'।

দ্বিতীয়তে, কবিয়ে ব্ৰহ্মক অনৰ্থী বুলি কৈছে। যাৰ কোনো ৰূপ প্ৰাৰ্থনীয় বস্তু নাই তাকেই অনৰ্থী বোলে। ব্ৰহ্মৰ কোনো প্ৰাৰ্থনীয় বস্তু নাই। তেওঁৰ কোনো কামনা নাই। তেওঁ নিঃস্পৃহ। ব্ৰহ্ম স্বয়ং-সম্পূৰ্ণ। যি স্বয়-সম্পূৰ্ণ, তেওঁৰ অন্য কি কামনা থাকিব পাৰে। গীতাত স্বয়ং ভগৱান শ্ৰীকৃষ্ণই ব্ৰহ্ম যে নিস্পৃহ তাক স্পষ্টকৈ উল্লেখ কৰিছে:

> ন মাং কৰ্মাণি লিম্পন্তি ন মে কৰ্মফলে স্পৃহা।
> ইতি মাং যোঽভিজানাতি কৰ্মভিৰ্ন স বধ্যতে ॥[১]

কৰ্মসমূহে মোক লিপ্ত বা আবদ্ধ কৰিব নোৱাৰে, (কাৰণ) কৰ্ম-ফলত মোৰ আসক্তি বা স্পৃহা নাই। এই দৰে যিজনে মোক কৰ্ম-ফলৰ প্ৰতি নিঃস্পৃহ বুলি সৰ্বতোভাৱে জানে তেওঁ কৰ্মজালত আবদ্ধ নহয়। কবিয়ে ব্ৰহ্মক অনৰ্থী বুলি কোৱাৰ অভিপ্ৰায় এয়ে।

তৃতীয়তে, কবিয়ে ব্ৰহ্মক অব্যক্ত বুলি উল্লেখ কৰিছে। ইন্দ্ৰিয়ৰ সহায়েৰে যাৰ স্বৰূপ নিৰ্ণয় কৰিব নোৱাৰি তাকেই অব্যক্ত বোলে।[২] সূক্ষ্ম বস্তুক ইন্দ্ৰিয়ই গ্ৰহণ কৰিব নোৱাৰে। ব্ৰহ্ম সূক্ষ্মতকৈও সূক্ষ্ম গতিকে অতীন্দ্ৰিয়। গীতাত ব্ৰহ্মক ইন্দ্ৰিয়ৰ অগোচৰ বুলি কোৱা হৈছে—'সেই অব্যক্তৰো অতীত, ইন্দ্ৰিয়সমূহৰ অগোচৰ, অন্য এক

১. গীতা—৪।১৪
২. অব্যক্তমিতি বিজ্ঞেয়ং লিঙ্গগ্ৰাহ্যমতীন্দ্ৰিয়ম্।

সনাতন বা জগৎপ্ৰবাহৰ আদিভূত অব্যক্ত বা সত্তামাত্ৰ পদাৰ্থ আছে। সকলো প্ৰাণীৰ নাশ হ'লেও ইয়াৰ নাশ নহয়।'

এই অব্যক্তকে অক্ষৰ বোলা হয়, জ্ঞানীসকলে এৱেঁই শেষ গন্তব্যস্থান বুলি কয়, যাক পালে জীৱসমূহ আকৌ (সংসাৰ ভোগ কৰিবলৈ) উভতি নাহে। সেয়াই মোৰ শ্ৰেষ্ঠ স্থান (বিষ্ণুৰ পৰম পদ)।"[১]

'কঠোপনিষদ'ত কৈছে, 'সমগ্ৰ জগতৰ মূল কাৰণ-স্বৰূপ অব্যক্ত (প্ৰকৃতি) মহানতকৈ শ্ৰেষ্ঠ, অব্যক্ততকৈও পুৰুষ (পৰমাত্মা) শ্ৰেষ্ঠ; পুৰুষতকৈ আন কোনো শ্ৰেষ্ঠ নাই। তেৱেঁই কাষ্ঠা অৰ্থাৎ পুৰুষেই শ্ৰেষ্ঠত্বৰ চৰম সীমা। সেই পুৰুষেই জীৱৰ চৰম লক্ষ্য বা শ্ৰেষ্ঠ গন্তব্য স্থান।'[২]

'কঠোপনিষদ'ৰ এই উক্তি অনুসৰণ কৰি কবিয়ে ব্ৰহ্মক সবাতকৈ শ্ৰেষ্ঠ বুলি উল্লেখ কৰিছে:

'ৎং পিতৃণামপি পিতা দেৱানামপি দেৱতা।
পৰতোঽপি পৰশ্চাসি বিধাতা বেধসামপি॥'[৩]

তুমি পিতৃসকলোৰো পিতা, দেৱতাসকলোৰো দেৱতা, প্ৰধানতকৈ প্ৰধানতৰ আৰু সৃষ্টিকৰ্তাৰো সৃষ্টিকৰ্তা। কবিয়ে ইয়াত ব্ৰহ্মক যি 'পৰতোঽপি পৰশ্চাসি' অৰ্থাৎ শ্ৰেষ্ঠৰো শ্ৰেষ্ঠ বুলি অভিহিত কৰিছে, সেয়া 'কঠোপনিষদ'ৰ 'পুৰুষান্ন পৰং কিঞ্চিৎ' [৪] পুৰুষতকৈ শ্ৰেষ্ঠ একো নাই কথাষাৰৰে প্ৰতিধ্বনি মাথোন।

---

১. পৰস্তস্মাৎ তু ভাৱোঽন্যোঽব্যক্তোঽব্যক্তাৎ সনাতনঃ।
যঃ স সৰ্বেষু ভূতেষু নশ্যৎসু ন বিনশ্যতি॥
অব্যক্তোঽক্ষৰ ইত্যুক্তস্তমাহুঃ পৰমাং গতিম্।
যং প্ৰাপ্য ন নিবৰ্তন্তে তদ্ধাম পৰমং মম॥ (গীতা ৮।২০-২১)

২. মহতঃ পৰমব্যক্তমব্যক্তাৎ পুৰুষঃ পৰঃ।
পুৰুষান্ন পৰং কিঞ্চিৎ সা কাষ্ঠা সা পৰা গতিঃ॥ (কঠ. উ. ১।৩।১১)

৩. কুমাৰসম্ভৱ—২।১৪

৪. ইন্দ্ৰিয়েভ্যঃ পৰা হ্যৰ্থা অৰ্থেভ্যশ্চ পৰং মনঃ।
মনসস্তু পৰা বুদ্ধিৰ্বুদ্ধেৰাত্মা মহান্ পৰঃ॥
মহতঃ পৰমব্যক্তমব্যক্তাৎ পুৰুষঃ পৰঃ।
পুৰুষান্ন পৰং কিঞ্চিৎ সা কাষ্ঠা সা পৰা গতিঃ॥ (কঠ. উঃ ১।৩।১০-১২)

ব্ৰহ্ম জগতৰ আদি কাৰণ আৰু ইয়াৰ উল্লেখ উপনিষদত পুনঃ পুনঃ পোৱা যায়। এই সম্বন্ধে 'তৈত্তিৰীয়োপনিষদ'ৰ উক্তি পূৰ্বে উল্লেখ কৰা হৈছে: 'যাৰপৰা এই সমস্ত প্ৰাণীবৰ্গৰ উৎপত্তি হৈছে, ইত্যাদি'।[১] 'শ্বেতাশ্বতৰোপনিষদ'ত কৈছে, 'এই সমস্তই পুৰুষৰ বাহিৰে আন একো নহয়': পুৰুষ এৱেদং সৰ্ব্বম্।[২] আকৌ সেই একেখন উপনিষদতে কৈছে: 'স কাৰণং কৰণাধিপাধিপো ন চাস্য কশ্চিজ্জনিতা ন চাধিপঃ'[৩], তেওঁ সকলোৰে কাৰণ আৰু ইন্দ্ৰিয়াধিপতি জীৱৰো অধিপতি। তেওঁৰ কোনো জনক বা উৎপাদয়িতা নাই। ইয়াৰপৰা এইটো সহজে অনুমান কৰিব পাৰি যে পৰমেশ্বৰেই জগতৰ মূল বা আদি কাৰণ।

সেই পৰমাত্মা বা ব্ৰহ্ম সকলোৰে হৃদয়ত সৰ্বান্তৰ্যামী-ৰূপে চিৰ সন্নিহিত হৈ অৱস্থিত; কিন্তু ইন্দ্ৰিয়ৰ দ্বাৰা তেওঁক দেখা পোৱা নাযায়, কাৰণ তেওঁৰ ৰূপ জ্ঞানৰ অগোচৰ। সেই কাৰণে নিজৰ দেহৰ ভিতৰত থাকিলেও মানুহে তেওঁক নিজৰপৰা বহু আঁতৰত থকা বুলি ভাবে। ইয়াৰ মূল কাৰণ আত্ম-জ্ঞানৰ অভাৱ। ব্ৰহ্ম স্বয়ং পূৰ্ণ। যি পূৰ্ণ তেওঁৰ কোনো কামনা থাকিব নোৱাৰে, তেওঁ নিষ্কাম, নিঃস্পৃহ। তথাপি তেওঁ তপস্যাত মগ্ন হয়।[৪] তেওঁ দয়ালু। অনুকম্পাশীল দয়ালুমাত্ৰেই দুঃখভাগী হোৱা স্বাভাৱিক; কিন্তু, তেওঁক কোনো প্ৰকাৰ দুঃখেই স্পৰ্শ কৰিব নোৱাৰে, কাৰণ তেওঁ নিত্য সুখ-স্বৰূপ, নিত্য আনন্দ-স্বৰূপ। তেওঁ পুৰাতন; কিন্তু, বাৰ্দ্ধক্য বা জৰাই তেওঁক স্পৰ্শ কৰিব নোৱাৰে, কাৰণ তেওঁ অজৰ, নিৰ্বিকাৰ আৰু ক্ষয়-শূন্য।

---

১. যতো বা ইমানি ভূতানি জায়ন্তে ইত্যাদি। (তৈঃ উ.)

২. শ্বেতাশ্বতৰোপনিষদ ৩।১৫

৩. ঐ ৬।৯

৪. কেনাপি কামেন তপশ্চচাৰ। (কুমাৰ-১।৫৭)

কবিয়ে স্তুতিৰ মাজেদি ব্ৰহ্মৰ সেই স্বৰূপ নিৰ্দেশ কৰিছে :

হৃদয়স্থমনাসন্নমকামং ত্বাং তপস্বিনম্।

দয়ালুমনঘস্পৃষ্টং পুৰাণমজৰং বিদুঃ।[১]

যোগীসকলে তোমাক নিজৰ হৃদয়ত থকা বুলি জানে, তথাপি তোমাক দূৰস্থ বা দুৰ্বোধ্য বুলি ভাবে। তোমাৰ কোনো কামনা নাই, তথাপি তুমি তপস্বী। তুমি দয়ালু; কিন্তু, দুখে তোমাক নোছোৱে। তুমি, প্ৰাচীন; কিন্তু,জৰা-গ্ৰস্ত নোহোৱা। কবিৰ এই উক্তিৰপৰা বুজা যায় যে আত্মা প্ৰত্যেক প্ৰাণীৰ হৃদয়ত প্ৰচ্ছন্নভাৱে অৱস্থিত। ভগৱান শ্ৰীকৃষ্ণই গীতাত কৈছে :

'সেই আত্মা চৰাচৰ প্ৰাণীসমূহৰ অন্তৰত আৰু বাহিৰত বৰ্তমান, তেওঁ স্থিৰ আৰু গতিশীল ; সূক্ষ্ম কাৰণে তেওঁক (ইন্দ্ৰিয়ৰ সহায়েৰে) জানিব নোৱাৰি ; তেওঁ অতি দূৰতো আৰু নিচেই ওচৰতো বিদ্যমান।[২]

ইয়াৰ তাৎপৰ্য এয়ে যে, সেই পৰমাত্মা সৰ্বব্যাপী হিচাপে ভূত-সমূহৰ বাহিৰত আৰু অন্তৰ্যামী চৈতন্যৰূপে অন্তৰত অৱস্থিত। সেই আত্মা অতি সূক্ষ্ম ; সেই কাৰণে ভৌতিক ইন্দ্ৰিয়ৰ দ্বাৰা আত্মাক বুজিব নোৱাৰি বা দেখা পোৱা নাযায়। সেই আত্মা অজ্ঞানী বা বিষয়ানুৰাগীৰ কাৰণে অতি দূৰত আৰু জ্ঞানী, অৰ্থাৎ সৎ আৰু অসৎ বিবেকীজনৰ কাৰণে অতি ওচৰতে অন্তৰ্যামীৰূপে অৱস্থিত।

'ঈশোপনিষদ'ৰ ঋষিয়ে কয়, 'এই আত্মা গতিশীল, এওঁ গতিৰহিত, এওঁ দূৰত আকৌ ওচৰতো। এওঁ এই সমগ্ৰ জগতৰ ভিতৰত আৰু এই সমগ্ৰ জগতৰ বাহিৰতো।'[৩] ইয়াৰ অভিপ্ৰায় এয়ে যে, এই

---

১. ৰঘুবংশ ১০।১৯

২. বহিৰন্তশ্চ ভূতানামচৰং চৰমেৱ চ।
সূক্ষ্মত্বাৎ তদবিজ্ঞেয়ং দূৰস্থং চান্তিকে চ তৎ। (গীতা ১৩।১৫)

৩. তদেজতি তন্নৈজতি তদ্দূৰে তদ্বন্তিকে।
তদন্তৰস্য সৰ্বস্য তদু সৰ্বস্যাস্য বাহ্যতঃ॥ (ঈ. উ. ৫)

আত্মা স্থিৰ-স্বভাৱ হ'লেও গতি-বা স্পন্দন-শীল। অজ্ঞানীৰ কাৰণে এই আত্মা দূৰত বা দৰ্শন-দুৰ্লভ, আন হাতে জ্ঞানীৰ পক্ষে অৰ্থাৎ যাৰ নিজকে ব্ৰহ্মস্বৰূপ বুলি অনুভূতি হৈছে, তেওঁৰ পক্ষে নিচেই ওচৰতে, অৰ্থাৎ নিজৰ হৃদয়কুহৰতে (পৰমাত্মাৰূপে) দৃশ্যমান। 'মুণ্ডকোপনিষদ'ত শোৱা যায়, 'সেই ব্ৰহ্ম মহৎ, স্বয়ং-প্ৰকাশ (দিব্য) আৰু অচিন্ত্য-ৰূপ, তেওঁ সূক্ষ্মতকৈও সূক্ষ্মৰূপে প্ৰকাশিত হয়। তেওঁ (অজ্ঞানীৰ কাৰণে) দূৰতকৈও দূৰত আৰু (জ্ঞানীৰ কাৰণে) অতি ওচৰতে, এই দেহতেই সন্নিবিষ্ট হৈ আছে। বিশেষকৈ দৰ্শনক্ষম লোকসমূহৰ সন্নিকট শৰীৰত থকা হৃদয়-গুহাতেই নিহিত হৈ আছে।'[১] সেই একে ধৰণে 'কঠোপনিষদ'ৰ ঋষিয়ে কৈছে, 'সূক্ষ্মতকৈও সূক্ষ্মতৰ আৰু বিশালতকৈও বিশালতৰ এই আত্মা প্ৰত্যেক জীৱৰ হৃদয়-গুহাত অৱস্থিত'।[২] উপনিষদৰ উদ্ধৃত উক্তিসমূহৰপৰা এইটো সুস্পষ্টভাৱে জনা যায় যে ব্ৰহ্মই সকলোকে ব্যাপি আছে; সেই কাৰণে তেওঁ বৃহৎ বা মহৎ। চিন্তাৰে তেওঁৰ ৰূপ নিৰ্ণয় কৰিব নোৱাৰি, তেওঁ অচিন্ত্য-ৰূপ। তেওঁ আকাশাদি সূক্ষ্ম পদাৰ্থকৈও সূক্ষ্ম, গতিকে চকুৰে মনিব নোৱাৰি। অজ্ঞানীৰ পক্ষে এই ব্ৰহ্ম দুৰ্লক্ষ্য দূৰতকৈও দূৰত অৱস্থিত। অবিদ্যাৰ আৱৰণৰ কাৰণে তেওঁলোক ব্ৰহ্ম-দৰ্শনৰ সৌভাগ্যৰপৰা বঞ্চিত। আন হাতে জ্ঞানীসকলে নিজ দেহৰ বুদ্ধি-ৰূপ গুহাত প্ৰচ্ছন্নভাৱে অৱস্থিত ব্ৰহ্মক দৰ্শন কৰে। তেওঁলোকে আন ঠাইত ব্ৰহ্ম অন্বেষণ কৰিব নালাগে। ব্ৰহ্ম যে ইন্দ্ৰিয়বো অগোচৰ সেই সম্বন্ধে 'কঠোপনিষদ'ৰ ঋষিয়ে যুক্তি প্ৰদৰ্শন কৰিছে, 'স্বয়ম্ভু পৰমেশ্বৰে জীৱৰ ইন্দ্ৰিয়সমূহ বাহ্য পদাৰ্থদৰ্শী বা বহিৰ্মুখ কৰি সৃষ্টি কৰিছে সেই কাৰণে জীৱই অনিত্য বাহ্য বস্তুবোৰকে দেখা পায়, অন্তৰত থকা আত্মাক দেখা

১. বৃহচ্চ তদ্দিব্যমচিন্ত্যৰূপং সূক্ষ্মাচ্চ তৎ সূক্ষ্মতৰং বিভাতি।
দূৰাৎ সুদূৰে তদিহান্তিকে চ পশ্যৎস্বিহৈব নিহিতং গুহায়াম্॥ (মু. উ. ৩।১।৭)
২. অণোৰণীয়ান্ মহতো মহীয়ান্ আত্মাস্য জন্তোৰ্নিহিতো গুহায়াম্॥
(কঠ. উ. ১।২।২০)

নাশায়।[১] ওপৰত উল্লেখ কৰা গীতা আৰু উপনিষদৰ উক্তি স্মৰণ কৰিয়েই ব্ৰহ্মক 'হৃদয়স্থমনাসন্নম্'—এই দৰে নির্দেশ কৰা বুলি কব পাৰি।

আকৌ উপৰি-উক্ত শ্লোকত কবিয়ে ব্ৰহ্মক নিষ্কাম হৈও তপস্যাত নিযুক্ত হোৱাৰ কথাও উল্লেখ কৰিছে। নিষ্কামীৰ পক্ষে তপস্যাৰ আচৰণ বিৰোধজনক; কাৰণ ফলৰ কামনাৰেহে মানুহে তপস্যা কৰে। এই বিৰোধ পৰিহাৰ কৰিবলৈ কবিয়ে একে প্ৰসঙ্গতে উল্লেখ কৰিছে:

শব্দাদীন্ বিষয়ান্ ভোক্তুং চৰিতুং দুশ্চৰং তপঃ।
পর্যাপ্তোঽসি প্ৰজাঃ পাতুমৌদাসীন্যেন বৰ্তিতুম্॥[২]

তুমি শব্দাদি (অর্থাৎ শব্দ, স্পর্শ, ৰূপ, ৰস, গন্ধ) ইন্দ্ৰিয়ৰ বিষয়সমূহ ভোগ, দুষ্কৰ তপস্যা-সাধন, প্ৰজাবৰ্গৰ পৰিপালন আৰু সমভাৱে উদাসীন হৈ অৱস্থান কৰিবলৈ সমৰ্থ।

'ৰঘুবংশ'ৰ টীকা-কৰ্তা মল্লিনাথে কয় যে ভগৱানে কৃষ্ণৰূপে বিষয়ৰ উপভোগ আৰু নৰ-নাৰায়ণৰূপে কঠোৰ তপস্যা সাধন কৰিছিল। নৰ-নাৰায়ণ বিষ্ণুৰ অৱতাৰ। এওঁলোকে বদৰিকাশ্ৰমত কঠোৰ তপস্যা সাধন কৰাৰ কথা মহাভাৰতৰ বন-পৰ্বত উল্লেখ আছে। ভগৱানে মানৱৰূপে অৱতাৰ গ্ৰহণ কৰি দুশ্চৰ তপস্যা কৰে আৰু দৈত্যবিনাশক দমন কৰি প্ৰাণীসমূহক সিহঁতৰ উৎপীড়নৰপৰা ৰক্ষা কৰে, নিজে কিন্তু উদাসীন হৈ অৱস্থান কৰে। ভোগ, তপস্যা আৰু পালনাদি কৰ্ম কৰিও ভগৱান সেই কৰ্মসমূহত লিপ্ত বা আসক্ত নহয়। সেয়েহে তেওঁ নিষ্কাম, উদাসীন আৰু অনাসক্ত। 'বৃহদাৰণ্যকোপনিষদ'ত কৈছে, এই পুৰুষ অসঙ্গ বা নির্লেপ: 'অসঙ্গোহ্যয়ং পুৰুষঃ'। ভগৱদ্গীতাতো অনুৰূপ উক্তিকে পোৱা যায়। তাত শ্ৰীকৃষ্ণই কৈছে, 'হে পাৰ্থ তিনিও লোকত মোৰ কৰিব লগীয়া

১. পৰাঞ্চি খানি ব্যতৃণৎ স্বয়ম্ভূস্তস্মাৎ পৰাঙ্ পশ্যতি নান্তৰাত্মন্। (কঠ. উ. ২।১।১)
২. ৰঘুবংশ—১০।২৫

অৱশ্যে একো নাই, কিয়নো, মোৰ কোনো অপ্ৰাপ্য বস্তু নাই, তথাপি মই কৰ্মত প্ৰবৃত্ত হৈ আছোঁ, কৰ্ম ত্যাগ কৰা নাই।'[১]

ভগৱানৰ নিজৰ কোনো অভাৱ নাই, কোনো প্ৰয়োজন নাই, তথাপি নিৰন্তৰ কৰ্মত ৰত হৈ থাকে। বিনা প্ৰয়োজনে মন্দ-বুদ্ধিৰ লোককো কোনো কাৰ্যত প্ৰবৃত্ত হোৱা দেখা নাযায়; স্বয়ং ভগৱানৰ এনে প্ৰবৃত্তিৰ কাৰণ কি? তাৰ সমাধান ভগৱানে নিজেই দিছে, 'আলস্য-বৰ্জিত হৈ যদি মই শুভ কাৰ্যত প্ৰবৃত্ত নহওঁ, তেতিয়া মানুহ-বিলাকে সকলো প্ৰকাৰে মই অৱলম্বন কৰা পথৰেই অনুসৰণ কৰিব, অৰ্থাৎ, আলস্যপৰায়ণ হৈ কৰ্ম ত্যাগ কৰিব। যদি মই কৰ্ম নকৰোঁ তেতিয়া এই সমস্ত লোক উৎসন্ন হ'ব, মই সঙ্কৰৰো (বৰ্ণ সঙ্কৰৰ) কৰ্তা হ'ম আৰু এই সমস্ত প্ৰজাক (লোকসমাজক) ধ্বংস কৰিম, অৰ্থাৎ ধ্বংসৰ কাৰণ হ'ম'।[২]

পূৰ্বে উল্লেখ কৰা হৈছে, ভগৱানৰ নিজৰ কোনো কামনা নাই, নিজৰ কোনো প্ৰয়োজন নাই, তথাপি যে ভগৱান কাৰ্যত প্ৰবৃত্ত হয় সেয়া মাথোন লোকসমাজৰ কল্যাণৰ কাৰণে। এই গীতা বচনক স্মৰণ কৰি কৰিয়ে কৈছে:

'অনৱাপ্তমৱাপ্তব্যং ন তে কিংচন বিদ্যতে
লোকানুগ্ৰহ এৱৈকো হেতুস্তে জন্মকৰ্মণোঃ'[৩]

তোমাৰ অপ্ৰাপ্ত বা প্ৰাপ্তব্য (পাব লগীয়া) একোৱেই নাই, গতিকে লোকৰ প্ৰতি অনুগ্ৰহ প্ৰদৰ্শনেই তোমাৰ জন্ম গ্ৰহণ আৰু কৰ্মানুষ্ঠানৰ একমাত্ৰ কাৰণ।

---

১. ন মে পাৰ্থাস্তি কৰ্তব্যং ত্ৰিষু লোকেষু কিঞ্চন।
নানৱাপ্তমৱাপ্তব্যং বৰ্ত এৱ চ কৰ্মণি॥ (গীতা ৩।২২)

২. যদি হ্যহং ন বৰ্তেয়ং জাতু কৰ্মণ্যতন্দ্ৰিতঃ।
মম বৰ্ত্মানুবৰ্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্বশঃ॥
উৎসীদেয়ুৰিমে লোকা ন কুৰ্যাং কৰ্ম চেদহম্।
সঙ্কৰস্য চ কৰ্তা স্যামুপহন্যামিমাঃ প্ৰজাঃ॥ (গীতা ৩।২৩-২৪)

৩. ৰঘুবংশ—১০।৩১

কবিৰ অভিপ্ৰায় এয়ে যে, ভগৱান স্বয়ং-সম্পূৰ্ণ; গতিকে জগতত এনে কোনো বস্তু নাই যি তেওঁৰ প্ৰয়োজনৰ বাবে আৱশ্যক হ'ব পাৰে। তেনেহ'লে ভগৱানৰ শৰীৰ ধাৰণ আৰু দৈত্য-নিধনৰেই বা প্ৰয়োজন কি? ভগৱানৰ এই সংসাৰত অৱতীৰ্ণ হোৱাৰ প্ৰয়োজন লোক-সংগ্ৰহ বা সমাজৰ কল্যাণ বিধান কৰা। ভগৱানে জগতত অৱতাৰ ধাৰণ কৰাৰ উদ্দেশ্য গীতাত স্বয়ং ভগৱান শ্ৰীকৃষ্ণই প্ৰকাশ কৰিছে:

পৰিত্ৰাণায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥[1]

সাধুসকলৰ ৰক্ষা, দুষ্টবিলাকৰ বিনাশ আৰু ধৰ্ম সংস্থাপনৰ কাৰণে মই যুগে যুগে অৱতীৰ্ণ হওঁ।

ইয়াৰ তাৎপৰ্য্য হ'ল, ভগৱান স্বকীয় কোনো অভাৱ পূৰণ কৰিবলৈ জগতত অৱতীৰ্ণ নহয়। সন্তৰ পালন, দুষ্টৰ দমন আৰু ধৰ্মক স্থিৰ বা প্ৰকৃতিস্থ কৰাই তেওঁৰ অৱতাৰ গ্ৰহণ কৰাৰ একমাত্ৰ উদ্দেশ্য। 'কুমাৰসম্ভৱ'ৰ ষষ্ঠ সৰ্গত দেখিবলৈ পোৱা যায়, পৰমেশ্বৰে ঋষিসমূহৰ সন্মুখত নিজেই প্ৰকাশ কৰিছে, 'আপোনালোকে জানে, মোৰ কোনো কাৰ্যই নিজৰ কাৰণে নহয়। এই দৰে স্বাৰ্থশূন্য হৈ মই অষ্টমূৰ্তিত প্ৰকাশিত হওঁ।"[2]

এইখিনিতে এটা কথা উল্লেখ কৰা উচিত হ'ব যে কালিদাসে কেৱল বিষ্ণু আৰু ব্ৰহ্মাকেই ব্ৰহ্ম বুলি স্তুতি কৰি সন্তুষ্ট থকা নাই, মহেশ্বৰকো তেওঁ ব্ৰহ্ম-ৰূপেই বৰ্ণনা কৰিছে।

ভগৱানৰ স্বৰূপ নিৰ্ণয় কৰা মানুহৰ পক্ষে দুঃসাধ্য। মানুহ

---

১. গীতা, ৪।৮

২. বিদিতং বো যথা স্বাৰ্থা ন মে কাশ্চিৎ প্ৰবৃত্তয়ঃ।
নন্বু মূৰ্তিভিৰষ্টাভিৰিত্থম্ভূতোঽস্মি সূচিতঃ॥ (কুমাৰ—৬।২৬)
ভগৱানৰ অষ্টমূৰ্তি—পঞ্চমহাভূত (ক্ষিতি অপ্, তেজ, মৰুৎ, ব্যোম) সূৰ্য সোম আৰু যজমান। শকুন্তলাৰ নান্দীশ্লোকৰ 'প্ৰত্যক্ষাভিঃ প্ৰপন্নস্তনুভিৰবতু বস্তাভিৰষ্টাভিৰীশঃ,' তুলনীয়।

মায়াৰ অধীন, মায়াৰ জালেৰে আৱদ্ধ। ভগৱান মায়াৰ অতীত, মায়ামুক্ত। মায়াৰ আৱৰণৰপৰা মুক্ত হ'ব পৰিলেহে মায়া-মুক্তৰ জগত সাক্ষাৎকাৰ সম্ভৱপৰ হয়। ভগৱানৰ যথাৰ্থ ৰূপ উপলব্ধি কৰা যে সহজসাধ্য নহয় তাক কবিয়ে স্পষ্টভাৱে উল্লেখ কৰিছে :

অজস্য গৃহ্ণতো জন্ম নিৰীহস্য হতদ্বিষঃ।
স্বপতো জাগৰূকস্য যাথাৰ্থ্যং বেদ কস্তব ॥[1]

তুমি জন্মহীন, তথাপি তুমি জন্ম ধাৰণ কৰিছা, তুমি চেষ্টা বা আকাঙ্ক্ষা-ৰহিত, তথাপি তুমি শত্ৰু বিনাশ কৰা, তুমি সদায় জাগৰণশীল, তথাপি যোগ-নিদ্ৰাত অৱস্থান কৰা ; গতিকে তোমাৰ প্ৰকৃত স্বৰূপ বুজিব কোনে ?

কবিয়ে ইয়াত নিৰ্গুণ, নিৰাকাৰ নিৰুপাধি, ব্ৰহ্মকে 'অজ' বা জন্মৰহিত বুলি নিৰ্দেশ কৰিছে। ব্ৰহ্মৰ যে জন্ম নাই সেই সম্বন্ধে 'কঠোপনিষদ'ত কৈছে:"অজো নিত্যঃ শাশ্বতোঽয়ং পুৰাণো"।[2] গীতাতো[3] ইয়াৰ হুবহু উল্লেখ আছে, আত্মাৰ কেতিয়াও জন্ম বা মৃত্যু নহয় অৰ্থাৎ আত্মা জন্ম-মৃত্যু-ৰহিত। পদাৰ্থ মাত্ৰৰে জন্ম, অস্তিত্ব, বৃদ্ধি, পৰিণাম, অপক্ষয় আৰু বিনাশ—এই ছয় প্ৰকাৰৰ ভাৱ, ধৰ্ম বা বিকাৰ আছে। যাৰ বিকাৰ আছে সি জড়। আত্মা জড় পদাৰ্থ নহয়, গতিকে আত্মা এই ছয় জড় ধৰ্মৰপৰা মুক্ত।

ব্ৰহ্ম নিৰ্গুণ, নিৰাকাৰ ; গতিকে তেওঁক চকুৰে নেদেখি। দেশ আৰু কালৰ দ্বাৰা পৰিচ্ছিন্ন নাম আৰু ৰূপ-বিশিষ্ট স্থূল পদাৰ্থকে চকুৰে দেখা যায়, মনেৰে চিন্তা কৰা যায় আৰু বাক্যেৰে প্ৰকাশ কৰা যায়। নাম-ৰূপ-হীন ব্ৰহ্ম দেশ-কালৰ অতীত ; গতিকে, ইন্দ্ৰিয়, মন আৰু বাক্যৰ অগোচৰ। অৰ্থাৎ জাগতিক পদাৰ্থ-সমূহৰ স্বৰূপ আমি যিভাৱে জানিব পাৰোঁ, ব্ৰহ্মৰ স্বৰূপ সেই-দৰে জানিব নোৱাৰোঁ। সেই কাৰণে ব্ৰহ্মৰ স্বৰূপ নিৰ্ণয় কৰা দুঃসাধ্য। এই সম্বন্ধে 'কেনোপনিষদ'ৰ উক্তি উল্লেখযোগ্য, 'আত্মা

১. ৰঘুবংশ—১০।২৪
২. কঠোপনিষদ—১।২।১৮
৩. গীতা—২।২০

বিদিত, অৰ্থাৎ ইন্দ্ৰিয়ৰ সহায়েৰে জানিব পৰা বস্তুতকৈ ভিন্ন। অকল সেয়ে নহয়, যিবিলাক সূক্ষ্ম পদাৰ্থ, যি ইন্দ্ৰিয়ৰ দ্বাৰা দুৰ্লক্ষ্য অৰ্থাৎ যিবোৰ ব্যক্তৰূপে প্ৰকাশিত নহয়, আত্মা সেই অবিদিত বস্তুবো ওপৰত।'[1] তাকেই কবিয়ে কৈছে, তোমাৰ স্বৰূপ বুজে কোনে? 'যাথাৰ্থ্যং বেদ কস্তৱ।'

'কুমাৰসম্ভৱ'ত অঙ্গিৰা প্ৰভৃতি ঋষিসকল মহাদেৱৰ ওচৰত উপস্থিত। সেই পৰমেশ্বৰ মহাদেৱক চকুৰ আগত সাক্ষাৎ দেখা পায়ো যেন তেওঁলোকে তেওঁৰ প্ৰকৃত স্বৰূপটো দেখা পোৱা নাই। বিনম্ৰ-ভাৱে ঋষিসকলে মনৰ আৱেগ প্ৰকাশ কৰিলে, 'আপোনাক সাক্ষাৎ দেখা পাইছোঁ, তথাপি আপোনাক জানিব পৰা নাই, আপুনি প্ৰসন্ন হওক, নিজৰ স্বৰূপ প্ৰকাশ কৰক, কিয়নো আপুনি আমাৰ বুদ্ধিৰ (জ্ঞানৰ) অগোচৰ।'[2] ঋষিসকলৰ মুখেৰে কবিয়ে ইয়াক ক'ব বিচাৰিছে যে ভগৱানৰ এই দৃশ্যমান ৰূপ অবাস্তৱ। এয়া তাত্ত্বিক বা যথাৰ্থৰূপ নহয়। ভগৱানৰ ৰূপ ইন্দ্ৰিয়ৰ অগোচৰ। ভগৱানে নিজেই নিজৰ স্বৰূপ প্ৰকাশ নকৰিলে, মানুহৰ পক্ষে তেওঁৰ যথাৰ্থ স্বৰূপ নিৰ্ণয় কৰা দুঃসাধ্য। এই বিষয়ে 'কঠোপনিষদ'ত পোৱা যায়:

নায়মাত্মা প্ৰৱচনেন লভ্যো ন মেধয়া ন বহুনা শ্ৰুতেন।
যমেৱৈষ বৃণুতে তেন লভ্যস্তস্যৈষ আত্মা বিবৃণুতে তনূং স্বাম্।[3]

'বেদ অধ্যয়ন কৰি এই আত্মাক লাভ কৰিব নোৱাৰি, মনৰ ধাৰণা বা চিন্তা শক্তিৰ সহায়েৰে নাইবা বহু শাস্ত্ৰ শুনিও জানিব নোৱাৰি। আত্মাই যাক অনুগ্ৰহ কৰে (যোগ্য বুলি বৰণ কৰে) তেৱেঁই তেওঁক লাভ কৰে। তেওঁৰ ওচৰতেই আত্মাৰ নিজৰ স্বৰূপ আৰু মহিমা প্ৰকাশ কৰে।'

---

১. অন্যদেৱ তদ্বিদিতাদথো অবিদিতাদধি—(কেন. উ-১।৪)

২. সাক্ষাদ্ দৃষ্টোঽসি ন পুনৰ্বিদ্মস্ত্বাং ৱয়ম্মজসা।
প্ৰসীদ কথয়াত্মানং ন ধিয়াং পথি বৰ্তসে। (কুমাৰ—৬।২২)

৩. কঠোপনিষদ ১।২।২৩

তাকেই কবিয়ে উল্লেখ কৰিছে, আপুনি আমাৰ জ্ঞানৰ অগোচৰ : 'ন ধিয়াং পথি বৰ্ত্তসে'। এইখিনিতে ব্ৰহ্ম বিষয়ক কবিৰ পূৰ্বোক্ত উক্তি 'তোমাৰ যথাৰ্থ স্বৰূপ জানে কোনে' : 'যাথাৰ্থ্যং বেদকস্তব' উল্লেখনীয়। আকৌ 'তৈত্তিৰীয়োপনিষদ'ৰ পূৰ্বোক্ত উক্তি—'যতো বাচো নিৱৰ্ত্তন্তে অপ্ৰাপ্য মনসা সহ'—বিশেষভাৱে উল্লেখ কৰিব লগীয়া।

'ভগৱানৰ দৃশ্যমান ৰূপৰ মাজত প্ৰচ্ছন্নভাৱে সন্নিবিষ্ট হৈ থকা তাত্ত্বিক ৰূপ সঠিকভাৱে বুজিব নোৱাৰি। সেই কথা কবিয়ে একে প্ৰসঙ্গতে ঋষিসকলৰ মুখেদি ব্যক্ত কৰিছে, যি মূৰ্তি ধাৰণ কৰি আপুনি এই বিশ্ব-প্ৰপঞ্চ সৃষ্টি কৰে, এয়া সেই মূৰ্তি নে? অথবা যি মূৰ্তিৰে সেই সৃষ্টিৰ পালন কৰে, এয়া সেয়ে নে? নাইবা যি মূৰ্তিৰে এই বিশ্বৰ সংহাৰ কৰে এয়া জানো সেই মূৰ্তিয়েই? অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ এই ত্ৰিমূৰ্তিৰ ভিতৰত এয়া আপোনাৰ কোনটো মূৰ্তি?[১]

কবিৰ উক্ত কথাৰ তাৎপৰ্য এয়ে যে, ভগৱানৰ কৃপা ব্যতিৰেকে তেওঁৰ স্বৰূপ-দৰ্শন অসম্ভৱ।

ব্ৰহ্ম নিজৰ ইচ্ছা শক্তিৰে মহৎ, অহঙ্কাৰ, পঞ্চ মহাভূত আদি তত্ত্বসমূহৰ সৃষ্টি কৰি সন্তুষ্ট নহ'ল। জীৱ সৃষ্টিৰ পিছত জীৱ বৃদ্ধিৰ মানস কৰি আন উপায়ৰ কল্পনা কৰিলে। সেই উদ্দেশ্যে তেওঁ নিজৰ শৰীৰক দুই অংশত বিভক্ত কৰিলে, তাৰ একাংশ পুৰুষ আৰু আন অংশ স্ত্ৰী। স্ত্ৰী পুৰুষৰ সংযোগেই জীৱ সৃষ্টিৰ মূল কাৰণ। এই স্ত্ৰী-পুৰুষেই মনুষ্য জাতিৰ প্ৰথম জনক-জননী।

এই সম্পৰ্কে কবিয়ে উল্লেখ কৰিছে :

স্ত্ৰীপুংসাৱাত্মভাগৌ তে ভিন্নমূৰ্তেঃ সিসৃক্ষয়া।
প্ৰসূতিভাজঃ সৰ্গস্য তাৱেৱ পিতৰৌ স্মৃতৌ ॥[২]

'সৃষ্টিৰ অভিপ্ৰায়েৰে তুমি নিজ মূৰ্তিক দুভাগ কৰিছা। স্ত্ৰী আৰু

১. কিং যেন সৃজসি ব্যক্তমুত যেন বিভৰ্ষি তৎ।
অথ বিশ্বস্য সংহৰ্তা ভাগঃ কতম এষ তে ॥ (কুমাৰ ৬।২৩)

২. কুমাৰসম্ভৱ—২।৭

পুৰুষ তোমাৰ সেই দুই ভাগ। জননধৰ্মা জগতৰ তেওঁলোকেই জনক-জননী। কবিৰ এই উক্তি স্মৃতি আৰু শ্ৰুতি উভয়ৰে ওপৰত প্ৰতিষ্ঠিত। এই সম্বন্ধে ভগৱান মনুৱে কয়, 'সৰ্বশক্তিমান ব্ৰহ্মা নিজৰ দেহ দুভাগত বিভক্ত কৰি এভাগৰ দ্বাৰা পুৰুষ আৰু আন ভাগৰ দ্বাৰা নাৰী হৈছিল ; আৰু সেই নাৰীয়েই বিৰাট পুৰুষৰ সৃষ্টি কৰিলে।'[১]

স্ত্ৰী-পুৰুষৰ সংযোগেই যে জীৱ-সৃষ্টিৰ আদি কাৰণ সেই সম্বন্ধে শ্ৰুতিয়ে কয়, 'তেওঁ (ব্ৰহ্ম) সঙ্গীৰ অভিলাষ কৰিলে। তেওঁ সেই দেহকেই দুভাগত বিভক্ত কৰিলে। তাৰপৰা পতি আৰু পত্নী এই দুই ৰূপৰ উৎপন্ন হ'ল। সেই পতি শৰীৰাৰ্দ্ধভূত পত্নীৰে সৈতে সমাগত হ'ল আৰু ফলত মনুষ্য জাতিৰ উৎপত্তি হ'ল।'[২]

'ছান্দোগ্যোপনিষদ'তো সেই একে ভাৱৰেই উল্লেখ পোৱা যায়, 'তেওঁ (ব্ৰহ্মই) ঈক্ষণ কৰিলে : 'মই বহু হ'ম, প্ৰকৃষ্টৰূপে জাত হ'ম।'[৩]

একৰপৰা বহু হোৱাৰ সংকল্পই জীৱ সৃষ্টিৰ মূল কাৰণ। তেওঁ অকলে থাকি তৃপ্তি লাভ কৰিব নোৱাৰিলে। সেয়েহে তেওঁ নিজৰ দ্বিতীয় (স্ত্ৰী) কামনা কৰিলে। এই পতি-পত্নীৰ সংযোগকে জীৱ-সৃষ্টিৰ মূল কাৰণ ৰূপে স্বীকাৰ কৰা হয়।

কবিয়ে পুনঃ 'কুমাৰসম্ভৱ'তে ব্ৰহ্মা-স্তুতিৰ মাজেদি বেদান্ত দৰ্শনৰ সৃষ্টি-প্ৰক্ৰিয়াৰ সূচনাৰে ব্ৰহ্মৰ স্বৰূপ আৰু জগৎ সৃষ্টিৰ সম্বন্ধে কৈছে :

জগদ্যোনিৰযোনিস্ত্বং জগদন্তো নিৰন্তকঃ।
জগদাদিৰনাদিস্ত্বং জগদীশো নিৰীশ্বৰঃ ॥[৪]

---

১. দ্বিধা কৃত্বাত্মনো দেহমৰ্ধেন পুৰুষোঽভৱৎ।
অৰ্ধেন নাৰী তস্যাং স বিৰাজমসৃজৎ প্ৰভুঃ ॥ (মনু ১।৩২)

২. 'স দ্বিতীয়মৈচ্ছৎ·········। স ইমমেৱাত্মানং দ্বেধাঽপাতয়ৎ ততঃ পতিশ্চ পত্নী চাভৱতাং·········তাং সমভৱৎ ততো মনুষ্যা অজায়ন্ত। (বৃহদাৰণ্যকোপনিষদ ১।৪।৩)

৩. তদৈক্ষত বহু স্যাং প্ৰজায়েয়। (ছান্দোগ্যোপনিষদ ৬।২।৩)

৪. কুমাৰসম্ভৱ ২।৯

তুমি জগতৰ কাৰণ, অৰ্থাৎ সৃষ্টিকৰ্তা, অথচ তোমাৰ কোনো প্ৰজনকৰ্তা নাই। তুমি জগতৰ বিনাশকৰ্তা; কিন্তু, তোমাৰ বিনাশক কোনো নাই। তুমি জগতৰ আদি (অৰ্থাৎ তুমি জগৎ সৃষ্টিৰ পূৰ্বেও বিদ্যমান আছিলা); কিন্তু, তোমাৰ আদি নাই। তুমি জগতৰ প্ৰভু; কিন্তু, তোমাৰ কোনো প্ৰভু নাই। এই স্তুতিৰ মাজেদি কবিয়ে ইয়াত জগদ্যোনি, জগদন্ত, জগদাদি, জগদীশ বুলি ব্ৰহ্মৰ স্বৰূপ নিৰ্দেশ কৰিছে। প্ৰথমে ব্ৰহ্মক জগদ্যোনি (জগতৰ যোনি) বোলা হৈছে। যোনি শব্দই উপাদান কাৰণক বুজায়। কাৰ্য মাত্ৰকে দুটা কাৰণ অপৰিহাৰ্য। এটা নিমিত্ত কাৰণ, আনটো উপাদান কাৰণ, যেনে—ঘট এটা কাৰ্য, ইয়াক তৈয়াৰ কৰিবলৈ কুম্ভকাৰ আৰু মাটি উভয়ৰে প্ৰয়োজন। কুম্ভকাৰৰ বিনা প্ৰযত্নে এই কাৰ্য সমাধা নহয়, গতিকে কুম্ভকাৰক নিমিত্ত কাৰণ বোলা হয়। কুম্ভকাৰৰ পক্ষে মাটি নহলে এই ঘট নিৰ্মাণ কৰা অসম্ভৱ। সেই কাৰণে মাটি উপাদান কাৰণ। এই নিমিত্ত আৰু উপাদান কাৰণৰ সংযোগত কাৰ্যৰ নিষ্পত্তি হয়। জগৎ-সৃষ্টিৰূপ কাৰ্যৰ ক্ষেত্ৰত ব্ৰহ্ম যে নিমিত্ত কাৰণ সেই কথা অনায়াসে স্বীকাৰ কৰা হৈছে। যদি ব্ৰহ্ম নিমিত্ত কাৰণ হয় তেতিয়া ঘট নিৰ্মাণৰ কাৰণে কুম্ভকাৰৰ মাটিৰ (উপাদানৰ) প্ৰয়োজনৰ দৰে ব্ৰহ্মৰো জগৎ সৃষ্টিৰ কাৰণে পৰমাণু বা সেই জাতীয় আন কিবা পদাৰ্থৰ (উপাদানৰ) প্ৰয়োজন স্বীকাৰ নকৰিলে উপায় নাই। কিন্তু সৃষ্টিৰ পূৰ্বে ব্ৰহ্মৰ অতিৰিক্ত পৰমাণু বা তেনেকুৱা আন কোনো পদাৰ্থৰ অস্তিত্ব স্বীকাৰ কৰিলে বৈদান্তিক আচাৰ্য সকলৰ স্বীকৃত 'একমেবাদ্বিতীয়ম' সৃষ্টিৰ পূৰ্বে কেৱল এক অদ্বিতীয় ব্ৰহ্মই বিদ্যমান আছিল, এই মূল তত্ত্ব নিৰৰ্থক বা খণ্ডিত হয়। আন হাতে ব্ৰহ্ম যদি কুম্ভকাৰৰ ঘট নিৰ্মাণৰ মাটিৰ দৰে উপাদন কাৰণ হয়, তেতিয়া ব্ৰহ্ম চৈতন্যহীন জড় পদাৰ্থত পৰিণত হ'ব। কাৰণ, উপাদান কাৰণ মাত্ৰেই জড় পদাৰ্থ। জড় পদাৰ্থ মাটি যিদৰে চেতন কুম্ভকাৰৰ সহায়

নোলোৱাকৈ ঘট-ৰূপ কাৰ্যত পৰিণত হ'ব নোৱাৰে, সেইদৰে ব্ৰহ্ম-ৰূপ উপাদানকো সৃষ্টি-ৰূপ কাৰ্যত পৰিণত কৰিবলৈ আন কোনো চেতন পদাৰ্থক নিমিত্ত-কাৰণ ৰূপে স্বীকাৰ কৰিব লাগিব। তেতিয়াও অদ্বৈত-বাদৰ মূলোচ্ছেদ হয়। সেই কাৰণে ব্ৰহ্মক কেৱল নিমিত্ত-কাৰণেই নহয় উপাদান-কাৰণ বুলিও স্বীকাৰ কৰা হয়। তথাপি এটা প্ৰশ্ন উঠে। একেটা পদাৰ্থই জানো কোনো কাৰ্যৰ নিমিত্ত আৰু উপাদান উভয় কাৰণ হ'ব পাৰে? 'মুণ্ডকোপনিষদ'ৰ ঋষিয়ে প্ৰাকৃতিক জগতৰপৰা লোৱা এটি দৃষ্টান্তেৰে এই প্ৰশ্নৰ সমাধান দিছে। দৃষ্টান্তটো হ'ল, মকৰাই নিজে নিজৰ শৰীৰপৰা প্ৰচুৰ সূতা নিঃসৰণ কৰি জাল তৈয়াৰ কৰে। এয়া কাৰো অবিদিত নহয়। ইয়াত মকৰা সূতা নিৰ্মাণৰ নিমিত্ত আৰু উপাদান উভয় কাৰণ-বিশিষ্ট। সেইদৰে ব্ৰহ্মও জগৎ সৃষ্টিৰ কাৰণে যে নিমিত্ত আৰু উপাদান-কাৰণ হ'ব পাৰে তাত আচৰিত হ'ব লগীয়া একো নাই। 'মুণ্ডকোপনিষদে' তাকেই উল্লেখ কৰিছে:

যথোৰ্ণনাভিঃ সৃজতে গৃহ্ণতে চ যথা পৃথিব্যামোষধয়ঃ সম্ভৱন্তি।
যথা সতঃ পুৰুষাৎ কেশ লোমানি তথাক্ষৰাৎ সম্ভৱতীহ বিশ্বম্।[১]

মকৰাই যিদৰে নিজৰ শৰীৰৰপৰা সূতা উলিয়াই আকৌ নিজেই পুনৰ গ্ৰহণ কৰে, পৃথিৱীৰপৰা যিদৰে তৃণ-লতা উৎপন্ন হয় আৰু জীৱৰ শৰীৰৰপৰা চুলি, নোম আদি যিদৰে আবিৰ্ভূত হয়, সেইদৰে অক্ষৰ ব্ৰহ্মৰপৰাও দৃশ্যমান জগৎ উৎপন্ন হয়।

এই তিনিটা দৃষ্টান্তৰ দ্বাৰা ব্ৰহ্মৰ উপাদান-কাৰণতা স্থিৰ কৰা হৈছে আৰু বিশেষকৈ মকৰাৰ দৃষ্টান্তৰ দ্বাৰা ব্ৰহ্মৰ নিমিত্ত-কাৰণতা নিৰ্ধাৰিত হৈছে। লগতে, এক পদাৰ্থই যে নিমিত্ত-আৰু উপাদান-কাৰণ হ'ব পাৰে, তাক মকৰাৰ দৃষ্টান্তেৰে প্ৰমাণ কৰি দেখুওৱা হৈছে। বেদান্ত দৰ্শনত 'যোনিশ্চ হি গীয়তে'[২] এই সূত্ৰৰ দ্বাৰা

১. মুণ্ডকোপনিষদ—১।১।৭
২. বেদান্তসূত্ৰ—১।৪।২৭

ব্ৰহ্ম যে জগতৰ উপাদান-কাৰণ তাক প্ৰতিপন্ন কৰা হৈছে। ব্ৰহ্ম জগৎ সৃষ্টিৰ কাৰণ; কিন্তু, নিজে 'অযোনি', তেওঁক কোনেও সৃষ্টি নকৰে। অৰ্থাৎ, ব্ৰহ্ম অনাদি হোৱা হেতু. উৎপত্তিৰ কোনো কাৰণ তেওঁত থাকিব নোৱাৰে। ব্ৰহ্ম 'জগদন্ত'—জগতৰ অন্ত অৰ্থাৎ সংহাৰ-কৰ্তা; কিন্তু, নিজে অন্তকৰহিত, কাৰণ ব্ৰহ্ম নিত্য, ব্ৰহ্ম 'জগদাদি' জগতৰ আদি অৰ্থাৎ, তেওঁৰ আদি কোনো নাই সেয়েহে ব্ৰহ্ম অনাদি। ব্ৰহ্ম 'জগদীশ'—'জগতৰ প্ৰভু' অৰ্থাৎ, জগৎ-নিয়ন্তা—সকলোৰে প্ৰভু; কিন্তু, নিজে নিৰীশ্বৰ, নিয়ামক-ৰহিত। এই প্ৰসঙ্গত টীকাকাৰ মল্লিনাথে 'তৈত্তিৰীয়োপনিষদ'ৰ উক্তি: 'যতো বা ইমানি ভূতানি জায়ন্তে', 'যাৰপৰা এই সমস্ত প্ৰাণী উৎপন্ন হৈছে' উল্লেখ কৰিছে। ব্ৰহ্ম যে সকলোৰে ঈশ্বৰ, সৰ্বজ্ঞ আৰু অন্তৰ্যামী সেই সম্বন্ধে 'মাণ্ডুক্যোপনষিদ'ত কৈছে, "এওঁ সৰ্বেশ্বৰ, এওঁ সৰ্বজ্ঞ, এওঁ অন্তৰ্যামী. এওঁ সকলোৰে উপাদান-কাৰণ, এৰেঁই প্ৰাণীসমূহৰ উৎপত্তি আৰু লয়ৰ স্থান"[১]। 'ছান্দোগ্যোপনিষদ'তো অনুৰূপ উক্তি পোৱা যায়, 'ব্ৰহ্মৰপৰা উৎপন্ন, ব্ৰহ্মতে বিলয়-প্ৰাপ্ত আৰু ব্ৰহ্মৰ দ্বাৰা জীৱিত—এই সমস্ত জগৎ ব্ৰহ্মৰেই স্বৰূপ'[২]। ব্ৰহ্মক বাদ দিলে জগতৰ প্ৰতীতি নহয়। দৃশ্যমান জগৎ ব্ৰহ্মস্বৰূপ। জন্ম, লয় আৰু জীৱন ধাৰণৰ একমাত্ৰ কাৰণ ব্ৰহ্মই। ব্ৰহ্ম সৰ্বজ্ঞ, স্বয়ং-উৎপন্ন, সকলোৰে আদি, সকলোৰে নিয়ন্তা। তেওঁ এক, অদ্বিতীয়। সেই ব্ৰহ্ম সম্বন্ধে কবিয়ে পুনঃ 'ৰঘুবংশ'ত উল্লেখ কৰিছে:

সৰ্বজ্ঞস্ত্বমবিজ্ঞাতঃ সৰ্বযোনিস্ত্বমাত্মভূঃ।
সৰ্বপ্ৰভুৰনীশস্ত্বমেকস্ত্বং সৰ্বৰূপভাক্ ॥[৩]

---

১. এষ সৰ্বেশ্বৰ এষ সৰ্বজ্ঞ এষোঽন্তৰ্যাম্যেষ যোনিঃ সৰ্বস্য প্ৰভৱাপ্যয়ৌ হি ভূতানাম্ (মা. উ. ৬)

২. সৰ্বং খল্বিদং ব্ৰহ্ম তজ্জলানিতি। (ছাঃ উঃ ৩।১৪।১)

৩. ৰঘুবংশ—১০।২৭

তুমি সৰ্বজ্ঞ, সকলোকে জানা ; কিন্তু, তোমাৰ সবিশেষ জানিবলৈ কোনোৱেই সমৰ্থ নহয় ; তুমি স্বয়ম্ভু, নিজেই নিজৰ উৎপত্তিৰ কাৰণ ; কিন্তু, তোমাৰপৰাই সকলেবিলাক উৎপন্ন হৈছে। তুমি সকলোৰে নিয়ন্তা ; কিন্তু, তোমাৰ ওপৰত কোনেও প্ৰভুত্ব কৰিব নোৱাৰে, তুমি এক মাত্ৰ (অদ্বিতীয়) হৈও সকলো পদাৰ্থৰ মাজতে আত্মা ৰূপে অৱস্থান কৰিছা।

এই স্তুতি-প্ৰসঙ্গৰ মাজেদি ব্ৰহ্মাক কবিয়ে সৰ্বজ্ঞঃ, সৰ্বযোনিঃ আত্মভূঃ, অনীশঃ আৰু সৰ্বৰূপভাক্ বুলি প্ৰাৰ্থনা জনাইছে। এই শব্দসমূহ বিশেষভাৱে তাৎপৰ্যপূৰ্ণ আৰু বিভিন্ন উপনিষদত উল্লিখিত। ভিন ভিন উপনিষদত উল্লিখিত ব্ৰহ্ম-নিৰ্দেশক এই শব্দসমূহ কবিয়ে একত্ৰিত কৰি ব্ৰহ্মাৰ স্বৰূপ প্ৰকাশ কৰিবলৈ বিচাৰিছে।

কবিয়ে ব্ৰহ্মাক প্ৰথমে সৰ্বজ্ঞ বুলি কৈছে। ব্ৰহ্মাৰ সৰ্বজ্ঞত্ব সম্বন্ধে 'মুণ্ডকোপনিষদ'ৰ ঋষিয়ে কয়, 'সামান্য ৰূপে সকলোকে জানে ; সেই কাৰণে ব্ৰহ্মাক সৰ্বজ্ঞ ; আৰু বিশেষৰূপেও সকলোকে জানে, সেই কাৰণে তেওঁক সৰ্ববিদ্ বোলা হয়। সেই সৰ্বজ্ঞ ব্ৰহ্ম, সৰ্বজ্ঞতাৰূপ জ্ঞানেই যাৰ তপস্যা সেই ব্ৰহ্মৰপৰাই হিৰণ্যগৰ্ভ, নাম, ৰূপ আৰু অন্নৰ উৎপত্তি হয়।'[১]

দ্বিতীয়তে, কবিয়ে ব্ৰহ্মাক 'সৰ্বযোনি' বুলি কৈছে। এয়া 'কুমাৰ-সম্ভৱ'ত উল্লেখ কৰা 'জগদ্যোনিৰ' সমানাৰ্থক, গতিকে ইয়াৰ পুনৰ ব্যাখ্যাৰ প্ৰয়োজন নাই। ব্ৰহ্মা 'আত্মভূ' অৰ্থাৎ স্বয়ম্ভু, নিজেই নিজৰ উৎপত্তিৰ কাৰণ, আন কোনো কাৰণ নাই। সেই বিষয়ে উপনিষদত পোৱা যায় : 'তদাত্মানং স্বয়মকুৰুত'[২] 'তেওঁ নিজেই নিজক এইদৰে কৰিছিল'। সেই ব্ৰহ্ম 'অনীশঃ' অৰ্থাৎ সকলোৰে প্ৰভু, তেওঁ সকলোকে নিয়ন্ত্ৰণ কৰে, তেওঁক নিয়ন্ত্ৰণ কৰোঁতা কোনো নাই।

---

১. যঃ সৰ্বজ্ঞঃ সৰ্ববিদ্ যস্য জ্ঞানময়ং তপঃ।
তস্মাদেতদ্ ব্ৰহ্ম নাম ৰূপমন্নঞ্চ জায়তে॥ (মুঃ উঃ ১।১।৯)

২. তৈত্তিৰীয়োপনিষদ ২।৭।১

'শ্বেতাশ্বতৰোপনিষদ'ত কৈছে, এই জগতত তেওঁৰ প্ৰভু কোনো নাই, নিয়ন্তাও নাই, এনেকুৱা কোনো চিনো নাই যাৰ দ্বাৰা তেওঁক অনুমান কৰিব পাৰি। তেওঁ সকলোৰে কাৰণ, ইন্দ্ৰিয়ৰ অধিপতি, দেৱতাসমূহৰো অধিপতি; তেওঁৰ কোনো জনক নাই।[১]

কবিয়ে শেষত ব্ৰহ্মক 'সৰ্ব ৰূপভাক্' অৰ্থাৎ সেই ব্ৰহ্ম সকলো পদাৰ্থতে আত্মাৰূপে বিৰাজমান বুলি কৈছে। এই প্ৰসঙ্গত 'বৃহদাৰণ্যকোপনিষদ'ৰ উক্তি উল্লেখযোগ্য: 'ব্ৰহ্মৈতদ্ধি সৰ্বাণি ৰূপাণি বিভৰ্তি'[২], ব্ৰহ্মই সমস্ত ৰূপ ধাৰণ কৰি অৱস্থান কৰে।

'কুমাৰসম্ভৱ' আৰু 'ৰঘুবংশ'ৰ পূৰ্বোক্ত শ্লোকদ্বয়ৰ মাজত যথেষ্ট সাদৃশ্য আছে আৰু 'কুমাৰসম্ভৱ'ৰ স্তুতিত ব্ৰহ্ম বা আত্মাৰ বিৰুদ্ধ ভাবৰ এটি ধাৰা দেখুওৱা হৈছে। এনে বিৰুদ্ধ ধৰ্মৰ সমাৱেশ অকল ব্ৰহ্মৰ পক্ষেই সম্ভৱ হয়। ব্ৰহ্মৰ এনে বিপৰীত ধৰ্ম সম্বন্ধে গীতা আৰু উপনিষদৰ বহু ঠাইত উল্লেখ আছে। বিৰুদ্ধ ধৰ্ম-বিশিষ্ট ব্ৰহ্মৰ উল্লেখ গীতাৰ ত্ৰয়োদশ অধ্যায়ত[৩] সুন্দৰকৈ দেখিবলৈ পোৱা যায়।

'তেওঁত (ব্ৰহ্মত) সকলো ইন্দ্ৰিয়ৰ গুণ প্ৰকাশ পাইছে; কিন্তু, তেওঁ সকলো ইন্দ্ৰিয়বিহীন; তেওঁ কাৰো সৈতে সংশ্লিষ্ট নহয়; অথচ সকলোৰে আশ্ৰয়, তেওঁ গুণ (সত্ত্ব, ৰজ আৰু তম)ৰ অতীত; অথচ সকলো গুণকে (অৰ্থাৎ ত্ৰিগুণৰ পৰিণাম সুখ, দুখ আৰু মোহ) ভোগ কৰে।'[৪] সেইদৰে 'শ্বেতাশ্বতৰোপনিষদ'ত পোৱা যায়:

'তেওঁৰ (ব্ৰহ্মৰ) হাত-ভৰি নাই, অথচ বেগাই গমন কৰে আৰু

---

১. ন তস্য কশ্চিৎ পতিৰস্তি লোকে ন চেশিতা নৈব তস্য লিঙ্গম্।
স কাৰণং কৰণাধিপাধিপো ন চাস্য কশ্চিজ্জনিতা ন চাধিপঃ॥ (শ্বেঃ উঃ ৬।৯)

২. বৃহদাৰণ্যকোপনিষদ ১।৬।২

৩. গীতাৰ ত্ৰয়োদশ—অধ্যায়ৰ— ২-১৬ শ্লোক দ্ৰষ্টব্য।

৪. সৰ্বেন্দ্ৰিয়গুণাভাসং সৰ্বেন্দ্ৰিয়বিবৰ্জিতম্।
অসক্তং সৰ্বভৃচ্চৈব নিৰ্গুণং গুণভোক্তৃ চ॥ (গীতা ১৩।১৪)

সকলো বস্তুকে গ্ৰহণ কৰে, যেওঁৰ চকু নাই, অথচ দেখে, যেওঁৰ কাণ নাই, কিন্তু শুনে।'[১]

ব্ৰহ্মৰ কাৰণে একোৱেই অসম্ভৱ নহয়। সেই কাৰণে বিৰুদ্ধ গুণৰ সমাবেশ ব্ৰহ্মতেই সম্ভৱ হ'ব পাৰে। কবিয়ে 'কুমাৰসম্ভৱ'ত সেই বিৰুদ্ধ ধৰ্মৰ আশ্ৰয়ভূত ব্ৰহ্মৰ বৰ্ণনা দিছে:

দ্ৰবঃ সংঘাতকঠিনঃ স্থূলঃ সূক্ষ্মো লঘুৰ্গুৰুঃ।
ব্যক্তো ব্যক্তেতৰশ্চাসি প্ৰাকাম্যং তে বিভূতিষু ॥[২]

তুমি ইচ্ছানুসাৰে মূৰ্তি গ্ৰহণ কৰিব পাৰা, তুমি ইচ্ছানুসাৰে দ্ৰব (ৰসাত্মক, জলীয়), কঠিন, স্থূল, সূক্ষ্ম, লঘু, গুৰু (কাৰ্যৰূপে) প্ৰকাশ আৰু (পৰম কাৰণ অৰ্থাৎ) মূল প্ৰকৃতিৰূপে অপ্ৰকাশ হৈ থাকা; আৰু তুমি ইচ্ছানুসাৰে অনিমাদি স্বকীয় বিভূতিত বিৰাজমান হৈ থাকা।

কবিয়ে ইয়াত ব্ৰহ্মই নিজ ইচ্ছানুসাৰে কিভাৱে বিৰুদ্ধ গুণৰ সমাবেশ ঘটাইছে তাক নিৰ্দেশ কৰিছে। তুমি দ্ৰব অৰ্থাৎ নদী-সাগৰাদিৰ দৰে জলময়, আৰু তুমিয়েই ঘনীভূত হৈ পৰ্বতাদিৰ দৰে কঠিন। তুমি ঘটাদিৰ দৰে ইন্দ্ৰিয়ৰ গ্ৰহণযোগ্য, আৰু তুমিয়েই পৰমাণুৰ দৰে অতীন্দ্ৰিয়। তুমি তুলাৰ দৰে লঘু অৰ্থাৎ উৎপতনশীল আৰু তুমিয়েই পৰ্বতৰ দৰে গুৰু অৰ্থাৎ অলৰ-অচৰ। তুমিয়েই কাৰ্য, তুমিয়েই কাৰণ। সকলো প্ৰকাৰ শক্তি সম্বন্ধে তোমাৰ কামনা সিদ্ধি অব্যাহত। তুমি যেতিয়াই যি ইচ্ছা তেতিয়াই তাকে কৰিব পাৰা। ব্ৰহ্মৰ এনে স্বৰূপ সম্বন্ধে 'মুণ্ডকোপনিষদ'ত কৈছে:

'সেই ব্ৰহ্ম মহৎ, দিব্য (স্বয়ং প্ৰকাশমান) আৰু অচিন্ত্যৰূপ।

১. অপাণিপাদো জৱনো গ্ৰহীতা পশ্যত্যচক্ষুঃ স শৃণোত্যকৰ্ণঃ।
স বেত্তি বেদ্যং ন চ তস্যাস্তি বেত্তা তমাহুৰগ্ৰ্যং পুৰুষং মহান্তম্ ॥
(শ্বেঃ উঃ ৩।১৯)

২. কুমাৰসম্ভৱ—২।১১

তেওঁ সূক্ষ্মতকৈও সূক্ষ্মতৰ নানাৰূপে প্ৰকাশমান।'[১] 'কঠোপনিষদ'তো সেই একে ধৰণৰ উক্তিকে পোৱা যায়: 'অণোৰণীয়ান্ মহতো মহীয়ান্'[২], এই আত্মা পৰমাণু প্ৰভৃতি সূক্ষ্ম বস্তুতকৈও সূক্ষ্মতৰ আৰু আকাশাদি মহৎ পদাৰ্থতকৈও মহত্তৰ। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে: 'অব্যক্তং ব্যক্তিমাপন্নম্'[৩] 'অবিবেকী মানুহে ভাবে মই সাধাৰণ প্ৰাণীৰ দৰে জন্মৰ আগেয়ে অপ্ৰকাশ আছিলোঁ আৰু পিছত প্ৰকাশিত হৈছোঁ।'

ব্ৰহ্মাই লোকানুগ্ৰহৰ কাৰণে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ আদি ভিন্ন মূৰ্তি ধাৰণ কৰে। মূৰ্ত পদাৰ্থমাত্ৰেই পৰতন্ত্ৰ অৰ্থাৎ আনৰ সহায়েৰে নিৰ্মিত হয়, নিজে নিজে নিৰ্মিত হ'ব নোৱাৰে। ঘট এটা মূৰ্ত পদাৰ্থ, গতিকে ই নিজে নিৰ্মিত হ'ব নোৱাৰে। ইয়াৰ এজন নিৰ্মাণকৰ্তাৰ প্ৰয়োজন। কিন্তু মূৰ্ত পদাৰ্থৰ দৰে ব্ৰহ্মৰ এই মূৰ্তি গ্ৰহণৰ কাৰণে আনৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে, কাৰণ ব্ৰহ্ম স্বতন্ত্ৰ বা স্বাধীন। তেওঁ নিজৰ ইচ্ছানুসাৰে নিজৰ শক্তিৰ দ্বাৰা জন্ম গ্ৰহণ কৰে আৰু যেতিয়াই যি মূৰ্তি ধাৰণ কৰা কৰ্তব্য বুলি ভাবে তেতিয়াই সেই মূৰ্তি ধাৰণ কৰে। কবিয়ে ব্ৰহ্মৰ এই বিভিন্ন মূৰ্তি-পৰিগ্ৰহ সম্বন্ধে কৈছে:

আত্মানমাত্মনা বেৎসি সৃজস্যাত্মানমাত্মনা।
আত্মনা কৃতিনা চ ত্বমাত্মন্যেব প্ৰলীয়সে॥[৪]

তুমি নিজৰেই শক্তিৰ দ্বাৰা নিজকে জানা, নিজৰে শক্তিৰ দ্বাৰা নিজকে সৃষ্টি কৰা আৰু নিজৰেই শক্তিৰ দ্বাৰা নিজতেই প্ৰলীন হোৱা।

---

১. বৃহচ্চ তদ্দিব্যমচিন্ত্যৰূপং সূক্ষ্মাচ্চ তৎ সূক্ষ্মতৰং বিভাতি।
দূৰাৎ সুদূৰে তদিহান্তিকে চ পশ্যৎস্বিহৈব নিহিতং গুহায়াম্॥
(মু: উ: ৩।১।৭)

২. কঠোপনিষদ ১।২।২০

৩. গীতা ৭।২৪

৪. কুমাৰসম্ভৱ—২।১০

ইয়াৰ তাৎপৰ্য এয়ে যে সেই ব্ৰহ্মাদি মূৰ্তি তুমিয়েই, তোমাত বাহিৰে আন একো নহয় আৰু সেই মূৰ্তিসমূহৰ অধিষ্ঠানো তুমিয়েই। তুমি নিজৰ শক্তিৰ দ্বাৰা নিজকে (অৰ্থাৎ ব্ৰহ্মাদিৰূপে) নিজতেই (পৰব্ৰহ্মতেই) সৃষ্টি কৰা। আকৌ যেতিয়া লীন হোৱাৰ প্ৰয়োজন বুলি ভাবা তেতিয়া তুমি তোমাৰ সেই সৃষ্ট (ব্ৰহ্মাদি) মূৰ্তিক তোমাতেই (অৰ্থাৎ পৰব্ৰহ্মতেই) প্ৰলীন কৰি লোৱা।

ইয়াত কবিয়ে সংক্ষেপতে বেদান্ত দৰ্শনৰ 'একমেবাদ্বিতীয়ম্' বোলা তত্ত্বৰেই উল্লেখ কৰিছে। এই পৰিদৃশ্যমান জগতত এক পৰব্ৰহ্মই নিত্য, সত্য বস্তু। ব্ৰহ্মৰ বাহিৰে আন একেৱেই সত্য নহয়। জগতত জ্ঞাতা আৰু জ্ঞেয়, স্ৰষ্টা আৰু সৃষ্টি, সংহাৰকৰ্তা আৰু সংহাৰ সকলোৱেই ব্ৰহ্ম, ব্ৰহ্ম ভিন্ন আন একো নহয়। ব্ৰহ্মৰ জন্ম, লয় আৰু জ্ঞান আনৰ ওপৰত নিৰ্ভৰশীল নহয়। তেওঁ নিজ মহিমাতে প্ৰতিষ্ঠিত, 'স্বে মহিম্নি প্ৰতিষ্ঠিতম্'।[১] তেওঁ নিজেই নিজক সৃষ্টি কৰে। নিজেই নিজক সৃষ্টি কৰা বুলি ক'লে বিসদৃশ যেন লাগে। কিন্তু ইয়াক স্বীকাৰ নকৰিলে সৃষ্টিকৰ্তাৰ পিছত সৃষ্টিকৰ্তাৰ অস্তিত্ব স্বীকাৰ কৰিব-লগীয়া হয় আৰু ফলত অনৱস্থা (endlessness in argument) হয়। এই অনৱস্থা পৰিহাৰ কৰিবলৈ দাৰ্শনিকসকলে কোনো এটা শেষ সীমাত উপনীত হোৱাৰ বিধান কৰিছে। ব্ৰহ্মই জগতৰ সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ। এই ব্ৰহ্মই জগতৰ নিমিত্ত-আৰু উপাদান-কাৰণ। ব্ৰহ্মৰ অধিক আন একো নাই। তেৱেঁই জ্ঞাতা আৰু তেৱেঁই জ্ঞেয়। ব্ৰহ্মই একমাত্ৰ সৎ বস্তু। নাম-ৰূপ-বিশিষ্ট জগৎ মায়া মাত্ৰ। সংক্ষেপে এয়েই অদ্বৈত মত। এই অদ্বৈত মতৰ বৰ্ণনাৰে উপনিষদ ভৰপূৰ। কালিদাস ঔপনিষদিক-অদ্বৈত ব্ৰহ্মবাদী। ঔপনিষদিক অদ্বৈতবাদকেই তেওঁ সাহিত্যত প্ৰতিপাদন কৰিছে।

'বৃহদাৰণ্যকোপনিষদ'ত কৈছে: 'নান্যোঽতোঽস্তি দ্ৰষ্টা নান্যোঽ-

১. বৃহদাৰণ্যকোপনিষদ ৩।৭।২৩

তোঽন্তি বিজ্ঞাতা।'[১] এওঁৰ বাহিৰে আন কোনো দ্ৰষ্টা নাই, এওঁৰ বাহিৰে আন কোনো বিজ্ঞাতা নাই। 'ব্ৰহ্ম নিজে অদৃষ্ট, দৰ্শনৰ অগোচৰ; কিন্তু, সকলোৰে দ্ৰষ্টা, নিজে অশ্ৰুত, শ্ৰৱণৰ অগোচৰ, অথচ সকলোৰে শ্ৰোতা, নিজে মননৰ অবিষয়, অথচ সকলোৰে মনন-কৰ্তা, নিজে অবিজ্ঞাত, বুদ্ধিৰ অগোচৰ, অথচ সকলোৰে বিজ্ঞাতা। এওঁৰ বাহিৰে আন কোনো দ্ৰষ্টা নাই, এওঁৰ বাহিৰে আন কোনো শ্ৰোতা নাই, এওঁৰ বাহিৰে আন কোনো মননকৰ্তা নাই, এওঁৰ বাহিৰে আন কোনো বিজ্ঞাতা নাই। এৱেঁই সকলোৰে অন্তৰ্যামী, অবিনাশী আত্মা, ইয়াৰ অতিৰিক্ত যি আছে সেই সমস্তই বিনাশশীল।'[২]

ব্ৰহ্মবিষয়ক এনে ধাৰণা ভগৱদ্‌গীতাৰ কেইবা ঠাইতো পোৱা যায়। তাৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হ'ল, 'হে পুৰুষোত্তম, তোমাৰ স্বৰূপ তুমিয়েই জানা, আনে নাজানে।'[৩] আকৌ 'ব'ত নিজেই আত্মাক দৰ্শন কৰি আত্মাতেই তৃপ্ত হোৱা।'[৪]

ইয়াৰ দ্বাৰা এইটো সন্দেহ নোহোৱাকৈ ক'ব পাৰি যে কালিদাসৰ ব্ৰহ্মবিষয়ক বৰ্ণনাত উপনিষদ আৰু গীতাৰ প্ৰভাৱ যথেষ্ট পৰিমাণে আছে।

কালিদাস যে প্ৰকৃত অদ্বৈত বেদান্তী আছিল সেই কথা এই স্তুতি-দ্বয়ৰ মাজেদি আৰু বিশেষকৈ নিম্নোদ্ধৃত শ্লোকবপৰা সুন্দৰকৈ উপলব্ধি কৰিব পাৰি। অইন নালাগে তেওঁ ইয়াত সাংখ্যবাদীৰ চিৰাদৃত মূলতত্ত্ব প্ৰকৃতি আৰু পুৰুষক স্বতন্ত্ৰ সত্তা নিদি এক পৰমেশ্বৰৰে ভিন্ন

১. বৃহদাৰণ্যকোপনিষদ ৩।৭।২৩

২. ...... ... ..অদৃষ্টো দ্ৰষ্টাঽশ্ৰুতঃ শ্ৰোতাঽমতো মন্তাঽবিজ্ঞাতো বিজ্ঞাতা নান্যোঽতোঽস্তি দ্ৰষ্টা নান্যোঽতোঽস্তি শ্ৰোতা নান্যোঽতোঽস্তি মন্তা নান্যোঽতোঽস্তি বিজ্ঞাতৈষ ত আত্মাঽন্তৰ্যাম্যমৃতো............। (বৃঃ উঃ ৩।৭।২৩)

৩. স্বয়মেবাত্মনাত্মানং বেত্থ ত্বং পুৰুষোত্তম। (গীতা ১০।১৫)

৪. যত্ৰ চৈবাত্মনাত্মানং পশ্যন্নাত্মনি তুষ্যতি। (গীতা ৬।২০)

ৰূপ বুলি মন্তব্য কৰিছে। অদ্বৈতবেদান্তৰ মতে প্ৰকৃতি বা মায়াৰ পৃথক সত্তা নাই। এই প্ৰকৃতি বা মায়া ব্ৰহ্মৰ অবিকল অনুৰূপ নহ'লেও অন্ততঃ ব্ৰহ্মতকৈ ভিন্ন নহয়। কালিদাসে বৈদান্তিক দৃষ্টিভঙ্গীৰে সাংখ্যীয় মতৰ বৰ্ণনা দিছে:

ত্বামামনন্তি প্ৰকৃতিং পুৰুষাৰ্থপ্ৰবৰ্তিনীম্।
তদ্দৰ্শিনমুদাসীনং ত্বামেৱ পুৰুষং বিদুঃ॥[1]

(পণ্ডিতসকলে) তোমাক জীৱাত্মাৰ ভোগ আৰু অপবৰ্গৰ কাৰণে ক্ৰিয়াশীলা প্ৰকৃতি বুলি কয় আৰু তোমাকেই প্ৰকৃতিৰ দ্ৰষ্টা, উদাসীন পুৰুষ বুলি কয় (তোমাৰ বাহিৰে আন একো নাই)[1]।

পূৰ্বোক্ত বৰ্ণনাৰপৰা কালিদাসক অদ্বৈতবাদী বুলি নিঃসন্দেহে ক'ব পাৰি। এই বিশ্ব প্ৰপঞ্চ ব্ৰহ্মৰ দ্বাৰা পৰিব্যাপ্ত। আদিত্যৰ দৰে জ্যোতিঃ স্বৰূপ স্বপ্ৰকাশ ব্ৰহ্মই জগৎৰূপে অভিব্যক্ত, গতিকে সকলোতে ব্ৰহ্ম অনুস্যূত। ব্ৰহ্মৰ সৰ্বব্যাপকতা সম্বন্ধে কবিয়ে উল্লেখ কৰিছে:

ত্বমেৱ হব্যং হোতা চ ভোজ্যং ভোক্তা চ শাশ্বতঃ।
বেদ্যং চ বেদিতা চাসি ধ্যাতা ধ্যেয়ং চ যৎপৰম্॥[2]

তুমিয়েই সদায় আহুতিৰ দ্ৰব্য, আকৌ তুমিয়েই হোমকৰ্তা, তুমিয়েই ভোজন সামগ্ৰী আৰু তুমিয়েই ভোজনকৰ্তা, তুমিয়েই জানিব লগীয়া বিষয় আৰু তুমিয়েই জ্ঞাতা তুমিয়েই ধ্যানকৰ্তা আৰু তুমিয়েই ধ্যানৰ বিষয়ীভূত পৰম বস্তু।

ব্ৰহ্ম সম্বন্ধে কবিৰ এনে ধাৰণাৰ মূলত ভগৱদ্গীতা। কিয়নো গীতাত আছে:[3]

যাৰ দ্বাৰা হৱনীয় দ্ৰব্য অগ্নিত প্ৰক্ষিপ্ত হয় তেওঁ ব্ৰহ্ম (ব্ৰহ্মবিদ্ ব্যক্তিৰ ওচৰত তেওঁ ব্ৰহ্মৰূপেই প্ৰতীয়মান হয়) এইদৰে হৱনীয় দ্ৰব্যও ব্ৰহ্ম, যি অগ্নিত হৱনীয় দ্ৰব্য প্ৰক্ষিপ্ত হয় সেয়াও ব্ৰহ্ম, হৱন

১. কুমাৰসম্ভৱ—২।১৩
২. ঐ—২।১৫
৩. ব্ৰহ্মাৰ্পণং ব্ৰহ্ম হবিৰ্ব্ৰহ্মাগ্নৌ ব্ৰহ্মণা হুতম্।
ব্ৰহ্মৈৱ তেন গন্তব্যং ব্ৰহ্মকৰ্মসমাধিনা॥ (গীতা ৪।২৪)

ক্ৰিয়াও ব্ৰহ্ম, আৰু ব্ৰহ্মৰূপ হবন-কাৰ্যও সমাহিত-চিত্তজনৰ পাব-লগীয়া ফলো ব্ৰহ্মই'।

স্বভাৱতে ব্ৰহ্ম নিৰঞ্জন, নিৰ্লেপ হ'লেও তেৱেঁই অন্ন আৰু অন্নভোক্তা বুলি শ্ৰুতিয়ে নিৰ্দেশ কৰিছে: 'অহমন্নমহমন্নাদঃ'[১], সেই ব্ৰহ্মই অন্ন আৰু অন্নভোক্তা। কবিয়ে ব্ৰহ্মকেই সকলোৰে জ্ঞাতা আৰু ব্ৰহ্মকেই জনাৰ বিষয় বুলি কৈছে (বেদ্যং চ বেদিতা), ব্ৰহ্মৰ বাহিৰে জনাৰ আন বিষয় একো নাই। 'শ্বেতাশ্বতৰোপনিষদ'ৰ ঋষিয়ে কৈছে, 'তেওঁ সকলো জ্ঞাতব্য বিষয় জানে; কিন্তু, তেওঁক কোনেও নাজানে'।[২] 'বৃহদাৰণ্যকোপনিষদ'ত কোৱা হৈছে, 'তেওঁৰ বাহিৰে আন কোনো দ্ৰষ্টা নাই, তেওঁৰ বাহিৰে আন কোনো বিজ্ঞাতা নাই'।[৩] এই সম্বন্ধে গীতাত ভগৱান শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে, "যি জানিব লগীয়া তাক তোমাক (অৰ্জুনক) বিশেষভাৱে কম। ইয়াক জানিব পাৰিলে অমৃতত্ব (মোক্ষ) লাভ হয়। তেওঁৰ আদি নাই, তেৱেঁই পৰব্ৰহ্ম। তেওঁ 'সৎ'ও নহয় অৰ্থাৎ স্থূল বস্তুৰ দৰে থকা বুলিও জানিব নোৱাৰি, আনপিনে তেওঁ 'অসৎ'ও নহয় অৰ্থাৎ তেওঁ যে নাই এনেও নহয়।"[৪] 'তেৱেঁই জ্ঞান, তেৱেঁই জ্ঞেয়, আৰু তেৱেঁই জ্ঞানৰ দ্বাৰা লভ্য; তেওঁ সকলোৰে হৃদয়ত অধিষ্ঠিত'।[৫] তুমিয়েই জ্ঞাতা (অৰ্থাৎ যিখিনি জনাৰ বিষয় আছে তাক তুমিয়েই জানা), তুমিয়েই জ্ঞেয় (অৰ্থাৎ যিখিনি জনাৰ বিষয় আছে সেয়াও তুমিয়েই), তুমিয়েই শ্ৰেষ্ঠপদ বা পৰম ধাম, আৰু তুমিয়েই এই বিশ্ব ব্যাপি আছা।[৬]

ইয়াৰ তাৎৰ্য এয়ে যে সেই শুদ্ধ, চৈতন্য-স্বৰূপ পৰম আত্মাই

---

১. তৈত্তিৰীয়োপনিষদ ৩।১০।৬
২. স বেত্তি বেদ্যং ন চ তস্যাস্তি বেত্তা। (শ্বেঃ উঃ ৩।১৯)
৩. নান্যোঽতোঽস্তি দ্ৰষ্টা নান্যোঽতোঽস্তি বিজ্ঞাতা। (বৃঃ উঃ ৩।৭।২৩)
৪. জ্ঞেয়ং যত্তৎ প্ৰৱক্ষ্যামি যজ্জ্ঞাত্বামৃতমশ্নুতে।
অনাদিমৎ পৰং ব্ৰহ্ম ন সৎ তন্নাসদুচ্যতে॥ (গীতা ১৩।১৩)
৫. জ্ঞানং জ্ঞেয়ং জ্ঞানগম্যং হৃদি সৰ্বস্য ধিষ্ঠিতম্। (গীতা ১৩।১৮)
৬. বেত্তাসি বেদ্যঞ্চ পৰং চ ধাম, ত্বয়া ততং বিশ্বমনন্তৰূপ। (গীতা ১১।৩৮)

এক মাত্ৰ ধ্যানৰ বিষয় আৰু আত্মাই প্ৰকৃত ধ্যানকৰ্তা (ধ্যাতা-ধ্যেয়ক)। এটা বিষয়ৰ প্ৰতি একাগ্ৰ চিত্তেৰে কৰা নিৰন্তৰ চিন্তাধাৰাকে ধ্যান বোলে। এই আত্ম-বিষয়ক ধ্যানেই ব্ৰহ্ম সাক্ষাৎকাৰৰ অন্যতম উপায়।

কবিয়ে 'কুমাৰসম্ভৱ'ত ব্ৰহ্মক সকলো সৃষ্টিৰ কাৰণ, বিদ্যাৰ অধিপতি আৰু সকলোকে ব্যাপি থকা বুলি উল্লেখ কৰিছে :

সৰ্ব্বস্য ধাতাৰং তে সৰ্ব্বে সৰ্ব্বতোমুখম্।
বাগীশং................................... ॥[১]

ব্ৰহ্ম সমস্ত জগতৰ সৃষ্টিকৰ্তা, বিদ্যাৰ অধিপতি আৰু তেওঁৰ মুখ সকলো পিনে। ইয়াত গীতাত ভগৱান শ্ৰীকৃষ্ণৰ উক্তিৰ অনুকৰণ সুস্পষ্ট, 'অহমেৱাক্ষয়ঃ কালো ধাতাহং বিশ্বতোমুখঃ'[২]; মষেই অক্ষয় কাল, মষেই সকলো কৰ্মফলৰ বিধান কৰ্তা। আকৌ সেই গীতাতেই পোৱা যায় : 'সৰ্ব্বস্য ধাতাৰমচিন্ত্যৰূপমাদিত্যবৰ্ণং তমসঃ পৰস্তাৎ।'[৩] তেওঁ মোহান্ধকাৰৰ অতীত, সূৰ্যৰ দৰে স্বপ্ৰকাশ, অচিন্ত্যৰূপ সমস্ত জগতৰ বিধাতা।

ব্ৰহ্ম যে সকলোৰে সৃষ্টিকৰ্তা সেই সম্বন্ধে পুনঃ 'ৰঘুবংশ'ত উল্লেখ কৰা হৈছে :

চতুৰ্ব্বৰ্গফলং জ্ঞানং কালাৱস্থাশ্চতুৰ্যুগাঃ ॥[৪]
চতুৰ্ব্বৰ্ণময়ো লোকস্ত্বত্তঃ সৰ্ব্বং চতুৰ্মুখাৎ ॥

মানৱ জীৱনৰ চাৰি পুৰুষাৰ্থৰপৰা ওপজা জ্ঞান, চাৰি যুগৰ পৰিমিত কাল আৰু চাৰি বৰ্ণাত্মক লোকসমূহ—এই আটাইবোৰেই চতুৰ্মুখ তোমাৰপৰাই উৎপন্ন।

ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ এই চাৰিটাকে পুৰুষাৰ্থ বোলা হয়। ইয়াৰ প্ৰথম তিনিটা অৰ্থাৎ ধৰ্ম, অৰ্থ আৰু কাম—এই ত্ৰিবৰ্গৰ সম্যক্

---

১. কুমাৰসম্ভৱ ২।৩
২. গীতা ১০।৩৩
৩. গীতা ৮।৯
৪. ৰঘুবংশ ১০।২২

সাধনে সত্যৰ সন্ধান দিয়ে। সত্য অন্বেষণৰপৰা জ্ঞান জন্মে। জ্ঞানৰ দ্বাৰা নিজৰ স্বৰূপ বা আত্মাৰ উপলব্ধি হয়। এই উপলব্ধিয়ে জীৱাত্মাৰ পৰমাত্মাৰে সৈতে সম্বন্ধ ঘটায়। জীৱাত্মা আৰু পৰমাত্মাৰ ঐক্যানুভূতিয়ে মুক্তিৰ পথ উন্মুক্ত কৰে। এই সম্বন্ধে গীতাত পোৱা যায়, 'বিবিধ জ্ঞানেৰে সৈতে এই জ্ঞান তোমাক (অৰ্জুনক) নিঃশেষ-ভাৱে কম—যি জ্ঞান জন্মিলে এই সংসাৰত আন একো জানিব লগীয়া নাথাকে।'[১] অৰ্থাৎ ব্ৰহ্মজ্ঞান হ'লে সমস্তকে জনা যায়। অৱশিষ্ট একো নাথাকে। আকৌ গীতাৰ অনুকৰণতেই কবিয়ে 'চতুৰ্বৰ্ণময়ো লোকঃ' বুলি উল্লেখ কৰিছে কাৰণ গীতাত কোৱা হৈছে, 'তিনি গুণৰ আৰু তিনি গুণৰপৰা জন্মা কৰ্মৰ ভেদ অনুসাৰে মই চাৰিবৰ্ণৰ ব্যৱস্থা কৰিছোঁ।'[২] ব্ৰহ্মক সকলোৰে সৃষ্টিকৰ্তা বুলি শ্ৰুতিয়েও উল্লেখ কৰিছে, 'নাম আৰু ৰূপেৰে সৈতে অভিব্যক্ত এই সমস্ত জগতৰ সৃষ্টি-কৰ্তা একমাত্ৰ ব্ৰহ্মই।'[৩]

ব্ৰহ্মই জগৎ সৃষ্টি কৰে আৰু সমস্ত সৃষ্ট পদাৰ্থৰ মাজত আত্মাৰূপে বিৰাজ কৰে। সেই বিষয়ে কবিয়ে 'কুমাৰসম্ভৱ'ত উল্লেখ কৰিছে: 'প্ৰত্যেকং বিনিযুক্তাত্মা কথং ন জ্ঞাস্যসি প্ৰভো,'[৪] প্ৰভু, তুমি সকলোৰে অন্তৰত বিৰাজমান, তুমি নাজানিবা কিয়? আকৌ সেই একেখন মহাব্যতে কবিয়ে কৈছে 'অন্তৰাত্মাসি দেহিনাম্,'[৫] দেহধাৰীসকলৰ তুমি অন্তৰাত্মা।

ব্ৰহ্ম সকলো প্ৰাণীৰ অন্তৰত অন্তৰ্যামীৰূপে অৱস্থান কৰে। 'তৈত্তিৰীয়োপনিষদ'ত কৈছে, 'তেওঁ (ব্ৰহ্মই) এইবোৰ সৃষ্টি কৰি তাৰ

---

১. জ্ঞানং তেঽহং সবিজ্ঞানমিদং বক্ষ্যাম্যশেষতঃ।
যজ্জ্ঞাত্বা নেহ ভূয়োঽন্যজ্ জ্ঞাতব্যমৱশিষ্যতে॥ (গীতা ৭।২)

২. চাতুৰ্বৰ্ণ্যং ময়া সৃষ্টং গুণকৰ্মবিভাগশঃ। (গীতা ৪।১৩)

৩. ইদং সৰ্বমসৃজত যদিদং কিঞ্চ। (তৈঃ উঃ ২।৬)

৪. কুমাৰসম্ভৱ ২।৩১

৫. ঐ ৬।২১

ভিতৰত প্ৰৱেশ কৰিলে। সেই কাৰ্যত প্ৰৱেশ কৰি সেই সত্য স্বৰূপ ব্ৰহ্ম মূৰ্ত আৰু অমূৰ্ত সেই সকলোবোৰেই হ'ল।'[1] এই সম্বন্ধে গীতাৰ উক্তি উল্লেখনীয়, 'অন্তৰ্যামী নাৰায়ণে সকলো জীৱৰ হৃদয়ত অধিষ্ঠিত হৈ সকলো জীৱকে যন্ত্ৰচালিত পুতলাৰ দৰে মায়াৰ দ্বাৰা চালিত কৰিছে'[2] যিজনে বিনাশশীল, সকলো প্ৰাণীতে নিৰ্বিশেষ-ভাৱে অৱস্থিত অবিনাশী পৰমাত্মাক দৰ্শন কৰে তেওঁৱেই সম্যগ্‌দৰ্শী।'[3]

ব্ৰহ্ম সকলোৰে অন্তৰত অৱস্থিত। সেই হৃদয়স্থ ব্ৰহ্মৰ উপলব্ধিৰ কাৰণে যোগীসকলে ধ্যান বা নিৰন্তৰ চিন্তা কৰে। ধ্যানৰ কাৰণে মনৰ সংযমৰ প্ৰয়োজন, কাৰণ মন স্বভাৱতে চঞ্চল। চঞ্চল বা অস্থিৰ মনত ব্ৰহ্মৰ স্বৰূপ প্ৰতিফলিত নহয়। ব্ৰহ্ম সাক্ষাৎকাৰ নহ'লে মুক্তি নহয়। গতিকে স্থিৰ মনেৰে ব্ৰহ্মৰ ধ্যান বা মনন নিতান্ত প্ৰয়োজন। মনৰ স্থিৰতা অনায়াসে আয়ত্ত কৰিব নোৱাৰি, তাৰ কাৰণে অভ্যাসৰ প্ৰয়োজন। স্থিৰ মনেৰেই হৃদয়ত থকা জ্যোতিৰ্ময়ৰ সন্ধান পাব পাৰি। সেই জ্যোতিৰ্ময়ৰ সাক্ষাৎকাৰেই পৰম পুৰুষাৰ্থ বা মুক্তি। কবিয়ে তাকেই ব্যক্ত কৰিছে:

অভ্যাসনিগৃহীতেন মনসা হৃদয়াশ্ৰয়ম্।
জ্যোতিৰ্ময়ং বিচিন্বন্তি যোগিনস্ত্বাং বিমুক্তয়ে॥[4]

যোগীসকলে অভ্যাসৰ দ্বাৰা মনটো আন বিষয়বোৰৰ পৰা আকৰ্ষণ কৰি আনি মুক্তিৰ কাৰণে জ্যোতিঃ স্বৰূপে হৃদয়-পদ্মত অৱস্থান কৰা তোমাৰ অন্বেষণ বা ধ্যান কৰে।

মনৰ চঞ্চল স্বভাৱ সম্পূৰ্ণভাৱে অভিভূত বা দূৰ কৰিব

---

তৎ সৃষ্ট্বা, তদেৱানুপ্ৰাৱিশৎ। তদনুপ্ৰৱিশ্য, সচ্চ ত্যচ্চাভৱৎ।
(তৈঃ উ ২।৬)

২. ঈশ্বৰঃ সৰ্বভূতানাং হৃদ্দেশেঽৰ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া॥ (গীতা :৮ ৬১)

৩ সমং সৰ্বেষু ভূতেষু তিষ্ঠন্তং পৰমেশ্বৰম্।
বিনশ্যৎস্বৱিনশ্যন্তং যঃ পশ্যতি স পশ্যতি॥ (গীতা ১৩।২৮)

৪. ৰঘুবংশ—১০।২৩

নোৱৰালৈকে যোগ-সাধনত সিদ্ধি লাভ কৰা অসম্ভৱ। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে, 'স্বভাৱগত চঞ্চলতাৰ কাৰণে মন যি যি বিষয়লৈ যায় সেই সেই বিষয়পৰা মনক আঁতৰাই আনি আত্মাৰ বশ বা অনুগত কৰি ৰাখিব লাগিব'।[১]

সেই বিচৰণশীল, চঞ্চল আৰু অস্থিৰ মনক একমাত্ৰ আত্মাত নিৰুদ্ধ কৰি ৰাখিবলৈ অভ্যাস আৰু বৈৰাগ্যৰ প্ৰয়োজন। ভগৱান শ্ৰীকৃষ্ণই গীতাত কৈছে,—'হে মহাবাহু, মন যে চঞ্চল আৰু ইয়াক সংযত কৰা যে সুকঠিন তাত কোনো সন্দেহ নাই; কিন্তু, হে কৌন্তেয়, অভ্যাস আৰু বৈৰাগ্যৰ দ্বাৰা ইয়াক সংযত কৰিব পৰা যায়।[২] পুনঃ পুনঃ যত্নশীল আৰু জিতেন্দ্ৰিয় পুৰুষেই অভ্যাস আৰু বৈৰাগ্যৰ দ্বাৰা মনক স্থিৰ আৰু সংযত কৰিব পাৰে। অন্তৰত এক ধৰণৰ আচৰণৰ পুনঃ পুনঃ আবৃত্তিকে অভ্যাস বোলে আৰু ইহলোক আৰু পৰলোকৰ বিষয়-ভোগৰ প্ৰতি জন্মা বিতৃষ্ণাক বৈৰাগ্য বোলে। অভ্যাস আৰু বৈৰাগ্যৰ দ্বাৰা চিত্ত শুদ্ধ হয়। শুদ্ধ চিত্তত ভগৱানৰ চিন্মাত্ৰ সত্তাৰ উন্মেষ হয়। প্ৰকাশিত পৰমাত্মাক সাক্ষাৎ কৰি যোগীসকলে অমৃতত্ব লাভ কৰে: 'তং জ্ঞাত্বামৃতা ভৱন্তি।'[৩] সংযমিত মনেৰে পৰমাত্মাৰ সাক্ষাৎকাৰ সম্বন্ধে গীতাত কৈছে, 'হে পাৰ্থ, অভ্যাসৰূপ যোগযুক্ত হৈ অনন্য চিত্তেৰে পৰমাত্মাক চিন্তা কৰি কৰি যোগীয়ে সেই জ্যোতিৰ্ময় পৰম-পুৰুষক লাভ কৰে।'[৪]

অভ্যাস আৰু বৈৰাগ্যৰ দ্বাৰা মনৰ চঞ্চলতা আঁতৰ কৰি

---

১. যতো যতো নিশ্চৰতি মনশ্চঞ্চলমাস্থিৰম্।
ততস্ততো নিয়ম্যৈতদাত্মন্যেৱ বশং নয়েৎ॥ (গীতা ৬।২৬)

২. অসংশয়ং মহাবাহো মনো দুৰ্নিগ্ৰহং চলম্।
অভ্যাসেন তু কৌন্তেয় বৈৰাগ্যেণ চ গৃহ্যতে॥ (গীতা ৬।৩৫)

৩. শ্বেতাশ্বতৰোপনিষদ ৩।৭

৪. অভ্যাসযোগযুক্তেন চেতসা নান্যগামিনা।
পৰমং পুৰুষং দিব্যং যাতি পাৰ্থানুচিন্তয়ন্॥ (গীতা ৮।৮)

একাগ্ৰ চিত্তে ধ্যান-নিমগ্ন যোগীসকলে আনন্দ-স্বৰূপ আত্মাৰ সাক্ষাৎ লাভ কৰে। সেয়েহে উপনিষদৰ ঋষিয়ে উদাত্ত কণ্ঠে ঘোষণা কৰিলে, 'মই অজ্ঞানৰ অতীত সূৰ্যৰ দৰে স্বপ্ৰকাশ সেই মহান পুৰুষক জানিছোঁ।'[1]

কবিয়ে ব্ৰহ্মক জ্যোতিৰ্ময় বুলি অভিহিত কৰিছে। বহু উপনিষদত আৰু বিশেষকৈ 'মুণ্ডকোপনিষদ'ৰে বিভিন্ন স্থানত জ্যোতিঃ-স্বৰূপ ব্ৰহ্মৰ উল্লেখ পোৱা যায়, 'নিৰ্মল চিত্তৰ যতিসকলে হৃদয়াকাশত প্ৰকাশমান সেই শুদ্ধ জ্যোতিৰ্ময় আত্মাক দৰ্শন কৰে।'[2] সেই ব্ৰহ্ম শুদ্ধ আৰু জ্যোতিষ্মান পদাৰ্থসমূহৰো জ্যোতিৰ প্ৰকাশক; যিসকল আত্মজ্ঞানী, তেওঁলোকেই মাথোন তেওঁক জানে।[3]

ব্ৰহ্ম-সাক্ষাৎকাৰ বা মুক্তিয়েই মানুহৰ জীৱনৰ শ্ৰেষ্ঠ পুৰুষাৰ্থ; কিন্তু, সেই পুৰুষাৰ্থ-সাধনৰ পথ বিভিন্ন। এই বিষয়ে প্ৰাচীন উক্তি—'বেদ বিভিন্ন, স্মৃতি বিভিন্ন, এনে এজন মুনি নাই যাৰ মত ভিন্ন নহয়'[4]—সৰ্বজন-বিদিত। শাস্ত্ৰকাৰসকলে বিভিন্ন পথ প্ৰদৰ্শন আৰু বিভিন্ন মত পৰিপোষণ কৰিলেও তেওঁলোকৰ চৰম লক্ষ্য আৰু মূল প্ৰতিপাদ্য বিষয় এক, অভিন্ন। সকলোৱে সেই এক পৰমেশ্বৰকে বিভিন্ন নাম আৰু ৰূপৰ মাজেদি উপাসনা কৰে আৰু শেষত নিজস্ব নাম আৰু ৰূপ পৰিহাৰ কৰি সেই জ্যোতিৰ্ময় পৰম-পুৰুষত লীন হয়। পৰ্বতৰপৰা নানা নদীৰ উদ্ভৱ হয় আৰু নানা পথেৰে নানা ঠাইৰ মাজেদি গতি কৰে আৰু শেষত গৈ সকলোৱে নিজৰ নাম আৰু ৰূপ এৰি সাগৰত লীন হয়।[5] কবিয়ে কৈছে :

---

১. বেদাহমেতং পুৰুষং মহান্তমাদিত্যবৰ্ণং তমসঃ পৰস্তাৎ। (শ্বে. উঃ ৩।৮)

২. অন্তঃশৰীৰে জ্যোতিৰ্ময়ো হি শুভ্ৰো যং পশ্যন্তি যতয়ঃ ক্ষীণদোষাঃ।
(মুঃ উঃ ৩।১।৫)

৩. তচ্ছুভ্ৰং জ্যোতিষাং জ্যোতিস্তদ্ যদাত্মবিদো বিদুঃ। (মুঃ উঃ ২।২।৯)

৪. বেদা বিভিন্না, স্মৃতয়ো বিভিন্না নৈকো মুনিৰ্যস্য মতং ন ভিন্নম্।

৫. যথা নদ্যঃ স্যন্দমানাঃ সমুদ্ৰেঽস্তং গচ্ছন্তি নামৰূপে বিহায়।
তথা বিদ্বান্নামৰূপাদ্বিমুক্তঃ পৰাৎ পৰং পুৰুষমুপৈতি দিব্যম্॥
(মুঃ উঃ ৩।২।৮)

বহুধাপ্যাগমৈর্ভিন্নাঃ পন্থানঃ সিদ্ধিহেতবঃ।
ত্বয্যেৱ নিপতন্ত্যোঘা জাহ্নবীয়া ইৱার্ণৱে॥[১]

গঙ্গাৰ প্ৰৱাহসমূহ পৰিব্ৰজ্যাৰ কাৰক হৈ নানা দিশৰ মাজেদি প্ৰৱাহিত হৈ শেষত গৈ যিদৰে সাগৰত লীন হয়, সেইদৰে নানা শাস্ত্ৰত নানাভাৱে মুক্তি সাধনৰ পথসমূহ প্ৰদৰ্শিত হ'লেও শেষত সকলো তোমাতেই সন্মিলিত হয়।

কবিয়ে ইয়াত স্পষ্টভাৱে উল্লেখ কৰিছে যে মানৱ জীৱনৰ চৰম লক্ষ্য মুক্তি-সাধনৰ উপায় নানা প্ৰকাৰৰ। মুক্তি লাভৰ কাৰণে কিছুমানে কৰ্ম, আন কিছুমানে জ্ঞান, আকৌ আন কিছুমানে ভক্তিৰ পথ অনুসৰণ কৰে। ভগৱদ্‌গীতাত এয়া কৰ্ম-মাৰ্গ, জ্ঞান-মাৰ্গ আৰু ভক্তি-মাৰ্গ হিচাপে অভিহিত হৈছে। উপনিষদত জ্ঞান-সংন্যাস-কৰ্ম-আৰু ভক্তি-মাৰ্গৰ পথ নিৰ্দেশ কৰা হৈছে। তাৰ উপৰিও সাংখ্য, যোগ, ন্যায়, বৈশেষিক, পূৰ্ব আৰু উত্তৰ মীমাংসা দৰ্শনৰ আচাৰ্য-সকলে দাৰ্শনিক পদ্ধতিৰে মুক্তি লাভৰ কাৰণে বিভিন্ন পথৰ সন্ধান দিছে। পথ ভিন্ন হ'লেও সেই আটাইবোৰৰে কিন্তু লক্ষ্য এক।

কালিদাসে মুক্তি-সাধনৰ বিভিন্ন পথৰ উল্লেখ কৰিছে যদিও তেওঁৰ নিজৰ অভিপ্ৰেত পথ পূত-সলিলা গঙ্গাৰ দৰে ত্ৰিপথগা। সেই ত্ৰিপথ হৈছে,—যোগ, নিষ্কাম কৰ্ম আৰু ভক্তিৰ পথ। ভগৱদ্‌গীতা'ৰ বচন অনুস্মৰণ কৰি কবিয়ে কৈছে :

ত্বয্যাৱেশিতচিত্তানাং ত্বৎসমৰ্পিতকৰ্মণাম্।
গতিস্ত্বং ৱীতৰাগাণামভূয়ঃসংনিবৃত্তয়ে॥[২]

যিসকল যোগীয়ে বিষয়ৰ প্ৰতি কামনা শূন্য হৈ তেওঁলোকৰ চিত্ত তোমাতেই স্থিৰ কৰি ৰাখে আৰু সকলো কৰ্ম তোমাতেই সমৰ্পণ কৰে, তেওঁলোকৰ জন্ম আৰু পুনৰ্জন্মৰণৰ অব্যাহতি বা মুক্তি লাভৰ তুমিয়েই একমাত্ৰ অৱলম্বন।

---

১. ৰঘুবংশ—১০।২৬
২. ঐ ১০।২৭

ইয়াত কবিয়ে মুক্তিৰ তিনিটা মূল সূত্ৰ (postulate) উত্থাপন কৰিছে :

১. ভগৱানৰ চিন্তাত চিত্ত নিমগ্ন কৰা, অৰ্থাৎ যোগ-সাধন বা সমাধি।

২. ভগৱানৰ ওচৰত সকলো কৰ্ম সমৰ্পণ কৰা, অৰ্থাৎ নিষ্কাম কৰ্ম।

৩. বিষয়ৰ প্ৰতি অনুৰাগ শূন্য হোৱা, অৰ্থাৎ বৈৰাগ্য বা সংন্যাস।

ভগৱানৰ চিন্তাত চিত্ত নিমগ্ন কৰা বা যোগ-সাধনেই মুক্তিৰ অন্যতম কাৰণ। ব্ৰহ্মৰ চিন্তাত মন নিমগ্ন কৰাৰ প্ৰণালী সম্বন্ধে 'কঠোপনিষদ'ত কৈছে :

'বিবেকী পুৰুষে বাক্-ইন্দ্ৰিয়েৰে সৈতে সকলো ইন্দ্ৰিয়ক মনত অৰ্পণ কৰিব, মনক প্ৰকাশ-স্বভাৱ বুদ্ধিত অৰ্পণ কৰিব, সেই বুদ্ধিক মহত্তত্ত্বত অৰ্পণ কৰিব, সেই মহান আত্মাক শান্ত, নিৰ্বিকাৰ, নিষ্ক্ৰিয় পৰম আত্মাত অৰ্পণ কৰিব।'[১]

ইয়াত স্থূলৰপৰা সূক্ষ্ম বস্তুৰ জ্ঞান আহৰণ আৰু নিম্ন বৃত্তিক উচ্চ স্তৰলৈ উন্নীত কৰাৰ প্ৰণালীৰ বিষয়ে কোৱা হৈছে। ইন্দ্ৰিয়সমূহ সদায় বহিৰ্মুখী। বহিৰ্জগতৰ বিষয়সমূহৰ প্ৰতি এইবোৰৰ আকৰ্ষণ অধিক আৰু ইহঁত সদায় বিচৰণশীল হৈ থাকে। গতিকে সিহঁতৰ গতিৰোধ কৰি মনৰ অধীনলৈ অনাৰ প্ৰথম প্ৰয়োজন। কিন্তু মন স্বভাৱতে চঞ্চল, ই সদায় সঙ্কল্প, বিকল্প, সংশয় আৰু কামনাৰ দ্বাৰা বিক্ষুব্ধ। সেই চঞ্চল মনক প্ৰকাশ-স্বভাৱ বুদ্ধি-ৰূপ আত্মাত সংযমিত কৰিব লাগে। বুদ্ধি সত্ত্বগুণ প্ৰধান, প্ৰকাশ কৰাই ইয়াৰ স্বভাৱ। বুদ্ধি ইন্দ্ৰিয়সমূহত ব্যাপি থাকে, ই সিহঁতৰ ওপৰত আধিপত্য কৰে, বিষয় ভোগৰ প্ৰতি চালনা কৰে, সেই কাৰণে বুদ্ধিক ইন্দ্ৰিয়সমূহৰ আত্মা বোলে। সেই বুদ্ধিয়ে সত্যৰ উপলব্ধি কৰিব নোৱাৰে ;

১. যচ্ছেদ্ বাঙ্ মনসী প্ৰাজ্ঞস্তদ্ যচ্ছেজ্ জ্ঞান আত্মনি।
জ্ঞানমাত্মনি মহতি নিযচ্ছেৎ তদ্যচ্ছেচ্ছান্ত আত্মনি॥ (কঃ উঃ ১।৩।১৩)

গতিকে বুদ্ধিক বিজ্ঞানময় মহান আত্মাত লীন কৰিব লাগে। শেষত সেই মহান আত্মাৰো উৰ্দ্ধলৈ গৈ পৰম শান্ত, নিৰ্বিকাৰ, সচ্চিদানন্দ সকলোৰে সাক্ষী-স্বৰূপ পৰমাত্মাত সেই মহত্তত্ত্বক লীন কৰিব লাগে। এই দৰে স্থূলৰপৰা সূক্ষ্ম আৰু নিম্ন স্তৰৰপৰা ক্ৰমশঃ উৰ্দ্ধলৈ গৈ পৰমাত্মাৰ প্ৰাপ্তি ঘটিলে জীৱৰ মুক্তি হয়। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে :

'তুমি (অৰ্জুন) মন আৰু বুদ্ধি মোত স্থিৰ কৰা, তেনে কৰিলে মৃত্যুৰ পিছত মোত (শুদ্ধ ব্ৰহ্মত) অভেদভাৱে স্থিতি কৰিবা, ইয়াত সন্দেহ নাই।'[১]

এইদৰে ভগৱানৰ চিন্তাত নিমগ্ন হ'ব পাৰিলে পৰম-পদ লাভ কৰিব পাৰি। এই উপায়ৰ নামেই যোগ-সাধন। এই সাধনৰ দ্বাৰা পৰম পদ-লাভ হ'লে জীৱই জন্ম আৰু পুনৰ্জন্মৰ কবলৰপৰা অব্যাহতি পায় আৰু ই নিৰৱচ্ছিন্ন শান্তিৰ অধিকাৰী হয়। সেই জীৱ সংসাৰ ভোগৰ কাৰণে পুনৰ উভতি নাহে : 'ন চ পুনৰাৱৰ্ত্ততে ন চ পুনৰাৱৰ্ত্ততে।'[২] মুক্তি নোহোৱালৈকে জীৱই এই সংসাৰত পুনঃ পুনঃ জন্ম গ্ৰহণ কৰে।

দ্বিতীয়তে, কবিয়ে কয়, সকলো কৰ্মকে ভগৱানৰ ওচৰত সমৰ্পণ কৰিব লাগে। 'ত্বৎসমৰ্পিতকৰ্মণাম্' অৰ্থাৎ নিষ্কামভাৱে কাৰ্যত প্ৰবৃত্ত হ'ব লাগে। মানুহে সংসাৰত জন্ম গ্ৰহণ কৰিলে কৰ্ম নকৰাকৈ থাকিব নোৱাৰে। ফলৰ আশাত কৰ্মত লিপ্ত হোৱা মানুহৰ স্বভাৱ; কাৰণ মানুহ কামনাৰ অধীন। কামনা পৰিপূৰণ কৰা কামক সকাম কৰ্ম বোলে। সকাম কৰ্মই মানুহক সংসাৰৰ ভোগ-বিলাসত আৱদ্ধ কৰি ৰাখে। তাৰ বিপৰীতে কামনা-ৰহিত কৰ্মকে নিষ্কাম কৰ্ম বোলে। নিষ্কাম কৰ্মই মানুহক সংসাৰ বন্ধনত আৱদ্ধ কৰিব নোৱাৰে। ফলৰ

---

১. মষ্যেৱ মন আধৎস্ব ময়ি বুদ্ধিং নিৱেশয়।
নিৱসিষ্যসি মষ্যেৱ অত উৰ্দ্ধং ন সংশয়ঃ। (গীতা ১২।৮)

২. ছান্দোগ্যোপনিষদ—৮।১৫।১

আকাঙ্ক্ষা নাৰাখি সকলো কামকে ভগৱানৰ উদ্দেশ্যে সমাধা কৰিব পাৰিলে নিষ্কামী হ'ব পাৰি। নিষ্কামীয়ে নিঃশ্ৰেয়স বা নিৰৱচ্ছিন্ন কল্যাণ বা মুক্তিৰ সন্ধান পায়। গীতাত কৈছে :

'হে পাণ্ডৱ, যি মানুহে মোৰেই (ভগৱানৰ) কৰ্মৰ অনুষ্ঠান কৰে, মোৰ প্ৰতি যাৰ ঐকান্তিক নিষ্ঠা, যি মোৰেই ভক্ত আৰু আত্মীয়-স্বজনৰ প্ৰতি আসক্তি-ৰহিত আৰু সকলো প্ৰাণীৰ প্ৰতি বৈৰ-ভাৱহীন, হয় সেই মানুহেই মোক অভেদ-ৰূপে লাভ কৰে।'[১]

ইয়াৰ তাৎপৰ্য এয়ে যে যি মানুহে ভগৱানৰ প্ৰীতি সাধনৰ কাৰণে নিষ্কামভাৱে কৰ্মৰ অনুষ্ঠান কৰে তেৱেঁই পৰম শান্তিৰ অধিকাৰী হয়।

ভগৱানৰ চিন্তাত নিমগ্ন হোৱা আৰু নিষ্কাম কৰ্মত ব্ৰতী হোৱাৰ উপৰিও আন এটা আৱশ্যকীয় বস্তু হ'ল জাগতিক বিষয়-বস্তুৰ প্ৰতি বৈৰাগী হোৱা। বৈৰাগ্যই মুক্তিকামীৰ প্ৰথম গুণ। বিষয় ভোগৰ বাসনাৰপৰা মুক্ত নোহোৱালৈকে মানুহৰ মুক্তিৰ আশা নিষ্ফল। বাসনাৰ বিশ্ৰান্তিয়েই মুক্তি। বিষয়ৰ প্ৰতি বিতৃষ্ণা জন্মিলে বৈৰাগ্য উপস্থিত হয়। সেই বিষয়ৰ প্ৰতি অনুৰাগহীন মানুহেই নিষ্কাম কৰ্ম আৰু ভগৱানৰ চিন্তাত আত্ম নিয়োগ কৰি পৰমাত্মাক দৰ্শন কৰে। পৰমাত্মাৰ দৰ্শনেই পৰমপুৰুষাৰ্থ বা নিঃশ্ৰেয়স্ প্ৰাপ্তি। 'কঠোপনিষদ'ৰ ঋষিয়ে কয়, 'মানুহৰ হৃদয়ত আশ্ৰিত হৈ থকা কামনাবোৰ যেতিয়া বিশীৰ্ণ হয় তেতিয়া মৰণশীল মানুহেই অমৰ হয় আৰু এই দেহতেই ব্ৰহ্মক সম্ভোগ কৰে'।[২] 'শ্বেতাশ্বতৰোপনিষদ'ত কৈছে, 'তেওঁক (পৰব্ৰহ্মক) জানিলেই মানুহে মৃত্যু অতিক্ৰম কৰিব পাৰে, কাৰণ পৰমাৰ্থ লাভৰ কাৰণে আন কোনো উপায় নাই।'[৩]

---

১. মৎকৰ্মকৃন্মৎপৰমো মদ্ভক্তঃ সঙ্গবৰ্জিতঃ।
নিৰ্বৈৰঃ সৰ্বভূতেষু যঃ স মামেতি পাণ্ডৱ ॥ (গীতা—১১।৫৫)

২. যদা সৰ্বে প্ৰমুচ্যন্তে কামা যেঽস্য হৃদি শ্ৰিতাঃ।
অথ মৰ্ত্যোঽমৃতো ভৱত্যত্ৰ ব্ৰহ্ম সমশ্নুতে ॥ (কঃ উঃ ২।৩।১৪)

৩. তমেৱ বিদিত্বাতি মৃত্যুমেতি নান্যঃ পন্থা বিদ্যতেঽয়নায়। (শ্বেঃ উঃ ৩।৮)

গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে, 'বিষয়ৰ প্ৰতি আসক্তি, ভয়, আৰু ক্ৰোধহীন, মোতেই একাগ্ৰচিত্ত আৰু মোৰেই শৰণাগত বহু লোকে জ্ঞান ৰূপ তপস্যাৰ দ্বাৰা পৱিত্ৰ হৈ মোৰ স্বৰূপ অৰ্থাৎ মোক্ষ লাভ কৰে'।[1]

যোগ-সাধনক মুক্তিৰ অন্যতম উপায় বুলি কবিয়ে বহু ঠাইত উল্লেখ কৰিছে। যোগ সম্বন্ধীয় বৰ্ণনাত কবি গীতাৰ দ্বাৰা বিশেষভাৱে প্ৰভাৱান্বিত। 'কুমাৰসম্ভৱ'ত সমাধিস্থ মহাদেৱৰ বৰ্ণনালৈ লক্ষ্য কৰিলে সেই কথা সুস্পষ্ট হৈ উঠে। মহাদেৱৰ সমাধি-বৰ্ণনাত পোৱা যায়ঃ

মনো নৱদ্বাৰ[2]নিষিদ্ধবৃত্তি হৃদি[3]ব্যৱস্থাপ্য সমাধিৱশ্যম্।
যমক্ষৰং ক্ষেত্ৰৱিদো ৱিদুস্তমাত্মানমাত্মন্যৱলোকয়ন্তম্ ॥[4]

ন প্ৰকাৰৰ ইন্দ্ৰিয়-ৰূপ দ্বাৰেৰে বিচৰণশীল মনৰ গতি ৰোধ কৰি, প্ৰণিধানৰ দ্বাৰা মনটো বশীভূত কৰি আৰু হৃদয়ত স্থাপন কৰি ক্ষেত্ৰজ্ঞ (শৰীৰ জ্ঞান-সম্পন্ন) পুৰুষসকলে যাক অক্ষৰ (অবিনাশী) বুলি জানে, সেই আত্মাক তেওঁ (মহাদেৱে) নিজৰ আত্মাতেই দৰ্শন কৰিলে।

---

১. ৱীতৰাগভয়ক্ৰোধা মন্ময়া মামুপাশ্ৰিতাঃ।
বহৱো জ্ঞানতপসা পূতা মদ্ভাৱমাগতাঃ॥ (গীতা ৪।১০)

২. নৱদ্বাৰ—মানুহৰ শৰীৰত থকা ন প্ৰকাৰৰ দ্বাৰ হৈছেঃ
নয়নশ্ৰৱণে দ্বে দ্বে নাসিকে ৱদনং তথা।
পায়ূপস্থৌ চ দেহেঽস্মিন্নৱদ্বাৰাণি দেহিনাম্॥
কাণ (২) চকু (২) নাক (২) মুখ (১) পায়ু (১) উপস্থ (১)।
এই দ্বাৰসমূহেৰে মনৰ বহিৰ্জগতৰ বিষয় সমূহেৰে সৈতে সংযোগ ঘটে। বহিৰ্মুখী মনক অন্তৰ্মুখী কৰাৰ প্ৰয়োজন। সংকল্প-বিকল্পাত্মক মনক স্থিৰ কৰি ৰখাৰ স্থল হৃদয়। যি ঠাইৰপৰা মন বিষয়সমূহলৈ গতি কৰে আৰু যি ঠাইত লীন হয় তাক হৃদয় বোলে।

৩. যতো নিৰ্যাতি ৱিষয়ান্ যস্মিংশ্চৈৱ প্ৰলীয়তে।
হৃদয়ং তৎ ৱিজানীয়াৎ মনসঃ স্থিতিকাৰণম্॥

৪. কুমাৰসম্ভৱ—৩।৫০

ইয়াত কবিয়ে ভগৱদ্‌গীতাত উল্লিখিত 'ক্ষেত্ৰবিদ্' আৰু 'অক্ষৰ'ৰ বিষয়ে স্পষ্টভাৱে উল্লেখ কৰিছে। ক্ষেত্ৰবিদ্ সম্বন্ধে গীতাত কৈছে, 'এই শৰীৰ ক্ষেত্ৰ নামে অভিহিত। ক্ষেত্ৰক যিজনে জানে তেওঁক জ্ঞানীসকলে 'ক্ষেত্ৰজ্ঞ' বুলি কয়।'[১] ক্ষেত্ৰবিদ্ আৰু ক্ষেত্ৰজ্ঞ সমাৰ্থক। ভগৱান শ্ৰীকৃষ্ণই গীতাত পুনঃ ক্ষেত্ৰৰো বিৱৰণ দিছে—পৃথিৱী, জল, অগ্নি, বায়ু আৰু আকাশ এই পঞ্চ মহাভূত, অহঙ্কাৰ, বুদ্ধি, অব্যক্ত, একাদশ ইন্দ্ৰিয় আৰু শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধ এই পাঁচ প্ৰকাৰ ইন্দ্ৰিয়ৰ বিষয়; ইচ্ছা দ্বেষ, সুখ, দুখ, সংঘাত (শৰীৰ), চেতনা আৰু ধৃতি—এইবিলাক পদাৰ্থ আৰু যাৱতীয় বিকাৰযুক্ত বস্তুসমূহকে, সংক্ষেপে ক্ষেত্ৰ বুলি কোৱা হয়।'[২]

অক্ষৰৰ দ্বাৰা পৰব্ৰহ্ম বা কূটস্থ ব্ৰহ্মকে বুজায়। অক্ষৰ সম্বন্ধে গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে: 'অক্ষৰং ব্ৰহ্ম পৰমম্'।[৩] পুনঃ গীতাতে কৈছে: 'ক্ষৰ আৰু অক্ষৰ এই দুই পুৰুষেই সংসাৰত প্ৰসিদ্ধ। এটা পৰিবৰ্তনশীল (ক্ষৰ) আৰু আনটো অপৰিবৰ্তনশীল (অক্ষৰ); কাৰ্য-ৰূপে যিয়েই হৈছে (ভূত) তাক ক্ষৰ আৰু কাৰণ-ৰূপে যি মূলত অৱস্থিত তাক অক্ষৰ বোলা হয়।'[৪] 'বৃহদাৰণ্যকোপনিষদ'ত কৈছে, 'হে গাৰ্গি, এই অক্ষৰ ব্ৰহ্মৰ শাসনবশতঃ চন্দ্ৰ-সূৰ্যই বিশেষ-ৰূপে ধৃত হৈ অৱস্থান কৰিছে।'[৫]

---

১. ইদং শৰীৰং কৌন্তেয় ক্ষেত্ৰমিত্যভিধীয়তে।
এতদ্ যো বেত্তি তং প্ৰাহুঃ ক্ষেত্ৰজ্ঞ ইতি তদ্বিদঃ। (গীতা ১৩।১)

২. মহাভূতান্যহঙ্কাৰো বুদ্ধিৰব্যক্তমেৱ চ।
ইন্দ্ৰিয়াণি দশৈকঞ্চ পঞ্চ চেন্দ্ৰিয়গোচৰাঃ॥
ইচ্ছা দ্বেষঃ সুখং দুঃখং সংঘাতশ্চেতনা ধৃতিঃ।
এতৎ ক্ষেত্ৰং সমাসেন সবিকাৰমুদাহৃতম্॥ (গীতা ১৩।৫-৬)

৩. গীতা—৮।৩

৪. দ্বাবিমৌ পুৰুষৌ লোকে ক্ষৰশ্চাক্ষৰ এৱ চ।
ক্ষৰঃ সৰ্বাণি ভূতানি কূটস্থোঽক্ষৰ উচ্যতে॥ (গীতা ১৫।১৬)

৫. এতস্য বা অক্ষৰস্য প্ৰশাসনে গাৰ্গি সূৰ্যাচন্দ্ৰমসৌ বিধৃতৌ তিষ্ঠতঃ।
(বৃঃ উঃ ৩।৮।৯)

নিজৰ আত্মাতেই পৰমাত্মাৰ দৰ্শন সম্বন্ধে গীতাত পোৱা যায়, 'যি অৱস্থাত যোগানুষ্ঠানৰ দ্বাৰা চিত্ত নিৰুদ্ধ হৈ স্থিৰ, শান্ত হয় আৰু যি অৱস্থাত ই নিজেই আত্মাক দৰ্শন কৰি আত্মাতেই তৃপ্তি লাভ কৰে'[1] (তেনেকুৱা যোগৰ অনুষ্ঠান কৰ্তব্য)। গীতাত পৰমাত্মাৰ পৰিচয় দিছে, 'পূৰ্বোক্ত ক্ষৰ আৰু অক্ষৰ এই দুই প্ৰকাৰ পুৰুষতকৈও ভিন্ন আৰু আন এজন উত্তম পুৰুষ আছে, তেওঁকেই পৰমাত্মা বুলি নিৰ্দেশ কৰা হয়।'[2] 'সেই আত্মা জ্যোতিসমূহৰো জ্যোতি, তেওঁ তমো গুণৰ অতীত।'[3] সেই পৰমাত্মা নিজৰ হৃদয়-কুহৰত অৱস্থিত, তেওঁৰেই অন্বেষণ কৰা কৰ্তব্য। 'ছান্দোগ্যোপনিষদ'ত আছে 'এই ব্ৰহ্মপুৰৰ (শৰীৰৰ) মাজত যি ক্ষুদ্ৰ হৃদয়-পদ্ম-ৰূপ গৃহ আছে, তাৰ মাজত যি ক্ষুদ্ৰ আকাশ অৰ্থাৎ আকাশৰ দৰে সূক্ষ্ম আৰু সৰ্বব্যাপী ব্ৰহ্ম আছে তেওঁৰেই অন্বেষণ কৰিব লাগিব। তেওঁকেই বিশেষ-ৰূপে জানিবলৈ ইচ্ছা কৰিব লাগিব।'[4] তেওঁক ধ্যান কৰিলেই পৰমাত্মাৰ দৰ্শন লাভ হয়। কবিয়ে সেই কথা ধ্যানমগ্ন শিৱৰ মাধ্যমেৰে স্পষ্ট কৰিছে :

যোগাৎ[5] স চান্তঃ পৰমাত্মসংজ্ঞং দৃষ্ট্বা পৰং জ্যোতিৰুপাৰৰাম।[6]

১. যত্ৰোপৰমতে চিত্তং নিৰুদ্ধং যোগসেৱয়া।
যত্ৰ চৈবাত্মনাত্মানং পশ্যন্নাত্মনি তুষ্যতি। (গীতা ৬।২০)

২. উত্তমঃ পুৰুষস্ত্বন্যঃ পৰমাত্মেত্যুদাহৃতম্। (গীতা ১৫।১৭)

৩. জ্যোতিষামপি তজ্জ্যোতিস্তমসঃ পৰমুচ্যতে। (গীতা ১৩।১৭)

৪. অথ যদিদমস্মিন্ ব্ৰহ্মপুৰে দহৰং পুণ্ডৰীকং বেশ্ম দহৰোঽস্মিন্নন্তৰাকাশস্তস্মিন্ যদন্তস্তদন্বেষ্টব্যং তদ্বাব বিজিজ্ঞাসিতব্যমিতি। (ছাঃ উঃ ৮।১।১)

৫. যোগাৎ—অৰ্থাৎ ধ্যানৰপৰা বিৰত হ'ল। 'যোগসূত্ৰ'ত ধ্যানৰ লক্ষণ দিছে 'তত্ৰ প্ৰত্যয়ৈকতানতা ধ্যানম্' (যোগসূত্ৰ ২।৩)। আন সকলো বিষয় পৰিহাৰ কৰি যেতিয়া কোনো এটা বিষয়ৰ প্ৰতি একাগ্ৰচিত্তেৰে নিৰৱচ্ছিন্নভাৱে চিন্তা কৰা হয় তাক ধ্যান বোলে অৰ্থাৎ ধাৰণাৰ বিষয়ত চিত্ত নিবিষ্ট কৰিলে, সেই বিষয়ে চিত্ত বৃত্তি প্ৰবাহিত হয়, তেতিয়া চিত্তত বি. ধৰণৰ প্ৰত্যয় ধাৰা ওপজে তাকেই ধ্যান বোলে।

৬. কুমাৰসম্ভৱ—৩।৫৮

সেই সময়ত মহাদেৱে অন্তৰ্হৃদয়ত পৰমাত্ম নামক শ্ৰেষ্ঠ জ্যোতি দৰ্শন কৰি ধ্যানৰপৰা বিৰত হ'ল।

মহাদেৱৰ ধ্যানৰ বিশেষ অৱস্থাৰ বিষয়ে কবিয়ে কৈছে:

কিংচিৎপ্ৰকাশস্তিমিতোগ্ৰতাৰৈৰ্ভ্ৰূবিক্ৰিয়ায়াং বিৰতপ্ৰসঙ্গৈঃ।
নেত্ৰৈৰবিস্পন্দিতপক্ষ্মমালৈৰ্লক্ষ্যীকৃতঘ্ৰাণমধোময়ূখৈঃ॥[১]

তেওঁৰ চকুৰ মণি কিঞ্চিৎ প্ৰকাশিত, নিশ্চল আৰু উগ্ৰ ভাবাপন্ন, ভ্ৰূ-বিক্ষেপৰ লেশমাত্ৰ নাই, চকুৰ পতা একেবাৰে স্পন্দনহীন হৈছে, চকুৰ ৰশ্মি তললৈ পৰিছে। সেই অৱস্থাত তেওঁ (মহাদেৱে) একমাত্ৰ নাকৰ আগভাগত দৃষ্টি নিক্ষেপ কৰি অৱস্থান কৰিছে।

ভগৱদ্গীতাৰ ধ্যান-যোগত কৈছে, 'শৰীৰ, শিৰ আৰু গ্ৰীৱা সৰল আৰু অচলভাৱে ৰাখি স্থিৰ হৈ আন কোনো পিনে দৃষ্টিপাত নকৰি নিজৰ নাকৰ আগভাগত দৃষ্টি নিবদ্ধ কৰিব লাগে।'[২]

কবিয়ে আকৌ কৈছে:

অবৃষ্টিসংৰম্ভমিৱাম্বুৱাহমপামিৱাধাৰমনুত্তৰঙ্গম্।
অন্তশ্চৰাণাং মৰুতাং নিৰোধান্নিৱাতনিষ্কম্পমিৱ প্ৰদীপম্॥[৩]

তেতিয়া দেহস্থ প্ৰাণাদি বায়ুসমূহৰ নিৰোধ কৰা হেতু তেওঁ (মহাদেৱ) যেন জলৰ আলোড়ন নোহোৱা মেঘৰ দৰে হৈছে, অথবা যেন তৰঙ্গহীন সমুদ্ৰৰ দৰে শোভা পাইছে নাইবা বায়ুহীন স্থানত স্থাপিত নিষ্কম্প প্ৰদীপৰ দৰে বিৰাজ কৰিছে।

সেই পৰমেশ্বৰে অন্তৰৰ পঞ্চ[৪] বায়ুক সম্পূৰ্ণভাৱে আয়ত্ত কৰিছে।

---

১. কুমাৰসম্ভৱ—৩।৪৭

২. সমং কায়শিৰোগ্ৰীৱং ধাৰয়ন্নচলং স্থিৰঃ।
সংপ্ৰেক্ষ্য নাসিকাগ্ৰং স্বং দিশশ্চানৱলোকয়ন্॥ (গীতা ৬।১৩)

৩. কুমাৰসম্ভৱ—৩।৪৮

৪. প্ৰাণ, অপান, সমান, উদান আৰু ব্যান এই পঞ্চ বায়ু মানুহৰ শৰীৰত অৱস্থিত। হৃদয়ত প্ৰাণ, গুহ্যদেশত অপান, নাভিপ্ৰদেশত সমান, কণ্ঠত উদান আৰু সৰ্বশৰীৰত ব্যান বায়ু থাকে।
'হৃদি প্ৰাণো গুদেঽপানঃ সমানো নাভিসংস্থিতঃ।
উদানঃ কণ্ঠদেশস্থো ব্যানঃ সৰ্বশৰীৰগঃ॥'

গতিকে, তেওঁক জলবৰ্ষণৰ চিন নোহোৱা মেঘৰ দৰে অৰ্থাৎ শান্ত আৰু স্থিৰ দেখা গৈছে। ইয়াৰ দ্বাৰা প্ৰাণ-বায়ুৰ নিৰোধ বুজাইছে। তেওঁক তৰঙ্গহীন জলৰ পাত্ৰৰ দৰে দেখা গৈছে। তাৰ দ্বাৰা অপান-বায়ুৰ নিৰোধ নিৰ্দেশ কৰিছে। আকৌ, তেওঁ বতাহ নোহোৱা ঠাইৰ নিষ্কম্প প্ৰদীপৰ দৰে শোভিত হৈছে। ইয়াৰ দ্বাৰা সমান, উদান আৰু ব্যান বায়ুৰ নিৰোধ বুজাইছে। এই প্ৰসঙ্গত গীতাৰ বচন উল্লেখযোগ্য, 'অন্যান্য যোগীসকলে অপান-বায়ুত প্ৰাণ-বায়ুৰ আহুতি (পূৰক প্ৰাণায়াম) প্ৰদান কৰে, আন কোনো কোনোৱে প্ৰাণ-বায়ুত অপান-বায়ুৰ হোম (ৰেচক প্ৰাণায়াম) কৰে, আকৌ আন কিছুমান প্ৰাণায়ামপৰায়ণে প্ৰাণ আৰু অপান বায়ুৰ গতি ৰোধ কৰি কুম্ভক নামৰ প্ৰাণায়াম কৰে।

'আন যোগীসকলে আহাৰৰ নিয়ম অৱলম্বন কৰি পৰিমিতাহাৰী হৈ প্ৰাণ-বায়ুত প্ৰাণৰ হৱন কৰে। এওঁলোক আটায়ে যজ্ঞবিদ্ আৰু যজ্ঞৰ দ্বাৰা পাপসমূহৰ বিনাশ সাধন কৰে অৰ্থাৎ পাপ-মুক্ত হয়।'[১] গীতাত ভগৱান শ্ৰীকৃষ্ণই আকৌ কৈছে, 'বায়ুৰ চলাচল নোহোৱা ঠাইত প্ৰদীপ যিদৰে নিশ্চল হৈ থাকে, সংযতচিত্ত যোগাভ্যাসকাৰী যোগীৰ চিত্তৰ ক্ষেত্ৰত এই উপমাকেই দিয়া হৈ থাকে।'[২] যোগীসকলে নিজৰ হৃদয়-কুহৰত পৰমাত্মাক দৰ্শন কৰে। জীৱাত্মা আৰু পৰমাত্মাৰ সংযোগেই প্ৰকৃত যোগ। এই যোগৰ পিছত জীৱাত্মাৰ পৰমাত্মাৰপৰা বিয়োগ নঘটে। কাৰণ যোগীয়ে সকলো ঠাইতে সকলো পদাৰ্থতে পৰমাত্মাক দৰ্শন কৰে। গতিকে

---

১. অপানে জুহ্বতি প্ৰাণং প্ৰাণেঽপানং তথাপৰে।
প্ৰাণাপানগতী ৰুদ্ধা প্ৰাণায়ামপৰায়ণাঃ ॥
অপৰে নিয়তাহাৰাঃ প্ৰাণান্ প্ৰাণেষু জুহ্বতি।
সৰ্বেঽপ্যেতে যজ্ঞবিদো যজ্ঞক্ষপিতকল্মষাঃ ॥ (গীতা ৪।২৯-৩০)

২. যথা দীপো নিবাতস্থো নেঙ্গতে সোপমা স্মৃতা।
যোগিনো যতচিত্তস্য যুঞ্জতো যোগমাত্মনঃ ॥ (গীতা ৬।১৯)

তেওঁৰ কাৰণে পৰমাত্মা হেৰাই নাযায়, নাইবা পৰমাত্মাৰপৰা তেওঁ নিজেও নেহেৰায়। কালিদাস যে ঔপনিষদিক অদ্বৈতবাদী আছিল, তাক তেওঁৰ 'বিক্ৰমোৰ্বশীয়' নাটকৰ নান্দী শ্লোকৰপৰা স্পষ্টভাৱে বুজা যায়। অদ্বৈত দৃষ্টিভঙ্গীৰে কবিয়ে শিৱৰ বৰ্ণনা দিছে :

বেদান্তেষু যমাহুৰেকপুৰুষং ব্যাপ্য স্থিতং ৰোদসী
যস্মিন্নীশ্বৰ ইত্যনন্যবিষয়ঃ শব্দো যথাৰ্থাক্ষৰঃ।
অন্তৰ্যশ্চ মুমুক্ষুভিৰ্নিয়মিতপ্ৰাণাদিভিৰ্মৃগ্যতে
স স্থাণুঃ স্থিৰভক্তিযোগসুলভো নিঃশ্ৰেয়সায়াস্তু বঃ॥[১]

'স্থিৰভক্তি আৰু ধ্যানৰ দ্বাৰা সহজে লাভ কৰিব পৰা চিৰ নিশ্চল (নিত্য) শিৱই তোমালোকক মুক্তি বা মঙ্গল বিতৰণ কৰক। আকাশ আৰু পৃথিৱী ব্যাপি অৱস্থান কৰা তেওঁক তত্ত্বজ্ঞানীসকলে উপনিষদৰ (বেদান্তৰ) এক অদ্বিতীয় পুৰুষ বুলি কয় আৰু আন একোকে নুবুজোৱা ঈশ্বৰ শব্দ যে তেওঁত প্ৰয়োগ কৰা হয়, সেয়া যথাৰ্থ-বাচক। মুক্তিকামীসকলে প্ৰাণাদি বায়ুসমূহক সংযমিত কৰি তেওঁকেই তেওঁলোকৰ হৃদয়-কুহৰত অন্বেষণ কৰে।

কবিৰ মতে শিৱ উপনিষদোক্ত এক পুৰুষ, ঈশ্বৰ, হৃদয়স্থিত আৰু নিঃশ্ৰেয়স বা মুক্তিৰ নিদান-স্বৰূপ, অৰ্থাৎ শিৱ আৰু উপনিষদৰ ব্ৰহ্ম এক, অভিন্ন। সেয়েহে কবিয়ে শিৱৰ স্বৰূপ বুজাবলৈ যিবোৰ ধৰ্মৰ উল্লেখ কৰিছে সেই আটাইবোৰেই উপনিষদৰ ওপৰত প্ৰতিষ্ঠিত আৰু গীতাৰ দ্বাৰা প্ৰভাৱান্বিত। কবিয়ে শিৱক প্ৰথমে স্থাণু অৰ্থাৎ যাৰ কোনো গতি বা পৰিবৰ্তন নাই, অৰ্থাৎ যি নিত্য, কূটস্থনিত্য বা অবিচল বা নিশ্চলভাৱে অৱস্থান কৰে তেৱেঁই শিৱ। এই শিৱ আৰু ব্ৰহ্ম অভিন্ন। 'শ্বেতাশ্বতৰোপনিষদ'ত সেই ব্ৰহ্মৰ বিষয়ে কৈছে, 'বৃক্ষ ইৱ স্তব্ধো দিৱি তিষ্ঠত্যেকঃ'[২]; সেই অদ্বিতীয় পৰমাত্মা গছৰ দৰে নিশ্চলভাৱে নিজৰ প্ৰকাশাত্মক মহিমাৰে প্ৰকাশিত। উপনিষদ

১. বিক্ৰমোৰ্বশীয়—১ম অঙ্ক শ্লোক—১
২. শ্বেতাশ্বতৰোপনিষদ ৩।৯

বা বেদান্তত সেই এক পুৰুষেই অদ্বিতীয় ব্ৰহ্মৰূপে পৰিচিত। ব্ৰহ্ম স্বৰ্গ-মৰ্ত্ত্য ব্যাপি আছে। ব্ৰহ্ম সৰ্বব্যাপী বা অপৰিচ্ছিন্ন অৰ্থাৎ সকলো সীমা আৰু ব্যৱধানৰ অতীত। জীৱাত্মাৰূপে প্ৰতি শৰীৰত অৱস্থান কৰা হেতু তেওঁক পুৰুষ (পুৰি-দেহে শেতে-ইতি-পুৰুষঃ) বোলা হয়। পুৰুষ বা ব্ৰহ্মৰ সৰ্বব্যাপকত্ব সম্বন্ধে 'শ্বেতাশ্বতৰোপনিষদ'ত কৈছে: 'তেনেদং পূৰ্ণং পুৰুষেণ সৰ্বম।'[১] সেই পুৰুষৰ দ্বাৰা এই সমস্ত জগৎ পৰিব্যাপ্ত। পুৰুষেই এই বিশ্বক সৰ্বতোভাৱে পৰিব্যাপ্ত কৰিও সমস্ত জগৎ অতিক্ৰম কৰি দশাঙ্গুলি অৰ্থাৎ অনন্ত অসীমত অৱস্থান কৰে: 'স ভূমিং বিশ্বতো বৃত্বাত্যতিষ্ঠদ্দশাঙ্গুলম্'।[২] সেই একেখন উপনিষদতে আকৌ কৈছে, 'যিহেতু একমাত্ৰ ৰুদ্ৰই বৰ্তমান অৰ্থাৎ সত্য বস্তু, সেই কাৰণে ব্ৰহ্মজ্ঞানীসকল দ্বিতীয় আন কোনো বস্তুৰ অপেক্ষাত নাথাকে। সেই ৰুদ্ৰই এই সমস্ত লোকক নিজৰ শক্তিৰে শাসন বা নিয়মিত বা পৰিচালিত কৰে।[৩] ৰুদ্ৰকেই শিৱ বা ঈশ বোলা হয়। পৰমাত্মাস্বৰূপ ৰুদ্ৰই বিশ্বৰ শাসক। দ্বিতীয় বস্তুৰ দৰ্শনৰ অভিলাষ নকৰি এক, অদ্বিতীয় ৰুদ্ৰৰ দৰ্শন লাভ কৰিলে মুক্তি লাভ কৰা যায়। 'কঠোপনিষদ'ৰ ঋষিয়ে কয়, 'পুৰুষান্ন পৰং কিঞ্চিৎ সা কাষ্ঠা সা পৰা গতিঃ।'[৪] পুৰুষ পৰমাত্মা সকলোতকৈ শ্ৰেষ্ঠ, তেৱেঁই পৰম গতি। শিৱই ঈশ্বৰ। তেৱেঁই অৱলীলাক্ৰমে ব্ৰহ্মাণ্ডৰ সৃষ্টি কৰে, পালন কৰে আৰু শেষত প্ৰত্যাহৰণ কৰে। তেওঁ সৰ্বব্যাপী, সৰ্বগত আৰু সকলোৰে হৃদয়ত অৱস্থিত। তেওঁ সৰ্বশক্তিমান। শিৱক[৫] ঈশ্বৰ আৰু সৰ্বশক্তিমান বুলি উপনিষদত বহুবাৰ উল্লেখ কৰা হৈছে, বিশেষকৈ 'শ্বেতাশ্বতৰোপনিষদ'ত সেই

---

১. শ্বেতাশ্বতৰোপনিষদ—৩।৯

২. ঐ ৩।১৪

৩. একো হি ৰুদ্ৰো ন দ্বিতীয়ায় তস্থুৰ্য ইমাঁল্লোকান্ ঈশত ঈশনীভিঃ। (শ্বে: উ: ৩।২)

৪. কঠোপনিষদ—১।৩।১১

৫. এষঃ সৰ্বেশ্বৰঃ; এষ ভূতাধিপতিঃ; ঈশানঃ সৰ্বভূতানাম্ ইত্যাদি।

শিৱ সম্বন্ধে কৈছে, 'ব্ৰহ্মাদি লোকপালসমূহৰো পৰম মহেশ্বৰ অৰ্থাৎ শাসনকৰ্তা, ইন্দ্ৰাদি দেৱতাসকলৰো পৰম দেৱতা, প্ৰজাপতিবিলাকৰ অধিপতি, অক্ষৰতকৈও শ্ৰেষ্ঠ, এই বিশ্বৰ অধিপতি আৰু প্ৰাৰ্থনীয় সেই স্বপ্ৰকাশ জ্যোতিক বা দেৱক আমি জানো।'[১] মুমুক্ষুসকলে প্ৰাণ, অপান, সমান, উদান আৰু ব্যান-এই পঞ্চবায়ুক নিয়মিত বা সংযমিত কৰি প্ৰাণায়াম-পৰায়ণ হৈ নিজৰ হৃদয়ত সেই মহেশ্বৰক অন্বেষণ কৰে। প্ৰাণায়াম সম্বন্ধে গীতাৰ উক্তিৰ পূৰ্বে উল্লেখ কৰা হৈছে।

শিৱ সংসাৰমোচক বা মুক্তিৰ হেতু। 'শ্বেতাশ্বতৰোপনিষদ'ত উল্লেখ কৰিছে, 'বিশ্বস্ৰষ্টা, মহান আত্মা-স্বৰূপ, আৰু নিৰন্তৰ প্ৰাণীৰ হৃদয়ত গূঢ়ভাৱে অৱস্থিত এই দেৱক (পৰমাত্মাক) যি জানে, তেওঁ অমৃত হয় অৰ্থাৎ মৰণভয়ৰপৰা মুক্ত হয় (অৰ্থাৎ সংসাৰলৈ আকৌ-উভতি নাহে')।[২]

শিৱ-স্বৰূপ পৰব্ৰহ্মক ভক্তি আৰু যোগৰ দ্বাৰা অনায়াসে লাভ কৰিব পাৰি। 'কৈৱল্যোপনিষদ'ত কৈছে, 'শ্ৰদ্ধা-ভক্তি যোগাদৱেহি'। শ্ৰদ্ধা, ভক্তি আৰু যোগৰ দ্বাৰা সেই ব্ৰহ্মক জানিবা। যোগৰ স্বৰূপ সম্বন্ধে 'কঠোপনিষদ'ত কৈছে, 'যি অৱস্থাত মনেৰে সৈতে পাঁচ ইন্দ্ৰিয় বিষয় পৰিত্যাগ কৰি অন্তৰ্মুখী হয় আৰু বুদ্ধি নিজ কাৰ্যৰপৰা বিৰত হয়, যোগীসকলে সেই অৱস্থাকে পৰম গতি (জ্ঞানৰ উৎকৃষ্ট সাধন) বুলি কয়। বাহ্যেন্দ্ৰিয় আৰু অন্তৰিন্দ্ৰিয়সমূহক অচলভাৱে স্থিৰ কৰি ৰখা অৱস্থাকে যোগীসকলে যোগ শব্দৰ দ্বাৰা অভিহিত কৰে।'[৩] গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে, '(যোগীয়ে) সেই আসনত বহি মন

১. তমীশ্বৰাণাং পৰমং মহেশ্বৰং তং দেৱতানাং পৰমঞ্চ দৈৱতম্।
পতিং পতীনাং পৰমং পৰস্তাদ্ বিদাম দেৱং ভুৱনেশমীড্যম্॥ (শ্বেঃ উঃ ৬।৭)

২. এষ দেৱো বিশ্বকৰ্মা মহাত্মা সদা জনানাং হৃদয়ে সন্নিবিষ্টঃ।
হৃদা মনীষা মনসাভিক্লৃপ্তো য এতদ্বিদুৰমৃতাস্তে ভৱন্তি॥ (শ্বেঃ উঃ ৪।১৭)

৩. যদা পঞ্চাৱতিষ্ঠন্তে জ্ঞানানি মনসা সহ।
বুদ্ধিশ্চ ন বিচেষ্টতে তমাহুঃ পৰমাং গতিম্॥
তাং যোগমিতি মন্যন্তে স্থিৰামিন্দ্ৰিয়ধাৰণাম্। (কঃ উঃ ২।৩.১০-১১)

আৰু ইন্দ্ৰিয়ক সংযত কৰি, মনক একাগ্ৰ কৰি, আত্মাৰ শুদ্ধিৰ কাৰণে যোগ অভ্যাস কৰিব।'[1]

মুমুক্ষু পুৰুষে যোগ-সাধনাৰ দ্বাৰা সেই এক অদ্বিতীয় পুৰুষক নিজৰ হৃদয়ত একান্ত চিত্তে অন্বেষণ কৰে। আনভাৱে ক'বলৈ হ'লে, পৰিপক্ব সমাধি স্থিতপ্ৰজ্ঞ লোকেই সেই পৰব্ৰহ্মৰ সাক্ষাৎ দৰ্শনৰ যোগ্য অধিকাৰী হয়। যোগ-সাধনাৰ দৰে স্থিৰ ভক্তিৰ দ্বাৰাও ব্ৰহ্মৰ সাক্ষাৎ উপলব্ধি বা মুক্তি লাভ হয়। শাণ্ডিল্যাচাৰ্যই ভক্তিৰ লক্ষণ দিছে: 'পৰানুৰক্তিৰীশ্বৰে', ঈশ্বৰৰ প্ৰতি শ্ৰেষ্ঠ অনুৰাগকেই ভক্তি বোলে। সেই অনুৰাগেই মুক্তিৰ কাৰণ।

উপৰি-উক্ত আলোচনাৰপৰা এইটো সহজেই অনুমান কৰিব পাৰি যে গীতা আৰু উপনিষদৰ প্ৰভাৱেৰে কালিদাসৰ সাহিত্য প্ৰভাৱান্বিত। কবিয়ে 'কুমাৰসম্ভৱ'ত ব্ৰহ্মা আৰু মহেশ্বৰ, 'ৰঘুবংশ'ত বিষ্ণু আৰু 'বিক্ৰমোৰ্বশীয়' নাটকৰ নান্দী-শ্লোকত মহেশ্বৰৰ যি স্বৰূপ বৰ্ণনা কৰিছে সেয়া উপনিষদৰ ব্ৰহ্মৰ অনুৰূপ। ব্ৰহ্ম পৰোক্ষ অৰ্থাৎ ইন্দ্ৰিয়ৰ অগোচৰ। পৰোক্ষ পদাৰ্থৰ স্বৰূপ কেৱল গুণ আৰু কাৰ্যৰ দ্বাৰা বুজিব পাৰি। উপনিষদৰ ঋষিয়ে কয়, জগতৰ সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ-ৰূপে জানিব পাৰিলেই ব্ৰহ্মক জনা হয়, অৰ্থাৎ জগতৰ সৃষ্টিকৰ্তা-ৰূপে ব্ৰহ্মক জানিব পাৰি, জগতৰ স্থিতিৰ কাৰণ-ৰূপেও জানিব পাৰি আৰু জগতৰ লয়ৰ আশ্ৰয়-ৰূপেও জানিব পাৰি। 'তৈত্তিৰীয়োপনিষদ'ৰ পূৰ্বোক্ত বচন উল্লেখনীয়: 'যতো বা ইমানি ভূতানি জায়ন্তে, যেন জাতানি জীৱন্তি, যৎ প্ৰযন্ত্যভিসংবিশন্তি, তদ্বিজিজ্ঞাসস্ব, তদ্ব্ৰহ্ম,'[2] 'যাৰপৰা এই সমস্ত প্ৰাণী জন্মিছে, জন্মি যাৰ দ্বাৰা জীৱিত আছে আৰু প্ৰলয় কালত য'লৈ গৈ আশ্ৰয় লৈছে বা প্ৰৱিষ্ট হৈছে অৰ্থাৎ যিজন সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ তেওঁক জানা, তেৱেঁই ব্ৰহ্ম। উপনিষদৰ এই বচনৰ প্ৰতি বিশেষভাৱে লক্ষ্য

১. তত্ৰৈকাগ্ৰং মনঃ কৃত্বা যতচিত্তেন্দ্ৰিয়ক্ৰিয়ঃ।
উপৱিশ্যাসনে যুঞ্জ্যাদ্ যোগমাত্মবিশুদ্ধয়ে॥ (গীতা-৬।১২)

২. তৈত্তিৰীয়োপনিষদ—৩।১।১

ৰাশি কবিয়ে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ-এই ত্ৰিমূৰ্তিৰ মাজেদি ব্ৰহ্মৰ, স্বৰূপকে নিৰ্দেশ কৰি সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ-স্বৰূপে বৰ্ণনা কৰিছে।

উপনিষদৰ প্ৰভাৱ কালিদাসৰ সাহিত্যৰ ওপৰতেইহে যে অটুট আছিল তেনে নহয়, এই প্ৰভাৱ তেওঁৰ জীৱন-দৰ্শনৰ ওপৰতো সমানেই অটুট আছিল। সেয়েহে তেওঁক ঔপনিষদিক অদ্বৈতবাদী বোলা হৈছে। কবিয়ে ক্ষেত্ৰ বিশেষে সময় সুবিধা বুজি ব্ৰহ্মৰ সূচনা কৰিছে। কবিৰ চিন্তাধাৰাত ব্ৰহ্মানুভূতিৰ অনুভৱে সেই কথা স্পষ্ট কৰি তোলে। উদাহৰণ স্বৰূপে কবিয়ে কয়, ‘শৰণাপন্ন সাধাৰণ মানুহৰ প্ৰতিও মহাপুৰুষসকলে মমতা প্ৰদৰ্শন কৰে।’[১] এই প্ৰসঙ্গত গীতাৰ বচন উল্লেখনীয়, ‘বিদ্বান আৰু বিনয়ী ব্ৰাহ্মণ, গৰু, হাতী, কুকুৰ আৰু চাণ্ডালৰ প্ৰতি ব্ৰহ্মজ্ঞানীসকল সমদৰ্শী বা সমজ্ঞানসম্পন্ন হয়, অৰ্থাৎ ব্ৰহ্মভাৱে দৰ্শন কৰে।’[২] এনে ধৰণৰ উক্তিয়ে কবিৰ ভাৱ-ৰাজ্যত অদ্বৈতবাদৰ প্ৰভাৱ অনায়াসে সূচনা কৰে।

কালিদাস প্ৰকৃতিৰ পূজাৰী। কিন্তু তেওঁ প্ৰকৃতিক অচেতন জড়-ৰূপে দৰ্শন কৰা নাই। তেওঁৰ মানত প্ৰকৃতি চৈতন্যেৰে উদ্ভাসিত, মানুহৰ দৰে সুখ-দুঃখৰ অনুভূতিৰে পৰিপূৰ্ণ। বিচিত্ৰ শ্ৰীমণ্ডিত, বিৰাট দেহধাৰী হিমালয়ক কবিয়ে নগাধিৰাজ বুলি মানৱীয় ৰূপেৰে ৰূপায়িত কৰিছে। বিচিত্ৰ তৰঙ্গময়ী স্ৰোতবহা সৰযূক সমস্ত অযোধ্যাবাসীৰ স্নেহশীলা ধাত্ৰীৰূপে ৰূপায়িত কৰিছে। এনে ধৰণৰ বৰ্ণনাৰে কবিৰ সাহিত্য ভৰপূৰ। কবিৰ কল্পনা সঁচা; কিন্তু, সেই কল্পনাৰ অন্তৰালত আছে এক দিব্যানুভূতি। সেই অনুভূতিয়ে কবিক এক অলৌকিক দৃষ্টি-সম্পন্ন কৰি তুলিছে আৰু সেই দৃষ্টিয়ে কবিক চেতন-অচেতনৰ বিভাগ-ৰেখা অতিক্ৰম কৰি অদ্বৈতবাদীৰ

---

১. ক্ষুদ্ৰেঽপি নূনং শৰণং প্ৰপন্নে মমত্বমুচ্চৈঃশিৰসাং সতীৱ। (কুমাৰ ১।১২)

২. বিদ্যাবিনয়সম্পন্নে ব্ৰাহ্মণে গবি হস্তিনী।
শুনি চৈৱ শ্বপাকে চ পণ্ডিতাঃ সমদৰ্শিনঃ॥ (গীতা ৫।১৮)

আব্ৰহ্মস্তম্বপৰ্যন্ত ব্ৰহ্মদৰ্শী কৰি তুলিছে। ব্ৰহ্মই জগৎ সৃষ্টি কৰি সৃষ্ট পদাৰ্থৰ ভিতৰত অনুস্যূত হৈ আছে। 'তৎসৃষ্ট্বা তদেবানুপ্ৰাৱিশৎ'।[১] সেই সমস্তকে সৃষ্টি কৰি তেওঁ তাত প্ৰৱেশ কৰিছে।

কালিদাসৰ অভিপ্ৰেত মুক্তিৰ সন্ধানলৈ লক্ষ্য কৰিলেও সহজে অনুমান কৰিব পাৰি যে তেওঁ অদ্বৈত ব্ৰহ্মবাদী আছিল। অদ্বৈতবাদীৰ মতে জ্ঞানেই এক মাত্ৰ মুক্তিৰ কাৰণ: 'জ্ঞানদেৱ তু কৈৱল্যম্' জ্ঞানৰপৰাই মুক্তি। 'কুমাৰসম্ভৱ'ত কবিয়ে উল্লেখ কৰিছে: 'কৰ্মবন্ধচ্ছিদং ধৰ্মং ভৱস্যেৱ মুমুক্ষৱঃ।'[২] মুক্তিকামী লোকসকলে পুনৰ্জন্মৰ নিবৃত্তিৰ কাৰণে কৰ্মৰূপ বন্ধনৰ উচ্ছেদকাৰী (তত্ত্বজ্ঞান প্ৰবৰ্তক) পুণ্যৰ অভিলাষ কৰে। কবিৰ এই উক্তিৰ মুখ্য তাৎপৰ্য এয়ে যে কৰ্ম মুক্তিৰ কাৰণ নহয়, জ্ঞানেই মুক্তিৰ একমাত্ৰ কাৰণ।

কৰ্মই জীৱৰ সংসাৰ-বন্ধনৰ হেতু (কৰ্মজনিতঃ বন্ধঃ)। নিত্য, নৈমিত্তিক আৰু কাম্য ভেদে কৰ্ম তিনি বিধ। এই তিনি বিধ কৰ্মৰ অনুষ্ঠান আৰু নিষিদ্ধ কৰ্মৰ বৰ্জন আৱশ্যক। কৰ্ম কৰিলে পুণ্য হয়, নকৰিলে পাপ হয়। কৰ্মৰ দ্বাৰা উপাৰ্জিত পুণ্যৰ ফলত স্বৰ্গলোক প্ৰাপ্তি হয় আৰু স্বৰ্গ-সুখ অনুভূত হয়; কিন্তু, সেই সুখ অনিত্য; কাৰণ, পুণ্য ক্ষয় হ'লে জীৱ পুনৰ সংসাৰলৈ উভতি আহে। গীতাত কৈছে: ক্ষীণে পুণ্যে মৰ্ত্যলোকং ৱিশন্তি',[৩] স্বৰ্গলোক ভোগ কৰি পুণ্যৰ ক্ষয় হ'লে জীৱ পুনঃ জন্ম-জৰা-মৰণশীল লোকত প্ৰৱেশ কৰে।' জন্ম-জৰা-মৰণৰ ভয়ৰপৰা নিবৃত্তি পাবলৈ মানুহে মুক্তি-মাৰ্গৰ অন্বেষণ কৰে। সেই একেখন কাব্যতে কবিয়ে পুনঃ সেই কথাকেই উল্লেখ কৰিছে: 'কঃ মুক্তিমাৰ্গং পুনৰ্ভৱক্লেশভয়াৎ প্ৰপন্নঃ।'[৪] জন্ম-যন্ত্ৰণাৰ ভয়েই মুক্তি কামনাৰ

১. তৈত্তিৰীয়োপনিষদ—২।৬
২. কুমাৰসম্ভৱ—২।৫১
৩. গীতা—৯।২১
৪. কুমাৰসম্ভৱ—৩।৫

অন্যতম কাৰণ। শুভ বা অশুভ যি কোনো কৰ্মই জীৱৰ পুনঃ পুনঃ সংসাৰলৈ অহাৰ বীজ-স্বৰূপ। সেই কৰ্মবন্ধ বা কৰ্মসূত্ৰ ছেদন কৰিব নোৱাৰিলে মুক্তি লাভ কৰিব নোৱাৰি। মহাৰাজ ৰঘুৰ জীৱন-বৰ্ণনা প্ৰসঙ্গত কবিয়ে কৈছে: 'অনপায়িপদোপলব্ধয়ে ৰঘুৰাপ্তৈঃ সমিয়ায় যোগিভিঃ'[১], মুক্তিপদ লাভৰ কাৰণে উক্ত যোগীসকলেৰে সৈতে ৰঘু মিলিত হ'ল। জাগতিক বিষয়বস্তুৰ প্ৰতি সম্পূৰ্ণভাৱে কামনা-ৰহিত হোৱাই মুক্তি বা অপবৰ্গ। ৰঘুৱে সেই মুক্তিৰ কাৰণে সমাধি অৱলম্বন কৰি ভৱ-বন্ধনৰূপ কৰ্মফল ভস্মীভূত কৰিবলৈ ধৰিলে। গতিকে বুজা যায়, কৰ্মৰ দ্বাৰা অমৃতত্ব লাভ নহয়; কেৱল জ্ঞানৰ দ্বাৰাহে কৰ্ম-বন্ধনৰপৰা অব্যাহতি লাভ কৰিব পাৰি। শ্ৰুতিয়ে কয়: 'কৰ্মণা বধ্যতে জন্তুঃ বিদ্যয়া চ প্ৰমুচ্যতে' কৰ্মৰ দ্বাৰা বন্ধন আৰু বিদ্যাৰ দ্বাৰা মুক্তি। সেই বিদ্যাই ধৰ্ম অৰ্থাৎ নিবৃত্তি-লক্ষণ ধৰ্ম বা জ্ঞানমাৰ্গ বা ব্ৰহ্মবিদ্যা। কবিয়ে 'কৰ্মবন্ধচ্ছিদং ধৰ্মম্' বুলি কৈছে। ইয়াকেই 'মুণ্ডকোপনিষদ'ত পৰা বিদ্যা বোলা হৈছে (অথ পৰা যয়া তদক্ষৰমধিগম্যতে)[২], সেয়ে পৰা বিদ্যা যাৰ দ্বাৰা ব্ৰহ্মক লাভ কৰা যায়। সেই উপনিষদতে আকৌ উল্লেখ কৰিছে, 'কাম্য কৰ্মৰ (যাগ যজ্ঞাদিৰ) অনুষ্ঠানৰ দ্বাৰা লাভ কৰা লোকসমূহৰ অনিত্যতা উপলব্ধি কৰি মুক্তিকামী লোকে ভেনে কৰ্মৰ প্ৰতি আসক্তি ত্যাগ কৰিব। কাৰণ, কৰ্মৰ দ্বাৰা সেই নিত্য বস্তু লাভ কৰিব নোৱাৰি।'[৩] 'তৈত্তিৰীয়োপনিষদ'ত 'ব্ৰহ্মবিদাপ্নোতি পৰম্'[৪] ব্ৰহ্মজ্ঞানীয়ে পৰব্ৰহ্মকেই লাভ কৰে।

---

১. ৰঘুবংশ—৮।১৭

২. মুণ্ডকোপনিষদ—১।১।৫

৩. পৰীক্ষ্য লোকান্ কৰ্মচিতান্ ব্ৰাহ্মণো নিৰ্বেদমায়ান্নাস্ত্যকৃতঃ কৃতেন।
(মুঃ উঃ ১।২।১২)

৪. তৈত্তিৰীয়োপনিষদ—২।১।৩

